# ছাঁ-পোহৰত অৰুণাচল

অন্নদা প্ৰসাদ বৰঠাকুৰ

সম্পাদক ঃ মনোৰম গগৈ
পৰিবেশক ঃ বাণী মন্দিৰ ঃ গুৱাহাটী

**CHAN POHARAT ARUNACHAL :** *A book on the development of School Education and Progress in Arunachal Pradesh (from 1948 to 1986) written by A. P. Borthakur, M. A., B. T. Rtd. Principal and a recipient of National Award, edited by Manorom Gogoi and published by Bulu Borthakur, S. N. Bhagowati Path, Jyotipur, Ward No. II, Moranhat, 785 670, Assam.*

*Price : Rs.150.00*

**ছাঁ-পোহৰত অৰুণাচল**

অন্নদা প্ৰসাদ বৰঠাকুৰ

**প্ৰকাশিকা**

বুলু বৰঠাকুৰ

সুৰেন্দ্ৰ নাথ ভাগৱতী পথ

জ্যোতিপুৰ ঃ ৱাৰ্ড নং-২, মৰাণহাট- ৭৮৫ ৬৭০

**সম্পাদক**

মনোৰম গগৈ ঃ গুৱাহাটী

**পৰিৱেশক**

বাণী মন্দিৰ, কংগ্ৰেছ ভৱন

হেদায়েৎপুৰ, গুৱাহাটী- ৭৮১ ০০৩

**প্ৰথম প্ৰকাশ**

ফেব্ৰুৱাৰী- ২০০৪

**বেটুপাত**

শ্যামল ৰাহা

**মূল্য**

১৫০.০০ টকা

**ডি. টি. পি আৰু মুদ্ৰণ**

**ভেলী প্ৰিণ্টিং চেণ্টাৰ, টি. এন. বৰুৱা মাৰ্কেট**

**শিলপুখুৰী, গুৱাহাটী— ৭৮১ ০০৩**

# উছৰ্গা

ভাৰত-ভূমিৰ শিৰৰ ভূষণ অৰুণাচল, যিখন ৰাজ্যই মোক কেৱল শিক্ষক কৰি গঢ় দিয়াই নহয় প্ৰকৃতাৰ্থত শিক্ষিত মানুহ কৰিলে, বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ ডিগ্ৰীধাৰী হোৱাৰ উপায় দিলে, ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পুৰস্কাৰেৰে পুৰস্কৃত কৰিলে, নতুন দিল্লীৰ চেণ্ট্ৰেল ব'ৰ্ড অৱ ছেকেণ্ডাৰী এডুকেশ্যনৰ গৱৰ্ণিং ব'ডিৰ সদস্য পদ দিয়ালে, যিখন ৰাজ্যৰ অবিভক্ত লোহিত-টিৰাপ-চিয়াং-সোৱণশিৰি-কামেং জিলাৰ আমাৰ ককাই-ভাই-বাই -ভগ্নীস্বৰূপ হিয়াৰ আপোন বুকুৰ কুটুম অধিবাসীসকল, যিখন ৰাজ্যত ১৯৪৮ চনৰ আৰম্ভৰে পৰা ১৯৮৫ চনৰ প্ৰায় শেষলৈকে বিভিন্ন শিক্ষানুষ্ঠানত আমি পঢ়োৱা প্ৰাক্তন ছাত্ৰ-ছাত্ৰীসকলে আজিও আমাক স্নেহ-শ্ৰদ্ধাৰে সোঁৱৰে, যিসকলৰ অনেকেই উচ্চ-শিক্ষিত হৈ অৰুণাচলৰ শৈক্ষিক-সামাজিক-সাংস্কৃতিক-অৰ্থনৈতিক-ৰাজনৈতিক দিশত আগৰণুৱা হৈ সকলোক্ষেত্ৰতে গুৰি ধৰি আধুনিক অৰুণাচল গঢ়ি তুলিলে সেই সকলোলৈকে মোৰ কৰ্মজীৱনৰ অভিজ্ঞতাৰে সাধনালব্ধ এই গ্ৰন্থখনি পৰম উৎসাহেৰে উছৰ্গা কৰিলোঁ—

—*অন্নদা প্ৰসাদ বৰঠাকুৰ*

# আশীৰ্বাদ

**পৰম কল্যাণীয় শ্ৰীমান প্ৰসাদ,**

নেফাত কাম কৰা মোৰ সকলো শিক্ষক-শিষ্যৰ ভিতৰত তুমি এজন অতি বিশিষ্ট কৃতী শিক্ষক। গুৰুৰ গৌৰব শিষ্যৰ গুৰুতকৈও উত্তৰণত। সেয়েহে কওঁ— 'গুৰু শিষ্যাৎ পৰাজয়ম্ ইচ্ছতি।' আৰু কীৰ্তিমান হোৱা। তোমাৰ প্ৰাণ ঢালি কৰা পুণ্য কৰ্মৰ সকলো পুণ্যফলেৰে দহক, দেশক দীপ্ত কৰা, অনুপ্ৰাণিত কৰা।

তোমাৰ লিখন সাৰ্থক হওক।

সৰ্বান্তকৰণে আশীৰ্বাদ।

'মেডাম'

ইন্দিৰা মিৰি

22/১০/২০০৩

(ইন্দিৰা মিৰি)

It is a man-making education all round that is what we want.

*–Vivekananda*

That alone will be a true and living education which helps to bring out to full advantage, makes ready for the full purpose and scope of human life, all that is in the individual man, and which at the same time helps him to enter into his right relation with the life, mind and soul of the people to which he belongs, and with the great total life, mind and soul of humanity of which he himself is a unit and his people or nation a living, a separate and yet inseparable member.

*– Rishi Aurobinda*

Ashrama education runs through the heart of our classical literature, and still dominates our minds.

*– Rabindra Nath Thakur*

Our education has to be revolutionised. The brain must be educated through the hand.... Those who do not train their hand, who go through the ordinary rut of education, lack music in their life.

*–Mahatma Gandhi*

Education is an all round drawing out of the best in the child and man– body, mind and spirit.

*–Mahatma Gandhi*

I have always felt that the true text book for a pupil is his teacher.

*–Mahatma Gandhi*

Education has mainly two aspects, the cultural aspect which makes a person grow and the productive aspect which makes a person do things. Both are essential.

The highest result of education is toleration.

*– Helen Keller*

Education begins with life.

*– B. Franklin*

The secret of education lies in respecting the pupil.

*– R. W. Emerson*

Education has for its object the formation of character.

*– H. Spencer*

## 'A Philosophy For Nefa'

It is essential that education in the more specialized sense should be integrated with the wider education. The schools must also aim at inspiring a love of India, at teaching cleanliness, better ways of cultivation, the preservation of wild life. at spreading the ideals of justice, equality and humanity. They must be integrated with institution as a Morung or Adi dormitory. The work of a school begins in the home and continues throughout the pupil's life; the teacher should be as interested in the parents as in their children.

The aim of education of NEFA is twofold, and the emphasis in its two aspects will obviously be somewhat different. We have first to discover and develop boys and girls of exceptional promise, and train them up to the highest standard possible so that they can in time take their place as leaders and administrators of their own people. But this can only apply to every small proportion of the total population; for the great mass of the tribesmen, who will remain peasants, a very simple and elementary type of schooling is required and we hope that this will be supplied by a combination of ordinary and basic education, suitably adjusted to tribal needs.

The tribal people of India offer us a very special challenge. Their simplicity , which is most lovable; their art, which often gives them the dignity of princes but is so easily destroyed; their courtesy and hospitality, discipline and self-reliance; their ability to work hard and co-operatively; their occasional bewilderment before the advance of an unfamiliar world, and yet their welcome and friendliness to that world, these things win the heart and call for the very best in those who try to serve them. Nothing can be too good for them, but with what care that good has to be shared!

***The above three passages are taken from different pages of the book 'A Philosophy For Nefa' written by Dr. Verrier Elwin (First edition, 1957, the year in which Madam Indira Miri left the educational field of Arunachal Pradesh for ever). The foreword to the book was written on 16th February, 1957 by Jawaharlal Nehru, the then Prime Minister of India.***

# কৃতজ্ঞতা

আমাৰ অনেকেই অৰুণাচলৰ পৰ্বত-পাহাৰ, গাঁও-ভুঁই, বিভিন্ন জনগোষ্ঠীৰ মানুহৰ কাহিনীবোৰ মোৰ মুখত শুনি সেইবোৰ কথা লিখিত আকাৰত প্ৰকাশ কৰিবলৈ বহুদিনৰ পৰাই সঘনে সকিয়াই আছিল। তাৰেই ফলশ্ৰুতি হ'ল এই গ্ৰন্থখন।

মোক লিখি থাকিবলৈ সক্ৰিয় উদগনি দিয়াসকলৰ ভিতৰত অসমৰ চলচ্চিত্ৰজগতৰ অন্যতম গুৰি ধৰোঁতা, বহুমূলীয়া সাহিত্য আলোচনী 'প্ৰান্তিক'ৰ জন্মদাতা প্ৰয়াত ড° ভবেন্দ্ৰ নাথ শইকীয়াদেৱৰ লগতে প্ৰদীপ বৰুৱাদেৱ (এই কিতাপখনৰ প্ৰথম লেখাটি প্ৰকাশ হৈছিল 'প্ৰান্তিক'তে ড° শইকীয়াদেৱৰ জীৱিত কালতে), নাট্য-সাহিত্যিক মহেন্দ্ৰ বৰঠাকুৰৰ বাৰ্তা লৈ তেতিয়াৰ 'প্ৰত্যয়'ৰ সম্পাদক মনোৰম গগৈ, নামে-কামে যিজন সঁচাকৈয়ে মনোৰম, যিজনে তেওঁৰ দ্বাৰা সম্পাদিত 'প্ৰত্যয়'ত মোৰ এই গ্ৰন্থখনিৰ চৌবিছ খণ্ড ধাৰাবাহিকভাৱে ইতিপূৰ্বেই প্ৰকাশ কৰিছিল, অসমৰ লব্ধপ্ৰতিষ্ঠ সাহিত্যিক-সাংবাদিক, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, অসমীয়া বিশ্বকোষ প্ৰণয়নৰ গুৰি ধৰোঁতা, 'আমাৰ অসম'ৰ সম্পাদক হোমেন বৰগোহাঞিদেৱ, যিজনে মই কিবা লিখিলে তেখেতলৈকে পঠাই দিবলৈ মোক উদগাইছিল আৰু অসুস্থ হৈ হস্পিটেলত ভৰ্তি হোৱাৰ আগলৈকে যিজনে মাজে-সময়ে মোৰ লেখা তেখেতৰ বহু প্ৰচাৰিত বহু জনপ্ৰিয় 'আমাৰ অসম'ত স্থান দিছিল, জনমভূমি কাকতগোষ্ঠী, প্ৰতিদিন-সাদিন কাকত-আলোচনী গোষ্ঠী, নৰ্থ-ইষ্ট টাইমছ আদিৰ লগতে উত্তৰ পাৰৰ আলোচনী 'কাঢ়ানল'ৰ সম্পাদক সুৰেন্দ্ৰ মোহন ৰাভা আৰু বিভিন্ন সময়ত বিভিন্ন সাময়িক আলোচনীৰ সম্পাদকসকল যিসকলে মোৰ লেখা প্ৰকাশ কৰি মোক কৃতাৰ্থ কৰিলে, সেইসকল সকলোলৈকে মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

আনহাতে, কিতাপখনি লিখিবলৈ সুবিধা দি সহায় আগবঢ়োৱা আই.আই. টি. গুৱাহাটীৰ ইউ. চি. দাস ডাঙৰীয়া, কম্পিউটাৰ প্ৰিন্টিং কৰি সহায় কৰাৰ বাবে পুত্ৰ বিভূতি, পুত্ৰ-বধু মালা আৰু দেশ-বিদেশৰ প্ৰখ্যাত শিক্ষাবিদসকলৰ শিক্ষা-সম্বন্ধীয় উদ্ধৃতিকেইটি সংগ্ৰহ কৰি দিয়াৰ বাবে মৰমৰ নাতিনী যশোধৰা, নাতি সূৰ্য প্ৰকাশৰ শলাগ লৈছোঁ।

তদুপৰি কিতাপখন প্ৰকাশ কৰি উলিয়াবলৈ মোক বহুমূলীয়া উপদেশ দি নামকৰণ কৰি সহায় আগবঢ়োৱা আমাৰ বৰজোঁৱাই ড° সুশীল গোস্বামী, সঘনে সকিয়াই থকা সৰু জোঁৱাই ৰমেশ গোস্বামী, সৰু জী গীতা, অনবৰতে কুতুৰি কুতুৰি মনত পেলাই থকা নাতিকেইটি নীতিন-ৰীতিন আৰু চম্পকলৈকো মোৰ সস্নেহ শলাগনি থাকিল। কণমানি বসুন্ধৰাইও আনকি কাগজ-কলম-পেঞ্চিল-স্কেল পাত গোটাই দি মোৰ ওচৰতে দৌৰা-দৌৰি কৰি থকাৰ বাবে কণমানিটিৰো হিয়াৰ মৰমেৰে শলাগ ল'লোঁ।

সৰ্বোপৰি গ্ৰন্থখনি সম্পাদনাত দহোবন কাটি কৰি আন্তৰিকতাৰে সহযোগিতা আগবঢ়োৱা পুত্ৰসম মনোৰম গগৈ, প্ৰকাশিকা বুলু বৰঠাকুৰ,মুদ্ৰণৰ কামখিনি কৰি দিয়া গুৱাহাটীৰ ভেলী প্ৰিন্টিং চেণ্টাৰ, পৰিৱেশক বাণী মন্দিৰ, বেটুপাতৰ শিল্পী শ্যামল ৰাহা আৰু মতামত দাতাসকললৈকো লেখকে হিয়াভৰা কৃতজ্ঞতা জ্ঞাপন কৰিছে। পাঠকে কিতাপখন সহৃদয়তাৰে গ্ৰহণ কৰিলে লেখকৰ এই প্ৰচেষ্টা নিশ্চয় সাৰ্থক হ'ব।

*—অন্নদা প্ৰসাদ বৰঠাকুৰ*

# অভিমত

**(এক)**

অন্নদা প্ৰসাদ বৰঠাকুৰ, আমাৰ প্ৰসাদ দাদা, দেউতাইঁতৰ পিচৰ চামৰ অৰ্থাৎ আমাৰ চামৰ বয়োজ্যেষ্ঠ পুৰুষ। দিবৈ নৈৰ পৰা ডিবাঙৰ পানীলৈকে তেওঁ গচকিলে। এই সুদীৰ্ঘ পৰিক্ৰমাত সঞ্চয় কৰিলে বিচিত্ৰ অভিজ্ঞতা। আজিৰ অৰুণাচল এদিন নেফা (NEFA) আছিল, অৰ্থাৎ নৰ্থ ইষ্ট ফ্ৰণ্টিয়াৰ এজেন্সী। বৃটিছ শাসকৰ অৱহেলিত ভাৰতৰ পূব সীমান্ত স্বৰাজোত্তৰ কালতো অৱহেলিত হৈ থাকিবলৈ দিব নোৱাৰি। এই উপলব্ধি কৰিলে অসমৰ প্ৰথমজন প্ৰধান মন্ত্ৰী (সেই সময়ত মুখ্যমন্ত্ৰীক প্ৰধান মন্ত্ৰীয়েই বুলিছিল) লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে। স্বদেশপ্ৰাণা ইন্দিৰা মিৰিয়ে লোকপ্ৰিয় বৰদলৈৰ চিন্তাৰ উমান পালে। গতিৰ চালিকাশক্তি হ'ল শিক্ষা। নেফাত শিক্ষানুষ্ঠান প্ৰতিষ্ঠা আৰু বিস্তাৰৰ বাবে প্ৰথমে যিকেইজন তৰুণক বাছি ল'লে সেই কেইজন তৰুণৰ এজন আছিল প্ৰসাদদা— অন্নদা প্ৰসাদ বৰঠাকুৰ। প্ৰৱেশিকা পাছ কৰিছিলহে মাথোঁন— দুৰ্গম পাহাৰ, খৰস্ৰোতা পাহাৰী নৈ, জুৰি একাকাৰ কৰি শাসকৰ অৱহেলিত অথচ আমাৰ আপোন জনৰ মাজত শিক্ষা বিস্তাৰৰ পবিত্ৰ লক্ষ্যৰে বিলাই দিলে যৌৱনৰ সমস্ত উদ্যম। সেই ৰোমাঞ্চকৰ অভিজ্ঞতাৰ 'ফচল' এয়া 'ছাঁ-পোহৰত অৰুণাচল'। মই ভাবোঁ— এই গ্ৰন্থ এক সময়ৰ দলিল। এক প্ৰকাৰ এক বিশেষ সময়ৰ ইতিহাস।

বয়সৰ ওচৰত সহজে মূৰ দোঁৱাব নোখোজা, জীৱনৰ ঘাত-প্ৰতিঘাতে গতিৰ বাটৰ পৰা আঁতৰাব নোৱাৰা, আদৰ্শ আৰু স্থিৰ লক্ষ্য আগত ৰাখি অবিৰতভাৱে গোজৰ পিচত গোজ দি যোৱা প্ৰসাদদাৰ জীৱনেই প্ৰকৃতাৰ্থত অনুজসকলৰ বাবে 'বাণী'। মহাবিদ্যালয়, বিশ্ববিদ্যালয়ৰ পদুলি পাৰ নোহোৱাকৈয়েই ইংৰাজী সাহিত্যৰ এম. এ. পাছ কৰি দেখুৱালে, ঘৰুৱা জীৱনতো তেওঁ যেনেদৰে পৰিপাটী, চাকৰি জীৱনতো তেওঁ পৰিচ্ছন্ন। চাকৰিৰ স্বীকৃতি হিচাপে ৰাষ্ট্ৰপতিয়ে দুৰ্লভ পুৰস্কাৰেৰে সন্মানিত কৰিলে। বোধকৰো সেইবাবেই তেওঁৰ লেখাও অকপট। সময়ৰ কথা সঠিক ভাবেই ধৰি ৰাখিব পাৰিছে এই কিতাপ — 'ছাঁ-পোহৰত অৰুণাচল'ত। ভাবি ভাল লাগে যে অৱসৰৰ পিছত 'প্ৰত্যয়'ৰ বাবে এই লেখা লেখিবলৈ আমি (প্ৰত্যয়ৰ ফালৰ পৰা) উৎসাহিত কৰিছিলোঁ।

বেছি নকওঁ, কৈ থাকিবলৈ কিন্তু মন যায়। পাঠকে নিজেই বুজিব 'ছাঁ-পোহৰত অৰুণাচল'ক কিয় আমি এটা সময়ৰ দলিল বুলি অভিহিত কৰিছোঁ। আমাৰ চুবুৰীয়া ৰাজ্যখন 'নেফা'ৰ পৰা অৰুণাচল হওঁতে, সেইসকলৰ বৌদ্ধিক বিকাশৰ পৰিৱেশ গঢ়ি তোলোতে এই অসম ৰাজ্যৰো যে অৰিহণা আছে, সেই সত্যকো এই গ্ৰন্থই ধৰি ৰাখিছে।

*—মহেন্দ্ৰ বৰঠাকুৰ*

(দুই)

১৯৫০ চনৰ ভূমিকম্প হোৱাৰ দুবছৰমান আগেয়ে সেই সময়ৰ এখন মনোমোহা চহৰ শদিয়াৰ (এতিয়া অৱশ্যে ব্ৰহ্মপুত্ৰ নদীৰ গৰ্ভত) পৰা বাছেৰে গৈ এজন চফল ডেকাই চাকৰিৰ সন্ধানত সেই সময়ৰ নেফা, এতিয়া অৰুণাচলৰ পাছিঘাটত সন্ধ্যা নামিছিলগৈ। তেতিয়া পাছিঘাটৰ মানুহৰ ঘৰে ঘৰে লেম-চাকি জ্বলি উঠিছিল। ডেকাজনে মানুহক সুধি সুধি পাছিঘাটত সম্পূৰ্ণ চাহাবী আদব-কায়দাৰে থকা অসমীয়া বিষয়া এজনৰ বাসভৱনত উঠিছিলগৈ। বিষয়াজনে সেই ৰাতিটো ডেকাজনক থকা আৰু খোৱাৰ ব্যৱস্থা কৰোৱাই দি পিছদিনা কাৰ্যালয়লৈ মাতি পঠিয়াইছিল। ডেকাজনে সময়মতে বিষয়াজনৰ কাৰ্যালয় পোৱাৰ পিচত বিষয়াজনে ডেকাজনক বিশেষ কাৰিকৰী অসুবিধাৰ বাবে চাকৰিত মকৰল কৰিব পৰা নহ'ব বুলি জানিবলৈ দিলে আৰু সেই নিশাটো তেওঁক পাছিঘাটত থকাৰ ব্যৱস্থা কৰি দি পিচদিনাৰ ৰাতিপুৱাৰ বাছত বিষয়াজনৰ ল'ৰা-ছোৱালীকেইটাৰ সৈতে শদিয়ালৈ পঠিয়াই দিলে। শদিয়াত পাছিঘাটত থকা বিষয়াজনৰ সম্পৰ্কীয় এজনৰ ঘৰত তেওঁ উঠিলগৈ। শদিয়াত লগপোৱা লোকজনে ডেকাজনক অসমৰ চৰকাৰে সেই সময়ত নেফাত শিক্ষা অনুষ্ঠান স্থাপন কৰি শিক্ষা দিয়াৰ আঁচনি হাতত লৈ প্ৰথমে নিযুক্তি দি শিক্ষক প্ৰশিক্ষণৰ বাবে শদিয়াতে প্ৰশিক্ষণ কেন্দ্ৰ খুলি শ্ৰীমতী ইন্দিৰা মিৰি নামৰ এগৰাকী মহিলাক শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যক্ষাৰূপে নিয়োগ কৰিছে বুলি জানিবলৈ দিয়ে। লগতে সেই ডেকাজনক ক'লে যে যদি তেওঁ শিক্ষকতা কৰিবলৈ বিচাৰে তেতিয়া অধ্যক্ষা মিৰিৰ লগত সাক্ষাৎ কৰোৱাই দিয়াৰ ব্যৱস্থাও কৰি দিব। ডেকাজনে শিক্ষকতাৰ চাকৰিৰ প্ৰতি সন্মতি প্ৰকাশ কৰাত সেই লোকজনে শ্ৰীমতী ইন্দিৰা মিৰিৰ লগত সাক্ষাৎ কৰোৱাই দিলে।

সেই ডেকাজন আছিল নেফাত প্ৰস্তাৱিত শিক্ষানুষ্ঠান স্থাপন আৰু শিক্ষাদান কাৰ্যৰ বাবে প্ৰেৰণ কৰা প্ৰথমটো দহজনীয়া শিক্ষক দলৰ এজন। নেফাত শিক্ষাৰ সমুলি পোহৰ নপৰা ঠাইবিলাকলৈ এই শিক্ষকসকলে অশেষ কষ্ট কৰি দুৰ্গম পাহাৰীয়া ঠাইত কেতিয়াবা পোন্ধৰদিন পৰ্যন্ত খোজ কাঢ়ি গন্তব্যস্থান পাইছিলগৈ। আকৌ কেতিয়াবা পথ দেখুৱাই দিয়া কোনো (স্থানীয় জনগোষ্ঠীৰ লোক) নথকাত ৰাতি হ'লে পথ ভুল হৈ কোনো জনশূন্য পাহাৰৰ চূড়াত গৈ উঠে। তাৰ পিচত কোনো পথ বিচাৰি নাপাই পুনৰ অহা বাটেৰে ঘূৰি কোনো জনজাতীয় গাঁৱত উঠি ৰাতি ভোকে-লঘোণে থাকি পিচদিনা পুনৰ যাত্ৰা আৰম্ভ কৰাৰ অভিজ্ঞতাৰ বিষয়ে আমি জানিব পাৰিছোঁ। এইদৰে এচাম অসমীয়া ডেকা ল'ৰাই নেফালৈ জ্ঞানৰ পোহৰ বিলাই দিয়াৰ অদম্য হেঁপাহ বুকুত বান্ধি লৈ হাবি-বননি, নদ-নদী, খাল-বাম আৰু দুগৰ্ম পাহাৰকো নেওচি নেফাত স্কুল স্থাপন কৰি সেই ঠাইৰ ল'ৰা-ছোৱালী শিক্ষা দিয়াৰ দৰে মহান কামত ব্ৰতী হৈ পৰিছিল।

এইচাম ডেকা শিক্ষকৰ ভিতৰৰ আমাৰ আলোচ্য ডেকাজনে প্ৰথমতে নেফাত প্ৰাইমেৰী স্কুলৰ শিক্ষক হিচাপে নিযুক্তি লৈ পিচলৈ নিজৰ অধ্যাবসায়ৰ ফলত কোনো আনুষ্ঠানিক শিক্ষা নোলোৱাকৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতক আৰু স্নাতকোত্তৰ ডিগ্ৰী ল'বলৈ সক্ষম হয়। উল্লেখযোগ্য যে এই ডেকাজনে স্নাতকোত্তৰ ডিগ্ৰী লোৱাৰ প্ৰায় দহবছৰ মান আগতে সেই একেখন বিশ্ববিদ্যালয়ৰ পৰা বি টি (স্নাতক পৰ্যায়ৰ শিক্ষক প্ৰশিক্ষণ) পৰীক্ষাত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি নিজৰ বুৎপত্তিৰ পৰিচয় দিয়ে আৰু কৰ্ম নিষ্ঠাৰ বাবে এটাৰ পিচত এটাকৈ পদোন্নতি পায়। ১৯৭৭ চনত অৰুণাচল (আগৰ নেফা) ৰ ভিতৰত ৰাষ্ট্ৰপতি পদক পোৱা প্ৰথমজন মাধ্যমিক শিক্ষক হিচাপে পৰিগণিত হয়। আমাৰ আলোচ্য ব্যক্তিগৰাকী তাৰ

পিচত অৰুণাচলৰ ৰাজধানী ইটানগৰত ১৯৭৮ চনত উচ্চতৰ মাধ্যমিক বিদ্যালয়খন স্থাপন কৰি সেই বিদ্যালয়ৰ প্ৰথমজন প্ৰতিষ্ঠাপক অধ্যক্ষৰূপে নিয়োজিত হয়। ইয়াৰ উপৰিও নতুন দিল্লীত থকা মাধ্যমিক শিক্ষা পৰিষদৰ পৰিচালনা সমিতিৰ সদস্য হিচাপে মনোনীত হয় তিনিটা কাৰ্যকালৰ বাবে। এই আলোচ্য ডেকাজন আমাৰ সকলোৰে পৰম শ্ৰদ্ধাৰ, আদৰণীয় দেউতা প্ৰচাৰ বিমুখ শ্ৰীযুত অন্নদা প্ৰসাদ বৰঠাকুৰ।

আমাৰ সকলোৰে পূজনীয় দেউতা নেফাত থকা অৱস্থাত নেফাৰ পথ আৰু যোগযোগ ব্যৱস্থা খুবেই দুখলগা আছিল। দেউতা গাঁৱৰ ঘৰলৈ (অসমত) আহিবলৈ বা গাঁৱৰ পৰা কৰ্মস্থানলৈ যাবলৈ হ'লে কেইবাদিনৰ বাবে ৰাস্তাত খাবলৈ খোৱা বস্তু নিব লগা হয়। গন্তব্যস্থানলৈ যাবলৈ হ'লে.ৰে'ল (অসমত), বাছ, ট্ৰাক, জীপ, হাঁটী, নাও আকৌ কোনো কোনো ঠাইত জান-জুৰি পাৰ হ'বৰ বাবে মানুহৰো সহায় ল'বলগীয়া হৈছিল। আজি-কালি অৰুণাচলৰ যিখন ঠাইলৈ যাবলৈ পাঁচ-ছয় ঘণ্টা লাগে তেতিয়া সেইখন ঠাইলৈ যাবলৈ হয়তো চৌবিশ ঘণ্টাতকৈও বেছি সময় লাগিছিল। দেউতাহঁতে যি মহৎ উদ্দেশ্য লৈ অৰুণাচলত সোমাইছিল সেই উদ্দেশ্য সফল হোৱা বুলি আমি অনুমান কৰিব পাৰিছোঁ। দেউতাৰ আগৰ চাম ছাত্ৰ-ছাত্ৰী (ইতিমধ্যে বহুত ঢুকাল)ৰ ভিতৰত যিসকল এতিয়াও আছে তাৰে বহুতে তেখেতৰ লগত যোগাযোগ ৰাখি আছে। বহুতো ছাত্ৰই উচ্চ পদস্থ বিষয়া হিচাপে অৱসৰ লৈছে। তেখেতসকলে এতিয়াও দেউতাৰ লগত অহৰহ সম্পৰ্ক ৰখা দেখা গৈছে। সেইসকল লোকৰ অকৃত্ৰিম শ্ৰদ্ধা তথা অৰুণাচলৰ জনসাধাৰণৰ দেউতাৰ প্ৰতি থকা মৰমে আমাক মূক কৰি তোলে।

কেতিয়াবা ভাবোঁ, দেউতাহঁতৰ দৰে এচাম শিক্ষাসেৱীয়ে আগবঢ়োৱা সেৱাৰ বিষয়ে অৰুণাচলবাসীয়ে কেতিয়াও পাহিৰিব নোৱাৰিব। আকৌ ভাবোঁ কিবা কাৰণত পাহৰণিৰ গৰ্ভত সোমাই এই সঁচা অভিজ্ঞতাসমূহ চিৰদিনলৈ যদিহে হেৰাই যায়? অৰুণাচল চৰকাৰে এই বাটকটীয়া পুৰণি চাম শিক্ষকৰ অনবদ্য সেৱাৰ বিষয়ে তথ্যসহকাৰে লিপিবদ্ধ কৰিলে নিশ্চয় ই আমাৰ সকলোৰে বাবে এক প্ৰেৰণাৰ সমল হ'ব।

*—ৰমেশ চন্দ্ৰ গোস্বামী*

## (তিনি)

সকলোৰে বাবে অজান্তিমুলুক হিচাপে পৰিচিত নেফালৈ প্ৰথমে যোৱা কেইজনমান মুষ্টিমেয় বৰেণ্য ব্যক্তিৰ ভিতৰত আমাৰ দেউতাও এজন। এই ব্যক্তি কেইজনে হাতত যেন পোহৰৰ জুমুঠি লৈহে সেই বাট-পথহীন দুৰ্গম ঠাইবোৰলৈ তেতিয়া শিক্ষাৰ পোহৰ বিলাবলৈ গৈছিল! দেউতাহঁতৰ মনৰ উদ্যম, কৰ্মনিষ্ঠা, জনজাতি সকলক একাত্ম কৰি লোৱাৰ হেঁপাহ কিতাপখনৰ লিখনিত প্ৰক্ষেপ হৈছে। উপন্যাসতকৈও মনোৰম এই লিখনি, আশা আৰু হতাশা, সফলতা আৰু বিফলতা, স্বীকৃতি আৰু অৱজ্ঞাৰ পথ অতিক্ৰমি এক চূড়ান্ত লক্ষ্যত উপনীত হোৱাৰ প্ৰেৰণাময় সঁচা অভিজ্ঞতাৰ বৰ্ণনাই নিষ্ঠা, একাগ্ৰতা আৰু ত্যাগৰ চৰম দৃষ্টান্ত দাঙি ধৰিছে। দেউতাৰ এই পুঞ্জীভূত অভিজ্ঞতা আমাৰ পঢ়ুৱৈ সমাজৰ বাবে নিশ্চয় এক প্ৰেৰণাৰ উৎস।

*—গীতা (বৰঠাকুৰ) গোস্বামী*

# সম্পাদকৰ কথা

ভৌগোলিক সুচলতাৰ ফালৰ পৰা অসম আৰু অৰুণাচল প্ৰদেশৰ মাজৰ দূৰত্ব তেনেই কম। কিন্তু কুটিল ৰাজনৈতিক পাকচক্ৰত পৰি চুবুৰীয়া ৰাজ্য দুখনৰ থলুৱা বাসিন্দাসকলৰ মাজত আজি অবাঞ্ছিতভাৱে বহুযোজনৰ মানসিক দূৰত্ব সৃষ্টি হৈছে। দুয়োখন ৰাজ্যৰ মানুহখিনিৰ বাবেই, নিশ্চিতভাৱে, ই শুভ লক্ষণ হ'ব নোৱাৰে। সংখ্যাগত দিশৰ পৰা গোটেই উত্তৰ-পূৰ্বাঞ্চলৰে থলুৱা জনগোষ্ঠীসমূহ একো একোটা ক্ষুদ্ৰ গোট মাত্ৰ। নিজৰ স্বকীয় ভাষা-সংস্কৃতি অক্ষুণ্ণ ৰাখি এককভাৱে বা অকলশৰীয়াকৈ ইয়াৰ কোনো এটা জনগোষ্ঠীয়েই বিশ্বৰ সন্মুখত মূৰ দাঙি থিয় হোৱাটো সম্ভৱ নহয়। পূৰ্বৰ 'বৰ অসম' আৰু বৰ্তমানৰ 'উত্তৰ-পূৰ্বাঞ্চল'ৰ সামগ্ৰিক উত্তৰণ বা বিকাশৰ আজি এটাই মাথোঁ পূৰ্বচৰ্ত ঃ পাৰস্পৰিক সহযোগিতা তথা সমন্বয়। ইয়াৰ বাবে পোন প্ৰথমতে অঞ্চলটোৰ বিভিন্ন জনগোষ্ঠীৰ মাজত অবাঞ্ছিতভাৱে সৃষ্টি হোৱা মানসিক দূৰত্ব আঁতৰ কৰিবলৈ সৰ্বতোপ্ৰকাৰে প্ৰচেষ্টা চলাব লাগিব বুলি আমি গভীৰভাৱে বিশ্বাস কৰোঁ। লগতে এই কথাও সমান গভীৰতাৰে বিশ্বাস কৰোঁ যে বিভিন্ন কাৰণত সৃষ্টি হোৱা এই দূৰত্ব নোহোৱা কৰাৰ ক্ষেত্ৰত ফলপ্ৰসুভাৱে প্ৰচেষ্টা আগবঢ়োৱাৰ সম্পূৰ্ণ শক্তি আৰু সামৰ্থ্য অসমবাসীৰ মাজতে অন্তৰ্নিহিত হৈ আছে। বিশেষকৈ পূৰ্বৰ 'নেফা' আৰু বৰ্তমানৰ 'অৰুণাচল প্ৰদেশ'ৰ বাসিন্দাসকলৰ মনৰ পৰা অসমীয়া বিৰোধী মনোবৃত্তি নোহোৱা কৰিবলৈ আন্তৰিকতাৰে চেষ্টা চলালে অতি কম দিনৰ ভিতৰতে সফলকাম হোৱাৰ পূৰ্ণ সম্ভাৱনা আছে। কিয়নো অসমৰ এচাম উদাৰ মনৰ, বহল হৃদয়ৰ, দূৰদৰ্শী ব্যক্তিয়ে আমাৰ দেশে বৃটিছৰ অধীনৰ পৰা স্বাধীনতা লাভ কৰাৰ মুহূৰ্তৰে পৰা নেফা বা অৰুণাচলৰ বিভিন্ন জনগোষ্ঠীৰ ৰাইজক আধুনিক শিক্ষাৰে শিক্ষিত কৰিবলৈ অহোপুৰুষাৰ্থ কৰাৰ ফলশ্ৰুতিতহে আজিৰ আধুনিক অৰুণাচল প্ৰদেশ গঢ় লৈ উঠিছে। পাহাৰ-পৰ্বতেৰে পৰিপূৰ্ণ নেফাৰ যোগাযোগ আৰু যাতায়াতৰ অসুচলতাৰ মাজতো অশেষ কষ্ট-স্বীকাৰ কৰি, দুৰ্গম বাট-পথলৈ কেৰেপ নকৰি এইসকল অসমীয়াই নিজৰ জীৱন-যৌৱন সম্পূৰ্ণভাৱে অৰুণাচলবাসীৰ সেৱাতেই বিসৰ্জন দি কিদৰে অৰুণাচলী ভাই-ভনীসকলক আধুনিক শিক্ষাৰে শিক্ষিত কৰি তুলিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল, সেই কাহিনী শুনিলে বা পঢ়িলে যিকোনো সংবেদনশীল ব্যক্তিৰে দুচকু সেমেকি উঠিব। অথচ দুৰ্ভাগ্যজনক কথা যে আজিৰ অসম তথা অৰুণাচলৰ নতুন প্ৰজন্মটোৱে এই বিষয়ে একোৱেই নাজানে। এনে প্ৰেক্ষাপটতে অন্নদা প্ৰসাদ বৰঠাকুৰৰ এই গ্ৰন্থখনে দুয়োখন ৰাজ্যৰে সমাজ-জীৱনৰ এক অতি ডাঙৰ অভাৱ পূৰণ কৰিলে।

অন্নদা প্ৰসাদ বৰঠাকুৰ ডাঙৰীয়া তেওঁৰ কৰ্মজীৱনৰ সুদীৰ্ঘ ৩৮ বছৰ ৬ মাহ কাল অৰুণাচলৰ শিক্ষাজগতৰ সৈতে প্ৰত্যক্ষভাৱে জড়িত আছিল। কৰ্মজীৱনৰ বিভিন্ন স্তৰত তেওঁ লাভ কৰা অভিজ্ঞতাসমূহৰ পটভূমিতে তেওঁ ৰচনা কৰিছে **'ছাঁ-পোহৰত অৰুণাচল'**। বহুমাত্ৰিক চাৰিত্ৰিক বৈশিষ্ট্যৰ অধিকাৰী শ্ৰীবৰঠাকুৰৰ এই গ্ৰন্থখনেও স্বাভাৱিকভাৱে লাভ কৰিছে বহুমাত্ৰিক সৌন্দৰ্য। গ্ৰন্থখনত এফালে যিদৰে লেখকৰ সততাপূৰ্ণ জীৱনবোধ ফুটি উঠিছে, আনফালে আকৌ পৰিস্ফুট হৈছে তেওঁৰ ঐকান্তিক কৰ্মনিষ্ঠা আৰু অকৃত্ৰিম কৰ্তব্যবোধ। তাৰ মাজতে সহজ-সৰল গদ্যশৈলীয়ে সোণতে সুৱগা চৰাইছে।

যুগ যুগ ধৰি ককাই-ভাই, বাই-ভনীৰ দৰে আন্তৰিক মিলা-প্ৰীতি, সম্ভাৱেৰে বসবাস কৰি থকা অসম আৰু অৰুণাচলৰ বাসিন্দাসকলৰ মাজত বিভেদ সৃষ্টি কৰিবলৈ কেনেদৰে কেন্দ্ৰীয় চৰকাৰে বিভাজনৰ কূটনীতি আৰম্ভ কৰিছিল, কেনেকৈ অতি ষড়যন্ত্ৰমূলকভাৱে এনে বিভেদ-নীতিৰ অংশ হিচাপে অৰুণাচলৰ শিক্ষানুষ্ঠানসমূহৰ পৰা অসমীয়া ভাষাক আঁতৰাই পঠিওৱা হৈছিল— এইবোৰ কথাৰ সন্ধেদো অনুসন্ধিৎসু নতুন প্ৰজন্মই শ্ৰীবৰঠাকুৰৰ এই অভিজ্ঞতালব্ধ গ্ৰন্থখনিৰ জৰিয়তে লাভ কৰিব পাৰিব।

আমাৰ আশা— 'ছাঁ-পোহৰত অৰুণাচল'ৰ আঁত ধৰিয়েই অৰুণাচল তথা উত্তৰ-পূৰ্বাঞ্চলৰ অন্য জনগোষ্ঠীসমূহৰ সৈতে অসমবাসীৰ মাজত সৃষ্টি হোৱা মানসিক ব্যৱধান হ্ৰাস পাই আহিব আৰু পাৰস্পৰিক বুজা-বুজি, সহযোগিতা তথা সমন্বয়ৰ মাজেৰে উত্তৰণৰ বাটত খোজ দিবলৈ এই গ্ৰন্থখনৰ মাধ্যমেৰেই অঞ্চলটোৰ জনসাধাৰণে এক নিৰ্ভৰযোগ্য আঁত বিচাৰি পাব।

*মনোৰম গগৈ*
*অসমীয়া প্ৰতিদিন, গুৱাহাটী- ৩*
*১৯. ০১. ০৪*

# পলকতে অৰুণাচল (অতীতৰ নেফা)



**মুঠ মাটিকালি :** ৮৩,৭৪৩ বৰ্গ কিলোমিটাৰ।

**ৰাজধানী :** ইটানগৰ (সাগৰ-পৃষ্ঠৰ পৰা ৫৩০ মিটাৰ উচ্চতাত অৱস্থিত)।

**জিলা :** টাৱাং, ৱেষ্ট কামেং, ইষ্ট কামেং, পাপুমপাৰে, লৱাৰ সোৱণশিৰি, কুৰুংকামে, আপাৰ সোৱণশিৰি, আপাৰ দিবাংভেলী, লৱাৰ দিবাংভেলী, লোহিত, চাংলাং আৰু টিৰাপ।

**মুঠ জনসংখ্যা :** ১০,৯১,১১৭ (২০০১)।

**শিক্ষিতৰ হাৰ :** ৫৪.৭৪ শতাংশ।

**চৰকাৰী ভাষা :** ইংৰাজী।

**পৰ্যটন স্থান :** ইটানগৰ, ভীষ্মক নগৰ, মালিনী থান, টাৱাং, নাম্‌দফা, পৰশুৰাম কুণ্ড, টিপ্পি অৰ্কিড কেন্দ্ৰ, আকাশীগংগা।

**প্ৰধান নদী :** চিয়াং, কামেং, কামলা, চিয়ুম, দিবাং, লোহিত, ন-দিহিং, টিৰাপ।

**জাতীয় উদ্যান :** নামদফা, মউলুং।

**জাতীয় চৰাই :** পৰঘূমা।

**জাতীয় প্ৰতীক :** মিথুন।

**জাতীয় ফুল :** ফক্স টেইল অৰ্কিড।

## (এক)

১৯৪৮ চন। এতিয়াৰ অৰুণাচল তেতিয়া নেফা। তাৰো আগতে আছিল বালিপাৰা আৰু শদিয়া ফ্ৰণ্টিয়াৰ ট্ৰেক্ট। তেতিয়ালৈকে অসমৰ ৰাজ্যপালগৰাকীয়েই ৰাষ্ট্ৰপতিৰ এজেণ্ট হিচাপে অঞ্চলটোৰ শাসনৰ দায়িত্ব বহন কৰিছিল। শিক্ষাৰ ক্ষেত্ৰত সমগ্ৰ অঞ্চলটো অন্ধকাৰে আৱৰি আছিল। স্বাধীনতাৰ পোহৰত ভাৰতে দেখা পালে— অঞ্চলটোৰ বিভিন্ন জনজাতিৰ গোটবোৰক শিক্ষাদানেৰে আগবঢ়াই নিব নোৱাৰিলে সেই মানুহখিনিৰ উন্নতি নহয়। সেইবাবে শিক্ষা প্ৰসাৰৰ অসুবিধা দূৰ কৰিবৰ কাৰণে চৰকাৰে অঞ্চলটোৰ বাবে এগৰাকী মহিলা সঞ্চালক নিয়োগ কৰিলে। অসমৰ সকলোৰে পৰিচিত আৰু আমাৰ পৰম শ্ৰদ্ধাৰ 'মাডাম' ইন্দিৰা মিৰিয়েই প্ৰথমগৰাকী শিক্ষা সঞ্চালকৰূপে কাম আৰম্ভ কৰিলে। শদিয়া চহৰত শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰ এটা খুলি দহজন যুৱকক তেখেতে আৱশ্যকীয় প্ৰশিক্ষণ দিবলৈ ল'লে। তাৰে এজন এই লেখক। আন ন জন ক্ৰমে, ধন বাহাদুৰ চোনাৰ, গগন চন্দ্ৰ তামূলী, কালী প্ৰসাদ খাউণ্ড, ফুকন পাটিৰ, শণে গোহাঁই, টংকেশ্বৰ খাউণ্ড, কমলেশ্বৰ ৰাঙলী, ভৰপূৰ ফুকন আৰু নন্দেশ্বৰ কলিতা। এইসকলৰ ভিতৰত নিজ-নিজ কৰ্মক্ষেত্ৰ গৈ পোৱাৰ পূৰ্বেই এজনে আৰু আন এজনে কিছুদিন কাম কৰিয়েই চাকৰি এৰি গ'ল। ভাবিও ভাল লাগে যে বাকী আঠজনৰ ভিতৰত তিনিজনে নিজৰ কামৰ যোগেদি জনসেৱা কৰি ৰাষ্ট্ৰীয় পুৰস্কাৰেৰে সন্মানিত হ'বলৈ সমৰ্থ হ'লগৈ। চাৰিজনে ইতিমধ্যে ইহজগতৰ পৰা বিদায় ল'লে।

ছমহীয়া প্ৰশিক্ষণ সম্পূৰ্ণ হোৱাৰ পাছত যুৱককেইজনক নেফাৰ বিভিন্ন ঠাইলৈ প্ৰাথমিক বিদ্যালয় খুলিবৰ কাৰণে পঠোৱা হ'ল। লোহিত জিলাৰ দিগাৰু মিছিমি অধ্যুষিত অঞ্চলৰ ডেনিং বহিঃ শিবিৰত (Out Post) প্ৰথমখন বিদ্যালয় পাতিবলৈ দায়িত্ব দিয়া হ'ল মোক। ১৯৪৮ চনৰ ১৪ আগষ্টৰ দিনা মই ডেনিঙলৈ বুলি ৰাওনা হ'লো।

শদিয়াৰ পৰা ছয়সত্তৰ কিল'মিটাৰ দূৰত পাহাৰৰ ওপৰত অৱস্থিত ডেনিং এডোখৰ অতি মনোমোহা ঠাই। প্ৰকৃতিৰ কোলাত সুন্দৰ ৰঙীন ছবিৰ দৰে ঠাইখন জিলিকি আছিল। পাহাৰৰ তলত দূৰদিগন্তলৈকে বিয়পি আছে গছ-গছনিৰে সুশোভিত মনোৰম সেউজীয়া দলিচাখন। তাৰ মাজেদি চিৰপ্ৰবাহিত বহল লুইতৰ শুকুলা চাদৰখন। তাৰ মাজে-মাজে কমোৱা তুলাৰ দৰে চপৰা-চপৰ ডাৱৰৰ অহা-যোৱা। সেই দৃশ্য বৰ্ণনাতীত।

ডেনিং টিলাটোৰ ওপৰত আছাম ৰাইফলছৰ শিবিৰটো অৱস্থিত। সোঁৱে চুইলাং নদী আৰু বাঁৱে ডেনিং জুৰিটো কুলুকুলু সুৰে অবিৰাম বৈ আছে। নদীৰ সিপাৰে ডেৰ-দুই কিল'মিটাৰ দূৰে-দূৰে দিগাৰু, মিছিমি গাঁও কেইখন। জনবসতি অৱশ্যে নিচেই

সেৰেঙা। ঘৰে প্ৰতি মানুহৰ সংখ্যা ল'ৰা-ছোৱালীকে ধৰি চাৰি-পাঁচজনতকৈ অধিক নহয়। সৰহভাগ মানুহ নিচেই দুখীয়া। জুমখেতিৰ ধানেৰে কোনোমতে তিনি-চাৰিমাহ পাৰ হয়; বাকী কেইমাহ তেওঁলোকে আলু-কচু খাই জীৱন ধাৰণ কৰিব লাগে। পিন্ধনত পুৰুষৰ লেংটি আৰু বুকুফলা চোলা। তিৰোতাৰ চুটি মেখেলা আৰু খৰা হাতৰ ৰঙীন ব্লাউজ। নানা ৰঙৰ সূতা বজাৰৰ পৰা কিনি কঁকালত বান্ধিলোৱা তাঁতশালত বৈ লোৱা পোছাক। ল'ৰা-ছোৱালীবোৰ প্ৰায় নঙঠা।

শিক্ষা কি কোনো দিনেই তাৰ আভাস নোপোৱা এনেবোৰ পাহাৰী মানুহৰ মাজলৈকে আমাক পঠোৱা হ'ল পঢ়াশালি পাতি ল'ৰা-ছোৱালীক পঢ়াই-শুনাই শিক্ষিত কৰি উলিয়াবলৈ। কিতাপ-ফলি আদি শিক্ষা-সামগ্ৰী চৰকাৰে দিব। কিন্তু প্ৰধান সমস্যা হ'ল পঢ়াশালিৰ ঘৰ। মানুহবোৰ ইমান দুখীয়া যে গাঁৱৰ মানুহে ঘৰ সাজি দিয়াটো এক প্ৰকাৰ অসম্ভৱ। তথাপি ওচৰৰ গাঁওবোৰৰ গাঁওবুঢ়া কেইজনক লগ ধৰি চেষ্টা কৰি চোৱা হ'ল। কিন্তু, তেওঁলোক নিৰুপায়। অৱশেষত ইতিপূৰ্বে অস্থায়ীভাৱে চৰকাৰী বনুৱা থকা পৰিত্যক্ত এটি দীঘলীয়া ঘৰ (বেৰেক) পঢ়াশালিৰ লগতে ছাত্ৰাবাস হিচাপেও ব্যৱহাৰ কৰিব পৰাকৈ বিচাৰি উলিওৱা হ'ল। ঘৰটোৰ ভিতৰত দহখনমান ভাগিছিগি যোৱা বাঁহৰ চাং। ওপৰত জেংগু পাতেৰে ছোৱা আকাশ জিলিকা জৰাজীৰ্ণ চাল। আতেই আৰম্ভ কৰা হ'ল দিগাৰু মিছিমিসকলৰ বাবে প্ৰথম পঢ়াশালিখন। এইখনেই আছিল মোৰো শিক্ষক জীৱনত নিজহাতে গঢ়া প্ৰথম বিদ্যালয়। গাঁৱৰ পৰা ল'ৰা-ছোৱালী গোটাই-চপাই আনিবলৈ সহজ হ'ব ভাবি শদিয়াৰ পৰাই চাৰিটা মিছিমি ল'ৰা মোৰ লগতে লৈ গৈছিলো। সিহঁতকে লগত লৈ ওচৰৰ গাঁওখনৰ ঘৰে-ঘৰে গৈ, মাক-দেউতাকহঁতক লগ ধৰি ল'ৰা-ছোৱালীবোৰ পঢ়াশালিলৈ পঠাবলৈ বুলি বুজাই-বঢ়াই থৈ আহোঁ; পাছদিনা দেখো এটাও নাহিল। আকৌ সিহঁত চাৰিটাক লগত লৈ বাৰে-বাৰে ঘৰে-ঘৰে গৈ চেষ্টা কৰোঁহে কৰোঁ, ল'ৰা-ছোৱালী নাহে; আমাক দেখিলেই দৌৰি পলায়।

মই তেতিয়াও তেওঁলোকৰ 'নু মাং জা?' (তোমাৰ নাম কি?), 'নু হানুনু হনায়া?' (তুমিনো ক'ৰ পৰা আহিছা?), 'নু হানু বয়া?'(তুমি কেনি যোৱা?) — এইবোৰ একো বুজিও নাপাওঁ, ক'বও নোৱাৰোঁ। তেওঁলোকৰ গাঁৱতো অধিক সংখ্যকেই অসমীয়া নাজানে। মহা পয়মাল। তথাপি হতাশ নহৈ বাৰে-বাৰে গৈ আঠ-দহটামান ল'ৰা-ছোৱালী ফুচুলাই-ফুচুলাই কোনোমতে বিদ্যালয়লৈ আনিলোঁ। এৰাপৰলীয়া ভগা ঘৰটোৰ চাৰিওফাল পুৰা-গধূলি নিজেই হাতে-কামে লাগি চাফচিকুণ কৰি ল'লো। ঘৰটোৰ পিছফালে এডোখৰ আওগৰীয়া মাটি খলপা-খলপকৈ কাটি ফল-মূল, শাক-পাচলিৰ বাগিচাৰ কাৰণে মুকলি কৰি লোৱা হ'ল । মই নিজেই সেই ভগা ঘৰটোতে থাকিবলৈ ল'লো। নদীৰ পাৰৰ হাবিৰ পৰা বাঁহ কেইটামান কাটি আনিলো; তাৰে গাধৈ কৰি ঘৰটোৰ

এচুকত সৰু চাং এখন সাজিলো। টেবুল এখনো কৰি ল'লো। তেতিয়া মোৰ পৰিবাৰ বুলু মোৰ লগত নাই। বিয়া কৰোবাৰ পাছত ঘৰতে এৰি থৈ গৈছিলো।

লাহে-লাহে ল'ৰা-ছোৱালীৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। ওপৰত থকা আছাম ৰাইফলছৰ পৰিয়ালকেইটাৰো দুই-চাৰিটা ল'ৰা-ছোৱালী আহিবলৈ ধৰিলে। গড়কাপ্তানি বিভাগৰ যি কেইঘৰ নেপালী বনুৱা পৰিয়াল আছিল তেওঁলোকৰ ল'ৰা-ছোৱালী কেইটাও লাহে-লাহে আহি লগ লাগিলহি। ঘৰটোৰ চাংকেইখন কিন্তু তেতিয়াও তেনেকৈয়ে আছে। বৰষুণ দিলে মোৰ নিজৰ শোৱা চাংখনৰ ওপৰতে ছাতি মেলি ল'ব লগা হয়। ল'ৰাকেইটাকো ঠাই সলনি কৰি কৰি পানী নপৰাকৈ থকা চাং যি দুই-এখন আছিল তাতে থুপ খুৱাই শুৱাই ৰাতিটো কোনোমতে পাৰ কৰোঁ। এনেকৈয়ে দিন পাৰ হ'বলৈ ধৰিলে। এনেতে এদিন মাডাম মিৰি আৰু পলিটিকেল অফিছাৰ লক্ষেশ্বৰ শৰ্মা ডেনিঙলৈ আহিল। মোৰ কাম দেখি তেখেতসকলে সন্তোষ প্ৰকাশ কৰাত মই সুবিধা বুজি দুখীয়া মিছিমি ল'ৰা-ছোৱালীকেইটিক খোৱা-পিন্ধাৰ সামান্য সুবিধা দিব পাৰিলেও কিছু উপকাৰ হ'ব বুলি ক'লোঁ। তেখেতসকলে তাত থকা একমাত্ৰ মাৰোৱাৰী, পুৰণমল আগৰৱালাৰ দোকানৰ পৰা চাউল-দাইল অলপ পোৱাৰ ব্যৱস্থা কৰি দিলে। মোৰ নিজৰ বাবে তেতিয়া চৰকাৰী বিনামূলীয়া ৰেছনৰ ব্যৱস্থা আছিলেই। ল'ৰা-ছোৱালীকেইটাৰ পিন্ধা কাপোৰৰ বাবে পাছত চেষ্টা কৰা হ'ব বুলি কৈ পৰিদৰ্শকৰ বহীত দুয়ো একোটিকৈ সুন্দৰ টোকা লিখি থৈ তেখেতসকল শদিয়ালৈ ঘূৰি গ'ল।

খোৱা আহাৰৰ ব্যৱস্থা হোৱাত দূৰদূৰণিৰ গাঁৱৰ ল'ৰাও দুই-চাৰিটা ফুচুলাই আনিব পৰা গ'ল। এনেদৰে কিছুদিন পাৰ হ'ল। কিন্তু বাৰিষা আৰম্ভ হোৱাত মহা সমস্যা হ'ল। ইতিমধ্যে আছাম ৰাইফলছৰ চুবেদাৰ গুৰুঙৰ লগত মোৰ সদ্ভাৱ গঢ়ি উঠিছিল। মানুহজন বৰ মৰমিয়াল আছিল। ল'ৰা-ছোৱালীবোৰৰ এনে দুৰ্দশা দেখি তেওঁ সহি থাকিব নোৱাৰিলে। তলত কাঠৰ তক্তাৰে সজা চাং, বেৰ, ওপৰত টিনপাতৰ চালেৰে তেওঁলোকৰ এটা ঘৰ আছিল। সেই ঘৰটোকে তেওঁ মোক পঢ়াশালিৰ বাবে এৰি দিলে। তাৰ লগে-লগে এ.এল.ছি (Agency Labour Corps) কেইজনমান খুজি আনি আমি থকা ভাগিছিগি উৰালি যোৱা ঘৰটো মেৰামত কৰাই, চাল দুখনো নতুনকৈ জেংগু পাতেৰে ছোৱাই, মোৰ লগতে ল'ৰাইঁতৰো থকামেলাৰ অলপ সুবিধা কৰি লোৱা হ'ল। পাছলৈ অৱশ্যে বেলেগ এডোখৰ ঠাইত চৰকাৰে ঘৰ সজাই দিয়ালে আৰু তেতিয়া মই মোৰ পৰিবাৰক নিজৰ লগলৈ নিলো। শিক্ষকসকলৰ পৰিয়ালৰ তেৱেঁই প্ৰথম অসমীয়া মহিলা যি স্বামীৰ লগত আজীৱন পাহাৰী ঠাইত একেলগে আছিল।

এতিয়া শিক্ষাদানৰ মূল কথালৈ আহোঁ। ভাষাই কি বিভীষিকা ঘটাইছিল আগতে কৈছোঁৱেই। অসমৰ গাঁৱে-ভূঁএে মজলীয়া বিদ্যালয়বোৰত ইংৰাজী শিকাওঁতে আজিকালি

শিক্ষকসকলে যিটো সমস্যাৰ সন্মুখীন হ'ব লগা হৈছে, নেফাৰ পাহাৰী ল'ৰা-ছোৱালীবোৰক তেতিয়া অসমীয়া শিকাওঁতে আমি প্ৰায় একে অসুবিধাৰ সন্মুখীন হ'ব লগা হৈছিলো। কাৰণ, ল'ৰা-ছোৱালীবোৰে আমাৰ অসমীয়া ভাষা যিদৰে সমূলি নুবুজে আমিও সেইদৰে তেওঁলোকৰ কথিত ভাষা নুবুজোঁ। ইফালে ল'ৰা-ছোৱালীৰ সংখ্যা বাঢ়ি এতিয়া বিয়াল্লিছ হ'লহি। শিক্ষক মই অকলে। পাছলৈ আৰু এজনে লগ দিছিল যদিও কেইদিনমান ৰাখিয়েই তেওঁক বদলি কৰা হ'ল।

শিক্ষাৰ মাধ্যম তেতিয়া অসমীয়া। গতিকে ভাষাটো ভালকৈ ক'ব আৰু পঢ়িব নাজানিলে আনবোৰ বিষয় ল'ৰা-ছোৱালীবোৰে কি উপায়ে শিকিব? সেইবাবে প্ৰথমে অসমীয়া ভাষা শিকাবৰ বাবে নানা ধৰণৰ উপায় উদ্ভাৱন কৰিবলগীয়া হ'ল। বিদ্যালয়খনৰ শাক-পাচলি আৰু ফলমূলৰ বাগিচাখনে এই ক্ষেত্ৰত বৰ সহায় কৰিলে। শ্ৰেণীত পঢ়ন-লিখন আৰম্ভ কৰাৰ আগতেই গোটেইবোৰ ছাত্ৰ-ছাত্ৰীকে লগত লৈ এঘণ্টাতকৈ কিছু অধিক সময় আমি বাগিচাখনত সদায় কাম কৰোঁ, কথা পাতোঁ, নানা খেল খেলোঁ, গান গাওঁ। সেই সময়ত আমাৰ প্ৰশিক্ষণ কালৰ শিক্ষাগুৰু মুক্তি বৰদলৈ ছাৰে শিকোৱা কেইটিমান গান আমাৰ ভাষা শিক্ষণকাৰ্যৰ লগৰী আছিল। সকলোৱে মিলি মাটিত একেলগে কোৰৰ চাব মাৰোঁ আৰু মুখেৰে সুৰ ধৰি গাওঁ ঃ

'এচাব দুচাবকৈ তোল অ' মাটি, তোল অ' মাটি
সোণালী শইচৰ খেতিবাতি।
দলি ভাঙি ধূলি কৰ তুলি ঘাঁহ বন ঐ তুলি ঘাঁহ বন,
জুতি চাই গুটি দিলে ওলাব যে কণ ঐ ওলাব যে কণ
শইচৰ ধনে যাওক পথাৰ ছাটি ঐ পথাৰ ছাটি
সোণালী শইচৰ খেতিবাতি।।'
আকৌ কেতিয়াবা গাওঁ,— 'আমি গাঁও মিলনৰ গান
এক ভাষা, এক জাতি, এক প্ৰাণ;
নাই কোনো ভিন পৰ, নাই কোনো সৰুবৰ
আমি দিওঁ, আমি লওঁ হিয়াভৰা চেনেহৰ দান।
এই অপৰূপ ঠাই ৰাখিছে পৰ্বতে বেৰি,
সেউজীয়া গছবনে গঢ়িছে, ধুনীয়া কৰি,
এইযে মিলন ভূমি স্বৰ্গৰ সমান,
আমি গাওঁ মিলনৰ গান।'— ইত্যাদি।

প্ৰতিদিনে ভালেখিনি সময় মই এইদৰে ল'ৰা-ছোৱালীবোৰৰ লগত খেলোঁ, গাওঁ, ধেমালি কৰোঁ। 'খলিখেদা' ধেমালিৰে সিহঁতক যোগ-বিয়োগ, পূৰণ-হৰণৰ আভাস

দিওঁ। অমিতা, বগৰি, নাচপতি, মধুৰিআম আদি ফলবোৰৰ ছবি আঁকি নাম লিখি সেইবোৰৰ সহায়ত অনেক বাক্য সাজিবলৈ দিওঁ। ফলমূলৰ বতৰত সেইবোৰ বোটলাই আনি গণিবলৈ দিওঁ; ভাগ কৰি বিলাবলৈ দিওঁ; কাৰ ভাগত কেইটা পৰিল, মুঠতে কিমান আছিল ইত্যাদি নানা প্ৰশ্ন সোধোঁ। তেনেকৈ নানা ৰঙৰ ফুলবোৰ আঁকিবলৈ দিওঁ, ফুলৰ পাহিবোৰ আৰু পাতবোৰ লিৰিকি-বিদাৰি চুই-মেলি সেইবোৰৰ আকাৰ আৰু বৰণবোৰ ক'বলৈ দিওঁ। জুৰিৰ পানীত নামি গা-ধুবলৈ যাওঁতে সিহঁতৰ লগত খুব খেলোঁ। চাবোনেৰে গা-ধোৱা, কাপোৰ ধোৱা, জুৰিৰ পাৰত মেলি কাপোৰ শুকুউৱা; মাছ ধৰি মাছৰ নামবোৰ শিকোৱা; শামুক বোটলা; খৰালি সঘনে নদীৰ পাৰত বালিভাত খাবলৈ গৈ নানা গছ-গছনি, বাঁহ আদিৰ নাম শিকোৱা, সেইবোৰৰ ব্যৱহাৰৰ কথা কোৱা, খৰি গোটোৱা, পাত গোটোৱা, নদীৰ শিলগুটি বোটলা, বাঁহৰ চুঙা কাটি পানী খোৱাৰ ব্যৱস্থা কৰা, ভাত-আঞ্জা ৰন্ধা-বঢ়া কৰা; খেল পথাৰত ফুটবল, ভলিবল আদিৰ উপৰিও বিভিন্ন পাহাৰী খেল খেলা ইত্যাদি অসংখ্য কাম-কাজৰ মাজেদি 'খেল-ধেমালিৰ পদ্ধতি' (Play way method) আৰু 'হাতে-কামে শিকা' (Learning by doing) প্ৰয়োগ কৰি ভাষাৰ মান, সংখ্যাৰ জ্ঞান সহজ কৰি তোলোঁ। এইবোৰৰ গইনা লৈ মৌখিকভাৱে ভাষা ক'বলৈ শিকাই পাছত শ্ৰেণী-কোঠালৈ আনি পাঠ্যপুথি পঢ়িবলৈ দিওঁ। (তেতিয়া ক-খ শ্ৰেণীত 'অসমীয়া আদিপাঠ' আৰু প্ৰাইমেৰি স্তৰৰ শেষলৈকে আমাৰ পৰম পূজনীয় শিক্ষাগুৰু অতুল চন্দ্ৰ হাজৰিকাদেৱৰ 'সোণালী পাঠ' ব্যৱহাৰ কৰা হৈছিল)। ইয়াৰ উপৰিও বিদ্যালয়ৰ বাগিচাখনত থকা ল'ৰা-ছোৱালীৰ নিজৰ-নিজৰ ভাগৰ মাটি ডোখৰৰ দীঘ-পথালিৰ জোখ, মাটিকালি আদি উলিয়াবলৈ দিওঁ। পঢ়াশালিৰ ঘৰটোৰ দুৱাৰ-খিৰিকীবোৰৰ জোখ-মাখ, ভেটিটোৰ কালি আদি উলিয়াবাল দিওঁ। কুকুৰা পালন কৰি কণীৰ ওপৰত তাৰিখ লিখিবলৈ দিওঁ। শনিবাৰে-শনিবাৰে বিচিত্ৰানুষ্ঠান পাতি অসমীয়া নৃত্য-গীতৰ লগতে পাহাৰী নৃত্যগীত আদি পৰিবেশন কৰিবলৈ সুবিধা দিওঁ; গাঁৱৰ বাটৰ হাবি-জংগল কাটি, আলি-পদূলি পৰিষ্কাৰ কৰি সমাজসেবাৰ কাম কৰাই সকলো ফালেদি ল'ৰা-ছোৱালীবোৰক আগবঢ়াই নিবলৈ অহোপুৰুষাৰ্থ কৰিছিলো। ১৯৪৮ চনৰ ১৫ আগষ্টৰ পৰা ১৯৫০ চনৰ ১৫ আগষ্টলৈকে একেলগে পাঁচটা শ্ৰেণীৰ ল'ৰা-ছোৱালীক শিকাই-পঢ়াই এনেদৰে গঢ়ি তোলা হৈছিল যে পঢ়াশালিখন আৰম্ভ কৰাৰ পৰা পাঁচ বছৰৰ মূৰত দিব লগা প্ৰাথমিক পৰীক্ষা দুবছৰতে দি ল'ৰাই বৃত্তি ধৰিব পাৰিছিল। সেই কালছোৱাৰ ভিতৰতে ডেনিঙলৈ অহা কেইবাগৰাকীও বিশিষ্ট ব্যক্তিয়ে বিদ্যালয়খন চাই প্ৰশংসা কৰি গৈছিল। তাৰ ভিতৰত স্বনামধন্য পৰিব্ৰাজক কিংডন ৱাৰ্ড, কৃষিবিদ বি. এম. পিউ, অসমৰ জননেতা গৌৰীকান্ত তালুকদাৰ আদিয়ে ছাত্ৰ-ছাত্ৰীৰ কাম-কাজ, কথা-বতৰা আদি দেখি-শুনি অতিশয় সন্তোষ প্ৰকাশ কৰি নিজৰ-নিজৰ মন্তব্য দৰ্শকৰ টোকাবহীত

লিপিবদ্ধ কৰি গৈছিল। তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী মাননীয় গোপীনাথ বৰদলৈ ডাঙৰীয়াই আগষ্টৰ ৯ তাৰিখে বিদ্যালয়খনি পৰিদৰ্শন কৰাৰ কথা আছিল; কিন্তু ৫ আগষ্টতে তেখেত ঢুকাল।

সেই সময়ত ডেনিঙৰ সৰু হস্পিটেলখনৰ ডাক্তৰ আছিল ক্ৰমে অতুল চন্দ্ৰ বৰপাত্ৰগোহাঁই আৰু তৰুণ চন্দ্ৰ শইকীয়া (পাছত অসম চিকিৎসা মহাবিদ্যালয়ৰ চৰ্মৰোগ বিশেষজ্ঞ), অভাৰছিয়াৰ আছিল— মি.চন্দ, আলি মহৰী ভোলা গগৈ , এ.এল. ছিৰ হিচাপ ৰক্ষক কেৰাণী পদত আছিল বগেন গোহাঁই আৰু ধ্ৰুৱ চেতিয়া, কম্পাউণ্ডাৰ আছিল মি: আও। এই কেইজনেই আছিল বাহিৰৰ পৰা গৈ তাত কাম কৰা লোক। এই সকলোৱেই বিদ্যালয়খনৰ প্ৰতি বিশেষ আগ্ৰহ প্ৰকাশ কৰাৰ উপৰিও ল'ৰা-ছোৱালীবোৰক বৰ মৰমৰ চকুৰে চাইছিল। প্ৰথম চাৰিমাহৰ বাদে এই সমস্ত কালছোৱাতে মোৰ পৰিবাৰ বুলুৱে ছাঁটোৰ দৰে মোৰ লগে-লগে থাকি সকলো কামতে অতি আন্তৰিকতাৰে মোক উৎসাহ যোগাই প্ৰেৰণা দিছিল। কিন্তু অতি পৰিতাপৰ কথা যে ১৯৫০ চনৰ বৰ ভুঁইকপে পাহাৰ খহাই সামগ্ৰিকভাৱে ডেনিংখনৰ বিস্তৰ ক্ষতি সাধন কৰে। ফলত ষোল আগষ্টৰ দিনাই আমি চিৰদিনৰ বাবে সেই মনোৰম ঠাইখন ত্যাগ কৰিব লগা হ'ল।

তাৰ পাছত মাডাম মিৰিয়ে শদিয়াত এটি অনাথ-আলয় আৰম্ভ কৰি ভূমিকম্পত মাউৰা হোৱা ল'ৰা-ছোৱালীবোৰক তাত ৰাখি তত্ত্বাৱধান ল'বলৈ মোক দায়িত্ব দিলে। কিছুদিন পাছত অনাথ আলয়খন মাৰ্ঘেৰিটালৈ তুলি নি মোক লোহিত জিলাৰ সদৰ ঠাই তেজুৰ এম. ই স্কুলৰ প্ৰধান শিক্ষক কৰি পঠালে।

ডেনিঙৰ অভিজ্ঞতাৰে তেজু এম. ই স্কুলতো 'হাতে-কামে কৰি শিকা' (Learning by doing) পদ্ধতি আৰু 'শিকাৰ লগে-লগে উপাৰ্জন' (Earn as you learn) প্ৰণালীৰে শিক্ষা দিবলৈ আৰম্ভ কৰোঁতা ভালে কেইজন গুণী শিক্ষক আছিল; যেনে — লীলা বৰা (পাছলৈ উচ্চ-মাধ্যমিক প্ৰধান শিক্ষক), ৰাজেন দলৈ, সদানন্দ কাকতী (এতিয়া নাজিৰাৰ বাসিন্দা), বিপিন ৰয় (এতিয়া ডুমডুমাৰ বাসিন্দা), তৰুণ বৰা (পাছলৈ প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যক্ষ) টি. আও, কাঠৰ কামৰ শিক্ষক, ইউ মিএগ্ৰ— বাঁহ-বেতৰ কাম শিকোৱা শিক্ষক, সত্য নাৰায়ণ সিং হিন্দী শিক্ষক আদি। এইসকলৰ সহযোগিতাৰে তেজু এম. ই স্কুল নিচেই কম সময়ৰ ভিতৰতে প্ৰথমে উচ্চ মাধ্যমিক আৰু পাছলৈ অধিক সংখ্যক শিক্ষক নিয়োগেৰে উচ্চতৰ মাধ্যমিকলৈ উন্নীত হ'ল। তেতিয়া এইবোৰ বিদ্যালয়ৰ পাঠ্যক্ৰম, পাঠ্যতালিকা আৰু পাঠ্যপুথি আদি অসমৰ বিদ্যালয়বোৰৰ সৈতে একে আছিল। ল'ৰা-ছোৱালীহঁতে এম.ই বৃত্তি পৰীক্ষা আৰু মেট্ৰিক পৰীক্ষাও অসমৰ ল'ৰা-ছোৱালীৰে সৈতে একেলগে দিছিল (পাছত গোটেই ব্যৱস্থাটো CBSE-Cen-

tral Board of Secondary Education অৰ অধীনলৈ নিয়া হ'ল।) কিন্তু তেতিয়া নেফাৰ বিদ্যালয়বোৰত ওপৰত উল্লেখ কৰা প্ৰণালীৰ বাবে কিছু অধিক কাম হৈছিল। তেজু এম.ই স্কুলত তেতিয়া এটা ছাত্ৰাবাস আৰু এটা ছাত্ৰী নিবাস আছিল। এখন বেচ ডাঙৰ ফল-মূল আৰু শাক-পাচলিৰ বাগিচা আছিল। বাঁহ-বেত আৰু কাঠৰ কামৰ বাবে এটা বেলেগ ঘৰ আছিল। এশ ছয়চল্লিছজনী কুকুৰাৰে এখন ফাৰ্ম আছিল। কুকুৰাবোৰ ৰখা ঘৰটো (ফাৰ্ম হাউছ) এমহীয়া প্ৰজেক্ট আঁচনিৰে ছাত্ৰ-ছাত্ৰী-শিক্ষক সকলো লগলাগি কৰা হৈছিল । তিনিজনী গাইগৰু আছিল (দানেৰে পোৱা)। খেলা-ধূলা, লিখা-পঢ়া, নাচ-গান আদি শিকাৰ উপৰিও এই স্কুলৰ ল'ৰা-ছোৱালীবোৰ মৌ-মাখিবোৰৰ দৰে অনেক কামত সদা-সৰ্বদা ব্যস্ত হৈ আছিল। বাগিছাখনত কল, কুঁহিয়াৰ, অমিতা, লাও-কোমোৰা আদিৰ উপৰিও সৰহীয়াকৈ ৰহৰ দাইলৰ খেতি কৰা হৈছিল; ছয়-সাতশ ফুলকবি, ওলকবি আদি উৎপাদন হৈছিল; স্কুলত তৈয়াৰী কাঠৰ আৰু বাঁহ-বেতৰ চকী-মেজ, ডেস্ক-বেঞ্চ আদি নতুনকৈ খোলা স্কুললৈ যোগান ধৰা হৈছিল। এইবোৰ কাম-কাজৰ মাজেদি ল'ৰা-ছোৱালীবোৰে আত্মনিৰ্ভৰশীল হ'বলৈ শিকিছিল।

স্কুলখনে অনেক দৰ্শকক আকৰ্ষণ কৰিছিল। অসমৰ ৰাজ্যপালৰ উপদেষ্টা এন.কে .ৰুস্তমজী এনেদৰে উৎফুল্ল হৈ উঠিছিল যে স্কুলৰ খেল-পথাৰত তেওঁ নিজে ব্যায়াম কৰি ল'ৰা-ছোৱালীক উৎসাহ দিছিল। ৰাজ্যপাল জয়ৰাম দাস দৌলতৰামে তেখেতৰ বাবে বান্ধি দিয়া স্কুল দৰ্শনৰ সময় ২০ মিনিটৰ পৰা বঢ়াই আঢ়ৈ দিন কৰিছিল আৰু স্কুলৰ সকলো কাম-কাজৰ চলচ্চিত্ৰ কৰাই তেখেতৰ ভ্ৰমণকালত নেফাৰ আনবোৰ স্কুলত প্ৰদৰ্শন কৰিছিলগৈ।

এই প্ৰসংগত নেফাৰ Assistant Director of Education, P.K. Gupta ডাঙৰীয়াৰ Role of Teachers in NEFA শীৰ্ষক এটি প্ৰবন্ধৰ পৰা অলপ উদ্ধৃতি দিয়াৰ লোভ সামৰিব নোৱাৰিলো। তেখেতে লিখিছিল ঃ "In addition to its high academic standard, the Tezu School was also adjudged as the best school in NEFA, in respect of scientific agriculture planned and executed to ensure self sufficiency in respect of vegetables, cereals and fruits, poultry farming; planned to give protein contents to the food of the children, dairy farming, social service and lastly cultural activities with emphasis on tribal songs and dances and also local games and sports. Shri Jairamdas Daulatram, the then Governor of Assam, after a visit to the school directed that the above projects carried out in Tezu school should be circulated throughout NEFA for the benefit and guidance of all the inspecting officers and teachers. The central figure leading to the success of this was A.P. Borthakur, a young teacher,....... actively believing in the principle 'Example is

better than precept'. The then Political Officer of Tezu, Lt. Col Misra, who was an early-riser, on opening the windows of his bedroom used to see everyday the Headmaster Shri Borthakur with a towel wrapped on his head, working hard in the school garden with all his teachers and school children. Shri Misra used to tell me very often that if the teachers of NEFA emulate the example of the teachers of Tezu M.E. School, education of NEFA, would certainly emerge as the best educational system in the country".

মোৰ দৃঢ় বিশ্বাস, এতিয়াও যদি অসমত আমাৰ শিক্ষা পদ্ধতি কেৱল পাঠ্যপুথিৰ পাঠ শিকোৱাতে সীমাবদ্ধ নাৰাখি ল'ৰা-ছোৱালীবোৰৰ জ্ঞান-বুদ্ধি-বয়স আৰু শিকাৰ হেঁপাহ আদিৰ প্ৰতি লক্ষ্য ৰাখি ভৱিষ্যতে নিজৰ-নিজৰ ৰুচি অনুযায়ী জীৱন-যাপন কৰিব পৰা কৰি গঢ়ি তুলিব পৰা হয়, তেন্তে আজিৰ কুকাৰ্যৰে ভৰা কলুষিত সমাজ জীৱনৰ দুৰ্দশা ক্ৰমশঃ নোহোৱা হ'ব। ইয়াৰ বাবে প্ৰয়োজন হাতে-কামে কৰি লাভ কৰা জীৱন উপযোগী শিক্ষা । পাঠ্যপুথিৰ পাঠৰ লগত জীৱনৰ কৰ্মৰাজিৰ সমন্বয় ঘটাবই লাগিব; তেতিয়াহে জীৱন-ধাৰণ সাৰ্থক হ'ব। তাকে ফলপ্ৰসূ কৰিবলৈ হ'লে লাগিব ল'ৰা-ছোৱালীবোৰৰ পিতৃ-মাতৃ, অভিভাৱক, শিক্ষক, ৰাজনীতিবিদ আৰু চৰকাৰৰ আন্তৰিকতাপূৰ্ণ সমন্বিত প্ৰচেষ্টা।

## (দুই)

পঢ়ায়, পঢ়ে ৰোৱে পাণ, ই তিনি নিচিন্তে আন'— এই আপ্তবাক্যশাৰী শিক্ষকতাৰ ব্ৰতত ব্ৰতী হোৱা ব্যক্তিৰ জীৱনত প্ৰতিফলিত হোৱাটো বাঞ্চনীয় ভাবি তেজুত থাকোঁতে মই স্কুলৰ কাম কৰি লগতে আই, এ পৰীক্ষা দিবৰ বাবে অলপ পঢ়া-শুনাও কৰি আছিলোঁ। ইয়াৰ অৱশ্যে অন্য এটা কাৰণো আছিল। অৰুণাচলত আমি গৈ প্ৰথম প্ৰথমে খোলা প্ৰধান স্কুলবোৰ ক্ৰমে প্ৰাইমেৰীৰ পৰা এম্ ই, আকৌ এম্ ইৰ পৰা হাই আৰু হাইয়াৰ চেকেণ্ডাৰী পৰ্যায়লৈ উন্নীত হোৱাৰ লগে লগে নিজৰ চেষ্টাৰে পদ-মৰ্যাদাৰ যোগ্যতা বঢ়াব নোৱাৰিলে এটা সময়ত আমাৰ অৱস্থা যে বৰ দুখ লগা হ'বগৈ সেইকথা গভীৰভাবে উপলব্ধি কৰিয়েই আমি নিজাববীয়াকৈ (প্ৰাইভেট্‌কৈ) কিতাপ-পত্ৰ সংগ্ৰহ কৰি পঢ়া-শুনাৰ কামত লাগি আছিলোঁ। বাটকটীয়া (Pioneer) বুলি প্ৰথম অৱস্থাত আমি যি ৰাজহুৱা সন্মান লাভ কৰিছিলোঁ, ভৱিষ্যতেও সেই উচ্চসন্মান বজাই ৰখা যে যথেষ্ট কঠিন হ'ব সেই বিষয়ে সজাগ হৈ স্কুলবোৰৰ উন্নতিৰ লগে লগে আমি নিজেও আই, এ; বি, এ; এম, এ; বি, টি আদি শিক্ষাগত অৰ্হতা অৰ্জন কৰিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিলোঁ। কিন্তু সেই আপাহতে কৰ্তব্যত অবহেলা কৰিব পৰা নাছিলোঁ। এইদৰে কাম-বন কৰিও পঢ়া-শুনা কৰি থকাৰ পৰা পৰোক্ষভাৱে আৰু এটা উল্লেখনীয় ভাল ফল ধৰা দেখিবলৈ পোৱা গৈছিল; সেইটো হৈছে পূৰ্বে কেতিয়াও শিক্ষাৰ একোকে আভাস নোপোৱা সেই সমাজখনৰ প্ৰথমে শিক্ষাৰ পোহৰ বিচাৰি ওলাই অহা-ল'ৰা-ছোৱালীমখাই আমাক দেখি নিজেও পঢ়া-শুনাত বৰ মন দিছিল। স্কুলৰ পঢ়া-শুনা, খেলা-ধূলা, খেতি-বাতি, নাচ-গান আদি নানা কামত ব্যস্ত থাকিও তেওঁলোকে বিদ্যাৰ্জনৰ ক্ষেত্ৰত বৰ সুন্দৰ সফলতা প্ৰদৰ্শন কৰিব পাৰিছিল আৰু সেই ফলশ্ৰুতিতে আমি শিক্ষক-শিক্ষয়িত্ৰীসকলো উৎসাহিত হৈছিলোঁ। এনেধৰণৰ প্ৰচেষ্টাবোৰে পৰস্পৰে-পৰস্পৰক অধিক অনুপ্ৰাণিত কৰিছিল। শিক্ষাৰ এইটো এটা লেখত ল'বলগীয়া বিশেষ প্ৰভাৱ বুলি মই জীৱন-অভিজ্ঞতাৰে বিশ্বাস কৰোঁ।

তেজু স্কুলৰ ছাত্ৰ আৰু ছাত্ৰী নিবাসত প্ৰায় দুকুৰি ল'ৰা-ছোৱালী আছিল। তেওঁলোকৰ খোৱা আহাৰৰ সামগ্ৰী চৰকাৰৰ পক্ষৰ পৰাই যোগান ধৰিছিল। কিন্তু ৰন্ধা-বঢ়া কৰিবৰ বাবে বেলেগ সহায়কাৰী নাছিল। মোৰ পৰিবাৰ বুলুৱে নিজেই কেতিয়াবা কেতিয়াবা ছাত্ৰ-ছাত্ৰীবোৰৰ ৰন্ধা-বঢ়া কামত সহায় কৰি দিছিল। তৰি-তৰকাৰি কেনেকৈ পকাব লাগে, বাচন-বৰ্তন ধুই-পখালি কিদৰে পৰিষ্কাৰ-পৰিচ্ছন্ন কৰি সজাই ৰাখিব লাগে, ইত্যাদি কামবোৰ নিজহাতে কৰি দেখুৱাই দিছিল। তাতোকৈ ভালকথা আছিল তেওঁ আদি, মিছিমি, নেপালী, বেঙ্গলী, অসমীয়া সকলো ল'ৰা-ছোৱালীকে পুত্ৰ-স্নেহেৰে সমান চকুৰে চাইছিল আৰু সকলোৰে মাজত আত্মীয়তাৰ ভাৱ জগাই তুলিবলৈ

আন্তৰিকতাৰে যত্ন কৰিছিল। তেওঁৰ কাম দেখি মুগ্ধ হৈ তাত থকা এছিছটেণ্ট ডাইৰেক্টৰ অব এডুকেছন্, মিঃ পি, কে, গুপ্তই তেজু স্কুলত হোষ্টেল ছুপাৰিনটেণ্ডেণ্টৰ পদ এটা সৃষ্টি কৰি হ'লেও বুলুক সেই পদটোত মকৰল কৰিব লাগে বুলি ওপৰলৈ লিখিছিল। কিন্তু কিবা হেতুকে সেই সময়ত সেইটো হৈ নুঠিল। পিছত অৱশ্যে লিয়ানযামী লুচাই নামে এগৰাকী শিক্ষয়িত্ৰী তেজু স্কুলত হোষ্টেল ছুপাৰিনটেণ্ডেণ্ট্ হিচাপে দিছিল। বুলুৱে কিন্তু কোনো চৰকাৰী কাম পোৱাৰ আশাতহে যে ল'ৰা-ছোৱালীইঁতক তেনেকৈ মৰম-চেনেহ কৰিছিল, সেইটো নহয়। তেওঁহে নালাগে মইও এই বিষয়ে একো ভবা নাছিলো। পিছত গুপ্ত চাহাবে তেওঁ নিজৰ ফালৰ পৰাই বুলুক অনুমোদন কৰি লিখা চিঠিখন মোক দেখুওৱাতহে আমি দুয়ো এই বিষয়ে গম পাইছিলো।

তেতিয়াৰ দিনত অৰুণাচলৰ স্কুলবোৰৰ কাৰণে এটা নতুন ভাল নিয়ম প্ৰৱৰ্তন কৰা হৈছিল। সেই নিয়মানুযায়ী সদৰ ঠাইৰ একোখন স্কুলে-ভিতৰুৱা গাঁও একোখনত গৈ বছৰত অন্ততঃ এবাৰকৈ সমাজ সেৱাৰ আঁচনি লৈ স্থানীয় বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী আৰু গাঁওখনৰ অধিবাসীসকলৰ সৈতে লগলাগি গাঁওবাসীৰ উপকাৰ হোৱাকৈ কিছু গঠনমূলক কাম কৰিবগৈ লাগে। এই আঁচনি অনুযায়ী আমাৰ তেজু স্কুলে প্ৰথম সমাজসেৱা আগবঢ়াবলৈ সুযোগ পাইছিল ডাম্বুক নামৰ গাঁওখনত। ডাম্বুকলৈ তেজুৰ পৰা খোজকাঢ়ি চাৰিদিনৰ বাট। তেজুৰ পৰা প্ৰথমে শদিয়ালৈ উলটি আহি তাৰ পৰা নিজামঘাটলৈ গৈ নাৱেৰে নাইবা ভূৰেৰে দিবাং নদী পাৰ হৈ ডাম্বুকলৈ যাব লাগে। বৰভূইকঁপৰ আগতে এই পথছোৱাৰ সৰহভাগেই গাড়ীৰে যাবপৰা অৱস্থা আছিল। কিন্তু ভূইকঁপত বাট-পথ ছিন্নভিন্ন হৈ পৰাত কুণ্ডিলনগৰৰ ফালেদি গৈ ৰয়িঙেদি খোজকাঢ়িয়েই গৈছিলো। আমাৰ দলটোত ল'ৰা-ছোৱালীবোৰৰ লগতে প্ৰভাত শইকীয়া, ৰাজেন দলৈ, সদানন্দ কাকতি, বিপিন ৰয়, লিয়ানযামী লুচাই আৰু মই, এইকেইজন আছিলো। বিদ্যালয় পৰিদৰ্শক বিপিন ফুকন ডাঙৰীয়াও পিছত আমাৰ লগ হৈছিলগৈ।

ডাম্বুক আদিসকলৰ এখন বিশাল গাঁও। দহ খণ্ডত বিভক্ত এই বিৰাট গাওঁখন দহজন গাঁওবুঢ়াৰ তত্ত্বাবধানত পৰিচালিত হয়। আধিবাসীও সেই অনুপাতে অসংখ্য। তাতো এখন এম, ই স্কুল আছিল। হেড্মাষ্টৰ আছিল লীলা শইকীয়া। আমাৰ সকলোৰে থকা-খোৱাৰ ব্যৱস্থা স্কুলৰ চাংঘৰতে হৈছিল। পাহাৰী মানুহৰ ঘৰবোৰ শতকৰা নিৰান্নৱৈ ভাগেই চাংঘৰ। চালবোৰ জেংগু পাতেৰে চোৱা। চাং-ঘৰটোৰ ভিতৰতে থকা-খোৱা, বহা, আলহী-অতিথি সোধ-পোছ কৰা আনকি শৌচাচাৰ কৰা আদি সকলো কাম হয়। শৌচাগাৰ হিচাপে চাংঘৰটোৰ একাষে এডোখৰ আছুতীয়া ঠাই ব্যৱহাৰ কৰা হয়। তাৰ ঠিক তলতে গাহৰি ৰাখিব পৰাকৈ চাৰিওফালে বেৰা দিয়ে।। মল-মূত্ৰ ত্যাগ কৰাৰ লগে লগে তলত থকা গাহৰিবোৰে সেইবোৰ খাই চাফা কৰি পেলায়। তথাপিও গ্ৰহণী আদি

সোঁচৰা ৰোগ বিয়পি পৰাৰ আশংকা থাকি যায়।

এবাৰ এই বিৰাট গাঁওখনে এটা ভয়ানক বিপদৰ সন্মুখীন হৈছিল। এটা প্ৰকাণ্ড বনৰীয়া হাতীয়ে গাঁৱৰ খেতি-বাতি নষ্ট কৰা দেখা পাই কেউখণ্ড গাঁৱৰ মানুহ লগ লাগি চাৰিওফালে বেৰি ধৰি বিহকাঁড় মাৰি হাতীটো মাৰি পেলালে। তাৰ পিছত সকলোৱে মিলি টুকুৰা-টুকুৰকৈ কাটি ভাগ কৰি নি হাতীৰ মাংস খোৱাৰ ফলতে গাঁৱত মহামাৰীৰ ৰূপত গ্ৰহণীৰোগে দেখা দিলে। শৰ হিচাবত মানুহ মৰিবলৈ ধৰিলে। যুদ্ধকালীন তৎপৰতাৰে ডাক্তৰ, ঔষধ আদি পঠাই যেনিবা স্থানীয় প্ৰশাসন ৰোগ নিয়ন্ত্ৰণ কৰাত সফল হ'ল। সমগ্ৰ গাঁওখন এটা নিশ্চিত মহা-বিপদৰ পৰা ৰক্ষা পৰিল।

ডাম্বুক আৰু তেজু দুয়োখন স্কুলৰ ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী আৰু গাঁওবাসী সকলে মিলি গাঁৱৰ মাজৰ বাট-পথবোৰ মুকলি কৰি উলিয়াই প্ৰতিঘৰ মানুহৰ চাংতলবোৰ আৰু চাৰিওকাষৰ জাবৰ-জোঁথৰ গুচাই সাৰি-পুছি, জ্বলাই-পুৰি চাফ্‌চিকুণ কৰি উলিওৱা হ'ল। সৰু সৰু ল'ৰা-ছোৱালীবোৰক গা-পা ধুৱাই, খহ-কাৰুবোৰ চাফ কৰি আমাৰ লগত নিয়া ঔষধ (মলম) লগাই দিয়া হয়। মল-মূত্ৰ ত্যাগ কৰাৰ পিছত পানীৰ ব্যৱহাৰ কৰিবলৈ শিকোৱা হয়। দিনৰ দুইবেলা এনেবোৰ কাম কৰি ভালকৈ গা- পা ধুই সন্ধিয়া হ'লে গাঁৱৰ ডেকা-গাভৰুসকলৰ লগত পনুওত (নাচ-গান) যোগ দিয়া হয়। এই অনুক্ৰমে আমি তাত সকলোৱে লগ লাগি কাম-বন কৰি আনন্দমনেৰে কটালোঁ। চাৰি- পাঁচদিন এইদৰে অতিবাহিত হোৱাৰ পিছত সকলোৱে মিলিজুলি ভোজ-ভাত খাই অৱশেষত গাঁওবাসীৰ পৰা বিদায় লৈ আমি তেজুলৈ বুলি ৰাওনা হ'লোঁ। এটা সুন্দৰ অভিজ্ঞতা চিৰজীৱনলৈ মনত ৰৈ গ'ল।

আমাৰ অসমতো যদি এইদৰে নিৰ্দিষ্ট আঁচনি তৈয়াৰ কৰি স্কুলৰ ছাত্ৰ-ছাত্ৰীসকলক সমাজসেৱাৰ কামত আত্মনিয়োগ কৰিবলৈ উদগনি দিয়া হয়, দীঘলীয়া বন্ধৰ দিনবোৰত একো একোখন গাঁৱৰ বাট-পথ, নলা-নৰ্দমাবোৰ পৰিষ্কাৰ কৰি মিলি-জুলি গঠনমূলক কামত অংশ গ্ৰহণ কৰিবলৈ সুবিধা দিয়া হয় তেন্তে মোৰ বিশ্বাস আমাৰ গাঁৱৰ সমাজবোৰো এনেবোৰ কামৰ পৰা উপকৃত হ'ব। তদুপৰি ল'ৰা-ছোৱালীবোৰৰ সুশৃংখলিত জীৱন গঢ়াতো এনেবোৰ অভিজ্ঞতা নিশ্চয় সহায়ক হ'ব। অন্তৰত দেশ-প্ৰেমৰ অঙ্কুৰ উদ্‌গমন হ'ব।

'সাপ্তাহিক জনমভূমি'খন প্ৰকাশৰ আৰম্ভণিৰ কালছোৱাৰ এটা কথা মনলৈ আহিছে। কাকতখন চৰকাৰৰ ফালৰ পৰাই আমাৰ স্কুললৈ যোগান ধৰিছিল। আমাৰ ল'ৰা-ছোৱালীবোৰে তেতিয়ালৈ বেছ ভালকৈ অসমীয়া ক'ব আৰু লিখিব পৰা হৈছিল। জনমভূমিত 'মইনাৰ মেল' নে 'অকণিৰ চ'ৰা' এনে কিবা এটা শিতান আছিল। আমাৰ অতি মৰমৰ আৰতি মিলাঙে (পিছলৈ অৰুণাচলৰ কমিছনাৰ মাটিন টাঙুৰ পত্নী) জনমভূমিৰ সেই শিতানত মাজে মাজে লিখা-মেলা কৰিছিল। দুৰ্ভাগ্যবশতঃ সেই সময়ৰ

পৰা অসম আৰু অৰুণাচলৰ ভিতৰুৱা সম্পৰ্কত কেন্দ্ৰীয় চৰকাৰৰ ভেদ-নীতি মূৰ দাঙি উঠিছিল। আৰতিইঁতে সাপ্তাহিক জনমভূমিলৈ প্ৰবন্ধ-পাতি পঠোৱাটো তাৰ পলিটিকেল অফিচাৰে পছন্দ নকৰিছিল। ফলস্বৰূপে ল'ৰা-ছোৱালীবোৰৰ মুক্ত ভাষা-চৰ্চাৰ ক্ষেত্ৰত এক প্ৰকাৰ বাধাৰ সৃষ্টি হৈছিল। আৰতিয়ে কাগজলৈ লেখা পঠাবলৈ এৰি দিছিল। এনেতে এটা ঘৰুৱা প্ৰয়োজনত মই যোৰহাটলৈ গৈছিলোঁ। যোৰহাটত থকা কেইদিনতে এদিন তেতিয়াৰ জনমভূমিৰ সম্পাদকগৰাকীৰ লগত আমাৰ দেখা হয়। মোৰ লগত আমাৰ ভাই নাট্যকাৰ মহেন্দ্ৰ নাথ বৰঠাকুৰো আছিল। কথাই কথাই সম্পাদকগৰাকীয়ে 'আৰতিয়ে আজিকালি লেখা-মেলা একো নপঠোৱা হ'ল কিয়' বুলি সোধাত গোটেই পৰিস্থিতিটো মই তেখেতক বুজাই ক'লোঁ আৰু ইতিমধ্যে লিখি থোৱা এটা প্ৰবন্ধ অলপতে তেখেতে পাব বুলিও ক'লোঁ। মই অৱশ্যে কাগজত প্ৰকাশ হওক বুলি ভাবি তেখেতক এই কথাখিনি কোৱা নাছিলোঁ। কিন্তু সম্পাদকগৰাকীয়ে আমি উলটি গৈ তেজু নৌপাওঁতেই কাগজত প্ৰকাশ কৰিয়েই দিলে। তেখেতে অৱশ্যে ক'তো মোৰ নাম উল্লেখ কৰা নাছিল।

তেজুৰ পলিটিকেল অফিচাৰ আৰু উচ্চ-পদস্থ বিষয়াবৰ্গৰ মাজত জনমভূমিৰ বাতৰিটোৱে প্ৰবল প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। তেওঁলোকে ভাবিলে যে কেইদিনমান আগতে বিপিন ৰয় ছুটীত যাওঁতে তেৱেঁই খবৰবোৰ জনমভূমিক দিলে। পলিটিকেল অফিচাৰে নিজেই আহি মিঃ পি, কে, গুপ্তৰ চৰকাৰী বাসভৱনত এক গোপন বৈঠকত মিলিত হ'ল। লগতে লৈ গৈছিল তেতিয়াৰ বেচ্ ছুপাৰিনটেণ্ডেন্ট (পিছত সচিব) দ্বিজেন বৰুৱাক। বিপিন ৰয় যিহেতু মোৰ স্কুলৰ সহকাৰী শিক্ষক আছিল সেইবাবে ক্ষন্তেক পিছতে মোকো সেই বৈঠকলৈ মতা হ'ল। বিপিন ৰয় অতি নিমাখিত শান্ত-শিষ্ট ব্যক্তি। তেখেতে সৰু-বৰ সকলো পাহাৰী ল'ৰা-ছোৱালীক নিজ সন্তানৰ দৰেই ব্যৱহাৰ কৰিছিল। মই গৈ যেতিয়া বিপিন ৰয়ৰ ওপৰত শাস্তিমূলক ব্যৱস্থা লোৱাৰ কথা শুনিলোঁ,তৎক্ষণাৎ মই হস্তক্ষেপ কৰি গোটেই পৰিস্থিতিটোৰ বাবে মইহে দায়ী, বিপিন ৰয় নহয় বুলি তেওঁলোকক কৈ দিলোঁ। বৈঠক শেষ কৰি তেওঁলোক ঘৰা-ঘৰি গ'ল। তিনিদিনমানৰ পিছত ছিলঙৰ পৰা টেলিগ্ৰাম যোগে মোক মাৰ্ঘেৰিটালৈ বদলি কৰাৰ নিৰ্দেশ আহিল।

তেজুৰ পৰা আমাৰ বিদায় দৃশ্য অতি কৰুণ আছিল। গোটেই স্কুলৰ ল'ৰা-ছোৱালী শিক্ষক-শিক্ষয়িত্ৰী সকলোৱে চকুপানী টুকি টুকি আমাৰ লগে লগে ১৪ কি.মি. দূৰৈৰ পাঁৱানদীলৈকে আমাক আগবঢ়াই থৈ উলটি গৈছিল। আমাৰ অন্তৰ ভাগি যোৱা যেন লাগিছিল। কেৱল সিমানেই নহয়। আমাক একেবাৰে মাৰ্ঘেৰিটাৰ নিউক'লনিত থান-থিত লগাই থৈ যাবলৈ বুলি আমাৰ লগতে অকেন লেগ, ইদিন লিংগি, ব্ৰম্‌টিমছু টায়েং নামে তিনিজন ছাত্ৰ আৰু লাল বাহাদুৰ নামৰ চকীদাৰজন মাৰ্ঘেৰিটা পাইছিলহি। সেইদৰে

মৰমৰ ডোল ছিঙি তেজু এৰি থৈ অহা দুকুৰিৰো অধিক বছৰ হৈ গ'ল। তথাপিও মনৰ সঁফুৰাত সেই কৰুণ স্মৃতি এতিয়াও তেনেই জীৱন্ত ৰূপতে আছে। তাৰ পিছত আৰু আমাৰ তেজুলৈ যোৱা হোৱা নাই।

মোক মাৰ্ঘেৰিটাৰ নিউক'লনিৰ শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰৰ অধীনৰ এম,ই, স্কুলখনত সহকাৰী শিক্ষকৰ পদত যোগ দিবলৈ নিৰ্দেশ দিয়াটো শাস্তিমূলক ব্যৱস্থাই আছিল। ইফালে এই সময়ছোৱাতে আমাৰ পৰমাৰাধ্য পিতৃদেৱতাও পৰলোকগামী হোৱাত মোৰ দেহ-মন একেবাৰে ভাগি পৰিছিল। আনহাতে মেলেৰিয়াৰ পীড়নত শৰীৰৰ ওজন আশী পাউণ্ডতকৈও কমি গৈছিল। জ্বৰটো আগৰদৰে কঁপি কঁপি মাজে মাজে উঠাৰ পৰিবৰ্তে গধূলি গধূলি সদায় উঠিবলৈ ধৰিছিল। ৰাতিপুৱালৈ ঘামিবলৈ ধৰোঁ। জ্বৰো বৰ বেছি নহয়; ৯৯/১০০ ডিগ্ৰীৰ ভিতৰতে থাকে। এনে হোৱা দেখি তাত মোক চিকিৎসা দি থকা ডাঃ কমৰুল হুচেইন হাজৰিকাক মই এদিন বৰ দুখ মনেৰে ক'লোঁ, 'মোক এবাৰ ভালকৈ চাই দিয়কচোন। মোৰ টি, বি হৈছে বুলিহে মোৰ নিজৰ দেখোন সন্দেহ হৈছে।' মোৰ কথা শুনি তেখেতে মোক তন্ন তন্নকৈ পৰীক্ষা কৰি ক'লে, 'মিঃ বৰঠাকুৰ, আপুনি নিচিন্তে থাকক; আপোনাৰ টি, বি হোৱা নাই। মই ঔষধ আৰু ইন্‌জেকশ্যন দিওঁ, আপুনি ভাল হৈ যাব। চাওক, আপুনি এজন শিক্ষক। প্ৰতিদিন বিভিন্ন শ্ৰেণীত আপুনি কিমানবোৰ ল'ৰা-ছোৱালীৰ লগত হলি গলি কৰিব লাগে। সেই গতিকে আপোনাৰ ক্ষেত্ৰত আমাৰো এটা দায়িত্ব আছে।' এই বুলি বুজাই তেখেতে মোক সম্পূৰ্ণ এমাহ একেৰাহে ঔষধ সেৱন কৰোৱাই লগতে বেজীও দি মোক লাহে লাহে আৰোগ্যৰ পথলৈ আনিলে। কিন্তু ভূতৰ ওপৰতে দানহ ওলোৱাদি তেতিয়াৰ পৰা মোৰ পেটৰ অসুখ হ'বলৈ ধৰিলে। খাবলৈ-বৰলৈ মন নাযায়, পেটটো ওফন্দি থকাৰ দৰে লাগে। মাজে মাজে বৰকৈ পেট চলে। এনেবোৰ অশান্তিৰ মাজতো অৱশ্যে চাকৰিৰ কাম নিয়মিত ভাবেই কৰি আছিলোঁ।

অৰুণাচলৰ শিক্ষা বিভাগৰ সঞ্চালিকা মাদাম ইন্দিৰা মিৰিৰ উপৰিও তেতিয়া তাৰ শিক্ষক প্ৰশিক্ষণ প্ৰতিষ্ঠানৰ লগত জড়িত হৈ থকাল বিষয়াবৰ্গ আছিল মুক্তিনাথ বৰদলৈ, ৰাম প্ৰসাদ খাউণ্ড, যোগেন শইকীয়া (পিছত গুৱাহাটী বিশ্ববিদ্যালয়লৈ গ'ল), কৃষ্ণ প্ৰসাদ হাজৰিকা,কল্যাণী বৰুৱা আদি আৰু শিক্ষক প্ৰশিক্ষণৰ বাবে থকা আদৰ্শ এম, ই স্কুলৰ হেড্‌মাষ্টৰ বাছালাল বৰুৱা (পিছত প্ৰিন্সিপাল)ৰ লগতে স্কুলখনত আছিল কুমুদ শৰ্মা, টংকেশ্বৰ খাউণ্ড, যোগেশ্বৰ গঁগৈ আদি। মইও তাতে গৈ যোগ দিলোঁ। শদিয়াত প্ৰথমে মোৰ দ্বাৰা আৰম্ভ কৰোৱা অনাথালয়টো (পিছৰ নাম 'কীৰ্তিঘৰ')ৰ তত্ত্বাৱধান ল'বলৈ কুমুদ শৰ্মা আছিল। হিন্দী শিক্ষাৰ বাবে এ. পি. শ্ৰীবাস্তৱ (পিছত ডি,পি, আই) আছিল।

বৰভূঁইকঁপৰ পূৰ্বে শিক্ষা সঞ্চালকালয় আৰু প্ৰশিক্ষণ প্ৰতিষ্ঠানটো শদিয়াত থাকোঁতে

মাদাম মিৰিৰ লগত প্ৰথমে বীৰেণ চাংকাকতি (গোপীনাথ বৰদলৈৰ জোঁৱায়েক) আৰু বিমান চন্দ্ৰ বৰা (পিছলৈ ই, এ, চি হৈ অসমলৈ গ'ল) আছিল। কল্যাণী বৰুৱা আৰু এম্ চাইমন আৰম্ভণিৰে পৰা আছিল। অফিচটোত দুৰ্লভ শেণচোৱা আৰু দীন বৰা আছিল। চাংকাকতি আৰু বিমান বৰা ওলাই যোৱাৰ পিছতহে মুক্তিনাথ বৰদলৈ আৰু ৰাম প্ৰসাদ খাউণ্ডে যোগ দিলে। এই সকলোবোৰকে ভূমিকম্পৰ পিছত ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াৰ বাবে মাৰ্ঘেৰিটালৈ তুনি নি 'নিউ ক'লনি' নাম দি তাত পাতিলেগৈ। নিউ ক'লনি ঠাইখন টিলাপৰ পাহাৰৰ নামনিত অৱস্থিত। ওখ-চাপৰ মনোৰম ঠাই। বিশ্বযুদ্ধৰ সময়ত সেই ঠাইৰ ওচৰে-পাজৰে মিত্ৰশক্তিৰ সৈন্যই শিবিৰ পাতি বহিছিল। শদিয়াত থাকোঁতেও সকলো প্ৰশিক্ষাৰ্থীয়েই খেতি-বাতি আৰু হাতৰ কামত বাধ্যতামূলকভাৱে যোগ দিব লাগিছিল যদিও মাৰ্ঘেৰিটাৰ নিউক'লনিত তাতকৈ উন্নত ধৰণে কাম হৈছিল। ইয়াত সকলো প্ৰশিক্ষাৰ্থী, প্ৰশিক্ষকসকল, বিষয়াবৰ্গ, আদৰ্শ স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰীসকল আৰু কীৰ্তিঘৰৰ সকলো অনাথ শিশুৱেই ব্ৰহ্মমুহূৰ্ততে (৪বাজি ৩০ মি. ত) উঠি একেলগ হৈ কৰা সমূহীয়া প্ৰাৰ্থনাৰে দিনটোৰ কাম আৰম্ভ হৈছিল। প্ৰাৰ্থনা সমাপ্ত কৰি সকলোৱে, চাৰিওফালে কাইটীয়া তাঁৰেৰে বেৰা খলপা-খলপ বিশাল খণ্ডত কোৰ-কটাৰী লৈ কামত ব্যস্ত হৈ পৰিছিল। ডেৰ-দুঘণ্টা এইদৰে বাগিচাত কাম কৰি তাৰ পিছত গা-পা ধুই পঢ়া-শুনা কৰি সকলোৱেই নিজৰ নিজৰ কৰ্মস্থানলৈ ওলাই গৈছিল। প্ৰিয় শইকীয়া আছিল খেতি-বাতিৰ দায়িত্বত, কিন্তু সকলো সময়তে মাদাম মিৰিয়ে নিজে উপস্থিত থাকি সকলোকে অনুপ্ৰাণিত কৰিছিল। খেতিত উৎপাদিত বস্তুবোৰ যৎসামান্য মূল্যত নিউ ক'লনিৰ সকলো বাসিন্দাৰ মাজত বিতৰণ কৰা হৈছিল। যাক যি লাগে সেই মতে সকলোৱে ভাগত পৰিছিল। এই প্ৰথা বছৰৰ পিছত বছৰকৈ চলি আহিছিল। ইয়াত প্ৰশিক্ষণ লৈ ওলাই যোৱা শিক্ষকসকলে পাহাৰী গাঁওবোৰত থকা নিজৰ নিজৰ স্কুলবিলাকতো গৈ একে প্ৰথাৰে কাম কৰাইছিল। আনকি অৰুণাচলৰ প্ৰথমখন হাইস্কুল পাছিঘাটতো এই একে পদ্ধতিৰে কাম কৰা হৈছিল। তাত খেতি-বাতিৰ কাম পৰিদৰ্শন কৰিবলৈ এগ্ৰিকালচাৰ ইন্সপেক্টৰ জে, চাইমন আছিল।

এইদৰে গাঁৱলীয়া জীৱন আৰু পৰিবেশৰ লগত খাপখোৱাকৈ শাৰীৰিক পৰিশ্ৰমক শিক্ষাৰ এটা জৰুৰী ব্যৱস্থা হিচাপে গ্ৰহণ কৰি পঢ়া-শুনা কৰা ল'ৰা-ছোৱালীবোৰে মেট্ৰিক পৰীক্ষাতো চমক লগা ফলা ফল দেখুৱাবলৈ সমৰ্থ হৈছিল। অৰুণাচলৰ চীফ্ ছেক্ৰেটাৰী, কমিছনাৰ, বিভিন্ন বিভাগৰ সৰহখিনি সচিব, ছুপাৰিনটেণ্ডিং ইঞ্জিনীয়াৰ, বিশ্ববিদ্যালয়ৰ ৰেজিষ্টাৰ, ডাক্তৰ, শিক্ষাসঞ্চালক, বিমান চালক, শ্ৰেষ্ঠ ফুটবলাৰ, আনকি কেন্দ্ৰীয় মন্ত্ৰী, উপমন্ত্ৰী, ৰাজ্যিক মন্ত্ৰী, মুখ্যমন্ত্ৰী আদি প্ৰায় সকলোৱেই এই শিক্ষা পদ্ধতিৰ মাজেদিয়েই ওলাই গৈ সমাজৰ শীৰ্ষস্থানবোৰত উঠিছিলগৈ। তেওঁলোকৰ এজনো কিন্তু শ্ৰমবিমুখ

নহয়; পৰিশ্ৰম কৰিবলৈ তেওঁলোকে অলপো সংকোচ বোধ নকৰে। যি বিলাকে উচ্চ শিক্ষা ল'বলৈ সমৰ্থ নহ'ল সিবিলাকেও আনকি জীৱনত হতাশ হ'বলগীয়া হোৱা নাই। কাৰণ, তেওঁলোকে নানা খেতি-বাতি, ব্যৱসায়-বাণিজ্য, দোকান-পোহাৰ খুলি নিজক নিজে প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হৈছে। পিছৰকালত অৱশ্যে বেলেগ ধৰণৰ পৰিবৰ্তন হৈছে। কিন্তু, আৰম্ভণি কালছোৱাৰ শিক্ষাই তেওঁলোকক কেনেকৈ সকলোক্ষেত্ৰতে সুনিপুণ ব্যক্তিত্বৰ অধিকাৰী কৰি গঢ়ি তুলিলে, সেইটো লক্ষ্য কৰিলে মন সন্তুষ্টিৰে ভৰি পৰে।

মই ভাবোঁ, আমাৰ শিক্ষাপদ্ধতিতো এইদৰে হাতেৰে কৰা কামৰ লগতে মন আৰু বুদ্ধিৰে লোৱা পুথিগত বিদ্যাক সমানে সমানে আগবঢ়াই নিব পাৰিলে সমাজখনত নিকনুৱা সমস্যা বুলি এটা সমস্যাই নাথাকিব। মাটি-সম্পত্তিহীন খেতিয়কৰ ল'ৰা-ছোৱালীয়েও নিজৰ দক্ষতাৰে কৰ্মসংস্থান উলিয়াই ল'ব পাৰিব। আমাৰ শিক্ষা পদ্ধতি ব্যক্তিৰ কেৱল দুৰ্বল মানসিক দিশটোৰ লগত আথাকেঁচেলুৱাকে জড়িত হোৱা বাবেই নিকনুৱা সমস্যাই এইদৰে প্ৰকটৰূপ ধাৰণ কৰিছে। মুঠতে সৰ্বদিশতে উন্নতি কৰিবলৈ হ'লে আমাৰ শিক্ষা পদ্ধতিত আমুল সংস্কাৰ সাধন কৰিবই লাগিব। শিক্ষাক কৰ্মমুখী কৰিবই লাগিব।

## (তিনি)

১৯৫৪ চনৰ ২২ অক্টোবৰ তাৰিখে বিশ্বস্ত নির্দেশ (Confidential order) যোগে মোক তেজুৰ পৰা মার্ঘেৰিটাৰ নিউকল'নিলৈ বদলি কৰা হৈছিল। তাৰ ঠিক দহমাহৰ পিছতে ১৯৫৫ চনৰ২২ আগষ্টত, এইবাৰ জনসেৱাৰ খাতিৰত,পাছিঘাট হাইস্কুললৈ বদলি কৰা হ'ল। এইবাৰৰ বদলিয়ে যেন এচপৰা কলীয়া ডাৱৰহে আমাৰ ভাগ্য আকাশৰ পৰা অনেক দূৰলৈ আঁতৰাই লৈ গ'ল। হিয়া-মনৰ আকাশ ফ ৰকাল হ'ল।

পাছিঘাট অৰুণাচলৰ এখন অতি পুৰণি প্রসিদ্ধ ঠাই। বৃটিছৰ শাসনকালত শদিয়াৰ পিছতে পাছিঘাটৰ এক গুৰুত্বপূর্ণ স্থান আছিল। এজন বৃটিছ এছিছ্টেণ্ট পলিটিকেল অফিচাৰে এইখণ্ড ভূমি শাসন কৰিছিল। আমি প্রথমবাৰ অৰুণাচললৈ যাওঁতে পি, এল, এছ জেম্‌ছ (পিছত ডুমডুমাৰ চাহ কোম্পানীৰ জেনেৰেল মেনেজাৰ) আছিল তাৰ এ,পি,অ' আৰু নাজিৰাৰ গংগাধৰ ৰায় বৰুৱা আছিল এছিছ্টেণ্ট টু দা পলিটিকেল অফিচাৰ। নদীৰ পাৰতে তেওঁলোকৰ বঙলা। পাছিঘাটৰ পুৰণা ডাকঘৰটোও সেইখিনিতে আছিল। দিহাং নদীৰ নিচেই পাৰতে অৱস্থিত অতি মনোমোহা ঠাই পাছিঘাট। কিন্তু ১৯৫০ ৰ বৰ ভূঁইকঁপ আৰু বানে ঠাইখনৰ সৌন্দর্য তেনেই নষ্ট কৰি পেলালে। আশে-পাশে থকা পাহাৰবোৰ খহি, দিহাং নদীৰ ঢলৰ ফলত ঠাইবোৰ একেবাৰে খহুলা-খহুল হৈ গ'ল।

পাছিঘাটলৈ কৰা যাত্রাটো এতিয়াও মোৰ মানসপটত জলজল পট্‌পট্‌কৈ জিলিকি আছে। সেইদিনাই মাদাম মিৰিও বিদ্যালয় পৰিদর্শনৰ কাৰণে পাছিঘাটলৈ গৈছিল। ভূমিকম্পৰ পিছত স্থলপথেদি যাতায়াত বন্ধ হৈ যোৱাৰ বাবে আমি মোহনবাৰীতে প্লেনত উঠি মাত্র বিছ মিনিটতে পাছিঘাটত নামিলোগৈ। বিমানপথাৰত হাইস্কুলৰ হেডমাষ্টৰ জগদীশ্বৰ চলিহা প্রমুখ্যে সকলোবোৰ শিক্ষকে মাদাম মিৰিক আদৰণি জনাবলৈ অপেক্ষা কৰি আছিল। তাতেই সকলোৰে লগত আমাৰো চিনা-পৰিচয় হ'ল। মোৰ পুৰণা বন্ধু, ল'ৰাকালৰ সহপাঠী আৰু একেলগে প্রশিক্ষণ লোৱা জাঁজীৰ কালী প্রসাদ খাউণ্ডকো তাতেই পালোঁ। তেওঁৰ বাদেও আন কেইবাজনো চিনাকি মানুহ লগ পাই স্বাভাৱিকতেই ঠাইখন মোৰ বৰ আপোন আপোন লাগিল। কেউকাষৰ পাহাৰবোৰ ভূমিকম্পত ভাগি-ছিগি গ'লেও প্রাকৃতিক সৌন্দর্যই ঠাইখনক তেতিয়াও মনোমুগ্ধকৰ কৰি সজাই থৈছিল। পূবফালে দিহাং নদীখনে শিলনিৰ বুকু জুৰাই আপোনমনে অবিৰাম গতিৰে বৈ আছিল। ইতিপূর্বে ১৯৪৭ চনত এবাৰ চাকৰিৰ সন্ধানত আৰু ১৯৪৮ চনত চাকৰিত যোগদান কৰাৰ পিছত শদিয়াৰ পৰা আমোদ ভ্রমণত এবাৰ পাছিঘাটলৈ গৈছিলোঁ। তেতিয়া ঠাইখনৰ পুৰণি সৌন্দর্য অটুট আছিল।

স্বাধীনতাৰ পূৰ্বে পাছিঘাটত ৰাইজৰ সমূহীয়া প্ৰচেষ্টাৰে প্ৰতিষ্ঠিত মাত্ৰ এখন এম.ভি স্কুল আছিল, যিখনত সৰু কালতে অৰুণাচলৰ প্ৰথমজন পূৰ্ণ পৰ্যায়ৰ কেন্দ্ৰীয় মন্ত্ৰী দাইং ইৰিঙে অসমীয়া মাধ্যমতে শিক্ষা লাভ কৰিছিল। স্বাধীনতাৰ পিছত চৰকাৰে এখন এম.ই. স্কুল খুলি শীঘ্ৰে সেইখনক হাইস্কুললৈ উন্নীত কৰিলে। এইখনেই অৰুণাচল প্ৰদেশৰ প্ৰথমখন হাইস্কুল, য'লৈ মোক বদলি কৰা হৈছিল। দাইং ইৰিঙে কিন্তু হাইস্কুলীয়া শিক্ষা শদিয়া হাইস্কুলতে গ্ৰহণ কৰিছিল, যিখন অসম চৰকাৰৰ অধীনস্থ আছিল।

পাছিঘাটলৈ যাওঁতে প্ৰথমে মই অকলশৰে গৈছিলোঁ। চৰকাৰী ঘৰ নাপালে (ভাৰা ঘৰৰ ব্যৱস্থা ক'তো নাছিল) থকা-মেলাৰ সুবিধা নোপোৱাৰ ভয়ত পৰিয়ালটো চাংলাঙতে এৰি থৈ গৈছিলোঁ। কিছুদিন ইজন-সিজনৰ লগত থাকি চৰকাৰী আবাসগৃহ ক'ৰবাত কেনেবাকৈ খালি হয় নেকি বুলি আলেখ-লেখ চাই থাকোঁতেই হাইস্কুলখনৰ নিচেই ওচৰতে টাইপ্ থ্ৰী কোৱাটাৰ এটাত থকা চাকৰিয়ালজন বদলি হোৱাৰ কথা শুনিলোঁ। লৰালৰিকৈ তেতিয়াৰ এ.পি অ' (পিছলৈ এম.পি) দাইং ইৰিং চাহাবৰ লগত চিনাকি কৰি দি অনুৰোধ কৰিবলৈ কালী প্ৰসাদেই মোক লৈ গ'ল। দাইং ইৰিং অতি বহল মনৰ সহানুভূতিশীল ব্যক্তি। দেখিবলৈও অতি শুৱনি পুৰুষ, পকা সুমথিৰাৰ দৰে মুখনৰ ৰং। অনবৰতে হাঁহি-স্ফূৰ্তি কৰি থাকে। ল'ৰা-ছোৱালীৰে সৈতে পৰিয়ালটো লগত লৈ থাকিবলৈ নাপালে এজন চাকৰিয়ালে যে শান্তিৰে নিশ্চিন্তমনে কাম কৰিব নোৱাৰে সেইটো হৃদয়ংগম কৰি তেখেতে ঘৰটো মোৰ নামত বণ্টন কৰোৱাই পিছদিনাই চৰকাৰী নিৰ্দেশসম্বলিত চিঠিখনৰ প্ৰতিলিপি এটা মোলৈ পঠালে। ইফালে প্ৰায় একে সময়তে লক্ষেশ্বৰ শইকীয়া আৰু ধৰ্মেশ্বৰী শইকীয়ানী (দুয়ো শিক্ষক-শিক্ষয়িত্ৰী) তেওঁলোকৰ লগত দুজনী ছোৱালীৰে সৈতে পাছিঘাটৰ প্ৰাইমাৰী স্কুলখনলৈ বদলি হৈ আহিল। তেওঁলোকেও ঘৰ পোৱা নাছিল। তেওঁলোক দুয়ো এ পি অ' (বান) মিঃ জহৰীৰ ওচৰলৈ গৈ আমাক ইৰিং চাহাবে দিয়া ঘৰটোকে তেওঁলোকৰ নিজৰ নামত লিখাই আনিলেগৈ। ইতিমধ্যে পৰিয়ালসহ মই ঘৰটোত থিতাপি ল'লোঁৱেই। দুটা মাত্ৰ কোঠাৰ নিচেই সৰু এটা ঘৰ, দুটা পৰিয়াল! এটা পাকঘৰ, এটা গা-ধোৱা কোঠা, এটা পায়খানা ঘৰ। আমাৰ তিনিটা সন্তান, লগত পঞ্চম শ্ৰেণীত পঢ়া (এতিয়া অৰুণাচলৰ শিক্ষক) মোৰ সৰু ভাইটো। তেওঁলোকৰ স্বামী-স্ত্ৰী আৰু দুটি কন্যা-সন্তান। ইফালে তিনিজনকৈ চাকৰিয়াল আৰু ল'ৰা-ছোৱালীকেইটাই খাই-বৈ স্কুললৈ ওলাই যাব লাগে। কি যে এটা মহা সমস্যাৰ উদ্ভৱ হ'ল নক'লেও অনুভৱ কৰিব পাৰি। দুই ম'হৰ যুঁজ লাগিল, বিৰিণাৰ মৰণ মিলিল। এ পি অ' (বান) জহৰীৰ স্থান তেতিয়া ইৰিং চাহাবতকৈ ওপৰত। স্বাভাৱিকতে চিনিয়ৰজনৰ নিৰ্দেশৰ মূল্য জুনিয়ৰজনতকৈ অধিক। ফলস্বৰূপে ঘৰটো অধিকাৰ কৰি লোৱাৰ পিছতো শাসকৰ সন্মান ৰাখি এৰি দিবলগীয়া হ'ল। অৱশেষত একো উপায় নেদেখি আমি মহেন্দ্ৰ শৰ্মাদাদাৰ ঘৰলৈ গ'লোঁ।তেওঁৰ পৰিয়াল তেতিয়া

তেওঁৰ লগত নাছিল। মহেন্দ্ৰদাদাৰ ঘৰ জাঁজীত। কাম কৰিছিল পাছিঘাটৰ চৰকাৰী ক্ৰাফ্‌ট চেণ্টাৰৰ কাৰ্পেণ্ট্ৰি বিভাগত প্ৰশিক্ষক হিচাপে। বৰ উদাৰ মনৰ মানুহ । ওচৰতে বৈকুণ্ঠ বৰপূজাৰী (পিছলৈ এগ্ৰিকালচাৰ ডাইৰেক্টৰ) আৰু প্ৰভাত শৰ্মা (বৰ্তমান কলিকতানিবাসী) আছিল। দুয়োটা ঘৰৰে চোতাল এখনৰ দৰে। বৰপূজাৰীহঁতে আমাৰ ল'ৰা-ছোৱালীকেইটাক যিদৰে মৰম-চেনেহ কৰিছিল, সিহঁতেও সেইদৰে তেওঁলোকক মামা মামা কৰি শিশু-আমনি দিছিল। ওখ টিলা এটাৰ ওপৰত থকা সেই ঘৰ দুটাৰ বাহিৰে ওচৰত আৰু অন্য ঘৰ নাছিল। দুটামান সাজিবলৈ আৰম্ভ কৰিছিলহে। আমি তাত থাকি ভালেই পাইছিলোঁ যদিও সদায় মহেন্দ্ৰদাদাৰ লগত থকাৰ অসুবিধা আছিল। তেওঁৰ পৰিয়াল তালৈ নিলেই আমি ঘৰ এৰিব লাগিব। সেইদৰে থকাটো আমি নিজে মিলি-জুলি কৰি লোৱা এটা অস্থায়ী ব্যৱস্থাহে, চৰকাৰী ব্যৱস্থা নহয়। কিছুদিন পিছতে ঘৰৰ পৰা চিঠি পোৱাত মহেন্দ্ৰদাদাৰ পৰিয়াল তেওঁৰ লগলৈ নিয়াৰ কথা ওলাল। মই মহা চিন্তাত পৰিলোঁ। যাওঁ ক'লৈ? ভাৰাঘৰৰ প্ৰশ্নই নুঠে কাৰণ তেনে ঘৰ নায়েই । আকৌ কেইদিনমানৰ পিছতে এটা চৰকাৰী ঘৰ খালী হ'ব বুলি শুনিলোঁ। সেইটোত আছিল টংকেশ্বৰ দেউৰী, বেচ্ ছুপাৰিনটেণ্ডেণ্ট। (পিছলৈ অ'মেন' দেউৰীৰ স্বামী আৰু মুখ্যমন্ত্ৰীৰ চেক্ৰেটাৰী)। অ'মেন (পিচলৈ ৰাজ্যসভাৰ সদস্য) তেতিয়া পাছিঘাট হাইস্কুলত আমাৰেই ছাত্ৰী, নৱম শ্ৰেণীত পঢ়িছিল। ঘৰটো খালী হ'ব বুলি শুনি বুলুৰে-মইয়ে এদিন নিজে গৈ ঘৰতে তেওঁক লগ ধৰি শুনা কথাটো সঁচানে উৰা বাতিৰি জানিবলৈ মন কৰিলোঁ। দেউৰী, বুলুৰ ককায়েক দ্বিজেন শৰ্মাৰ (পিছত যোৰহাট কমাৰ্চ কলেজৰ প্ৰিন্সিপাল) সহপাঠী আছিল। কথা-বতৰা পাতি থাকোঁতে তেওঁৰ মুখৰ পৰাই বদলি হোৱাৰ কথাটো শুনি ছেগ বুজি ঘৰটোৰ কথা কোৱাত তেওঁ জহৰীক ক'বলৈ ক'লে।

অযথা পলম নকৰি এদিন আমি সন্ধিয়া সময়ত জহৰীৰ বঙলালৈ গ'লোঁ। ভাগ্যে পত্নীৰে সৈতে একেলগে বহি কথা পাতি থকা অৱস্থাতে জহৰীক ঘৰতে পালোঁগৈ। দেউৰী থকা ঘৰটো আমাৰ নামত দিবলৈ কোৱাত তেওঁ ক'লে, 'সেইটো VIP ৰ Alignement ৰ কাৰণে ৰিজাৰ্ভ কৰা হৈছে। মই আপোনাক নদীৰ পাৰত থকা এঁকৈছ মাইলৰ এটা ঘৰ দিম।' এঁকৈছ মাইল মানে, ভূমিকম্পৰ পূৰ্বে কবোঘাটৰ পৰা পাছিঘাট বজাৰৰ ওচৰলৈকে এঁকৈছ মাইল আছিল বাবে সেই ঠাইডোখৰক তেতিয়াৰ বাছযাত্ৰীবোৰে 'এঁকৈছ মাইল' বুলি কৈছিল। সকলোৰে মুখত সেই নামটোকে ওলাই থকাৰ কাৰণে বজাৰৰ ওচৰৰ নদীৰ পাৰৰ ঠাইখন 'এঁকৈছ মাইল' নামেৰেই জনাজাত হ'ল। তাতে চৰকাৰে এলানি নতুন ঘৰ সজাইছিল। পিছে ভূমিকম্পৰ পৰা চিয়াং (দিহাং) নদীৰ এই পাৰটোত বৰ বেছিকৈ গৰাখহনীয়া হৈ কেইবাটাও ঘৰ ইতিমধ্যে নদীৰ বুকুত জাহ গ'লেই।

জহৰীয়ে পিছদিনা অফিচলৈ গৈ তাৰে এটা ঘৰ মোৰ নামত দি নির্দেশ জাৰি কৰিলে। মোৰ হাতত কাগজখন আহি পৰাৰ লগে লগে বুলুক লগত লৈ মই সেইঘৰটো চাবলৈ গলোঁ। যিটো অৱস্থাত আমি ঘৰটো দেখিলোগৈ সেইটো অৱস্থাত কোনো মানুহ তাত থাকিব নোৱাৰে। আছাম টাইপ ঘৰটোৰ বেৰবোৰৰ তলৰ অংশ একেবাৰেই নাই। গৰুৱে ভাঙি শেষ কৰি থৈছে। ঘৰৰ ভিতৰত গোবৰৰ দ'ম। সেইঘৰটোৰ কাষত আৰু কেইটামান চৰকাৰী ঘৰ আছিল। কেউটাৰে অৱস্থা তথৈবচ।

অৱশ্যে ভালকৈ মেৰামতি কৰাই দিলে মানুহ থাকিব পৰা অৱস্থা হ'ব। চাল খন টিনপাতৰ । বেৰবোৰৰো ওপৰৰ অংশ ঠিকেই আছিল। কিন্তু আমাৰ বাবে আটাইতকৈ বিপদজনক কাৰণটো হ'ল— একেবাৰে নদীখনৰ পাৰতে হোৱাৰ কাৰণে সৰু সৰু ল'ৰা-ছোৱালীকেইটা লৈ জনপ্ৰাণীশূন্য সেই ঠাইখনত আমি কেনেকৈ থাকিম? ই ফালে সিফালে ঘূৰি-পকি চাই নদীখনৰ পৰা কিছু দূৰত পুৰণা দোকান এখনৰ এটা খালী হৈ থকা টিনৰ ঘৰ দেখা পালোঁ। দোকানখন নতুনকৈ পতা বজাৰখনলৈ উঠাই নিলে। ঘৰটো এনেয়ে পৰি আছিল। আমি মনতে ভাবিলোঁ, দোকানৰ মালিকজনে দিয়ে যদি সেই ঘৰটোকে আমি ভাৰালৈ লৈ থাকিব পাৰিম। তথাপি নদীৰ পাৰৰ সেই বিপদজনক ঘৰটোলৈ নাযাওঁ। দোকান ঘৰৰ চাৰিওফালে পাক মাৰি চাই আমি মহেন্দ্ৰদাদাৰ ঘৰলৈ ঘূৰি আহিলোঁ।

পিছদিনা অফিছ ছুটী হোৱাৰ পিছত সন্ধিয়াৰ ফালে আমি আকৌ জহৰীৰ বঙলা পালোগৈ। সেইদিনাও তেওঁৰ পত্নী তেওঁৰ ওচৰতে বহি কথা পাতি আছিল। কাষতে তেওঁলোকৰ সৰু ছোৱালীজনীয়ে পুতলা লৈ খেলি আছিল। মই যেতিয়া অতি নম্ৰতাৰে ঘৰটোৰ অৱস্থা বৰ্ণনা কৰিলোঁ আৰু তেখেতৰ অনুমতি পালে আগতে উল্লেখ কৰি অহা দোকানঘৰটোকে ভাৰা কৰি থাকিম বুলি ক'লোঁ, জহৰীয়ে এসপ্তাহৰ ভিতৰতে নদীৰ পাৰৰ ঘৰটো মেৰামতি কৰোৱাই চাৰিওফালে জেওৰা দিয়াই নিৰাপদ কৰি দিম বুলি ক'লে। তথাপি মই তেখেতক ক'লো যে ঘৰটোৰ পৰা পিছফালে নদীৰ থিয় গৰাটোলৈ মাত্ৰ দহ-বাৰ ফুটমানৰহে ব্যৱধান। বাৰিষা চিয়াং নৈখনে ফেনেফোটোকাৰে বাঢ়ি ৰুদ্ৰমূৰ্তি ধৰি হৰ্‌হৰাই গৰ্‌গৰাই নামি আহে। কণ কণ ল'ৰা-ছোৱালীকেইটাই খেলি থাকোঁতে যদি কেনেবাকৈ নদীৰ পানীত পৰে, সিহঁতক বিচাৰি পোৱাই নাযাব। জহৰীয়ে মোৰ চিন্তাটো তেনেই অমূলক বুলি মোক বুজাবলৈ যত্ন কৰিছিল। উপায় নাপাই মই তেখেতৰ কণমান ছোৱালীজনীলৈ আঙুলিয়াই ক'লোঁ, 'সেই কণমান শিশুটিক যদি তেনে এটা পৰিস্থিতিত ৰাখিবলগীয়া হয় আপোনাসকলে সাহস কৰিবনে?' মিছেছ্ জহৰী সেইসময়ত সন্তান-সম্ভৱা আছিল। আমাৰ কথাৰ মাজতে হস্তক্ষেপ কৰি তেখেতে গিৰিয়েকক সুধিলে, 'হাইস্কুলৰ ওচৰৰ ঘৰটোকে দিয়াতনো কি অসুবিধা আছে?' ঘৈণীয়েকৰ প্ৰশ্নৰ উত্তৰ

দিবলৈ নৌপাওঁতেই মিছেছ্ জহৰীয়ে প্ৰায় জোৰ কৰিয়েই ক'লে, 'সেই ঘৰটোকে দি দিয়া।' জহৰীৰ মন ঘূৰিল। তেওঁ আমাক বিদায় দি ক'লে, 'কাইলৈ অৰ্ডাৰ দিয়া হ'ব।' সেইসময়ত মই মিছেছ্ জহৰীৰ মাতৃস্বৰূপা হৃদয়খনৰ যেন অটল গহুৰলৈকে দেখা পালোঁ— এনে অনুভৱ হৈছিল। পিছদিনা জহৰীয়ে লিখিত নিৰ্দেশ পাঠোৱাত আমি ঘৰটো ল'লোঁ। এটা আসন্ন সংকটৰ পৰা কথমপি ৰক্ষা পৰিলোঁ।

অৰুণাচলৰ সকলো চৰকাৰী চাকৰিয়ালকে Simple free furnished quarters দিব বুলি নিযুক্তি-পত্ৰখনতে উল্লেখ কৰাই থাকে। সেইবাবেই বোধহয় জহৰীয়ে মোৰ দোকান ঘৰটো ভাৰালৈ ল'ব খোজা কথাটোত সম্মত হ'ব পৰা নাছিল। সেইবোৰ ঠাইত তেতিয়ালৈকে ভাৰাঘৰৰ কোনো ব্যৱস্থাই নাছিল। এতিয়া অৱশ্যে চহৰীয়া ঠাইবোৰত পৰিস্থিতি সলনি হৈছে। যি কি নহওক, ল'ৰা-ছোৱালীকেইটাৰে সৈতে সকলোফালৰ পৰা সুবিধা থকা ঠাইডোখৰত থাকিবলৈ ঘৰটো পাই আমি এইবাৰ নিশ্চিন্ত হ'লোঁ। মই ক্লাছ ল'বলগীয়া হাইস্কুলখনলৈ দুই মিনিট, ল'ৰা-ছোৱালীকেইটাৰ প্ৰাইমাৰী স্কুলখনলৈও দুই মিনিট, এয়াৰ ফিল্ডৰ অফিচটোলৈ আঠ-দহ মিনিট, পোষ্ট অফিচ আৰু পলিটিকেল অফিচটোলৈ দহ-বাৰ মিনিট আৰু হস্পিটেলখনলৈও দহ মিনিটমান খোজকাঢ়ি গ'লেই হয়। চাইকেলৰ ব্যৱহাৰ তাত তেতিয়ালৈকে একেবাৰেই নাছিল বুলি ক'লেও বঢ়াই কোৱা নহয়। গতিকে এজন চাকৰিয়ালে ইয়াতকৈ বেছি আৰু কি সুবিধা আশা কৰিব পাৰে? মুঠতে পাছিঘাটত আমাৰ মন বহিল আৰু তেতিয়াৰ পৰা পঢ়া আৰু পঢ়োৱা দুয়োটা কাম সমান গতিৰে আগবাঢ়িবলৈ ধৰিলে।

পাছিঘাট হাইস্কুলত মই যোগদান কৰাৰ মাত্ৰ কেইদিনমানৰ আগতে নৰেণ বৰকটকীক তাৰপৰা নতুনকৈ খোলা আলং হাইস্কুললৈ বদলি কৰি পঠোৱা হৈছিল। বৰকটকীয়ে পাছিঘাট হাইস্কুলত প্ৰধানকৈ নৱম আৰু দশম শ্ৰেণীত অসমীয়া বিষয়টো পঢ়াইছিল। সেই পৰ্যন্ত অসমীয়া ভাষা অৰুণাচলৰ শিক্ষাৰ মাধ্যম আছিল। তদুপৰি, সেই দুটা শ্ৰেণী তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনস্থ আছিল। বিশ্ববিদ্যালয়ৰ দ্বাৰা নিৰ্ধাৰিত কাৰিকুলাম্ আৰু ছিলেবাছ্ অনুসৰণ কৰিহে শিক্ষকে পাঠদান সম্পূৰ্ণ কৰিব লাগিছিল। নৰেণ বৰকটকী বদলি হৈ যোৱাৰ পিছত পাছঘাট হাইস্কুলৰ নৱম আৰু দশম শ্ৰেণীত অসমীয়া পঢ়াবলৈ শিক্ষক নোহোৱা হ'ল। হেড্ মাষ্টৰ চলিহাদেৱৰ পৰিবাৰ গ্ৰেজুৱেট আছিল, কিন্তু চৰকাৰী চাকৰিয়াল নাছিল। চলিহাদেৱে তেখেতক অসমীয়া বিষয়ৰ শিক্ষক নোপোৱালৈকে অবৈতনিক শিক্ষক হিচাপে কেইদিনমান ক্লাছকেইটা লৈ দিবলৈ অনুৰোধ কৰিলে। দুদিনমান ক্লাছলৈ গৈ অসুবিধা অনুভৱ কৰি তেখেত স্কুললৈ যাবলৈ এৰিলে। এদিন গধূলি স্বামী-স্ত্ৰী দুয়ো লগ হৈ আমাৰ ঘৰ পালেহি। কথা প্ৰসংগত চলিহাদেৱে মোক অন্ততঃ দশম শ্ৰেণীটোকে লৈ দিবলৈ ক'লে। তেতিয়ালৈকে

বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰম অনুসৰি শিকোৱাৰ অভিজ্ঞতা মোৰ নাছিলেই; তদুপৰি বিশ্ববিদ্যালয়ৰ নিয়মমতে গ্ৰেজুৱেট্ নহ'লে সেই দুটা ক্লাছ লোৱা মানা। ক্ষন্তেক চিন্তা কৰি মই তেখেতক ওপৰ ক্লাছটো মোক নিদিয়াহে ভাল হ'ব বুলি অতি বিনম্ৰতাৰে ক'লোঁ। তেখেতে মোক ক'লে, 'বাৰু দুদিনমান লৈ চাওকচোন; উপযুক্ত অৰ্হতাসম্পন্ন শিক্ষক পালে আপোনাক গুচাই দিম।' উপায় নাই। এজন নতুন শিক্ষক হিচাপে মই হাইস্কুলখনত যোগ দিয়া মাত্ৰ এসপ্তাহমানহে হৈছে।

পিছদিনা স্কুল গৈ পাওঁতেই হেড্‌মাষ্টৰে মোক দশম শ্ৰেণীৰ পাঠ্যতালিকাখন দেখুৱাই পাঠ্যক্ৰম অনুসৰি আৱশ্যকীয় পাঠ্যপুথিকেইখনৰ প্ৰত্যেকৰে এখনকৈ হাতৰ পুথি মোৰ হাতত দি তেখেতে নিজে মোক লগত লৈ গৈ দশম শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীবিলাকৰ সৈতে পৰিচয় কৰাই দিলে। প্ৰথমদিনাৰ সেই প্ৰথম পিৰিয়ডটোত নিৰ্দিষ্ট পাঠ্যপুথিখনৰ পৰা পাঠদান কৰাৰ পৰিবৰ্তে ছাত্ৰ-ছাত্ৰীসকলক মই পৰিচয় পৰ্বতে খোলা-খুলিকৈয়ে কৈ দিলোঁ, 'চোৱা মইনাহঁত, এই পৰ্যন্ত নৱম-দশম শ্ৰেণীতহে নালাগে অষ্টম শ্ৰেণীতো পাঠদান কৰাৰ অভিজ্ঞতা মোৰ নাই। তদুপৰি, বিশ্ববিদ্যালয়ৰ নিৰ্দেশমৰ্মে মোৰ শিক্ষাগত অৰ্হতাও নাই। মই মাত্ৰ আই, এ পৰীক্ষাহে পাছ কৰিছোঁ, তাকো কলেজলৈ নোযোৱাকৈ প্ৰাইভেটকৈ পৰীক্ষা দি। তথাপিও হেড্‌মাষ্টৰৰ আদেশ উলংঘা নকৰি মই তোমালোকৰ ক্লাছলৈ আহিছোঁ। মই তোমালোকক পঢ়াবলৈ প্ৰতিদিনৰ পাঠ প্ৰথমে নিজে তৈয়াৰ কৰি আহিম আৰু মোৰ সামান্য জ্ঞানেৰে যিমান পাৰোঁ ভালকৈ শিকাবলৈ যত্ন কৰিম। যদি তোমালোকে মোৰ শিক্ষাদানত সন্তুষ্ট নোহোৱা তেনেহ'লে নিসংকোচে হেড্‌মাষ্টৰক ক'বাগৈ যাতে তোমালোকক শীঘ্ৰে কোনোবা বেলেগ মাষ্টৰ দিয়ে। হেড্‌মাষ্টৰকতোমালোকে তেনেকৈ ক'লে মই অলপো বেয়া নাপাওঁ।' মোৰ অদ্ভুত ধৰণৰ কথা শুনি ছাত্ৰ-ছাত্ৰীসকলে থৰ লাগি মোৰফালে চালেহে, মুখেৰে একো নক'লে। সেইদিনা দশম শ্ৰেণীৰ সেই পিৰিয়ডটো সেইদৰে চিনা-পৰিচয়ৰ পৰ্ব হিচাপেই পাৰ হ'ল। পিছদিনা শনিবাৰ। শনিবাৰৰ পিছবেলাৰ, দেওবাৰৰ গোটেইদিনটো আৰু সোমবাৰে পুৱাবেলা স্কুললৈ যোৱাৰ পৰলৈকে দশম-শ্ৰেণীৰ পাঠ্যপুথিকেইখনৰ ছিলেবাছত থকা অংশখিনি খুউব মনোযোগেৰে অধ্যয়ন কৰি সেইদিনাৰ প্ৰথম ক্লাছটো ল'বলৈ সম্পূৰ্ণ সাজু হৈ মই স্কুললৈ গ'লোঁ।

পিছৰ ঘণ্টাত অষ্টম শ্ৰেণীত (দশম শ্ৰেণীৰ ওচৰৰ কোঠাটোতে) বুৰঞ্জী ল'বলৈ বাৰাণ্ডাৰে আগবাঢ়ি যাওঁতে কাণত পৰিল নৱম শ্ৰেণীৰ বিদ্যাৰ্থীসকলে দশম শ্ৰেণীৰ বিদ্যাৰ্থীসকলক 'বৰঠাকুৰ ছাৰ', 'বৰঠাকুৰ ছাৰ' বুলি নিজৰ দোৱানেৰে কিবা কৈ আছে। তেওঁলোকৰ কথালৈ মন নিদিয়াকৈয়ে মই অষ্টম শ্ৰেণীত সোমালোঁ। তাৰ পিছত সেইদিনা পঞ্চমশ্ৰেণীত আৰু এটা ইংৰাজীৰ ক্লাছ ল'লোঁ। এই অনুক্ৰমে আৰু দুই-তিনিদিনমান

ক্লাছ লোৱাৰ পিছত এদিন দেখিলোঁ নৱম শ্ৰেণীৰ বিদ্যাৰ্থীসকলে হেড্‌মাষ্টৰৰ অফিচৰ কোঠালৈ গৈ তেওঁলোকৰ ক্লাছতো অসমীয়া বিষয়টো পঢ়াবলৈ মোক দিব লাগে বুলি খাটনি ধৰিলেগৈ। বিদ্যাৰ্থীবোৰ অফিচৰ পৰা ও লাই যোৱাৰ পিছত হেড্‌মাষ্টৰে মোক নৱম শ্ৰেণীতো অসমীয়া বিষয়টো পঢ়াব লাগিব বুলি কৈ কটিনত ধৰি দিলে। মই অনুভৱ কৰিলো, প্ৰথম প্ৰচেষ্টাত মই সফল হ'লোঁ। পাছিঘাটৰ পৰা বদলি নোহোৱালৈকে নৱম-দশম শ্ৰেণীত অসমীয়া বিষয়টো ময়েই পঢ়াই আছিলোঁ আৰু সেই কেইবছৰত এজনো পাহাৰী পৰীক্ষাৰ্থী বিশ্ববিদ্যালয়ৰ অধীনত মেট্ৰিক পৰীক্ষাত ফেইল কৰা নাছিল। তথাপিও অৰুণাচলৰ পৰা 'অসমীয়া' এদিন বহিষ্কৃত হ'ব লগা হ'ল। সেয়া এক বেলেগ অধ্যায়।

মই নিজে সাহিত্যিক নহ'লেও অৰুণাচলৰ প্ৰথম অসমীয়া সাহিত্যিক তেতিয়াৰ দশম শ্ৰেণীৰ ছাত্ৰ লুম্মেৰ দাইৰ সাহিত্য-চৰ্চা কাৰ্যত উদগনি দিবলৈ যৎপৰোনাস্তি প্ৰয়াস কৰিছিলোঁ। তেওঁ লিখা 'পাহাৰৰ শিলে শিলে' কিতাপখনৰ ৰচনাকালত স্কুল ছুটীৰ পিছত লুম্মেৰ আৰু মই দুয়ো গৈ চিয়াঙৰ বুকুত শিলাখণ্ডৰ ওপৰত নিৰলে বহি'লৈ কিতাপখনৰ বিষয়-বস্তুৰ ওপৰত আলোচনা কৰোঁতে লক্ষ্য কৰিছিলোঁ অসমীয়া বানানৰ ক্ষেত্ৰত কেতিয়াবা কেতিয়াবা মোৰে ভুল হ'লেও লুম্মেৰৰ নহয়। নিজৰ ছাত্ৰ এজনৰ সফলতাত এজন শিক্ষকৰ বাবে এইটো কম গৌৰৱৰ কথা নহয়। 'কইনাৰ মূল্য' নামৰ উপন্যাসখনৰ 'লিখকৰ দুআষাৰ'ত লুম্মেৰে লিখিছে, 'উপন্যাসখনৰ পাণ্ডুলিপি মোৰ শিক্ষাগুৰু শ্ৰীযুত অন্নদা প্ৰসাদ বৰঠাকুৰদেৱে চকু ফুৰাই দিছিল। সেইবাবে তেখেতৰ ওচৰত মই বিশেষভাৱে ঋণী।' লুম্বেৰৰ 'মন আৰু মন' আৰু 'পৃথিৱীৰ হাঁহি' উপন্যাস দুখন নপঢ়াকৈ থকা অসমীয়া পঢ়ুৱৈৰ সংখ্যা খুব কম ওলাব। লুম্মেৰইঁত পাছিঘাট হাইস্কুলত পঢ়ি থাকোতেই আমাৰ ভাই নাট্যকাৰ, গল্পলিখক, ব্যংগাত্মক চিত্ৰাংকনত পাকৈত, সাহিত্যিক (পিছলৈ 'প্ৰত্যয়'ৰ মুখ্য সম্পাদক) মহেন্দ্ৰ নাথ বৰঠাকুৰ এবাৰ পাছিঘাটলৈ ফুৰিবলৈ যাওঁতে লুম্বেৰক মই তেওঁৰ লগত পৰিচয় কৰাই দিলোঁ। সেই সূত্ৰেই লুম্বেৰৰ পৰিচয় ঘটিল 'মৃত্যুঞ্জয়'ৰ সৃষ্টিকৰ্তা জ্ঞানপীঠ বঁটা বিজয়ী বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যদেৱৰ লগত। 'পৃথিৱীৰ হাঁহি'ৰ 'কেইষাৰমান কথা'ত লুম্মেৰে ভট্টাচাৰ্যদেৱৰ প্ৰতিও স-শ্ৰদ্ধ কৃতজ্ঞতা জ্ঞাপন কৰিছে।

লুম্মেৰৰ বাহিৰেও সেইকালৰ কেইবাগৰাকী অৰুণাচলী ছাত্ৰ-ছাত্ৰীয়ে অসমীয়া ভাষা-সাহিত্যৰ চৰ্চাত বিশেষভাৱে মনোনিৱেশ কৰিছিল আৰু বাতৰি কাকত আলোচনী আদিত সেইসকলৰ ৰচনাই বিশেষ সমাদৰ পাইছিল। কিন্তু হায় হায়! কালৰ কি কুটিল গতি! সেইসকল তৰুণ-অৰুণৰ পোহৰ বিয়পিবলৈ নৌপাওঁতেই অন্য ভাষাৰ ৰাহু-কেতুৱে গিলি থৈ সেই উজ্জ্বলতা নিঃশেষ কৰি পেলালে। এতিয়া

অৰুণাচলত অসমীয়া ভাষা-সাহিত্য চৰ্চা কৰা ব্যক্তি এজনোৱেই নোলাবনেকি সন্দেহ। কেতিয়াবা ভাব হয় তাৰবাবে আনৰ গাত দোষ জাপি দি নিজে সাধু হ'ব খুজিলে কিবা লাভ হ'ব জানো? অসমীয়া ভাষা-সাহিত্য ৰ প্ৰচাৰ আৰু প্ৰসাৰৰ কাৰণে এতিয়া অৰুণাচলৰ কোনো কোনো ঠাইত অসম সাহিত্য সভাৰ শাখা গঢ়ি উঠিছে; তেতিয়া এখনো এনে সাহিত্য সভাৰ শাখা নাছিল। কিন্তু ভাষা-সাহিত্য চৰ্চা কৰা অৰুণাচলী এতিয়া ক'ৰবাত কোনোবা ওলাইছে বুলি শুনা নাই।

কোৱা বাহুল্য যে বৰ্তমান অৰুণাচলৰ চৰকাৰী কাম-কাজ, ব্যৱসায়-বাণিজ্য, সাংস্কৃতিক-সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠান আদিৰ শীৰ্ষস্থানত যিসকলে শিক্ষিত, নামজ্বলা গুৰি ধৰোঁতা ব্যক্তি আছে সেইসকলৰ প্ৰায় সকলোৱেই সেই সময়ত পাছিঘাট হাইস্কুলৰ ওপৰ শ্ৰেণীকেইটাৰ ছাত্ৰ-ছাত্ৰী আছিল। উদাহৰণস্বৰূপে টাকাপ্ বিজু আই, এ এছ্ (পিছলৈ নৰ্থ ইষ্ট কাউন্সিলৰ ছেক্ৰেটাৰী); মাটিন টাংগু আই এ এছ (বৰ্তমানৰ অৱসৰপ্ৰাপ্ত); টাম ৰিবা (প্ৰাক্তন মুখ্যমন্ত্ৰী); জিকম্ ৰিবা (ডাইৰেক্টৰ); অসম সাহিত্য সভা বঁটা বিজয়ী প্ৰখ্যাত সাহিত্যিক লুম্মেৰ দাই (ডাইৰেক্টৰ); অমেন ময়ং (দেউৰী) ৰাজ্যসভাৰ সদস্যা; ৰৰমতী ইৰাং (পিছলৈ প্ৰিন্সিপাল); তদাক বাচাৰ (পিছলৈ মিনিষ্টাৰ, ঢুকাল); প্ৰতীক্ পতম্(পিছলৈ উচ্চশিক্ষাৰ ডাইৰেক্টৰ); বাকিন পেৰটিন (পিছলৈ এম্ পি); কাটন বৰাং, অবাং দাই; কাবাং বৰাং; দাগ্ মোজিনি (ব্যৱসায়ী), অকেল লেগ (ব্যৱসায়ী ঢুকাল), তাগম্ দাৰাং; ৰাজেন মিলি; অচং ইৰিং; অমাং ইৰিং আদি আৰু অনেকৰ নাম ল'ব পাৰি। এওঁলোকৰ ভিতৰত অনেকেই ওপৰত কোৱাৰ দৰে সাহিত্য-চৰ্চাও কৰিছিল।

অসমৰে হওক অথবা অৰুণাচলৰে হওক তেতিয়াৰ শিক্ষকসকলৰ প্ৰত্যেকজনেই নিৰ্ধাৰিত পাঠ্যক্ৰম (Curriculum), বিদ্যাৰ্থীৰ বয়স অনুযায়ী বিভিন্ন শ্ৰেণীৰ বিভিন্ন বিষয়ৰ পাঠৰ জ্ঞান বা অভিজ্ঞতা কিমানখিনি হোৱা উচিত সেই অনুযায়ী তৈয়াৰী পাঠ্য তালিকা (Syllabus, table of contents) অনুসৰণ কৰি একোখন আঁচনি বহী (Scheme book) তৈয়াৰ কৰি সেইমতে নিৰ্দিষ্ট সময় ভাগৰ ভিতৰত পাঠদান শেষ কৰা কাৰ্য বাধ্যতামূলক আছিল। তদুপৰি, তিনিমহীয়া, ছমহীয়া ন-মহীয়া পাঠ্যক্ৰমৰ তিনিমহীয়া, ছমহীয়া, ন-মহীয়া পাঠ্যক্ৰমৰ ভাগবোৰ সম্পূৰ্ণ হোৱাৰ লগে লগে একোটা পৰীক্ষা লৈ বছৰৰ শেষত বছেৰেকীয়া পৰীক্ষা অনুষ্ঠিত কৰিব লাগিছিল। স্কিম্ বুকখন তৈয়াৰ কৰি লৈ বিদ্যালয়ৰ প্ৰধানশিক্ষকৰ স্বাক্ষৰ লোৱাৰ আৱশ্যক আছিল। সেইদৰে সময়ৰ বিভিন্ন ভাগ অনুযায়ী বিভিন্ন বিষয়ৰ পাঠদানৰ কাম নিয়াৰিকৈ কৰি পুনৰ বিদ্যালয়ৰ প্ৰধানজনৰ স্বাক্ষৰ লোৱাৰ প্ৰয়োজন আছিল। আজি-কালি আমাৰ বিদ্যালয়সমূহত এই প্ৰথা নিয়মিতভাৱে মানি চলা হয়নে নহয়

গম নাপাওঁ, কিন্তু প্ৰাইভেট স্কুল কিছুমানত অনুসৰণ কৰা দেখিছোঁ। ইয়াৰ উপৰিও কোনো কোনো উন্নত বিদ্যালয়ত প্ৰতিজন বিদ্যাৰ্থীৰ বাবে ধাৰাবাহিক কৃতিত্বৰ পত্ৰ (Cumulative Record Card) লিখি ৰখাৰ নিয়মো প্ৰবৰ্তন কৰা হয়। এই ব্যৱস্থাবোৰৰ সহায়ত যে একোখন বিদ্যালয়ৰ শিক্ষাৰ মান ক্ৰমশঃ উচ্চতৰ পৰ্যায়লৈ লৈ যাব পাৰি, সেইকথা নক'লেও হয়। পাঠ্যক্ৰমৰ পাঠ্যতালিকাৰ ভিতৰত বাছি লোৱা পাঠবোৰ ইউনিটত ভাগ ভাগ কৰি ইউনিট টেষ্ট লৈও এইদৰে বিদ্যাৰ্থীৰ কৃতিত্বৰ পত্ৰসমূহ তৈয়াৰ কৰিব পাৰি আৰু বিদ্যালয়ৰ শিক্ষা সমাপ্ত কৰি ওলাই যোৱাৰ সময়ত সেইবোৰে তেওঁলোকক যথেষ্ট সহায় কৰিব বুলি ভবাৰ থল আছে। ইতিপূৰ্বে উল্লেখ কৰা পদ্ধতিৰে শিক্ষাদান কাৰ্য সম্পাদন কৰাৰ ফলত যে সেই সময়ত পৰীক্ষাৰ ফলাফলো আশানুৰূপ হৈছিল তাত কোনো সন্দেহ নাই। এতিয়াও আমাৰ বিদ্যালয়বোৰত এই পদ্ধতিৰ উচিত প্ৰয়োগ কৰিলে শিক্ষাৰ উন্নতি নহৈ নাথাকে।

পৰীক্ষাৰ সম্পৰ্কে এটা সঁচা কথা ক'লে হয়তো আজিৰ মানুহে বিশ্বাস কৰিবলৈকে টান পাব। অৰুণাচলত সেই সময়ত প্ৰথম শিক্ষা গ্ৰহণ কৰিবলৈ আগবাঢ়ি অহা ল'ৰা-ছোৱালীবোৰে পৰীক্ষাত কিদৰেনো চুৰ কৰে তাৰ একো আও-ভাও পোৱা নাছিল। তাকে দেখি পাছিঘাট হাইস্কুলত এবাৰ আমি পৰীক্ষা গৃহত নিৰীক্ষক নিয়োগ নকৰাকৈয়ে পৰীক্ষা পাতিছিলোঁ। পৰীক্ষাৰ্থীসকলৰ লিখা কাগজৰ নাটনি পৰিলে যোগান ধৰিবলৈ কেৱল এজনমান ব্যক্তি ওচৰে-পাজৰে বিচাৰিলেই পোৱাকৈ ৰখা হৈছিল। এই পৰীক্ষামূলক ব্যৱস্থাৰ পৰা দেখা গ'ল যে পৰীক্ষাৰ্থীসকলৰ কোনোৱেই পৰীক্ষাগৃহত কোনো ধৰণৰ অস্বাভাৱিক আচৰণ প্ৰকাশ কৰা নাছিল। দূৰে দূৰে আলেঙে আলেঙে লক্ষ্য কৰি দেখা গ'ল যে তেনেদৰে পৰীক্ষাৰ্থীসকলক এৰি দিয়া সত্ত্বেও পৰীক্ষাত অসৎ উপায় অৱলম্বন কৰা এজনো পৰীক্ষাৰ্থী নোলাল। অৱশ্যে এনেধৰণৰ ব্যৱস্থা এবাৰেই মাত্ৰ কৰি চোৱা হৈছিল। এই কথা নক'লেও বুজিব পাৰি যে বৰ্তমান পৰিস্থিতিত পৰীক্ষাত এনে ব্যৱস্থা অৱলম্বন কৰাৰ কথা কল্পনাও কৰিব নোৱাৰি। কিন্তু তেতিয়া অৰুণাচলত এবাৰলৈ হ'লেও আমি এই কাৰ্যত প্ৰকৃততে সফল হৈছিলোঁ।

ছাত্ৰী-ছাত্ৰীসকলৰ মাজত সততাৰ অনুশীলন বৃদ্ধি কৰাৰ উদ্দেশ্যে স্কুলৰ লাইব্ৰেৰীটোৰ ক্ষেত্ৰতো আমি কিছুদিনৰ কাৰণে প্ৰায় অনুৰূপ ব্যৱস্থা কৰি চাইছিলোঁ। আগবেলা স্কুল খোলাৰ পৰা পিছবেলা ছুটী হোৱালৈকে লাইব্ৰেৰীটোৰ কিতাপৰ আলমাৰীবোৰ খোলা ৰখা হয়। প্ৰতিটো আলমাৰীৰ প্ৰতিটো খলপতে থকা কিতাপবোৰৰ একোখন লিষ্ট কৰি খলপটোৰ কাষৰ ফালে তক্তাত লগাই থোৱা হয়।

সেই লিষ্টবোৰ চাই যাক যি কিতাপ লাগে বহীত নাম লিখি ল'ব পাৰে। সময়মতে ঘূৰাই দি আৱশ্যক হ'লে পুনৰ সেই কিতাপ নিব পাৰে। কোৱা নিষ্প্ৰয়োজন যে এই পৰীক্ষামূলক ব্যৱস্থাতো আমি সফল হৈছিলোঁ। কাচিৎ কেতিয়াবাহে দুই এখন কিতাপ নিখোঁজ হৈছিল। শিক্ষকৰ হাত বদলিৰ সময়তহে হয়তো এনে হৈছিল। যি কি নহওক আমাৰ সমাজত আজিৰ মানুহৰ চাৰিত্ৰিক অৱনতি যিদৰে হোৱা দেখা গৈছে, শিক্ষাৰ ক্ষেত্ৰতো যে এনে সততা আশা কৰিব নোৱাৰি সেয়া সত্য।

## (চাৰি)

শিক্ষাৰ ক্ষেত্ৰত পাঠদান এটা অসতি জৰুৰী অথচ জটিল প্ৰক্ৰিয়া। সেইবাবেই শিক্ষাদান কাৰ্যত ব্ৰতী হোৱাৰ পূৰ্বেই এই কৌশল ভালকৈ আয়ত্ত কৰি ল'ব পাৰিলে এই ক্ষেত্ৰত সফলতা লাভ কৰাৰ আশা কৰিব পাৰি। এই সত্যৰ ওপৰত দৃঢ় বিশ্বাস থকাৰ বাবে অৰুণাচলৰ বিভিন্ন অঞ্চললৈ শিক্ষকসকলক পঠোৱাৰ আগতেই মাদাম মিৰিয়ে শিক্ষকতাৰ বাবে আগবাঢ়ি অহা যুৱক-যুৱতীসকলক উপযুক্ত প্ৰশিক্ষণ দিহে পঠাইছিল। আৰম্ভণিৰ পৰা বহু বছৰলৈকে এইদৰে শিক্ষাতত্ত্ব ,শিশু-মনোবিজ্ঞান, শিক্ষাৰ শ্ৰৱন-দৰ্শন সজুলিৰ নিৰ্মাণ আৰু প্ৰয়োগ, শিক্ষাৰ ইতিহাস, অৰুণাচলৰ বাবে শিক্ষা-দৰ্শন, কৃষিবিজ্ঞান, হাতৰ কাম, নাচ-গান আদি বিভিন্ন দিশ সামৰি প্ৰথমে ছমহীয়া, পিছলৈ বছৰেকীয়া প্ৰশিক্ষণৰ ব্যৱস্থা কৰিহে শিক্ষকসকলক এই গধুৰ দায়িত্ব বহন কৰিব পৰাকৈ শিকাই-বুজাই পঠাইছিল। অৰুণাচলৰ পৰা মাদাম মিৰি ওলাই অহাৰ পিছত অৱশ্যে এই প্ৰক্ৰিয়া আগৰদৰে নচলাত শিক্ষাৰ মানৰ ওপৰত ইয়াৰ কাৰ্যকৰী সুপ্ৰভাৱ ক্ৰমশঃ কমি আহিবলৈ ধৰা দেখা গৈছিল। প্ৰথমে প্ৰশিক্ষণৰ ব্যৱস্থা নকৰি চাকৰিত ভৰ্তি কৰিয়েই পোনে পোনে শিক্ষকতা কৰিবলৈ পঠিওৱাৰ ফলত শিক্ষাৰ মান ক্ৰমশঃ পৰি আহিবলৈ ধৰিলে।

পাছিঘাট চৰকাৰী হাইস্কুলত জগদীশ্বৰ চলিহা হেড্‌মাষ্টৰ হৈ থাকোঁতে তেখেত নিজে ওপৰ শ্ৰেণীত গণিত লৈছিল। বাছালাল বৰুৱাই (পিছলৈ প্ৰিন্সিপাল) ইংৰাজী লৈছিল আৰু ইন্দ্ৰেশ্বৰ বৰপাত্ৰ গোহাঁইয়ে (পিছলৈ এচিষ্টেণ্ট ডাইৰেক্টৰ) বিজ্ঞান শিকাইছিল। এইসকল সকলোৱে অতিশয় কৃতী শিক্ষক আছিল। শিক্ষাদান তেখেতসকলৰ জীৱনৰ ব্ৰতস্বৰূপ আছিল। অন্যান্য শিক্ষকসকলেও তেখেতসকলক দেখি-শুনি যাতে সেই আদৰ্শ গ্ৰহণ কৰিবলৈ সুযোগ পায়, তাৰ কাৰণে তেখেতসকলে নিজেই হাইস্কুলখনৰ অধীনত থকা প্ৰাইমেৰী স্কুলখনৰ শিক্ষকসকলকো একত্ৰিত কৰি মাজে-সময়ে আদৰ্শ পাঠদান (Demonstration Lesson)ৰ ব্যৱস্থা কৰিছিল। এনে কৰাৰ ফলত শিক্ষক-শিক্ষয়িত্ৰীসকল উৎসাহিত হৈছিল আৰু নতুন উদ্যম, নতুন প্ৰেৰণা আৰু আত্মবিশ্বাসেৰে শিক্ষাদানত অগ্ৰসৰ হ'ব পাৰিছিল। তদুপৰি, বিদ্যালয় পৰিদৰ্শকৰ পৰিদৰ্শনৰ সময়ত অভিজ্ঞ, বয়োজ্যেষ্ঠ শিক্ষকসকলেও পৰিদৰ্শন কাৰ্যত সহযোগ কৰিবলৈ সুন্দৰ সুযোগ পাইছিল। এনেদৰে শিক্ষা-অভিজ্ঞতাৰ আদান-প্ৰদানৰ ফলত নতুনকৈ কামত যোগদান কৰা শিক্ষক-শিক্ষয়িত্ৰীসকলৰ অনেকেই বিশেষভাৱে উপকৃত হৈছিল।

আমাৰ অসমত এতিয়া ৰাজনৈতিক হেঁচাত পৰি হাজাৰ হাজাৰ লোকক কোনো ধৰণৰ প্ৰশিক্ষণ নিদিয়াকৈয়ে শিক্ষাদান কাৰ্যত যোগদান কৰিবলৈ দি শিক্ষাৰ মূল উদ্দেশ্য আৰু লক্ষ্যত যিদৰে ব্যাঘাত হ'বলৈ এৰি দিয়া হৈছে ইয়াৰ কুফলৰ প্ৰভাৱে সমগ্ৰ সমাজখনক অচিৰেই পংগু কৰি পেলোৱাৰ আশংকাই দেখা দিছে। এই অসৎ, কু-কাৰ্যৰ প্ৰতিকাৰৰ সময় এতিয়াও পাৰ হৈ যোৱা নাই। সৎ ইচ্ছা আৰু আন্তৰিক প্ৰচেষ্টাৰে কাম হাতত ল'লে এতিয়াও এই পঙ্কিল অৱস্থাৰ পৰা উদ্ধাৰ কৰিব পাৰি। কোনো প্ৰশিক্ষণ নোহোৱা শিক্ষকসকলৰ বাবে থৰ-খেদাকৈ শিক্ষক প্ৰশিক্ষণ বিদ্যালয়, বি, টি, নাইবা বি, এড্ মহাবিদ্যালয় স্থাপন কৰিব নোৱাৰিলেও সেইসকলে শিক্ষাদান কৰি থকা বিদ্যালয়বোৰতে অন্ততঃ ওপৰত উল্লেখ কৰাৰ দৰে, পৰিদৰ্শক, অধ্যক্ষ, প্ৰধান শিক্ষক, অভিজ্ঞ, প্ৰশিক্ষণপ্ৰাপ্ত জ্যেষ্ঠ শিক্ষক আদিৰ সহযোগত শৈক্ষিক-বৰ্ষৰ ভিতৰতেই সময় উলিয়াই একধৰণৰ সুফলদায়ক প্ৰশিক্ষণৰ ব্যৱস্থা কৰিব পাৰি। প্ৰায়বোৰ বিদ্যালয়তে সঘনে এনেদৰে ব্যৱস্থা কৰিব পাৰিলে নতুন শিক্ষকসকলো উপকৃত হ'ব আৰু শিক্ষাৰ মান নিম্নগামী হোৱাত বাধা পৰিব। তাৰ লগে লগে পুনৰ নতুনকৈ কামত ভৰ্ত্তি কৰিব খোজা শিক্ষক-শিক্ষয়িত্ৰীসকলকো শ্ৰেণীত শিক্ষাদান কৰিবলৈ দিয়াৰ আগতেই এইদৰে আদৰ্শ পাঠদান কাৰ্য পৰ্যবেক্ষণ কৰি সক্ৰিয়ভাৱে সহযোগ কৰিবলৈ সুযোগ দিহে শ্ৰেণীকক্ষত পাঠদান কৰিবলৈ অনুমতি দিব লাগে। এনে ব্যৱস্থা বিদ্যালয়খনৰ প্ৰধানজনৰ তত্ত্বাৱধানত ইচ্ছা কৰিলে প্ৰতিখন বিদ্যালয়তে কৰিব পাৰি। ইয়াৰ ফলত অন্ততঃ 'নাই মোমাইতকৈ কণা মোমাইয়েই ভাল' বিধৰ কিছু নহয় কিছু উদ্যমী, উন্নতি-প্ৰয়াসী শিক্ষক ওলাব বুলি আশা কৰিব পাৰি। এনেবোৰ সৎ-প্ৰচেষ্টা ৰাজনৈতিক প্ৰভাৱৰ পৰা যিকোনো উপায়ে মুক্ত কৰি ৰাখিবলৈ যত্ন কৰিব লাগিব।

বৰ্তমান আমাৰ ইয়াত বছৰত অথবা দুবছৰৰ মূৰত এবাৰমান আয়োজন কৰা 'পাঠদান-চক্ৰ' একোটাত বিভিন্ন বিদ্যালয়ৰ পৰা গোটখোৱা পাঁচিছৰ পৰা পঁয়ত্ৰিছ গৰাকী শিক্ষক-শিক্ষয়িত্ৰীক মিলি যিদৰে একো একোটা বিষয়ত আদৰ্শ পাঠদানৰ ব্যৱস্থা কৰা হয়, সেই ব্যৱস্থা নতুন শিকাৰুসকলৰ বাবে যথেষ্ট নহয়। কাৰণ এনে ব্যৱস্থাত একোখন বিদ্যালয়ৰ পৰা এজন বা দুজনেহে যোগদান কৰাৰ সুযোগ পায়। তাকো বছৰত নাইবা দুবছৰত মূৰত মাত্ৰ এবাৰ। গতিকে শিকাৰ সুযোগখিনি নিজৰ বিদ্যালয়খনতে সহজে পাব পৰা কৰিব পাৰিলে উপযুক্তভাৱে কামত আহিব।

বিদ্যালয়ৰ শ্ৰেণীকক্ষত পাঠদান চলি থকা অৱস্থাত লক্ষ্য কৰিলে দেখা যায় যে প্ৰথম আৰু দ্বিতীয় পিৰিয়দ পাৰ হৈ তৃতীয় পিৰিয়দ পাৰ হওঁ হওঁ হোৱা সময়লৈকে সমগ্ৰ বিদ্যালয়খনৰ পৰিবেশটো নিৰস নিৰস হ'বলৈ আৰম্ভ কৰে। সেই

সময়ছোৱাত বিদ্যালয়ৰ মুৰব্বীজনে যদি এবাৰ গোটেই স্কুলখনৰ চাৰিওফালে এটা পাক মাৰি ঘূৰি আহে তেন্তে বিদ্যালয়খনৰ পৰিৱেশটোলৈ এটা নতুন সজীৱতা আহি পৰে। ফলত ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী সকলোৱেই সচেতন হৈ নিজ নিজ কামত মনোযোগ দিবলৈ ধৰে। সেইদৰে পিছবেলাও দ্বিতীয় পিৰিয়দটোৰ মাজতে এনেদৰে পাক মাৰিলে পৰিবেশটো সজীব হৈ উঠে। পাছিঘাট হাইস্কুলত চলিহাদেৱক প্ৰায় এনে কৰা দেখিছিলোঁ। ওপৰে ওপৰে চালে এইটো একো লেখত ল'বলগীয়া কথা যেন নালাগে। কিন্তু ভালকৈ মন কৰিলে দেখা যায় যে এই সামান্য কামফেৰাই বিদ্যালয়খনৰ শৈক্ষিক পৰিৱেশটো সুস্থিৰ কৰি ৰখাত যথেষ্ট অৰিহণা যোগায় আৰু ইয়াৰ এটা সুদূৰ-প্ৰসাৰী প্ৰভাৱ পৰিলক্ষিত হয়। বৰ্তমান পৰিস্থিতিত সৰহভাগ অনা-ইংৰাজী, বিশেষকৈ অসমীয়া মাধ্যমৰ স্কুলবোৰত দেখা যায় ওপৰত উল্লেখ কৰা সময়ৰ ব্যৱধানতে ভালেমান ছাত্ৰ-ছাত্ৰীয়ে পুলুঙা-পুলুঙি কৰি সৰ সৰ কৰে শ্ৰেণীকোঠাৰ পৰা ওলাই যায়। নক'লেও হয় যে বিদ্যালয়ৰ প্ৰধানজনৰ ওপৰত উল্লেখ কৰা নিৰীক্ষণ কাৰ্যই ছাত্ৰ-ছাত্ৰীৰ এনে অশোভনীয় আচৰণ বন্ধ কৰাত যথেষ্ট অৱদান আগবঢ়ায়। মোৰ নিজৰ অভিজ্ঞতাৰেও এনে কাৰ্যৰ যুক্তিযুক্ততাৰ যথেষ্ট প্ৰমাণ পোৱা গৈছিল।

তাহানি পাছিঘাট হাইস্কুলৰ বিজ্ঞানাগাৰত ইন্দ্ৰেশ্বৰ বৰপাত্ৰ গোহাঁইক স্কুল ছুটী হোৱাৰ পিছত, কেতিয়াবা কেতিয়াবা আনকি বন্ধৰ দিনতো ছাত্ৰ-ছাত্ৰী কিছুমানক লগত লৈ নানা ধৰণৰ পৰীক্ষা-নিৰীক্ষাৰ কামত ব্যস্ত থকা দেখা পাইছিলোঁ। স্থানীয়ভাৱে সহজে পাব পৰা গছ-লতা, কাঠ-বাঁহ, শিলগুটি, বিভিন্ন ভঙা-ছিঙা বস্তু আদি গোটাই-পিটাই সেইবোৰেৰে সকলোৱে আদৰণীয় নতুন অভিনৱ বস্তু কিছুমান সৃষ্টি কৰিবলৈ অথবা তৈয়াৰ কৰিবলৈ ল'ৰা-ছাৱালীবোৰক তেখেতে বৰ উৎসাহ দিছিল। আজিকালি যিটো বিষয়ক আমি SUPW (Socially useful productive work) মানে সামাজিকভাৱে ব্যৱহাৰযোগ্য উৎপাদনমূলক কাম বুলি অভিহিত কৰা দেখিছোঁ, তেতিয়াই তেখেতে সেইবোৰ সৃষ্টিমূলক কামত ছাত্ৰী-ছাত্ৰীক আত্মনিয়ন্ত্ৰিত কৰাই অতি নিবিড়ভাৱে ব্যস্ত ৰখা দেখিছিলোঁ। বিদ্যালয় এখোখনৰ শৈক্ষিক পৰিৱেশ স্বাস্থ্যকৰ কৰি গঢ়ি তোলাত আৰু তাৰ লগে লগে শৃংখলাবদ্ধভাৱে অনুশাসন প্ৰয়োগ কৰাত এনেবোৰ প্ৰেৰণাদায়ক কাৰ্যই কিমান অৰিহণা যোগায়, সেই কথা নিজা অভিজ্ঞতা অবিহনে অনুভৱ কৰিব নোৱাৰি। শিশুৰ ব্যক্তিত্ব বিকশিত কৰাৰ উপৰিও বৃত্তিমূলক কামৰ প্ৰথম পদক্ষেপ হিচাপেও এনেবোৰ কামে যথেষ্ট সহায় কৰে। ইন্দ্ৰেশ্বৰ বৰপাত্ৰ গোঁহাইৰ দৰে আজীৱন শিক্ষাদান ব্ৰতত ব্ৰতী হৈ ল'ৰা-ছোৱালীৰ ভৱিষ্যত গঢ়ি তোলাত আত্মোৎসৰ্গ কৰা

আদৰ্শ শিক্ষক আজিকালি খুব কমেই ওলাব। আনহাতে, যিমানেই অধিক এনে শিক্ষক শিক্ষাজগতত প্ৰৱেশ কৰিব, সিমানেই সবলভাবে সমাজ-ভেটি সুদৃঢ় হৈ পৰিব।

সেইকালৰ শিক্ষক-শিক্ষয়িত্ৰীসকলে কাম ক্ষতি কৰা নাইবা কিবা নহয় কিবা এটা অজুহাতত স্কুলত অনুপস্থিত থকা অথবা পলমকৈ আহি সোনকালে গুচি যোৱাৰ উদাহৰণ অতি বিৰল। বছৰেকৰ দীঘলীয়া গৰম বন্ধ বা শীতৰ বন্ধৰ বাদে আন দিনত শিক্ষক-শিক্ষয়িত্ৰীসকলৰ স্কুলত অনুপস্থিতি নাথাকিছিল বুলিয়েই ক'ব পাৰি। চৰকাৰী চাকৰিত আৰ্জিত ছুটীৰ উপৰিও নৈমিত্তিক ছুটী পাব পৰাৰ নিয়ম থকা সত্ত্বেও নিচেই কম সংখ্যকেহে এনেবোৰ ছুটীৰ বাবে আবেদন কৰা দেখা গৈছিল। কিন্তু কেতিয়াবা কিবা বিশেষ এৰাব নোৱাৰা পৰিস্থিতি যদি এগৰাকী শিক্ষক বা শিক্ষয়িত্ৰী কামলৈ আহিব নোৱাৰি ছুটী ল'বলৈ বাধ্য হয় তেতিয়া সেইজনৰ শ্ৰেণীলৈ গৈ ল'ৰা-ছোৱালীবোৰৰ নিষ্কলুষ সঙ্গ লাভ কৰিবলৈ যিকোনো এগৰাকী শিক্ষক বা শিক্ষয়িত্ৰীয়ে আগ্ৰহ দেখুৱাইছিল। ইয়াৰ ফলস্বৰূপেই শিক্ষক-ছাত্ৰৰ সম্পৰ্ক মৰমৰ এনাজৰীৰে বান্ধ খাই পৰিছিল; বিদ্যালয়ত অনুশাসনহীনতা চকুত নপৰিছিল।

পিছে কেতিয়াবা অদৃশ্য এনাজৰীডাল টনটনীয়াকৈ দৃশ্য ৰূপত প্ৰকাশ পোৱাৰ উদাহৰণো নোহোৱা নহয়। তেতিয়া পাছিঘাট হাইস্কুলৰ ওপৰ শ্ৰেণীত পঢ়া পাহাৰী ছাত্ৰ-ছাত্ৰীসকলে শিক্ষক-শিক্ষয়িত্ৰীসকলৰ ঘৰলৈ নিচেই আপোন আপোন ভাবেৰে প্ৰায়েই অহা-যোৱা কৰিছিল। লুম্মেৰ, তাগমৰ দৰে ছাত্ৰ কেইজনমানৰ উপৰিও পানীখোৱা ছুটীত কেইগৰাকীমান ছাত্ৰীও আমাৰ ঘৰলৈ (ঘৰটো স্কুলৰ নিচেই ওচৰতে) প্ৰায়েই গৈছিল। ছোৱালীকেইজনীৰ এটা প্ৰধান আকৰ্ষণ আছিল আমাৰ ঘৰৰ পোহনীয়া পাৰ চৰাইকেইযোৰ। পানী খোৱা ছুটীত মই ঘৰলৈ গৈ পিছফালৰ চোতালত বেতৰ চকীখন লৈ বহিলেই পাৰকেইযোৰ উৰি আহি মোৰ কান্ধত পৰেহি আৰু সিহঁতক খাবলৈ দিয়া মচুৰ দাইলকেইটা মোৰ হাতৰ পৰাই খুটি খুটি খায়। তাকে দেখি ছোৱালীকেইজনীয়ে বৰ ৰং পায়। আনন্দত কিৰিলিয়াবলৈ ধৰে। এনে আহ-যাহৰ ফলতেই আমাৰ শিক্ষকসকলৰ পৰিয়ালবোৰ পাহাৰী ল'ৰা-ছোৱালীবোৰৰ অতিশয় আপোন যেন হৈ পৰিছিল আৰু শিক্ষক-শিক্ষয়িত্ৰী আৰু ছাত্ৰ-ছাত্ৰীৰ সম্পৰ্ক অতি স্বাভাৱিক আৰু মধুৰ হৈ পৰিছিল। আমাৰ ঘৰলৈ আহি থকা ছোৱালীকেইজনীৰ ভিতৰতে এগৰাকীয়ে অতি গোপন বিশ্বাসত মোক ক'লে, 'ছাৰ, মই আপোনাক এটা বৰ দৰকাৰী গোপন কথা কওঁ কওঁ বুলি ক'ব পৰা নাই।" মই সুধিলো "কিনো তোমাৰ এনে গোপন কথা থাকিব পাৰে, যিটো তুমি মোৰ আগত ক'ব পৰা নাই?

কোবাচোন বাৰু শুনো।" ছোৱালীজনীয়ে বৰ গহীন হৈ কওঁ নকওঁকৈ ক'লে "ছাৰ, আমাৰ এজন ছাৰক (নামটো কৈছিল যদিও নকওঁ) মোৰ স্বামীৰূপে পাবলৈ মন গৈছে। ছাৰ, আপুনি মোক এটা সজ উপদেশ দিয়ক।" ছোৱালীজনীৰ কথা শুনি মই তেওঁক যিমান পাৰোঁ সহজভাৱে বুজাই দিলো যে নিজৰ এজন শিক্ষাগুৰুৰ লগত এগৰাকী ছাত্ৰীৰ বিবাহ সম্পন্ন হোৱাটো সামাজিক দিশৰ পৰা শোভনীয় নহয়। তদুপৰি তেনেদৰে বিয়া হ'লে বিবাহিত জীৱনত তেওঁ হয়তো সুখী নহ'বও পাৰে; কাৰণ দুয়োখন সমাজৰ ঘৰুৱা আৰু সামাজিক পৰিবেশৰ মাজত ভালেখিনি পাৰ্থক্য থকাৰ উপৰিও সাংস্কৃতিক ক্ষেত্ৰতো নানা অসুবিধাই দেখা দিব পাৰে। সেইবোৰৰ মাজেদি নিজক খাপ খুৱাই ল'বলৈ চেষ্টা কৰোঁতে হতাশাই আগুৰি ধৰি জীৱনৰ ৰঙীণ আশাবোৰ নিৰানন্দত পৰিণত হ'বগৈ পাৰে। মই তেওঁক আৰু ক'লো যে তাতকৈ তেওঁ যদি তেওঁলোকৰ নিজৰেই এজন শিক্ষিত যুৱকক স্বামীৰূপে গ্ৰহণ কৰিব পাৰে, তেতিয়াহ'লে জীৱনত সংঘাতৰ সন্মুখীন হোৱাৰ সম্ভাৱনা কম অথচ সুখী হোৱাৰ সম্ভাৱনাই অনেক বেছি। ছোৱালীজনীৰ মন ঘূৰিল আৰু যথাসময়ত তেওঁলোকৰ নিজৰেই এজন শিক্ষিত চৰকাৰী বিষয়াক বিয়া কৰাই সুখৰ জীৱন অতিবাহিত কৰিলে। বিয়াৰ পিছত তেওঁলোকৰ ঘৰলৈ ফুৰিবলৈ যাওঁতে পতি-পত্নী দুয়োকে বেছ সুখী দেখি মোৰো মনটো আনন্দৰে উপচি পৰিল।

এই সময়ছোৱাতে পাছিঘাট হাইস্কুলৰ এজন শিক্ষক আৰু এগৰাকী শিক্ষয়িত্ৰীৰ মনৰ মিল হৈ বিবাহ কাৰ্য অতি উলাহেৰে সম্পন্ন হ'ল। আমি সকলোৱে মিলি ভোজভাত খাই তেওঁলোকৰ বিয়াখন সুন্দৰকৈ উপভোগ কৰিছিলোঁ।

পাছিঘাট হাইস্কুলৰ ছাত্ৰ নিবাস দুটা আৰু ছাত্ৰী নিবাস এটা আছিল। ছাত্ৰ নিবাস দুটা স্কুলখনৰ নিচেই কাষতে আছিল। তাত থকা প্ৰায় দেৰশ ছাত্ৰৰ ওচৰতে থকা হেড্মাষ্টৰে নিজেই যদিও তত্বাৱধানৰ দায়িত্ব লৈছিল তথাপি ক্ৰমিক তালিকা এখন (Roster) উলিয়াই আমাৰ দৰে ওচৰে-পাজৰে থকা শিক্ষকসকলকো গধূলি পঢ়াৰ সময়ত ল'ৰাবোৰৰ প্ৰত্যেকৰে পঢ়াৰ টেবুলৰ ওচৰলৈ গৈ, পাৰহে যোৱা দিনটোত কিবা নুবুজা কথা বৈ গ'লে বুজাত সহায় কৰি দিবলৈ নিৰ্দেশ দিছিল। আমি সকলোৱে সেই নিৰ্দেশ আন্তৰিকতাৰে পালন কৰিছিলোঁ। ইয়াৰ ফলত শিক্ষাগুৰু আৰু ছাত্ৰৰ মাজৰ সম্পৰ্ক অতি নিবিড় হৈ গঢ়ি উঠিছিল; অনুশাসনহীনতাৰ সমস্যা সমূলি নাছিলেই বুলি ক'ব পাৰি। কেতিয়াবা কিবা কাৰণত এনে পৰিস্থিতি উদ্ভৱ হোৱাৰ উপক্ৰম হ'লেও শিক্ষাগুৰুসকলৰ বুজনি ছাত্ৰ-ছাত্ৰীয়ে মানি লৈছিল। ছাত্ৰীনিবাসটো পলিটিকেল অফিচাৰৰ বঙলাৰ কাষতে সজা হৈছিল। পলিটিকেল অফিচাৰৰ পত্নীগৰাকীয়েই তাত থকা ছাত্ৰীসকলৰ তত্বাৱধান লৈছিল। হেডমাষ্টৰ,

এছিছটেণ্ট হেড্‌মাষ্টৰৰ লগত শিক্ষয়িত্ৰী দুই এগৰাকীয়েও সময় বুজি ছাত্ৰী নিবাসটো পৰিদৰ্শন কৰিছিল। বাকীবোৰ শিক্ষকৰ তালৈ যোৱাৰ প্ৰয়োজন নাছিল। ছাত্ৰ-ছাত্ৰী নিবাসৰ সকলো ছাত্ৰ-ছাত্ৰীকে খোৱাৰ আহাৰ চৰকাৰৰ ফালৰ পৰা বিনামূলীয়াকৈ যোগান ধৰা হৈছিল। ৰন্ধা-বঢ়া, বাচন-বৰ্তন ধোৱা-পখলাৰ কাম ল'ৰা-ছোৱালী সকলোৱেই পাল পাতি কৰিছিল। এইদৰে কাম-বন কৰি পঢ়া-শুনা কৰাৰ ফলত পাহাৰী জীৱনৰ স্বাভাৱিক কৰ্ম-সংস্কৃতি ৰক্ষা হোৱা হেতুকে তেওঁলোকৰ জীৱন-যাপন পদ্ধতি সুস্থভাৱে প্ৰতিফলিত হৈছিল।

এতিয়াৰ পৰা দুকুৰি বছৰৰ আগৰ কথা। সেই সময়ত অৰ্থাৎ ১৯৫৭-৫৮ চনত অৰুণাচলত মাত্ৰ দুখন পূৰ্ণ পৰ্যায়ৰ হাইস্কুল আছিল। প্ৰথমখন পাছিঘাটত আৰু তাৰপিছত গঢ় লৈ উঠাখন আলঙত। বাকী স্কুলবোৰ প্ৰাইমেৰি, এম ই অথবা হাইস্কুল যিয়েই নহওক, সেই সময়ৰ সকলোবোৰ স্কুলতে সপ্তাহৰ শনিবাৰটো সাধাৰণতে স্কুল ৰুটিনত সহ-পাঠ্যক্ৰমিক (Co-Curricular Activities) কাৰ্যকলাপ নাইবা পাঠ্যক্ৰম বহিৰ্ভূত (EXtracurricular Activities) কাৰ্যকলাপসমূহৰ বাবে আছুতীয়াকৈ ৰখা হৈছিল। বতৰ অনুকূলে নহ'লে, নেৰানেপেৰা বৰষুণ হৈ থাকিলে কেতিয়াবা এনেবোৰ কাৰ্যকলাপত বাধা পৰিলেও এবাৰ কিবা এটা কাৰ্যসূচী হাতত ল'লে পৰাপক্ষত তাক সম্পাদন নকৰাকৈ এৰা নহৈছিল। পাছিঘাটত থকা সময়ৰ এনে এটা দিনৰ কথা মনত পৰে। তেতিয়া তাৰ পলিটিকেল অফিচাৰ (আজিকালিৰ ডেপুটি কমিচনাৰ) আছিল মিঃ এল লুংঙালং। নাগালেণ্ডৰ অধিবাসী। তেওঁৰ পৰিবাৰ এগৰাকী শিক্ষয়িত্ৰী। থাকে ক'হিমাত। ল'ৰা-ছোৱালীকেইটিয়েও শিক্ষালাভ কৰিছিল ক'হিমাতে। সেই গতিকে মিছেছ লুংঙালেঙে ল'ৰা-ছোৱালীকেইটিৰ সৈতে ক'হিমাতে আছিল। তেতিয়াবা ছুটীৰ দিনত কিম্বা দীঘলীয়া বন্ধৰ দিনতহে পৰিয়ালটো পাছিঘাটলৈ আহি লুংঙালাঙৰ লগত থাকেহি।

পাছিঘাটত এখন শিশু-উদ্যানৰ অভাৱ সকলোৱে বৰকৈ অনুভৱ কৰিছিল। এমূৰে হাইস্কুলখন, আনটো মূৰে পলিটিকেল অফিচাৰৰ বঙলা; সেইদৰে একাষে বিমান পথাৰখনৰ মেৰাই মেৰাই যোৱা পথটো আৰু ইটো কাষে চাপৰ পাহাৰটোৰ মাজৰ আহল-বহল ঠাইখন তেতিয়া সৰু সৰু হাবি-জংঘলেৰে পৰিপূৰ্ণ হৈ আছিল। সকলোৱে মিলি আলোচনা কৰি সেইডোখৰ ঠাইকে পাছিঘাট চহৰৰ শিশু-উদ্যানৰূপে গঢ়ি তুলিবলৈ সিদ্ধান্ত কৰা হ'ল। তদুপৰি, এইটোও বান্ধি লোৱা হ'ল যে হাইস্কুল, প্ৰাইমেৰি স্কুলৰ সমূহ ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী, অভিভাৱকৰ লগতে সেই সময়ৰ পাছিঘাটত থকা বিভিন্ন বিভাগীয় কাৰ্যালয় আৰু পলিটিকেল অফিচৰ সকলো অফিচাৰ আৰু কৰ্মচাৰী, পিয়ন-চকীদাৰ, গাঁও বুঢ়া-কটকী, চৰকাৰী

ফাৰ্ম আদিত কাম কৰা সকলো মানুহ একেলগ হৈ এটা নিৰ্দিষ্ট শনিবাৰে শ্ৰমদানযোগে সমাজসেৱা (Social Service) পদ্ধতিৰে কাম আৰম্ভ কৰি টকা-পইচা খৰচ কৰিবলগীয়া নোহোৱাকৈ শিশু-উদ্যানখনৰ বাবে বাছি লোৱা ঠাইখনৰ হাবি-জংঘল কাটি পৰিষ্কাৰ কৰি উলিওৱা হ'ব। সেই সংকল্প সাৰোগত কৰি এদিন শনিবাৰে ৰাতিপুৱা সাতমান বজাতে সকলোৱেই হাতে হাতে দা-কোৰ, কুঠাৰ লৈ সেই হাবিডোখৰত সমবেত হ'লহি। কোনোৱেই ঘৰত সোমাই নেথাকিল। যেন সকলোৱেই মেলা এখনত যোগদান কৰিবলৈহে আহিছে। পলিটিকেল অফিচাৰ লুংঙালাং চাহাব, তেওঁৰ পত্নী আৰু ল'ৰা-ছোৱালীকেইটিৰে সৈতে (তেওঁলোক তেতিয়া দীঘলীয়া বন্ধত আহি তেওঁৰ লগত আছিল) হাতত দা একোখন লৈ সমবেত ৰাইজৰ লগত যোগ দিলেহি। ইফালে বিভিন্ন বিভাগৰ অফিচাৰসকল, কৰ্মচাৰীসকল ওপৰত কোৱাৰ দৰে সকলোৱেই আহি তাত গোট খালেহি। এটা সংকতে-ধ্বনিৰ লগে লগেই সকলোৱেই আপোন-পাহৰা হৈ গীত গাই গাই হৈ হৈ কৰি কাম আৰম্ভ কৰিলে।

বতৰটো সেইদিনা ৰাতিপুৱাৰে পৰা ওমা-গোমা কৰি আছিল। কাম আৰম্ভ কৰাৰ আধাঘণ্টামানৰ পিছতে ঘন-ক'লা ডাৱৰে চাৰিওদিশে আকাশ ছানি ধৰিলে। হো হোঁকৈ ধুমুহা বলিল। ক্ষন্তকে পিছতে কলহৰ মুখে ঢলাদি দপ্ দপকৈ বৰষুণ পৰিবলৈ ধৰিলে। আটাইবোৰ বৰষুণত তিতি জুৰুলি-জুপুৰি হ'ল। তথাপি কাম বন্ধ নহ'ল। ল'ৰা,-ছোৱালী, ডেকা-গাভৰু, মাক-দেউতাক সকলোৱেই বৰষুণত তিতি-বুৰি দুঘণ্টা একেৰাহে কাম কৰি ঠাইডোখৰ সম্পূৰ্ণ মুকলি কৰি উলিয়ালে। ঘৰলৈ ঘূৰি যোৱাৰ পৰলৈ বৰষুণো এৰিলে, বতৰ ফৰকাল হৈ ৰ'দো ওলাল। কিন্তু সেই দিনটো আমাৰ মনত এটা অবিস্মৰণীয় মধুৰ অভিজ্ঞতা হৈ ৰৈ গ'ল। কোৱা বাহুল্য যে পাহাৰী সমাজৰ যিকোনো ৰাজহুৱা উদ্দেশ্যত ল'ৰা-বুঢ়া সকলোৱেই সম্পূৰ্ণ আন্তৰিকতাৰে সৈতে লগ হৈ প্ৰাণ ঢালি কাম কৰে। পাছিঘাটত সেইদিনা চৰকাৰী, অনা-চৰকাৰী সকলো লোক মিলি কৰা সমাজ-সেৱাৰ সেই আদৰ্শনীয় কাৰ্যসূচী পাহাৰী সমাজৰ আদৰ্শৰ অনুকৰণতে যে সম্পাদিত হৈছিল সেইটো নক'লেও উপলব্ধি কৰিব পাৰি। আমাৰ অসমৰ গাঁৱলীয়া সমাজবোৰতো আমাৰ ল'ৰালি কাললৈকে দেখা পাইছিলোঁ গাঁৱৰ মানুহৰ ঘৰ-দুৱাৰ সজা, মাটি চহোৱা, খেতি চপোৱা আদি বিভিন্ন কামবোৰ গাঁওখনৰ শ্ৰমজীৱী ৰাইজে লগ-লাগি মিলিজুলি কৰিছিল। এইবোৰ কামৰ বাবে তেতিয়া টকা-পইচাৰ আৱশ্যক প্ৰায় নহৈছিল বুলিব পাৰি। এতিয়াও কোনো কোনো গাঁৱলীয়া সমাজত এই আহিঁৰে কাম কৰা চকুত পৰে। কিন্তু চহৰীয়া জীৱনত এই আদৰ্শ শূন্য বুলিয়েই ক'ব

পাৰি। কাৰণ চহৰৰ মানুহ সৰভাগেই এইবোৰ ক্ষেত্ৰত পৰ নিৰ্ভশীল। এতিয়া কথা হৈছে , ল'ৰা-ছোৱালীক নিজৰ ভৰিত নিজে থিয় দি জীৱন গঢ়িব পৰা কৰিবলৈ হ'লে, সমাজৰ সকলো শ্ৰেণীৰ লোকৰ সৈতে মিলি-জুলি সমজুৱাভাৱে কাম কৰাৰ আগ্ৰহ জন্মাবলৈ হ'লে, তাতোকৈও গুৰুত্বপূৰ্ণ ক থা, শ্ৰম কৰাৰ মানসিকতাৰে ল'ৰা-ছোৱালীক অনুপ্ৰাণিত কৰিবলৈ হ'লে সৰুৰে পৰাই তেওঁলোকক এনেবোৰ সুযোগ দিব লাগে। বৰং ইয়াতকৈও অলপ বেলেগ দৃষ্টিৰে ভাবিব পাৰি যে গাঁৱলীয়া অঞ্চলৰ বাট-পথবোৰ, দলংবোৰ, নলা-নৰ্দমাবোৰ, খেলাৰ পথাৰবোৰ, সাঁতোৰা পুখুৰীবোৰ, ফুলৰ বাগিচাবোৰ, ৰাজহুৱা ঘৰবোৰ যেনে স্কুলঘৰ, নামঘৰ, ক্লাবঘৰ, লাইব্ৰেৰী আদিৰ বাবে ঘৰবোৰ নিৰ্মাণ কৰোঁতে ঠিকাদা ৰ নিয়োগ নকৰি গাঁৱৰ সমূহ ৰাইজ লগ লাগি আমাৰ পূৰ্বৰ ঐতিহ্য ৰক্ষা কৰিব পৰাকৈ সকলোৱে মিলিজুলি কৰিব লাগে আৰু সেইবোৰ কামতো কৰিব পৰা ক্ষমতা আৰু বয়স অনুযায়ী কাম ভগাই দি ল'ৰা-ছোৱালীকো সহযোগিতা কৰিবলৈ উৎসাহ দিব পাৰি। উদাহৰণস্বৰূপে বয়স অনুযায়ী কাঠ কটাই কাঠ কাটিব, বাঁহ কটাই বাঁহ কাটিব, হাবি-জঙঘল কটাই হাবি জঙঘল কাটিব, জাবৰ পেলোৱাই জাবৰ পেলাব, মাটি কটাই মাটি কাটিব, মাটি কঢ়িওৱাই মাটি কঢ়িয়াব, মাছ-পুখুৰী খন্দাই পুখুৰী খান্দিব, গছ পুলি ৰোৱাই গছপুলি ৰুব. ফুলনি কৰাই ফুলনি কৰিব, বেঢ়া দিয়াই বেঢ়া দিব। এইদৰে বয়সভেদে ল'ৰা-বুঢ়া, যুৱক-যুৱতী প্ৰত্যেকেই নিৰ্দিষ্ট আঁচনি অনুসৰি নিজৰ কামবোৰ কৰিব। প্ৰত্যেকবিধ কামৰ বাবে একো একোটা দল গঠন কৰি, প্ৰত্যেক দলৰে একোজনকৈ মুৰব্বী বাছি লৈ তেওঁৰ অধীনত কামবোৰ অতি নিয়াৰিকৈ কৰিব পাৰিলে অলপদিনৰ ভিতৰতে আমাৰ গাঁৱবোৰৰ চেহেৰাই সলনি হৈ উন্নত দেশৰ অত্যাধুনিক গাঁওবোৰৰ দৰে চালে চকুৰোৱা হ'ব। এই সকলোবোৰ গ্ৰাম্য উন্নয়ন কাৰ্যসূচীৰ কাৰণে এবছৰমান আগৰে পৰা প্ৰস্তুতি চলাই উপযুক্ত আঁচনি তৈয়াৰ কৰি গাঁও পঞ্চায়ত আৰু নিজ্য সমষ্টিৰ বিধায়কৰ যোগেদি সেই আঁচনি চৰকাৰৰ অফিচত জমা দিব লাগে। বিধায়ক আৰু সাংসদৰ উন্নয়ন পুঁজিৰ পৰাও ধনৰ আবণ্টন পোৱাটো নিশ্চিত কৰিব লাগে। জৱাহৰ ৰোজগাৰ আঁচনিৰ যোগেদিও ধন উলিয়াবলৈ যত্ন কৰিব লাগে। এনেদৰে ৰাজহুৱা জীৱনৰ উন্নতিৰ কাৰণে যিমানবোৰ চৰকাৰী আঁচনি আছে, ঘনে ঘনে খোজ-খবৰ কৰি সেই সকলোবোৰ ক্ষেত্ৰতে গাঁওৰ ডেকা-গাভৰুবোৰৰ লগত ল'ৰা-ছোৱালীবোৰকো কেনেকৈ জড়িত কৰিব পাৰি, তাৰ উপায় উলিয়াব লাগে। সকলোবোৰ কামৰ আঁচনিকে পূৰ্ণাঙ্গ মানৱ-জীৱন আৰু সমাজ গঢ়াৰ পৰিকল্পনাত পৰিণত কৰিব লাগে আৰু প্ৰতিবছৰে সেইবোৰ পুনৰ বিচাৰ কৰি সুদৃঢ়ভাৱে আগবঢ়াই নিব লাগে যাতে সেইবোৰৰ

যোগেদি গাঁৱৰ ৰাইজৰ আৰ্থিক, সামাজিক, শৈক্ষিক, সাংস্কৃতিক সকলো দিশতে সুস্থ আৰু সবল উত্তৰণ নিশ্চিতৰূপে প্ৰতিফলিত হয়। তেতিয়াহে আমাৰ গাঁৱবোৰৰ ছবি উজ্জ্বল হৈ পৰিব। বৰ্তমান প্ৰচলিত পথাৰ-পৰিচালনা সমিতি, লখিমী গাঁৱলীয়া বেংক আদিৰ দৰে অনুষ্ঠান-প্ৰতিষ্ঠানৰ কাৰ্য পৰিসৰ বৃদ্ধি কৰি কেনেকৈ সেইবোৰ সম্পূৰ্ণ সমূহীয়া মানৱ-জীৱন গঢ়াৰ সহায়ক হিচাপে পাব পাৰি, তাৰো উপায় উদ্ভাৱন কৰিব লাগে। মুঠতে, গাঁৱলীয়া জীৱনৰ সকলো ক্ষেত্ৰতে সকলো বয়সৰ সকলো লোকক জড়িত কৰি উন্নতিৰ পথত আগবাঢ়িবলৈ চেষ্টা কৰিব লাগে আৰু ইয়াৰ বাবে কাম অনুযায়ী, বয়স অনুযায়ী, ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী প্ৰত্যেককে উপযুক্তভাৱে পাৰিশ্ৰমিক দিয়াৰ ব্যৱস্থা কৰিব লাগে। তাৰ লগে লগে সেইৰূপে কাম কৰি পোৱা ধন প্ৰত্যেকৰ বেংকত জমা ৰখাৰ ব্যৱস্থা কৰিব লাগে। গাঁৱৰ বিদ্যালয়ৰ পৰা ল'ৰা-ছোৱালীবোৰ পৰীক্ষাত উত্তীৰ্ণ হৈ ওলাই নোযোৱালৈকে তেওঁলোকৰ জমা ধন উলিয়াবলৈ দিব নালাগে। এইদৰে সৰুৰে পৰা বিদ্যাৰ্জন লগে লগে ধন উপাৰ্জন (Earn while you Learn) পদ্ধতিৰ ব্যৱস্থা কৰিব পাৰিলে ল'ৰা-ছোৱালী, যুৱক-যুৱতী সকলোৱেই শ্ৰমৰ মূল্য উপলব্ধি কৰিব আৰু তাৰ ফলশ্ৰুতিতে গাঁৱলীয়া জীৱনৰ পৰা শ্ৰম-বিমুখতা লোপ পাব।

পাছিঘাটৰ হাইস্কুলখন আৰু বজাৰখনৰ মাজেদি চিব কৰং নামে এটি জুৰি বৈ গৈছে। জুৰিটোৰ ওপৰত দলং এখন নথকাৰ বাবে স্কুলৰ হোষ্টেলত থকা ল'ৰা-ছোৱালীবোৰ আৰু সেইফালেদি অহা-যোৱা কৰা গাঁৱৰ মানুহৰ লগতে তাত থকা চাকৰিয়ালসকলৰো বৰ অসুবিধা হৈছিল। সেই অসুবিধা দূৰ কৰিবৰ বাবেও ওপৰত উল্লেখ কৰাৰ দৰে শ্ৰমদানযোগে সমাজসেৱা পদ্ধতিৰেই সকলোৱে মিলি এখন মজবুত দলং সাজি উলিওৱা হ'ল। এই কামতো টকা-পইচা একেবাৰেই খৰচ হোৱা নাছিল; কাৰণ দলংখনৰ বাবে আৱশ্যকীয় কাঠ-বাঁহ সমীপস্থ গাঁৱৰ মানুহে বিনামূলীয়াকৈ দিছিল। বৰ্তমান আমাৰ ইয়াত গাঁৱৰ মানুহৰ আৰ্থিক অৱস্থা এনে হৈছে যে গাঁওখনৰ সমজুৱা কামৰ বাবেই আৱশ্যকীয় কাঠ-বাঁহ বিনামূলীয়াকৈ সংগ্ৰহ কৰিব পৰাৰ দিন আৰু নাই। সেইবাবেই চৰকাৰী যোজনাবোৰৰ পৰা পূৰ্ণমাত্ৰাত আৰ্থিক সাহায্য আদায় কৰি ৰাজহুৱা কামবোৰ কৰিবলৈ যত্নপৰ হ'ব লাগে। 'ৰাইজে নখ জোকাৰিলে নৈ বয়' বুলি আমাৰ এষাৰ বহুমূলীয়া প্ৰবাদ আছে যদিও বৰ্তমান সকলো বস্তুৰে মহাৰ্ঘৰ দিনত সেই আদৰ্শ লৈ সমজুৱা কামত সফলতা লাভ কৰাৰ আশা ক্ষীণ। তথাপিও পাৰিশ্ৰমিকৰ বিনিময়ত নিজৰ গাঁওখনৰ উন্নতিৰ বাবে নিজে তৈয়াৰ কৰি লোৱা আঁচনি অনুযায়ী আৱশ্যকীয় শ্ৰমদান কৰিবলৈ ৰাইজ একগোট হৈ নিশ্চয় ওলাই আহিব পাৰে।

খৰালি দিনত বনভোজ খোৱা প্ৰথা এতিয়াৰ দৰে তেতিয়াও আছিল যদিও পাহাৰী ঠাইবোৰত কেনে উলহ-মালহেৰে বনভোজ খোৱা হৈছিল তাৰ এটা আভাস দিওঁ। এবাৰ আমি পাছিঘাটত থাকোঁতে বনভোজলৈ বুলি ওলালোঁ। স্থিৰ হ'ল যে চাউল দাইল, আলু, পিয়াঁজ, জলকীয়া, মিঠাতেল, চাহপাত, চেনী-গাখীৰ, নিমখ আৰু বিস্কুটৰ বাহিৰে মাছ-মাংস, থাল বাতি, গিলাছ আদি নিনিলেও হ'ব। কাৰণ হাবিত কাঠ-বাঁহ, কলপাত-কৌপাত এইবোৰতো পোৱা হ'বই, তদুপৰি নদীৰ বুকুত অসংখ্য মাছ, ধৰিব পাৰিলেই হ'ল। কেতিয়াবা চিকাৰ কৰিব পাৰিলে পশুও পোৱা যায়। দুই এটা বাল্টি আৰু চৰিয়া-জাতীয় মেলাহি পাত্ৰ বস্তু বিলাবৰ কাৰণে অৱশ্যে লাগিব। ৰাতিপুৱাওঁতে নৌপুৱাওঁতেই বিছনা এৰি, মুখ-হাত ধুই সকলো বস্তু ঠিক্ ঠাক্ কৰি আমি আটাইবোৰ দলে বলে ওলালোঁ নদীৰ পাৰলৈ। বনভোজৰ স্থান আগতেই বিচাৰি উলিয়াই থোৱা হৈছিল। সেইমতে তাত উপস্থিত হৈ প্ৰথমে চাহ-বিস্কুট খাই সকলোৱে মন সতেজ কৰি ল'লোঁ। তাৰ পিছত খৰি বিচৰাই খৰি, বাঁহ কাটোতাই বাঁহ, কলপাত-কৌপাত গোটোৱাই সেইবোৰ বিচাৰি-খোচাৰি গোটাই-পিটাই আনি জমা কৰিলেহি। মাছ বিচৰাই মাছ ধৰিবলৈ গ'ল। সকলো বস্তু গোট খাৱাত বাঁহৰ চুঙাত চাউল ভৰাই লৈ ৰান্ধনি ৰন্ধা-বঢ়াত লাগিল। মাছ পালে পুৰি বা পাতত দিও খাব পৰা হ'ব। গীত গোৱাই গীত জুৰিলে, তাচ খেলুৱৈয়ে তাচ খেলিবলৈ ল'লে, সৰু সৰু ল'ৰা-ছোৱালীবোৰে বিহুসুৰীয়া গীতৰ তালে তালে নাচিবলৈ ল'লে। মুঠতে মহা আনন্দৰ মেলা হ'ল। নদীত সাঁতুৰি-নাদুৰি গা-পা ধুই খাবৰ পৰত ভাগে ভাগে বহি বাঁহৰ চুঙাৰ পৰা ভাত উলিয়াই পাতত লৈ, নিমখ-জলকীয়া ল'লে। বাঁহ-চুঙাত খোৱা পানী ল'লে। প্ৰথমে ল'ৰা-ছোৱালীবোৰক খুৱাই-বুৱাই লৈ ডাঙৰবোৰ একেলগ হৈ খাবলৈ বহিল। খোৱা-বোৱা শেষ হোৱাত, পুনৰ বয়-বস্তুবোৰ ঠিক্‌ঠাক কৰি বনভোজ খোৱা ঠাইডোখৰৰ জাবৰ-জোঁথৰ আঁতৰাই পৰিষ্কাৰ কৰি টালি-টোপোলা বান্ধি সকলো ঘৰমুৱা হ'ল। সন্ধিয়া সকলো নিৰাপদে ঘৰ ওলালগৈ।

যিকোনো কথাৰে অতিমাত্ৰা ভাল নহয়। আজিকালি বনভোজ বুলিলে সৰহভাগতে অতিমাত্ৰাৰ পয়োভৰ। নাখাবলগীয়া বস্তু নগৰিবলগীয়া কাম কৰি আনন্দত মতলীয়া হৈ নিৰানন্দক মাতি অনা ঘটনা প্ৰায় সকলো ঠাইতে সঘনে ঘটিবলৈ ধৰিছে। উদ্যোক্তাসকলে এনেবোৰ পৰিস্থিতিৰ প্ৰতি সজাগ হৈ আগ নাবাঢ়িলে যিকোনো সময়তে অঘটন ঘটাৰ আশংকা নুই কৰিব নোৱাৰি। সাৱধান হোৱা ভাল।

তেতিয়াৰ দিনত অৰুণাচলৰ স্কুলবোৰত শনিবৰীয়া কাৰ্য-কলাপৰ ভিতৰত মাজে মাজে পতা আকস্মিক বক্তৃতা, তৰ্কসভা, আলোচনা সভাৰ উপৰিও খেল-ধেমালি, নৃত্য-গীত চৰ্চা কৰাৰ ব্যৱস্থা ৰখা হৈছিল। যেনেকুৱা বতৰ যিটো কামৰ বাবে বাহিৰত নাইবা ভিতৰত, উপযুক্ত বুলি ভাব হয় সেইমতে বতৰ চাই কাৰ্যসূচী তৈয়াৰ কৰা হয়। এইবোৰৰ বাহিৰেও বছৰৰ বিভিন্ন উৎসৱবোৰ সকলোৰে সহযোগত অতি উলহ-মালহেৰে পালন কৰা হৈছিল। ইমানবোৰ কাম-বন কৰিও ল'ৰা-ছোৱালীবোৰে পুৱা-গধূলি নিয়মিতভাৱে পঢ়া-শুনা কৰিবলৈ সময় উলিয়াই ল'ব পাৰিছিল। পৰীক্ষাবোৰৰ ফলাফলো আশানুৰূপ হৈছিল। সকলো দিশে সমানে আগবঢ়াৰ কাৰণে তেওঁলোকৰ ব্যক্তিগত জীৱনৰ লগতে সামাজিক জীৱনো উপকৃত হৈছিল। স্কুলৰ পাঠ্যক্ৰমৰ অগ্ৰগতিও বান্ধি লোৱা সময়সূচী অনুযায়ী হৈছিল। কাৰণ তেতিয়া পঢ়া-শুনাৰ লগত সম্পৰ্কহীন কোনো কাৰণতে স্কুল বন্ধ নহৈছিল। এতিয়া আমাৰ ইয়াত হোৱাই-নোহোৱাই, যেতিয়াই-তেতিয়াই, যাৰে-তাৰে আহ্বানত বন্ধবোৰ হোৱাৰ কাৰণে সমগ্ৰ শৈক্ষিক পৰিৱেশটোৱেই কিধৰণে কলুষিত হ'বলৈ ধৰিছে আৰু এই বন্ধবোৰৰ প্ৰভাৱত আমাৰ আৰ্থিক-সামাজিক-সাংস্কৃতিক-বৌদ্ধিক জীৱন কিদৰে পংগু হৈ গৈ আছে সেই কথা চিন্তাশীল ব্যক্তি মাত্ৰেই উপলব্ধি নকৰাকৈ থকা নাই। কাৰোবাৰ ব্যক্তিগত বা দলীয় স্বাৰ্থসিদ্ধি হয়তো হৈছে; কিন্তু সামূহিকভাৱে সমাজখনৰ ক্ষতিৰ বাহিৰে উপকাৰ একো হোৱা নাই। ফলত উন্নতি হওক চাৰি অৱনতিহে হৈছে।

কিন্তু ব্যতিক্ৰম ক'ত নহয়? এবাৰ পাছিঘাট হাইস্কুলতো এনে এটা পৰিস্থিতি হঠাতে উদ্ভৱ হ'ল। পূৰ্ব প্ৰস্তুতি নোহোৱাকৈয়ে কেন্দ্ৰীয় চৰকাৰে তলে তলে পাং-পাত্তি অৰুণাচলৰ শিক্ষা-জগতৰ পৰা অসমীয়া মাধ্যম গুচাই হিন্দী প্ৰচলন কৰাৰ মানসেৰে এখন চৰকাৰী গোপন পৰিপত্ৰ (Circular) প্ৰেৰণ কৰিলে আৰু তৎকালে তাক কাৰ্যকৰী কৰিবলৈ জৰুৰী নিৰ্দেশ দিলে। যিদিনা সেই নিৰ্দেশ স্কুলৰ শ্ৰেণীসমূহত ঘোষণা কৰি শুনাই দিয়া হ'ল, তাৰ পিছদিনা আমি সকলো ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী স্কুলত উপস্থিত হৈ এটা নাভূত-নাশ্ৰুত পৰিস্থিতি সন্মুখীন হ'ব লগাত পৰিলোঁ। চাৰিওফালে দেখোন মৰিশালিৰ নিস্তব্ধতা। সমগ্ৰ স্কুলৰ আৱেষ্টনীৰ ভিতৰত ক'তো এটিও ছাত্ৰ-ছাত্ৰীৰ মুখ দেখিবলৈ পোৱা নগ'ল। সেয়া আছিল বিক্ষোভ প্ৰদৰ্শনৰ উদ্দেশ্যে কৰা ছাত্ৰ-ছাত্ৰীৰ সৰ্বাত্মক সফল হৰতাল । সফল এই অৰ্থত যে সেইবাৰলৈ যেনিবা তৎকালে মাধ্যম পৰিবৰ্তন নহ'ল; নুমাওঁ নুমাওঁ হৈ পৰা বন্তিগছি ঢিমিক ঢামাককৈ আকৌ এবাৰ জ্বলি উঠিল। কিন্তু সেয়াও আছিল শেষ নিশ্বাসৰ আগজাননীহে। কিছুদিনৰ পিছত মাধ্যম অৱশ্যে সলনি হ'ল, কিন্তু

হিন্দীলৈ নহয়—ইংৰাজীলৈহে। সেয়া এক বেলেগ অধ্যায়।

আমি পাছিঘাটত থকা সময়তে অৰ্থাৎ ১৯৫৮ চনত মই প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে বি, এ পৰীক্ষা দিলোঁ। ৰিজাল্ট ওলোৱা দিনটোৰ উপলব্ধিৰ সামান্য এটা আভাস নিদিলে এই লেখা অসম্পূৰ্ণ হৈ ৰ'ব। সেইদিনা কি কাৰণে স্কুল বন্ধ আছিল পাহৰিলোঁ। ৰাতিৰে পৰা নেবানেপেৰা এজাক বৰষুণে মন বৰ অতিষ্ঠ কৰি তুলিছিল। ইফালে অনবৰতে পৰীক্ষাৰ ৰিজাল্টৰ চিন্তাই খাই মাৰিছে। নানা আগগুৰি নোহোৱা ভাববোৰ মনলৈ আহিছে গৈছে। কাৰো লগত কথা পাতিবলৈকো ইচ্ছা নাই। বিছনাত পৰি লৈ চিলিংখনলৈ চাই চাই ভাবিছোঁ ফেইল কৰিব লাগিলে কাইলৈ স্কুলৰ ল'ৰা-ছোৱালীবোৰৰ আগত মুখ দেখুৱামগৈ কেনেকৈ? তেওঁলোকক পঢ়াৰ সময়ত উৎসাহ দিওঁতে সদায় কৈ থাকোঁ, 'পৰীক্ষাত, পাছ কৰাটো একো টান কাম নহয়। পঢ়া-শুনা ভালকৈ কৰিলে ভাল ফল হ'বই।' এতিয়া নিজেই যদি ফেইল কৰোঁ, কি কৰিম? এইবোৰ গুণা-গঁথা কৰি থাকোতেই খিৰিকীয়েদি দেখিলো, টেলিগ্ৰাম বিলোৱা পিয়নজন আমাৰ ঘৰৰ কাষেদিয়েই পাৰ হৈ গ'ল। তেওঁ গৈ শোভা ছেত্ৰী (পিছত হাইয়াৰ ছেকেণ্ডাৰীৰ প্ৰিন্সিপাল)ৰ ঘৰত সোমোৱা দেখিলোঁ। শোভা আছিল ৰেগুলাৰ পৰীক্ষাৰ্থী। মোৰ বুকু চিৰিং কৰি গ'ল। মই নিশ্চয় ফেইল কৰিলোঁ! ভাত-পানী খাবলৈ মন নাই। বিছনাতে পৰি আছোঁ। দুঘণ্টামানৰ পিছত চাইকেলৰ বেল বজাই ছাৰ আছেনে বুলি কোনোবাই মতা শুনি উঠি গৈ দেখোঁ পিয়নজন। হাতত টেলিগ্ৰাম এখন লৈ 'ভাল খবৰ আছে, বক্‌চিচ দিয়ক ছাৰ' বুলি কৈ টেলিগ্ৰামখন মোক দিলে। সেইদিনা মোৰ হাতত মাত্ৰ টকা দুটাহে আছিল। তাকে তেওঁক দি দিলোঁ। বেচেৰাই আনন্দমনেৰেই গ'লগৈ। অভিনন্দন জনাই টেলিগ্ৰাম দিছিল বুলুৰ ককায়েকে দ্বিজেন শৰ্মাই। সেইদৰেই আমাৰ ভাই মহেন্দ্ৰ বৰঠাকুৰ, আন এজন ভাই (মথুৰাপুৰ উচ্চতৰ মাধ্যমিক স্কুলৰ প্ৰিন্সিপাল হৈ অৱসৰ লোৱা) প্ৰফুল্ল বৰঠাকুৰ আৰু যোৰহাটৰ ভাগিন জোঁৱাই যজ্ঞেশ্বৰ বৰকটকীয়েও মোৰ সৈতে একেলগে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত যোৰহাট কেন্দ্ৰৰ পৰা বি, এ, পৰীক্ষা দি উত্তীৰ্ণ হ'ল।

আই, এ পৰীক্ষা পাছ কৰাৰ পিছত বিশেষভাৱে উদগনি দি মাদাম মিৰিয়ে মোক দৰমহাৰ স্কেলৰ ছটা বছৰেকীয়া বৃদ্ধি (Increment) একেলগে দিছিল। আকৌ এইবাৰ বি, এ পৰীক্ষা পাছ কৰোঁতেও পুনৰ দুটা বঢ়াই দিলে। মোৰ শিক্ষকতাৰ জীৱনত কৰা মাদামৰ এই কৰুণা মই জীৱনত পাহৰিব নোৱাৰো। অৰুণাচলৰ শিক্ষক-শিক্ষয়িত্ৰী, ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰতি থকা তেখেতৰ মাতৃতুল্য দায়বদ্ধতা আৰু মৰম-চেনেহ কেৱল মইহে নালাগে মোৰ দৰে শ শ জনে আজিও

কৃতজ্ঞতাৰে স্মৰণ কৰে। এই মাতৃগৰাকীৰ সান্নিধ্যলৈ যিয়েই এবাৰলৈ হ'লেও আহিছে সিয়েই তেখেতৰ বিশাল ব্যক্তিত্বৰ দ্বাৰা অনুপ্ৰাণিত নোহোৱাকৈ থকা নাই। মাদাম কেৱল এগৰাকী মাতৃয়ে নহয়, এগৰাকী মহান শিক্ষাবিদো।

পাছিঘাটত থকা সেই সময়ছোৱাত আমি দুবাৰমান গ্ৰাম্য-সেৱা শিবিৰত যোগদান কৰিবলৈ সুযোগ পাইছিলোঁ। ইয়াৰ এবাৰ পাছিঘাটৰ পৰা এবেলাতকৈও অধিক সময়ৰ বাট খোজকাঢ়ি গৈ পোৱা, পিছলৈ অৰুণাচলৰ কমিছনাৰ মাৰ্টিন টাংগু চাহাবৰ গাঁও টাকি ৰালুঙত হৈছিল। অৱশ্যে এই শিবিৰত প্ৰধানকৈ অৰুণাচলৰ পুৰণা শিক্ষকসকলৰ পুনৰ প্ৰশিক্ষণ (Refresher-Course) ৰ লগতে নতুনকৈ কামত ভৰ্তি হোৱা ভালকেইজন শিক্ষককো প্ৰশিক্ষণৰ উদ্দেশ্যে গোট খুওৱা হৈছিল। শিবিৰত আয়োজিত পযেকজোৱা প্ৰশিক্ষণ কাৰ্যক্ৰমত শিক্ষাতত্ত্ব, পাঠদান প্ৰণালী, স্থানীয়ভাৱে নিৰ্মাণ কৰিব পৰা শ্ৰৱণ-দৰ্শন সঁজুলি তৈয়াৰ কৰা আদি কামৰ লগতে সমাজ-সেৱা, খেলা-ধূলা, নাচ-গান ইত্যাদিও অন্তৰ্ভুক্ত হৈছিল। টাকি ৰালুং প্ৰাথমিক স্কুল খেলপথাৰতে শিক্ষকসকলৰ বাবে খেৰ-বাঁহৰ অস্থায়ী শিবিৰ সাজি দিছিল গাঁওবাসী ৰাইজেই। এই শিবিৰত আমি যোগদান কৰিবলৈ যোৱাৰ আগতেই আমাৰ পৰম শ্ৰদ্ধাৰ মাদাম মিৰি অৰুণাচলৰ শিক্ষা জগতৰ পৰা আঁতৰি গৈছিল। তেখেতৰ ঠাইত আহিল পাঞ্জাব- হাৰিয়ানাৰ পৰা মিঃ ছামলাল চনি; ওখ-পাখ প্ৰকাণ্ড দেহধাৰী, চকুকেইটা সামান্য ডাঁহা। চৰকাৰী ভ্ৰমণতে হওক বা এনেয়েই হওক অনবৰতে তেওঁৰ হাতত এখন দিনলিপিৰ মোটা বহী থাকিবই। অৰুণাচলৰ শিক্ষা জগতৰ যিকোনো শিক্ষানুষ্ঠান, যিকোনো শিক্ষাবিষয়া, যিকোনো শিক্ষক-শিক্ষয়িত্ৰীৰ নাম পৰিচয় টোকা, যিকোনো বদলা-বদলি (Transfer-posting)-মুঠতে যিকোনো বিষয়ৰ যিকোনো ঘটনাৰ প্ৰসংগ নিৰ্দেশ (reference) তেওঁৰ দিনলিপি (diary)ত ওলাবই ওলাব। সেই দিনলিপিখনৰ সহায়তে য'লৈকে নাযাওক লাগে অৰুণাচলৰ সমগ্ৰ শিক্ষা জগতখন তেওঁ যেন নিজৰ হাতৰ মুঠিত লৈ ফুৰিছিল আৰু তাৰে পৰাই তথ্য উঘাটন কৰি যি, য'ত, যাক , যেনে ব্যৱস্থা কৰিব লাগে কৰিছিল। সেইজনেই আছিল অৰুণাচলৰ প্ৰথম পূৰ্ণ ক্ষমতাপ্ৰাপ্ত ডাইৰেক্টৰ অৱ এডুকেচন মিঃ ছামলাল চনি।

টাকি ৰালুং গাঁৱত প্ৰাথমিক বিদ্যালয়ৰ তেতিয়াৰ একমাত্ৰ শিক্ষকজন আছিল আমাৰ লগৰ অৰুণাচলৰ প্ৰথম দহজন শিক্ষকৰ ভিতৰত অন্যতম কমলেশ্বৰ বাঙ্গলি (পিছত ৰাষ্ট্ৰপতিৰ দ্বাৰা পুৰস্কৃত)। বাঙ্গলিৰ এখন হাতৰ আঙুলিকেইটাৰ চাৰিটাই নাছিল; থকাটোৰো মাত্ৰ এডোখৰহে আছিল। তথাপিও তেওঁ শিক্ষাদান কাৰ্য পৰম নিষ্ঠা আৰু নিপুণতাৰে কৰিছিল। দৈনিক পাঁচোটা শ্ৰেণীত অকলেই পাঠ পঢ়াইছিল,

খেলাৰ সামগ্ৰী গোটাই অঙ্ক শিকাইছিল, মেপ ব্যৱহাৰ কৰি ভূগোল পঢ়াইছিল, ছাত্ৰ-ছাত্ৰীক ঘৰত কৰি আনিবলৈ দিয়া বহীৰ কাম চাই শুধৰাই দিছিল, বাঁহ-বেত-মাটি আদিৰে সুন্দৰ হাতৰ কাম কৰোৱাইছিল। পঢ়াশালিৰ ফল-মূলৰ বাৰীখনক ফুলকবি, বন্ধাকবি, মূলা-গাজৰ-বিলাহী-মটৰমাহ-লফা-ধনিয়াকে আদি কৰি নানা শাক-পাচলি উৎপন্ন কৰি স্কুলৰ ল'ৰা-ছোৱালীক খুৱাইছিল, নিজেও খাইছিল; সময়ে সময়ে গাঁৱৰ মানুহকো বিলাইছিল। আদিভাষা তেওঁ নিজ মাতৃভাষাৰ দৰে সলসলীয়াকৈ কৈছিল। গাঁৱৰ মানুহে তেওঁক দেৱতাজ্ঞান কৰিছিল। পিছলৈ অৰুণাচলৰ উচ্চ-পদস্থ চৰকাৰী বিষয়া মাটিন টাংগু প্ৰাথমিক স্কুলত তেওঁৰে অতি প্ৰিয় ছাত্ৰ আছিল। কমিছনাৰজনে তেওঁৰ শিশুকালৰ শিক্ষকগৰাকীৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিলে ৰাষ্ট্ৰপতি বঁটাৰে সন্মানিত কৰোৱাই। এনেকুৱাই আছিল তেতিয়াৰ অৰুণাচলৰ গুণী শিক্ষকসকলৰ প্ৰতি গাঁৱৰ ৰাইজ আৰু ছাত্ৰ-ছাত্ৰীৰ এৰাব নোৱাৰা সম্পৰ্ক।

প্ৰশিক্ষাৰ্থী শিবিৰত থকা শিক্ষকসকলে ৰাঙ্গলি স্কুলৰ বাগিচাখন কাঁটা-তাঁৰেৰে নতুনকৈ বেঢ়িবৰ কাৰণে হাবিৰ পৰা কাঠৰ খুঁটা কাটি আনি নিজৰ নিজৰ ভাগ বেলেগ বেলেগকৈ জমা কৰিছিল। মইও ২৪টা এনে খুঁটা হাবিত কাটি নিজে কঢ়িয়াই আনি শিবিৰৰ চোতালত জমা কৰিছিলোঁ। পিছত জানিবলৈ পাই সুখী হৈছিলোঁ যে সেইটোৱেই হেনো এজন শিক্ষকে গোটোৱা আটাইতকৈ সৰহ খুঁটাৰ সংখ্যা আছিল। খুঁটাবোৰ গোট খোৱাৰ পিছত এদিন আমি সকলো প্ৰশিক্ষাৰ্থী, স্কুলখনৰ ছাত্ৰ-ছাত্ৰী, শিক্ষক ৰাঙ্গলি আৰু গাওঁখনৰ বুঢ়া-ডেকা সকলো মিলি স্কুলৰ বাগিচাখনৰ কাঁটা তাঁৰৰ বেৰখন সম্পূৰ্ণ নতুনকৈ সাজি উলিয়ালোঁ। ৰাঙ্গলিয়ে আমাক অৰ্থাৎ প্ৰশিক্ষাৰ্থীসকলক আৰু সেইদিনা কাম চাবলৈ অহা পলিটিকেল অফিচাৰ লমগুলং, ডাইৰেক্টৰ অব এডুকেচন মিঃ এচ, এন, সেন, অন্যান্য চৰকাৰী বিষয়া, গাঁৱবুঢ়া আৰু মুখিয়ালকে আদি কৰি সমবেত সকলো ৰাইজকে থলীতে ভোজ-ভাত খুৱাবৰ জোখাৰে প্ৰয়োজনীয় শাক-পাচলি তেওঁৰ স্কুলৰ বাৰীৰ পৰাই দিলে। তেতিয়াৰ অৰুণাচলৰ ভিতৰুৱা গাঁওবোৰৰ শিক্ষকসকলৰ প্ৰায় ভাগৰে সামাজিক দায়িত্বজ্ঞান আৰু কৰ্তব্যবোধৰ এয়া আছিল এক সুন্দৰ চানেকি। প্ৰশিক্ষণৰ সামৰণিৰ আগে আগে আমি গাঁৱৰ মূল পথছোৱাও হাবি-বন-কাটি মুকলিকৈ উলিয়াই দিলোঁ।

অতীতৰ কথাবোৰ সুঁৱৰি এতিয়া মোৰ মনলৈ প্ৰায় এটা ভাব আহি থাকে। আমাৰ ইয়াৰ ভালেকেইখন ভিতৰুৱা স্কুললৈ কিবা নহয় কিবা এটা অজুহাতত মই আজি-কালি যাবলৈ সুযোগ পাইছোঁ। তাৰে কেবাখনো স্কুলত যদিও বিদ্যালয়

চৌহদত আৰু ফুলনিবাৰীত গছ-গছনি ৰোৱা দেখিবলৈ পাইছোঁ কিন্তু ফল-মূল,শাক-পাচলিৰ বাগিছা কৰা স্কুল খুব কমেইহে চকুত পৰিছে। মাত্র এখন স্কুলত হোষ্টেলত থকা ছাত্ৰীসকলে আন আন খেতিৰ লগতে যথেষ্ট পৰিমাণে ধানখেতি কৰা দেখিবলৈ পাইছিলোঁ। সঁচাকৈয়ে এইটো এটা শলাগিবলগীয়া আদর্শ। সেইবাবে মই ভাবোঁ, আমাৰ গাঁওবোৰৰ প্ৰতিখন স্কুলতে যদি এনে বাগিচা খুলিব পাৰি কিমান ভাল হ'ব। এনে কামৰ বাবে শিক্ষক-শিক্ষয়িত্ৰীসকলৰ উপৰিও গাঁওবাসী ৰাইজৰ সম্পূর্ণ সমর্থন, সহায় আৰু সহযোগিতাৰ যে প্ৰয়োজন সেই কথা নক'লেও বুজিব পাৰি। তথাপি দেশপ্ৰমী উদ্যোগী শিক্ষক এজনৰ বাবে তেনে সহায়-সহযোগিতা আদায় কৰাটো বিশেষ কঠিন নহ'ব যেন লাগে, যদিহে মনৰ প্ৰবল ইচ্ছা আৰু জনসেৱাৰ প্ৰতি আগ্ৰহ থাকে।

পাছিঘাট হাইস্কুলৰ শিক্ষক-শিক্ষয়িত্ৰী, ছাত্ৰ-ছাত্ৰীৰ দ্বাৰা গঠিত পঁয়সত্তৰ-জনীয়া এটা দল এবাৰ খৰালি দিনত এখন অতি ভিতৰুৱা গাঁৱলৈ সমাজ সেৱাৰ বাবে গৈছিলো। গাঁওখনৰ নাম কয়ো। পাছিঘাটৰ পৰা খোজকাঢ়ি চাৰিদিন বাট। ওপৰত উল্লেখ কৰা টাকি ৰালুংগাঁৱলৈ যোৱা পথটোৰেই লেদুম আৰু তেনে নামৰ আৰু দুখন গাঁও অতিক্রম কৰি কয়ো গাঁও পোৱা যায়। এখন গাঁৱৰ পৰা আন এখন গাঁৱৰ দূৰত্ব চৈধ্য-পোন্ধৰ কিলোমিটাৰ পৰ্যন্ত হ'ব পাৰে। সাধাৰণতে এদিনৰ বাট বুলি ক'লে দহ মাইলমান বুজায়। সেই হিচাপে পাছিঘাটৰ কয়ো গাঁৱলৈ চল্লিছ-পঞ্চাল্লিছ মাইল মানেই আছিল। কয়ো গাঁৱলৈ সমাজ সেৱাৰ বাবে যাবলৈ ওলোৱা মূল দলটোত হেড্‌মাষ্টৰ চলিহাদেৱ নিজে আছিল। ওপৰশ্ৰেণীৰ ছোৱালী ভালেকেইগৰাকী ওলাইছিল কাৰণে শিক্ষয়িত্ৰী তথা হোষ্টেলৰ ছুপাৰিণটেণ্ডেণ্ট মলিনা দত্ত (গগৈ)ও ওলাইছিল। মলিনা দত্ত (বিবাহসূত্ৰে গগৈ) পিছত গৈ প্ৰিন্সিপাল হৈছিলগৈ। আন আন শিক্ষকৰ লগতে ৰাজেন তেৱাৰী নামৰ হিন্দী শিক্ষকজনো ওলাইছিল। মূল দলটো কয়ো গৈ পোৱাৰ আগতেই তাত সকলোৰে থকা-মেলাৰ ব্যৱস্থা, খোৱা আৰু গা-পা ধোৱাৰ সুবিধা-অসুবিধা আদি সকলো দিশ চাইচিতি গাঁৱৰ মানুহৰ লগত আলোচনা কৰি ঠিক-ঠাক্ কৰিবৰ কাৰণে ৰূপেশ্বৰ লাহন (পাছত প্ৰিন্সিপাল), যোগেন দাস আৰু মোক কেইদিনমান আগতেই তালৈ পঠাইছিল। আমি প্ৰথমদিনা দুগুণ বাট খোজকাঢ়ি লৈ লেদুমৰ গাঁওবুঢ়াৰ ঘৰত উঠিলোগৈ। আমি সেইদিনা গৈ পামগৈ বুলি আগতীয়াকৈ খবৰ পোৱাৰ কাৰণে গাঁওবুঢ়াৰ ঘৰতে সকলো ব্যৱস্থা কৰি থোৱা আছিল। পহু-মাংসৰ আঞ্জা, সিজোৱা কণী আৰু তৰকাৰিৰে ভাত খাই চাংঘৰত আলহীৰ বাবে আচুতীয়াকৈ ৰখা ঠাইত বিছনা পাৰি ৰাতি শুবলৈ ওলাইছোঁহে, এনেতে আহিল গাঁৱৰ এজাক ছোৱালী পনুং (নাচ)

কৰিবলৈ। পনুং কৰি কৰি আমাকো লেপৰ তলৰ পৰা টানি উলিয়াই তেওঁলোকৰ শাৰীত সুমুৱাই নচুৱাইহে এৰিলে। ইফালে আমাৰ মাজত লাহনৰ অৱস্থা কাহিল; ভৰি তুলিবই নোৱাৰে। দুগুণ বাট খোজকাঢ়ি যোৱাৰ কাৰণে ভৰি উখহি গৈছিল। দুজনে দুফালে ধৰি ধৰি কোনোৰকমে চোঁচোৰাই নিয়াৰ দৰে নিহে তেওঁক গাঁওবুঢ়াৰ ঘৰত তোলা হৈছিল। অৱশ্যে পাহাৰী ঘৰতে তৈয়াৰী আপঙৰ প্ৰভাৱে তেওঁৰো মনোবল ঘূৰাই অনাত যেনিবা নাচত যোগ দিব পৰা হ'ল। এইদৰে এঘণ্টামান সময় নাচি-বাগি ৰংতামচা কৰি ছোৱালীজাক ঘৰা-ঘৰি গ'ল। ৰাতিটো সেইদৰে গাঁওবুঢ়াৰ ঘৰত পৰিয়ালৰ অতি আপোন মানুহৰ দৰে কটাই পিছদিনা নিচেই পুৱাতেই উঠি ভাত-পানী খাই বৈ আকৌ খোজ লোৱা হ'ল। সেইদিনা তেনেকৈ থাকি তাৰ পিছদিনাহে আমাৰ গন্তব্যস্থান কয়ো পালোঁগৈ। চাৰিজনমান গাঁওবুঢ়াৰ অধীনত কয়োও এখন বিশাল গাঁও। আমি যোৱাৰ খবৰ আগতীয়াকৈ পাই তাতো আগৰে পৰাই সকলো ঠিক্‌ঠাক্ কৰি থোৱাই আছিল। আনকি পাঁয়সত্তৰ জনৰ পৰা এশজনমান মানুহ থাকিব পৰাকৈ, শুব-বহিব পৰাকৈ চাং সাজি কয়ো নদীৰ পাৰতে বাঁহ-খেৰ আৰু কৌপাতেৰে তিনি-চাৰিখন দীঘল দীঘল চালি আৰু খাদ্য-সামগ্ৰীবোৰ নিৰাপদে ৰাখিবৰ কাৰণে বেৰা দি বেলেগ এখন মজবুত চালি সজাৰ উপৰিও শিক্ষয়িত্ৰীগৰাকী আৰু গাভৰু ছোৱালীকেইজনীয়ে আবৃত্ত গা-পা ধুব পৰাকৈ গা-ধোৱা চালিও সাজি থৈছিল। আমালৈনো বাৰু কি কাম বাকী থাকিল? গোটেই গাঁওখন উঠা-নমা কৰি ফুৰি-চাকি দুই-তিনিদিনমান মুকলিমনেৰে গাঁৱৰ মানুহৰ সৈতে মিলা-মিচা কৰি মূল দলটো গৈ পোৱালৈ আমি আনন্দ মনেৰে আগ্ৰহেৰে বাট চাই থাকিলোঁ।

শীত কাল। জাৰ ভালকৈয়ে পৰিছে । ইফালে বতৰটোৱেও দেখোন ওমা-গোমা কৰি বৰষুণ দিওঁ দিওঁ কৰি আছে। দুই তিনিদিন বৰ আগ্ৰহেৰে বাট চাই থাকি খবৰ পালোঁ যে হেড্‌মাষ্টৰ চলিহাদেৱৰ সৈতে মূল দলটো গাঁৱৰ সীমাৰ কাষ চাপিছে। গাঁৱৰ সীমা বোলোতেই বিশেষ এটা কথা মনত পৰিছে। প্ৰায়বোৰ পাহাৰী গাঁৱলৈ পাহাৰ বগাই উঠি যাওঁতে এটা উল্লেখনীয় দৃশ্য চকুত পৰে।সেইটো হৈছে, খেতি বাতি কৰা জুম খেতিৰ পথাৰবোৰ পাৰ হৈ মূল গাঁওখনত প্ৰৱেশ কৰাৰ আগতেই দেখিবলৈ পোৱা শাৰী শাৰী ভঁৰাল ঘৰবোৰ। পাহাৰী মানুহবোৰে তেওঁলোকৰ ভঁৰাল ঘৰবোৰ তেওঁলোকে থকা ঘৰবোৰৰ ওচৰত নাসাজে। গাঁওখন পাবলৈ প্ৰায় ডেৰ-দুই কিলোমিটাৰমান থাকোঁতেই নিগনি সোমাব নোৱাৰাকৈ ভঁৰালৰ চাংখনৰ তলৰ খুঁটাবোৰত গোল গোলকৈ একোখন চেপেটা মিহি কাঠি লগাই সৰু সৰু চাংঘৰবিলাক শাৰী শৰীকৈ সাজি তাতেই তেওঁলোকৰ খেতি-

ৰাতিৰ পৰা উৎপাদিত সামগ্ৰীসমূহৰ লগতে একোখন ঘৰৰ মূল্যবান বাচন-বৰ্তন জিমৰ দৰে মূল্যবান কাপোৰ, পুৰণিকলীয়া পৈতৃক সম্পত্তি আদিও আটোমটোকাৰিকৈ ৰাখে। গাঁওখনৰ সকলো গৃহস্থীৰ ভঁৰাল ঘৰবোৰ তেনেকৈ একেঠাইতে থয় যদিও তাত কোনো ৰখীয়া নাথাকে। দিনে-ৰাতিয়ে সেই ভঁৰাল ঘৰবোৰ কোনো ৰখীয়া নোহোৱাকৈ থাকে। তথাপি তাৰ পৰা একো বস্তু নেহেৰায় বা চুৰি নহয়। এইযে সমজুৱাসকলৰ যি সমজুৱা-সততা চকুত পৰে, সেইটো আমাৰ ইয়াত কল্পনা কৰাও কঠিন। অথচ সভ্যতাৰ খোজেৰে অনেক আগবাঢ়ি গৈছোঁ বুলি ভাবিবৰ থল আছে জানো? পাহাৰী গাঁওবোৰৰ ভঁৰাল ঘৰবোৰ তেনেকৈ গাঁৱৰপৰা দূৰৈত সজাৰ মূল কাৰণটো হৈছে অকস্মাৎ গাঁওখনত জুই লাগিলেও যাতে ভঁৰালবোৰ সুৰক্ষিত থাকে। তেনে বিপৰ্যয়ৰ সন্মুখতো যাতে গাঁৱৰ মানুহখিনিয়ে খোৱা বস্তুৰ অভাৱত লঘোণে-ভোকে থাকিবলগীয়া নহয়; গাত লোৱা কাপোৰৰ অভাৱত প্ৰবল শীততো যাতে কষ্ট পাবলগীয়া নহয়।

যথা সময়ত মূল দলটো আহি কয়োত উপস্থিত হ'লহি। গাঁওবুঢ়া তথা মুখিয়ালকেইজনৰে সৈতে গাঁৱৰ অনেক ডেকা-গাভৰুৱে আহি দলটোক আদৰণি জনালেহি। পাহাৰী মানুহবোৰৰ এইটো অতি প্ৰশংসনীয় গুণ। আজিকালি অৱশ্যে এইবোৰ প্ৰথাৰ কিছু সালসলনি নোহোৱাকৈ থকা নাই। ইতিমধ্যে বয়-বস্তু আৰু বিছনা-পত্ৰ কঢ়িয়াই অনা মানুহবোৰো আহি গাঁওখন পালেহি। সকলোৰে সকলো বস্তু আহিল; নাহিল কেৱল হিন্দী শিক্ষক তেৱাৰীজীৰ বিছনা আৰু পিন্ধা কাপোৰ আদি ভৰাই অনা হোল্ড-অলটো। পাছিঘাটৰ পৰা টাকিৰালুং পৰ্যন্ত সকলো বস্তু ট্ৰাকত বোজাই কৰি আনিছিল। তাৰ পৰাহে পৰ্টাৰে কান্ধত কঢ়িয়াই আনি কয়ো পোৱাইছিলহি। তেৱাৰীজীৰ হোল্ড্ অলটো কেনে গম নোপোৱাকৈ বাটতে পৰি আহিছিল। বেচেৰাই দুৰাতি অৰ্ধনগ্নৰূপে আৰ এপদ তাৰ এপদ বস্তু ব্যৱহাৰ কৰি বাহিৰলৈ ওলাই যাব নোৱাৰা অৱস্থাৰে কোনোৰকমে পাৰ কৰিলে হয়, কিন্তু ইতেমধ্যে এটা আমোদজনক ঘটনা ঘটিলেই নহয়। শিবিৰটোত সকলো সহযোগী আহি পোৱাৰ পিছত গধূলিলৈ হেড্মাষ্টৰ চলিহাদেৱে গোটেই দলটোক চাৰিভাগ কৰি একোটা ভাগত কমেও এজন শিক্ষক আৰু এজন গাঁওবুঢ়াক যুটীয়া দায়িত্ব দি গাঁওখন পৰিস্কাৰ কৰা, ওপৰলৈ সহজে খোজকাঢ়ি উঠা নমা কৰিব পৰা বাট-পথ নিৰ্মাণ কৰা, হাবিবন কাটি মুকলি কৰা আদি কামবোৰ ভগাই দিলে। পিছদিনা নিচেই পুৱাতেই উঠি চাহৰ লগত চিৰা এমুঠিৰে সামান্য জলপান খাই সকলো ওলাই যাবলৈ সাজু হৈছে আৰু এনেতে মোৰ দলৰ ভাগত পৰা ক্ষীণ-মীন গাঁওবুঢ়াজন আহি চলিহাদেৱৰ ওচৰত থিয় দিলেহি। চলিহাদেৱে তেওঁৰ ফালে

চাই সুধিলে, 'গাঁওবুঢ়া, আজি বতৰটো কেনে হ'ব বাৰু?' গাঁওবুঢ়াই বৰ গহীন হৈ ওপৰলৈ মুৰ দাঙি চাই ক'লে, "মিগম (চাহাব), আজি বতৰটো বৰ লাং-পাং আছে দেই। মোৰ হুকুম পৰাতো (মোৰ আন্দাজমতে) আজি বতৰটো ভাল হ'ব লাগে।" ল'ৰা মখাই নিচেই ওচৰতে থিয় হৈ হেড্‌মাষ্টৰ আৰু গাঁওবুঢ়াৰ কথোপকথন শুনি আছিল। গোটেই মখাই গিৰ্জনি মাৰি হাঁহিৰ ৰোল তুলি লগে লগেই বেচেৰা গাঁওবুঢ়াৰ পৰিচয়টো তেনেই সহজ কৰি 'লাং-পাং গাঁওবুঢ়া' কৰি পেলালেই। তেতিয়াৰে পৰা সকলোৰে মাজত মোৰ কামৰ বন্ধু সেই গাঁওবুঢ়া 'লাং-পাং গাওঁবুঢ়া' নামেৰেই পৰিচিত হ'ল। পিছে ইমানতে সকলোখিনি আমোদৰ অন্ত নপৰিল।

তেৰাবীজীৰ বস্তু তেতিয়াও আহি পোৱাহি নাই। তেখেতৰ আকৌ পেটটোও বৰ ওলোৱা। গাঁওখনৰ ওপৰলৈ উঠা-মেলাত বৰ কষ্ট হ'ব বুলি ভাবি চলিহাদেৱে তেখেতক খাদ্য-সামগ্ৰী ৰখা গুদামঘৰটোৰ দায়িত্ব দি অষ্টমমানত পঢ়ি থকা টাবম ডাবি (পিছত চাৰ্কোল অফিচাৰ) নামৰ নিচেই সৰু ফুটীয়া ল'ৰা এটিক ঘড়ী চাই সময় মতে ডাঙৰ-ডাঙৰকৈ শিবিৰত ঘণ্টা বজাবলৈ আৰু দৰকাৰ হ'লে তেৰাবীজীক সহায় কৰিবলৈ নিৰ্দেশ দিলে। আগবাতি ভাগ কৰি লোৱা এটা দলত সকলোৰে কাৰণে ভাত-পানী ৰান্ধিবলৈ দায়িত্ব দি বাকী তিনিটা দল পথ-নিৰ্মাণ আৰু গাঁও চাফাই কামৰ বাবে বাহিৰ ওলাই গ'ল। গাঁওবুঢ়াই কৰা ভৱিষ্যতবাণী ফলিয়ালে; অৰ্থাৎ লাহে লাহে বতৰ মুকলি হৈ ৰ'দ ওলাল। এঘাৰ বাজি পোন্ধৰ মিনিট যোৱাৰ লগে লগে টাবমে প্ৰথম সংকেতসূচক ঘণ্টাটো বজালে। আমাৰ দলটোৱে গাঁওখনৰ নামনিত শিবিৰটোৰ সমীপতে কাম কৰি আছিল। কোনোবা এটা সময়ত আমাৰ দলৰ গাঁওবুঢ়া আহি গুদামঘৰটোৰ বিপৰীতফালে এজোপা ওখ গছৰ তলত কিবা বস্তু বিচাৰি আছিল। সিফালে ঢোৰোহা পেটটো উলিয়াই গুদামঘৰৰ দুৱাৰ মুখত ৰ'দ লৈ তেৰাবীজীয়ে তেখেতৰ উদং গাটোত মিঠাতেল মালিচ কৰি আছিল। তেওঁ গাঁওবুঢ়াক দেখা পোৱা নাছিল। ওখ গছজোপাৰ তলত শুকান পাতবোৰ সৰি সৰি দ'ম হৈ আছিল। গাঁওবুঢ়াৰ ভৰিৰ গচকত শুকান পাতবোৰৰ পৰা খচ্ খচ্‌কৈ এটা শব্দ ওলাইছিল। শব্দ শুনি তেৰাবীজীয়ে টাবমক চিঞৰি চিঞৰি মাতিলে, "ঐ টাবম, চাবি চাবি গাহৰি সোমাব, বস্তু নষ্ট কৰিব।" গাঁওবুঢ়াৰ ভৰিৰ গচকত আকৌ খচ্ খচ্ শব্দ। এইবাৰ তেৰাবীজীয়ে আৰু আধিক জোৰেৰে টাবমক চিঞৰি ক'লে, "ঐ টাবম, ক'ত আছ? চাবি গাহৰি সোমাব।" তেৰাবীজীৰ কথা শুনি গাঁওবুঢ়া খঙত একেবাৰে টিঙিৰি তুলা হৈ খাপৰ পৰা মস্ত দীঘল দা-খন উলিয়াই "দেচুৱালী মাষ্টৰটোৱে মোক গাহৰি দেখিছে, তাক কাটিম"

বুলি কৈ চোঁচা লওঁতেই যেনিবা টাবম আৰু মই দৌৰমাৰি আহি গাঁওবুঢ়াক সাৱটি মাৰি ধৰি দা—খন কাঢ়ি লৈ তেওঁক আঁতৰাই লৈ গ'লোঁ। ইতিমধ্যে দ্বিতীয়বাৰ ঘণ্টাৰ শব্দ শুনি বাকী কেউটা দলৰো ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী সকলো আহি গোট খালেহি। চলিহাদেৱে গাঁওবুঢ়াক বুজাই- বঢ়াই শান্ত কৰিলে। তেৱাৰীজীয়ে নেদেখাৰ কাৰণেহে ভুল হৈছিল বুলি কৈ গাঁওবুঢ়াৰ ওচৰত ক্ষমা খুজিলে। তথাপিও গাঁওবুঢ়াৰ মনত তেৱাৰীজীৰ প্ৰতি ভাল ভাব নোসোমাল। ছমাহমানৰ মূৰত এবাৰ পাছিঘাটলৈ যাওঁতে বজাৰৰ ওচৰত লগ পাই গাঁওবুঢ়াই মোক প্ৰথমে প্ৰশ্ন কৰিছিল, "সেই দেচুৱালি মাষ্টৰটো আছে নে নাই?" তাৰ পিছতহে তেওঁ অন্য খা-খবৰ লৈছিল। তেতিয়াও মই গাঁওবুঢ়াক বহুত বুজালোঁ। তথাপি তেওঁৰ মনৰ ভাব সলনি হোৱা যেন নালাগিল। তেৱাৰীজী আচলতে অতি মৰমিয়াল, নিৰহঙ্কাৰী, সৰল স্বভাৱৰ ব্যক্তি আছিল। হঠাৎ উৎপন্ন হোৱা পৰিবেশ একোটাই কেনেকৈ ভুল বুজা-বুজিৰ সৃষ্টি কৰিব পাৰে এইটো তাৰে এটা মাথোন উদাহৰণ।

গাঁৱৰ মানুহৰ অতিথি পৰায়ণতাৰ গুণ বখানি অন্ত কৰিব নোৱাৰি। প্ৰথম দিনাৰ দৰেই প্ৰতিদিনে শিবিৰ বন্ধ নোহোৱালৈকে গাঁৱৰ গাভৰু ছোৱালীহঁতে বাঁহৰ চুঙাত পানীয় আৰু কৌপাতৰ টোপোলাত সিজোৱা কণী লৈ ওপৰলৈ উঠি যোৱা বাটছোৱাৰ প্ৰতিটো মেছতে থিয় হৈ প্ৰত্যেককে একোটা ভাগ দি খুৱাই লৈহে কামত ধৰিবলৈ দিছিল। তদুপৰি তেওঁলোকে নিজেও কামত যোগ দিছিল। এনেদৰে সকলোৱে মিলিজুলি দুখ-ভাগৰ পাহৰি কাম কৰি যে এটা বিমল আনন্দ পোৱা যায় সেইটো আক্ষৰিক ভাবাৰে প্ৰকাশ কৰা সহজ নহয়। আমাৰ ইয়াৰ নিজৰ গাঁওবোৰৰ কাৰণেও এইদৰে খৰালি দিনত, বছৰেকীয়া পৰীক্ষা শেষ হোৱাৰ পিছত আৰু দীঘলীয়া বন্ধৰ কালছোৱাত বিভিন্ন স্বেচ্ছা-সেৱী সংগঠন, গাঁৱৰ ৰাইজ আৰু স্কুলীয়া ছাত্ৰ-ছাত্ৰী সকলো মিলি শ্ৰমদান শিবিৰৰ আয়োজন কৰি বাট-পথ, দলং আদি নিৰ্মাণৰ কামত ধৰিলে গাঁওবোৰৰ উন্নতি নহৈ নাথাকে। ইয়াৰ বাবে প্ৰয়োজন শ্ৰমদান কৰিবলৈ ঐকান্তিক আগ্ৰহ। এনেবোৰ কৰ্ম-আঁচনিৰ যোগেদি অংশগ্ৰহণকাৰীসকলৰ মনত শ্ৰমৰ মৰ্যাদা যে বঢ়াব পাৰি তাত সন্দেহ নাই।

কয়ো নদীখন পোৱাৰ আগৰে পৰা গাঁওখনৰ মুখলৈকে গোটেই পথছোৱা দুফুটমান বহলকৈ খোজকাঢ়ি সহজে মূৰত বোজা লৈ উঠি যাব পৰাকৈ বান্ধিবলৈ আৰু প্ৰতিঘৰ মানুহৰ ঘৰৰ চাংতলবোৰ, গাহৰি বন্ধা ঠাইবোৰ আৰু ঘৰবোৰৰ চৌপাশবোৰ মন ভাল লগাকৈ পৰিষ্কাৰ কৰি উলিয়াবলৈ আমাক এসপ্তাহতকৈও বেছি সময় লাগিছিল। তথাপিও বহুত কাম হ'ল। ইফালে লগত নিয়া খাদ্য-সামগ্ৰীও কমি আহিবলৈ ধৰিলে। শেষৰ দিনা কয়ো নদীৰ পৰা প্ৰচুৰ মাছ ধৰি গাঁৱৰ মানুহে

দান কৰা তিনিটা ডাঙৰ ডাঙৰ ছাগলীৰ মাংসৰে সৈতে গাঁৱৰ ৰাইজ আৰু শিবিৰবাসী সকলো মিলি ভাজভাত খাই শিবিৰ বন্ধ ঘোষণা কৰা হ'ল। পিছদিনা কাউৰীয়ে কা নৌ কৰোঁতেই সকলোতকৈ আগতে শয্যা ত্যাগ কৰি লুম্মেৰ আৰু মই শিবিৰ এৰি পাছিঘাট মুৱা হ'লোঁ। সেই কেইদিন দূৰত থাকি ঘৰখনলৈ, বিশেষকৈ ল'ৰা-ছোৱালীকেইটালৈ মোৰ বৰকৈ মনত পৰি আছিল। বাটত ক'তো ৰাতি নকটোৱাকৈ, তেনে, লেদুম, টাকিৰালুং গাঁও অতিক্ৰম কৰি সন্ধ্যা লগা লগা হওঁতে পাছিঘাট পালোঁহি। দুপৰীয়া সাজ পহু মাংস আৰু সিজোৱা কণীৰ সৈতে লেদুমৰ গাঁওবুঢ়াৰ ঘৰতে খালোঁ।

## (পাঁচ)

টাকি ৰালুঙত ইতিপূৰ্বে উল্লেখ কৰা সংক্ষিপ্ত প্ৰশিক্ষণ শিবিৰৰ কাম চলি থাকোঁতেই চিয়াং নদীৰ সিপাৰে দহ মাইল দূৰত অৱস্থিত মেবৰ এম,ই স্কুলত কিবা অঘটন ঘটিছিল। শিক্ষকসকলৰ মাজত কিবা মনোমালিন্য হৈ কলমাৰি দাঙি হুংকাৰ দিয়াৰ পৰিবেশৰ সৃষ্টি হৈছিল। ইফালে স্কুলৰ হেড্‌মাষ্টৰ মিঃ জে কে শেঠ আৰু তাত থকা প্ৰশাসনিক বিষয়া প্ৰেমানন্দৰ মাজতো খাবলৈ, গা-ধুবলৈ পানী পোৱা-নোপোৱালৈ তীব্ৰ মনোমালিন্য দেখা দিছিল। এনেবোৰ কাজিয়া-পেঁচালৰ পৰিণতিত স্কুলৰ শিক্ষকসকলৰ বাবে খেৰ-বাঁহেৰে সজা তিনিটা চৰকাৰী ঘৰ জ্বলি ভস্মিভূত হৈছিল। পাছিঘাটৰ পলিটিকেল অফিচাৰে হেড্‌মাষ্টৰ জে, কে শেঠক তৎক্ষণাত মাতি পঠোৱাত তেওঁ একপ্ৰকাৰ পলায়ন কৰিয়েই অৰুণাচল এৰি গ'ল। মেব এম্ ই স্কুলৰ শৈক্ষিক পৰিৱেশ তেনেই বিনষ্ট হ'ল। পলিচিকেল অফিচাৰ মিঃ লুংঙালাং, জিলাখনৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক মিঃ এচ্ এন সেন আৰু পাছিঘাট হাইস্কুলৰ হেড্‌মাষ্টৰ চলিহাদেৱৰ মাজত গোপন আলোচনা হ'ল। আলোচনাৰ অন্তত অলপতে হৈ যোৱা প্ৰশিক্ষণ কালৰ ফলাফলৰ ভিত্তিত আৰু বছৰেকীয়া গোপন ৰিপৰ্ট (Annual confidential report) চাই তেখেতসকলে মোকে মেব এম ই স্কুলৰ হেড্‌মাষ্টৰ ৰূপে পঠোৱাৰ সিদ্ধান্ত লৈ অৰ্ডাৰ দিবৰ বাবে ছিলঙত থকা ডাইৰেক্টৰ অব এডুকেচনলৈ বেঁতাৰ বাৰ্তা প্ৰেৰণ কৰিলে। ডি, ই, ছামলাল চনিয়ে প্ৰথমে মোক পঠাবলৈ অমান্তি হৈছিল। তেওঁৰ অজুহাত আছিল, "বৰঠাকুৰে ক্লাছ ফাইভ-ছিক্সত হিন্দী পঢ়োৱাৰ দায়িত্ব ল'ব নোৱাৰিব।" পাছিঘাটৰ পি, অ'-ই পুনৰ টেলিগ্ৰাম কৰিলে। তেতিয়া এপ্ৰিল মাহৰ মাজভাগ। আমাৰ বহাগ বিহুৰ সময়।

বিহুৰ দ্বিতীয় দিনা আমাৰ ঘৰৰ ওচৰৰ চৰকাৰী চাকৰিয়ালবোৰ একেলগ হৈ আমি থকা লাইনটোতে ৰূপেশ্বৰ গগৈহঁতৰ ঘৰত হুঁচৰি গাই আছে। মইও তাতে আছিলোঁ। তেনেতে, ডি আই, এছ মিঃ সেন, হেডমাষ্টৰ চলিহাদেৱৰ সৈতে আমাৰ ঘৰ ওলালহি। বুলুৱে তেখেতসকলক আথে-বেথে বহুৱাই যথাবিহিত বিহুৰ জলপান যাচিছে। খবৰ দিয়াত মইও আহি পালোঁ। জা-জলপান খাই উঠি ইটো-সিটো কথা উলিয়াই তাৰ মাজতে ডি, আই, এছ, মিঃ সেনে মোক মেবলৈ হেডমাষ্টৰ হৈ যাব লাগে বুলি ক'লে আৰু ক'লে যে পলিটিকেল অফিচাৰে সুধি পঠাইছে মই ওপৰৰ শ্ৰেণীত হিন্দী বিষয়টো পঢ়োৱাৰ দায়িত্ব ল'ব পাৰিমনে নোৱাৰিম। ইতিমধ্যে মই যদিও হিন্দীৰ প্ৰবেশিকা পৰীক্ষা পাছ কৰিয়েই থৈছিলোঁ আৰু চেষ্টা

কৰা হ'লে হয়তো পঢ়াবও পাৰিলোহেঁতেন তথাপিও ভৱিষ্যতে হ'ব পৰা ভাল-বেয়া পৰিণামৰ কথা ভাবিয়েই সেই দায়িত্ব ল'ব নোৱাৰো বুলি ক'লো। সেন আৰু চলিহাই মোক অনেক বুজনি দিলে। ক'লে "মেৰ স্কুল অতিশীঘ্ৰে হাইস্কুললৈ উন্নীত হ'ব। তাৰ পকাঘৰ-দুৱাৰৰ কাৰণে ইতিমধ্যে টকা-পইচা নিৰ্ধাৰিত হৈ আছে। ঘৰৰ আঁচনিও প্ৰস্তুত হৈ আছে।" ইত্যাদি ইত্যাদি। তথাপিও মই হিন্দী বিষয়টোৰ দায়িত্ব ল'ব নোৱাৰো বুলিয়েই ক'লো। দুঘণ্টা বহি কথা-বতৰা হৈ আকৌ এবাৰ তেখেতসকলে মোৰ মনটো জুখি চালে। মই একেই উত্তৰকে দোহাৰিলোঁ। অৱশেষত যাবলৈ সাজু হৈ বাহিৰৰ বাৰাণ্ডাত থিয় হৈ মিঃ সেনে ক'লে, "মিঃ বৰঠাকুৰ! মই তেনেহ'লে পি, অ' চাহাবক কমগৈ, Borthakur is not at all interested - বৰঠাকুৰ মুঠেই আগ্ৰহী নহয় বুলি।" মইও লগে লগে 'হ'ব হ্বাৰ' বুলি উত্তৰ দিয়াত তেখেতসকল দুয়ো ঘৰা-ঘৰি গ'লগৈ। কথা পাতি থাকোঁতেই ৰাতি দহ বাজি পাৰ হোৱাত মই আৰু ইঁচৰি দলত যোগ দিবলৈ নগ'লোঁ। ভাত মুঠি খাই বাহিৰৰ কোঠাটোতে বিছনাত পৰিলোঁ যদিও মোৰ টোপনি নধৰেহে নধৰে। চাকৰিৰ সন্ধানত আহি শদিয়াত প্ৰথম ভৰি দিয়াৰ দিনটোৰ পৰা পাছিঘাট হাইস্কুলত সহকাৰী শিক্ষকৰূপে যোগদান কৰালৈকে সকলো ঘটনাৰাজি এটাৰ পিছত এটাকৈ মোৰ মানস পটত ভাঁহি উঠিল। বিছনাৰ পৰা উঠি আহি হাতত সাৰে ভৰিৰ সাৰে পাকঘৰলৈ গৈ এগিলাচ পানী খাই আহিলোঁ। বুলু ল'ৰা-ছোৱালী তিনিটা লগত লৈ কাষৰ কোঠাটোত টোপনিত লালকাল। মই গোটেই কথাবোৰ আগৰ পৰা গুৰিলৈকে চিন্তা কৰি কোঠাটোৰ ভিতৰতে এবাৰ ইফালে, এবাৰ সিফালে নিঃশব্দে অহা-যোৱা কৰি ভাবিছোঁ : এই পৰ্যন্ত প্ৰায় এটা যুগ অৰুণাচলত শিক্ষকতা কৰি কটালো; কোনোদিনেই মোৰ মুখৰ পৰা 'নোৱাৰোঁ' শব্দটো বাহিৰ হোৱা নাছিল। আজি শিক্ষাবিভাগৰ দুজন উচ্চ-পদস্থ বিষয়াক 'নোৱাৰোঁ' শব্দটোৰে মই কিয় বিদায় দিলোঁ? নিচেই সৰু কালতে মুখস্থ কৰা "নোৱাৰো কথাটি বোপা বেয়া কথা বৰ, কদাপি নহয় সিটো কথা পুৰুষৰ" পদ্যফাঁকিয়ে মানুহৰ ৰূপ ধৰি মোক যেন বাৰে বাৰে সঁকীয়নি দিলেহি। পোনপটীয়াকৈ 'নোৱাৰোঁ' বুলি নকৈ বেলেগ ধৰণেও ক'ব পাৰিলোহেঁতেন। ঘূৰা-ঘূৰি কৰি কথাবোৰ মনত পাগুলি থাকোতেই কেঁচজালি দিলে। মনত বৰ ধিক্কাৰ জন্মিল। সিদ্ধান্ত কৰিলোঁ— ৰাতি পুৱাই গৈ সেন চাহাবক লগ ধৰিম।

পাছিঘাট হাইস্কুলৰ কাষেদি গৈ বিমান পথাৰখন পোনে-পোনে পাৰ হৈ চিয়াংনদীৰ পাৰতে সেন চাহাৰ সৰু বঙলাটো। বৃটিছৰ দিনতে সজা ইংৰাজী 'T' আখৰটোৰ আকাৰৰ এটা সৰু ঘৰ। বুলুক টোপনিৰ পৰা জগাই একাপ চাহ কৰাই

খাই মই গৈ সেইখিনি পাওঁতে ওচৰ-পাজৰৰ মানুহখিনি শুই উঠাই নাছিল। সেন চাহাবৰ ঘৰতো কোনো শুই উঠা নাছিল। মই গৈ সন্মুখৰ পকা খট্‌খটীটোত বহি লৈ তেখেতসকল শুই উঠালে অপেক্ষা কৰি ৰ'লোঁ। বিছ মিনিটমান বৈছোঁ, এনেতে দুৱাৰখন খোল খালে। দুৱাৰ খোলা শব্দ শুনিয়েই থিয় হৈ দেখোঁ সোঁশৰীৰে সেন চাহাব স্বয়ং মোৰ মুখৰ আগত উপস্থিত। অপ্ৰত্যাশিতভাৱে হঠাতে সেই পুৱাতে মোক দেখি তেখেত অলপ স্তম্ভিত হ'ল। মই 'গুডমৰ্ণিং ছাৰ' বুলি কোৱাৰ লগে লগে তেখেতও প্ৰতি-নমস্কাৰ জনাই মোক বহিবলৈ কৈ সুধিলে, 'কওকচোন, মিঃ বৰঠাকুৰ, কি ভাবি আহিলে?" মই ক'লোঁ, "কালি আপোনালোকে কোৱা কথাটো মই পুনৰ চিন্তা কৰি চাই ঠিক কৰিলোঁ যে মোৰ দুই-এটা চৰ্ত যদি আপোনালোকে পূৰণ কৰিব পাৰে, তেনেহ'লে মই মেবলৈ যাব পাৰোঁ।" মোৰ কথাষাৰ মুখৰ পৰা সম্পূৰ্ণকৈ ওলালেই কি নোলালেই, তেখেত ইমান উৎসাহিত হ'ল যে লগে লগেই কাগজ-কলম আনি মোৰ চৰ্তকেইটা টুকি ল'লে। তাৰ পিছত মুখ-হাত ধুই চাহ অনাই নিজেও খাই মেকো খুৱাই বিদায় দিলে। অফিচলৈ গৈ পি, অ'ৰ লগত আলোচনা কৰি "Borthakur found most suitable as H.M Mebo School. For academic progress in Hindi School is being equipped with more Hindi Matriculate Teachers capable of teaching all subjects in upper classes. Another graduate for Mebo will be posted when available"বুলি D.E লৈ এখন express telegram পঠালে। মে'ৰ ১ তাৰিখে চহী কৰা ডি, ইৰ প'ষ্টিং অৰ্ডাৰ মে'ৰ ৪ তাৰিখেই পালেহি। কিন্তু ইফালে দোপালপিটা বৰষুণ আৰম্ভ হ'ল। চিয়াং নদীত ঢল আহিল, নদীখন পাৰ হ'ব নোৱাৰা হ'ল। বাট-পথ ভাঙি-ছিঙি উটাই নিয়াত মেব কলীয়াপানী হ'ল।

এইদৰেই অনিশ্চয়তাৰ মাজেদি দিনবোৰ পাৰ হ'বলৈ ধৰিলে। ইফালে পাছিঘাট হাইস্কুলতো পৰিবৰ্তনৰ এক জোৱাৰ আহিল। হেড্‌মাষ্টৰ চলিহাদেৱক বদলি কৰা হ'ল। তেখেতৰ ঠাইত এইচ্ছ এইছ শৰ্মা নামৰ এজনক অসমৰ বাহিৰৰ পৰা প্ৰিন্সিপাল কৰি অনা হ'ল। তদুপৰি চি কে ৰাইনা, মিছেছ ৰাইনা, এল, চি ভাট, কে চি গোস্বামী, জে চি আচাৰ্যী, আৰ ডি কৌশিক, চি কে লামা, জে এছ ভাৰ্ছনি আদি ভালেকেইজন স্নাতক আৰু স্নাতকোত্তৰ ডিগ্ৰীধাৰী শিক্ষক অসমৰ বাহিৰৰ পৰা অনা হ'ল। পুৰণা আৰু স্থানীয়সকলৰ ভিতৰত বাছালাল বৰুৱা, ইন্দ্ৰেশ্বৰ বৰপাত্ৰ গোহাঁই, কণেশ্বৰ লাহন, যোগেন দাস, কালীপ্ৰসাদ খাউণ্ড, মলিনা গগৈ, কণেশ্বৰ গগৈ, শোভা চেত্ৰী, (পাছত বৰ পাত্ৰ গোহাঁই) আদি মাত্ৰ কেইগৰাকীমানহে ৰ'লগৈ। সেইসকলৰ পৰাও মোৰ দৰে এজনৰ পিছত এজনকৈ

লাহে লাহে আঁতৰাই নিয়া হ'ল। লগে লগে বিদ্যালয়খনৰ শৈক্ষিক পৰিবেশো সলনি হ'বলৈ ধৰিলে।

নতুনকৈ অহা প্ৰিন্সিপাল শৰ্মা মানুহজন বেছ অভিজ্ঞতাসম্পন্ন শিক্ষাবিদ, উৎসাহী ব্যক্তি হ'লেও শিক্ষা সম্পৰ্কীয় তেখেতৰ উন্নত ধাৰণাবোৰ ততাতৈয়াকৈ প্ৰয়োগ কৰিবলৈ গৈ বিশেষকৈ অৰুণাচলৰ জনজাতীয় ল'ৰা-ছোৱালীবোৰৰ ঘৰুৱা, সামাজিক আৰু সাংস্কৃতিক পৰিবেশৰ লগত সম্যক পৰিচয় নোহোৱাকৈ তেওঁলোকক কঠোৰ হাতেৰে দমন কৰিবলৈ গৈ বেচেৰাই উজুটি খালে। তেখেতৰ স্কুলখনত যোগদান কৰাৰ এসপ্তাহ হ'বলৈ নৌ পাওঁতেই ছাত্ৰ-ছাত্ৰীসকল সম্পূৰ্ণ বিদ্ৰোহী হৈ পৰিল। মাত্ৰ কেইদিনমানৰ ভিতৰতে দ্ৰুতগতিৰে পৰিস্থিতি ইমান বেয়ালৈ গ'ল যে নিৰুপায় হৈ সহকাৰী প্ৰধান জ্যেষ্ঠ শিক্ষক বাছালাল বৰুৱাৰ হাতত স্কুলখনৰ দায়িত্ব সঁপি দি তেখেতে অৰুণাচল ত্যাগ কৰিলে। মোৰ অনুভৱ হ'ল পাছিঘাট হাইস্কুল তথা অৰুণাচলে এজন গুণী শিক্ষাবিদৰ পূৰঠ অভিজ্ঞতাখিনিৰ পৰা চিৰদিনলৈ বঞ্চিত হ'ল।

এই সময়ছোৱাতে পাছিঘাটত অন্যধৰণৰ এটি অতি কৰুণ ঘটনা ঘটিল। পাছিঘাটত কামকৰা গড়কাপ্তানি বিভাগৰ জ্যেষ্ঠ সহকাৰী অভিযন্তা আমাৰ অতি আদৰৰ, ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাদেৱৰ নাতি, শিৱসাগৰ নগৰৰ আনন্দৰাম বৰুৱাদেৱৰ পুত্ৰ সৰ্বানন্দ বেজবৰুৱা (ধনীমামা) তেনেই ডেকা বয়সতে এপেণ্ডিচাইটিচ্ অপাৰেচনত অসমমেডিকেল কলেজত ঢুকাল। চফলডেকা সৰবৰহী মানুহজনৰ অকাল মৃত্যুৱে পাছিঘাটৰ সকলো শ্ৰেণীৰ লোকৰ মনত গভীৰ আঘাত দিলে।

চাওঁতে চাওঁতে জুন-মাহ সোমাল। জুনৰ আগভাগতে কেইদিনমান টান ৰ'দ দি খৰ মৰাত নদীৰ পানী শুকাই পাৰ হ'ব পৰা যেন দেখা গ'ল। ইতিপূৰ্বেই আমাৰ লগত থাকি পঢ়িবলৈ অহা আমাৰ সৰু ভাইটোক ('ব্ৰজেন', পিছলৈ অৰুণাচল মিয়াও স্কুলৰ বিজ্ঞানৰ শিক্ষক) আৰু কিছুদিন পিছত অহা ভাগিন (পান্নালাল শৰ্মা—পিছলৈ চামগুৰি বাগিচাৰ মেনেজাৰ) দুয়োটিকে ট্ৰেন্সফাৰ চাৰ্টিফিকেট উলিয়াই যথাক্ৰমে ডিব্ৰুগড় আৰু যোৰহাটলৈ পঠাই দিয়া হ'ল; কাৰণ, মেৰত তেওঁলোকৰ পঢ়াৰ সুবিধা নহ'ব। ৮-৬-৫৯ তাৰিখে মই পাছিঘাট হাইস্কুলৰ পৰা বিদায় ল'লোঁ। ১০ জুনৰ দিনাই আমি মেৰলৈ যাবলৈ সাজু হৈ আছো বুলি লিখি লুম্বেৰৰ হাতত সেন চাহাবলৈ মই এটা টকা পঠালো। বয়-বস্তু আৰু পৰিয়ালসহ নদীৰ পাৰ হোৱাৰ সকলো ব্যৱস্থা সম্পূৰ্ণ হৈ উঠাত যোৱাৰ আগতেই পলিটিকেল অফিচাৰ লুংঙালাং চাহাবক দেখা এটা দি আহোঁ বুলি তেখেতৰ

বঙলালৈকে গ'লোঁ। কথা-বতৰাত মোৰ প্ৰতি তেখেত যথেষ্ট সহানুভূতিশীল যেন দেখি অলপ সাহ কৰিয়েই তেখেতক ক'লোঁ, 'ছাৰ মই মেৰ স্কুলখনৰ শৈক্ষিক পৰিৱেশ আপুনি বিচৰা ধৰণেই সুস্থ কৰি গঢ় দিবলৈ যত্ন কৰিম আৰু ফলাফলৰ বিষয়ে সঘনে আপোনাক অৱগত কৰাই থাকিম। মোৰ কামত আপুনি যদি সন্তুষ্ট হয়, তেন্তে অহা খৰালিতে মোক পুনৰ পাছিঘাট হাইস্কুললৈকে বদলি কৰি অনাৰ ব্যৱস্থা কৰে যেন।' তেখেতৰ পৰা হ্য না একো সমিধান নাপালেও বুজিলো, 'মৌনেন সন্মতি' হৈছে। মেৱৰ প্ৰশাসনিক বিষয়া মিঃ প্ৰেমানন্দৰ লগত কেনে সম্পৰ্ক ৰক্ষা কৰি চলিব লাগিব সেই বিষয়ে উপদেশৰ আধাৰত দুটামান কথা কৈ তেখেতে মোক বিদায় দিলে।

পিছদিনা নিচেই পুৱাতে উঠি খাই বৈ আমি খৰস্ৰোতা চিয়াং নদী পাৰ হোৱা অস্থায়ী ঘাটটোলৈ গ'লো। আমাৰ পৰিয়ালটোত মই, বুলু, তেতিয়া ক্লাছ ফাইভত পঢ়ি থকা ডাঙৰ ল'ৰাটি, কবিতা আৰু গীতা। লগত লুম্মৈৰ আৰু চন্দ্ৰদেৱ নামেৰে আমাক বৰ ভাল পোৱা এজন বিহাৰী মানুহ। সৰু এখন নাৱেৰে নদীখন পাৰ হৈ নদীৰ সিপাৰে ৰিণিকি-ৰিণিকি দেখি থকা এখন গাঁৱত (নামটো মনত নাই) প্ৰৱেশ কৰিলোঁগৈ। গাঁওখন অতিক্ৰম কৰিয়েই হাবিতলীয়া লংলুংঙীয়া বাটেৰে খোজকাঢ়ি গৈ আছো। পশ্চিম আকাশত বেলি লহিয়ালে। ইফালে ওপৰৰ পৰা কিন্‌কিনীয়া বৰষুণ পৰিবলৈ ধৰিলে। ঘাঁহৰ পাতত অৱশ হৈ পৰি থকা জোকবোৰ আমাৰ উপস্থিতিৰ উমান পাই লেউ-লেউকৈ ওলাই আহিল। ল'ৰা-ছোৱালীকেইটাই খোজকাঢ়িব নোৱাৰা হ'ল। চন্দ্ৰদেৱৰ কান্ধত আমাৰ এখন বিছনা আছিল। লুম্মৈৰে গীতাক কান্ধত তুলি ল'লে, মই কবিতাক তুলি লৈ ল'ৰাটিক পঞ্চ-পাণ্ডৱৰ বনবাসৰ কাহিনী শুনাই ফুচুলাই-ফুচুলাই নিয়াৰ বাদে অন্য উপায় নাথাকিল। সেয়া যেন পঞ্চপাণ্ডৱৰ অজ্ঞাতবাসৰ যাত্ৰা। সন্ধ্যা লাগি ভগাত মেৰ পালোঁগৈ।

চৰকাৰী ঘৰকেইটা জ্বলি যোৱাৰ পিছত খেৰ-বাঁহেৰে সজা এটা সৰু চাংঘৰৰ লগতে চাৰিকোঠলীয়া এটা ডাক-বঙলা (চাংঘৰ) ইতিমধ্যে সাজি উলিয়াইছিল। সেই ডাক-বঙলাটোৰে এমূৰে দুটা কোঠাত আমাক থাকিবলৈ দিলে। আমি গৈ পোৱাৰ পূৰ্বেই পৰ্টাৰে আমাৰ বয়-বস্তুখিনি নি তাতে থৈছিলগৈ। ডাক-বঙলাটোৰ সমীপৰ নতুনকৈ সজা চাংঘৰটোতে আছিল মেৰৰ প্ৰশাসনিক কাৰ্যালয়ৰ ওপৰত-খাপৰ সহকাৰী বাপুৰাম শইকীয়া। তেওঁৰ পৰিবাৰ আদি জনজাতিৰ জীয়ৰী। ওচৰতে আছিল বেচছুপাকিনটেণ্ডেণ্ট প্ৰেমানন্দৰ টাইপ থ্ৰী সৰু টিনৰ ঘৰটো। মাজত খেল-পথাৰখন। গৈ পোৱাৰ খবৰটো দিয়া মোৰ কৰ্তব্য বুলি ভাবিয়েই প্ৰেমানন্দক দেখা এটা দিবলৈ গ'লোঁ। ঘূৰি আহি লুম্মৈৰ আৰু চন্দ্ৰদেৱৰ সহায়ত বয়-বস্তুখিনি

যিমান পাৰি ভালকৈ থান-থিত লগাই থোৱা হ'ল। পাৰচৰাই কেইখোৰৰ সজাকেইটা পাকঘৰৰ বাৰাণ্ডাতে ওলোমাই বান্ধি দিয়া হ'ল।

মেবতেই লুম্মেৰহঁতৰ ঘৰ। স্কুলখনৰ নিচেই কাষতে। লুম্মেৰৰ ককায়েক আটেম দাই স্কুলৰ চকীদাৰ। সেয়েহে ৰাতি থাকিবৰ কাৰণে লুম্মেৰ ককায়েকৰ তালৈকে গ'ল। চন্দ্ৰদেৱ আমাৰ লগতে থাকিল। আচলতে চন্দ্ৰদেৱ দিন-হাজিৰা কৰি জীৱিকা উলিওৱা এজন মজদুৰ। অতি সৰল স্বভাৱেই চন্দ্ৰদেৱক আমাৰ পৰিয়ালটোৰ সান্নিধ্যলৈ টানি আনিলে। পাছিঘাট বজাৰৰ পৰা ৰাতিপুৱা কামলৈ ওলাই আহিয়েই আমাৰ ঘৰত ভুমুকি এটা মৰাটো চন্দ্ৰদেৱৰ এটা দৈনিক অভ্যাস। বুলুৱে চাহ অকণমানৰ সৈতে হাতত কিবা এটা দিয়ে। চন্দ্ৰদেৱে পৰম হেঁপাহেৰে খায়। ল'ৰা-ছোৱালীকেইটাই ধেমালি কৰি সোধে। চন্দ্ৰদেৱৰ উত্তৰ, 'হাঁ খালি।' হাঁহিৰ খলকনি উঠে। সেইকণ মৰমৰ টানেই চন্দ্ৰদেৱক আমাৰ আপোনজন কৰি ৰাখিছিল। সেই টানেই চন্দ্ৰদেৱক আনি মেব পোৱাইছিল। কেতিয়াবা খৰি দুডালমান ফালি দিয়ে। কাচিৎ কেতিয়াবা বজাৰৰ বস্তু দুই-এপদ আনিবলৈ পঠালে আনিও, দিয়ে, ইমানেই। পূৰ্বজন্ম যদি সঁচা হয়, চন্দ্ৰদেৱ নিশ্চয় কোনোবা জনমত আমাৰ নিচেই আপোন আছিল।

পিছদিনা ৰাতিপুৱা লুম্মেৰ আৰু চন্দ্ৰদেৱক বিদায় দি মই স্কুলখন চাবলৈ গ'লোঁ। স্কুলখনৰ ঘৰ এটাই। দীঘলীয়া বেৰেক টাইপৰ ঘৰটো। তাতে ভাগ ভাগকৈ শ্ৰেণীকোঠাবোৰ কৰা হৈছে। মাজতে অকণমান ঠাই শিক্ষকসকলৰ বাবে টেবুল চকী আৰু বেঞ্চ দুখনমানৰ সৈতে সজোৱা আছে। সমীপৰ দুটা ঘৰৰ এটা শিক্ষক অ' পেৰটিনৰ, আনটো চকীদাৰ আটেম দাইৰ। তাৰ সিফালে ছাত্ৰাবাসটোত প্ৰায় ডেৰকুৰি ল'ৰা থাকে। আটাইবোৰ ঘৰ পাহাৰটোৰ এঢলীয়া পিঠিটোৰ ওপৰত অৱস্থিত। সন্মুখৰ ফালে পি, ডব্লিউ. ডিৰ গুদাম ঘৰটো, কো-অপাৰেটিভ দোকানখন আৰু বেচ্ ছুপাৰিনটেণ্ডেণ্টৰ অফিচটো। তাৰে ওচৰত চৰকাৰী সৰু ডিছপেন্সাৰীটো আৰু ডাক্তৰ মিঃ মিৰ্ধাৰ ঘৰটো। বাকী ঠাইখিনি মেব নামৰ বহুকালৰ পুৰণা গাঁওখনে আগুৰি আছে। স্কুলখনৰ ফুলনিবাৰীখনৰ লগতে শাক-পাচলি আৰু ফল-মূলৰ বাগিচাও আছে। আমি থকা ঘৰটো আৰু স্কুলখনৰ ঠাইখিনিতে, খেল পথাৰখনৰ দাঁতিয়ে দাঁতিয়ে শিক্ষকসকলৰ বাসগৃহকেইটা একে লাইনতে আছে। এয়াই তেতিয়াৰ মেব। এতিয়া অৱশ্যে বহুত সলনি হ'ল বুলি শুনিছোঁ।

কামত যোগদান কৰাৰ পিছতেই স্কুলৰ শিক্ষকমণ্ডলীক একেলগ কৰি এখন মিটিং পাতি স্কুলৰ সামগ্ৰিক উন্নতিকল্পে শৈক্ষিক বাতাবৰণ সুস্থ কৰি তুলিবলৈ কেনেধৰণৰ ব্যৱস্থা গ্ৰহণ কৰিলে আশানুৰূপ ফল পোৱা যাব পাৰে, সেইবিষয়ে

খৰচি মাৰি আলোচনা কৰিলোঁ। সকলোৱে ঐকমত্যত সিদ্ধান্ত লোৱা হ'ল যে প্ৰচলিত কেৰিকুলাম আৰু ছিলেবাছৰ আধাৰত আঁচনি তৈয়াৰ কৰি পাঠদান কাৰ্য নিয়মিতৰূপে সম্পাদন কৰা হ'ব। প্ৰতিটো শ্ৰেণীৰ প্ৰতিটো বিষয়ৰ ওপৰত চমু প্ৰতিবেদন প্ৰতিমাহৰ তৃতীয় সপ্তাহৰ অন্তত প্ৰধান শিক্ষকৰ ওচৰত দাখিল কৰা হ'ব। সেইদৰে পোৱা প্ৰতিবেদনৰ ওপৰত ভিত্তি কৰি প্ৰধানশিক্ষকে পাছিঘাট কৰ্তৃপক্ষলৈ স্কুলৰ মাহিলি প্ৰতিবেদন (Monthly Progress Report) প্ৰেৰণ কৰিব। কৰ্তৃপক্ষলৈ মাহিলি প্ৰতিবেদন প্ৰেৰণ কৰাটো প্ৰধান শিক্ষকৰ বাবে অৱশ্যে পালনীয় কৰ্তব্য আছিল। অন্যান্য বিষয়ৰ ভিতৰত— আগৰে পৰা সেই স্কুলতে কাম কৰি থকা শিক্ষকসকল আৰু মোতকৈ আগতে গৈ পোৱা নতুন শিক্ষকসকলৰ থকা-মেলাৰ সা-সুবিধা ইত্যাদি কথাৰ আলোচনাৰে প্ৰসংগত মেৱত পানীৰ সমস্যাটোৱেই সৰ্বপ্ৰধান জ্বলন্ত সমস্যা বুলি প্ৰত্যেকেই উল্লেখ কৰিলে। গতিকে সকলোৰে সহযোগত তাৰ এটা উপযুক্ত ব্যৱস্থা আতি শীঘ্ৰে লোৱা হ'ব বুলি সিদ্ধান্ত গ্ৰহণ কৰা হ'ল। তদুপৰি খেল-পথাৰখন হাবি-বননিয়ে ছাটি ধৰাত সোনকালে সেইখন চিকুণাই উলিয়াবলৈকো ঠিক কৰা হ'ল। ছাত্ৰাবাসৰ তত্ত্বাবধানৰ দায়িত্ব মই নিজে ল'লোঁ। এইখিনি বিষয়বস্তুৰ আলোচনাৰেই সৌহাৰ্দ্যপূৰ্ণ এটা পৰিৱেশত সেইদিনাৰ ষ্টাফমিটিংখনৰ সামৰণি পৰিল। আৰম্ভণিটো সূচাৰুৰূপেই হোৱা যেন মোৰ মনত এটা বিশ্বাস জন্মিল।

তাৰ পিছদিনা পৰিয়ালটোৰ বাবে ৰেচনকাৰ্ড এখন উলিয়াবলৈ বুলি বি. এছৰ অফিচলৈ যাওঁতে আন আন কথাৰ লগতে প্ৰেমানন্দই মোক ছাত্ৰাবাসত থকা মিজিং টায়েং নামৰ ল'ৰাজনৰ পৰা আঁতৰি থাকিবলৈ ক'লে। সেই ল'ৰাজনে বোলে কিছুদিন আগতে কিবা কাজিয়া কৰি নিজৰ ককায়েকক দাৱে সাতঘাপ মাৰি ফাটেকতে থাকিবলগীয়া হৈছিল। স্কুলীয়া ছাত্ৰ বুলিয়েই হেনো কিছু সহানুভূতিৰ দৃষ্টিৰে বিচাৰ কৰি সৰহদিন ফাটেক খাটিবলগীয়া নোহোৱাকৈ এৰি দিছিল। ইফালে কপাল ভাল আছিল বাবেই হ'বলা খু-উ-ব তত্‌অতৈয়াকৈ চিকিৎসাৰ ব্যৱস্থা কৰাত ককায়েক যেনিবা বাচিল। আদি কথাত মিজিং মানে বুঢ়া। ল'ৰাজন অৱশ্যে বয়সো হৈছিল যথেষ্ট। বাইছ-তেইছ বছৰ মানেই হ'ব। ইপিনে মিজিং আকৌ মেব গাঁৱৰ গাঁওবুঢ়াৰে ল'ৰা। পঢ়া-শুনাতো ভাল নহয় বুলি প্ৰেমানন্দই ক'লে। মই সুধিলো, "তেনে এজন ল'ৰাক ছাত্ৰাবাসত ৰাখিছে কিয়?" প্ৰেমানন্দই ক'লে, "সি অন্ততঃ অলপ বান্ধত থাকিব।"

স্কুলৰ ল'ৰা-ছোৱালীক বিশেষকৈ ছাত্ৰাবাসত থকাবিলাকক খেলা-ধূলাৰ মাজত ব্যস্ত ৰাখিব নোৱাৰিলে বাহিৰৰ নানা ধৰণৰ প্ৰভাৱত পৰি বিপথে পৰিচালিত

হোৱাৰ আশংকাই বেছি। সেই কথা চিন্তা কৰি প্ৰথমে খেল-পথাৰখনকে হাবি-বন কাটি মোকলাবলৈ মন কৰিলোঁ। পিছৰ শনিবাৰটোতে Social Service কৰি এই কামটো কৰিবলৈ হাতত লোৱা হ'ল। জুন মাহৰ দুপৰীয়া ৰ'দৰ তাপত এনেবোৰ কাম কৰাৰ অসুবিধাৰ কথা চিন্তা কৰি পুৱাবেলাতে কৰিবলৈ লোৱা হ'ল। জনজাতীয় ল'ৰা-ছোৱালীবোৰে ৰাতিপুৱাই ভাতপানী খাই ওলাই আহে। গতিকে ৰাতিপুৱাই সকলো শিক্ষক-শিক্ষয়িত্ৰী, ছাত্ৰ-ছাত্ৰী হাতে হাতে দা-কোৰ লৈ খেল-পথাৰখনত শাৰী পাতি থিয় হ'ল। সকলো গোট খোৱাৰ পিছত সৰু সৰু দলত ভাগ কৰি একোগৰাকী শিক্ষক-শিক্ষয়িত্ৰীৰ তত্বাৱধানত দি দেখা গ'ল মিজিং টায়েং নাই। সুধিলো, 'মিজিং ক'ত?' হোষ্টেলৰ ল'ৰাবোৰে ক'লে, আছে। 'কি কৰিছে?' শুই আছে।' 'কি হৈছে? জ্বৰ নেকি?' নাই, এনেয়ে শুই আছে'। উত্তৰ শুনি কাম চলাবলৈ মিঃ পেৰটিনক কৈ মই পোনে-পোনেই হোষ্টেল পালোগৈ। মোৰ এনে অনুভৱ হ'ল যে মই যদি আজিয়েই, এই মুহূৰ্ততে মিজিঙক নিয়মানুবৰ্তিতাৰ অধীনলৈ অনিব নোৱাৰোঁ, তেনেহ'লে প্ৰথমে হোষ্টেলৰ ল'ৰামখা আৰু পিছলৈ গোটেই স্কুলৰ ল'ৰা-ছোৱালীবোৰেই শৈক্ষিক অনুশাসনৰ বাহিৰ হৈ যাব। অৱশেষত চেষ্টা কৰিলেও এই পৰিস্থিতি শুধৰাব পৰা নাযাব।

দুৱাৰখন আধা খোলাই আছিল। সোমায়েই দেখোঁ, দুৱাৰমুখৰ ওচৰৰ প্ৰথম বিছনাতে আঁঠুৱা পেলাই মিজিং শুই আছে। দা-খন ফাকেৰে সৈতে আঁঠুৱা বন্ধা খুঁটাটোতে ওলোমাই থোৱা আছে। কাপোৰৰ ৰঙা কেনভাচ জোতাযোৰ বিছনাৰ তলত। মই অলপ দৃঢ়তাৰে মাত দিলো, "মিজিং!" "ছাৰ!" 'উঠা। তুমি তোমাৰ ককায়েৰাক তোমাৰ দা-খনেৰে সাতঘাপ মাৰিছিলা বুলি মই গম পাওঁ। মই কিন্তু তোমালৈ ভয় নকৰোঁ; উঠা।" মিজিং উঠিল। "জোতা পিন্ধা, দা-খন লোৱা। মোৰ লগত আহা।" মিজিং সুৰসুৰকৈ মোৰ পিছে পিছে গৈ খেল-পথাৰ পালেগৈ। সকলোৰে সৈতে মিলি মনপুতি কাম কৰিলে। কোনো ওজৰ-আপত্তি নাই।

সেইদিনাৰ কামো অতি সুন্দৰকৈ সমাধা হ'ল। গোটেই খেল-পথাৰখন নতুন যেন হৈ ওলাই পৰিল। গধূলিলৈ মই মিজিংহঁতৰ ঘৰত পাক এটা মাৰি আহিলোঁগৈ। মিজিঙৰ দেউতাক গাঁওবুঢ়া বৰ ভাল মানুহ। চাৰিকুৰিৰ দেওনা পাৰ হোৱা যেন লাগে। বুঢ়াই মই যোৱাত বৰ ভাল পালে।

পানীৰ সমস্যাটো মেবৰ এটা ভয়ানক জ্বলন্ত সমস্যা। চৰকাৰী কৰ্মচাৰীসকলৰ বাবেই কেৱল নহয়, মেব গাঁৱৰ প্ৰায় আধাখিনি বাসিন্দাৰ বাবেও ই এটা প্ৰধান সমস্যা। হেড্‌মাষ্টৰ জে, কে, শেঠে মুখ ধুবলৈ পানী নাই, ভাত ৰান্ধিবলৈ পানী নাই বুলি দিনে দিনে পাছিঘাটৰ পলিটিকেল অফিচাৰলৈ লিখা চিঠিবোৰৰ নকল

স্কুলৰ ফাইলত দেখিবলৈ পালো। চৰকাৰী বনুৱাৰ হতুৱাই বহুত দূৰৰ নদীৰ পৰা ভাৰেৰে পানী কঢ়িয়াই আনি ঘৰে ঘৰে দিবহি লাগে। এভাৰ পানীৰে ঘৰে-ঘৰোৱাহে পুৱাৰ পৰা ৰাতিলৈকে গোটেই দিনটো চলিবলৈ কেনেকৈ জুৰিব? গাঁৱৰ তিৰোতাসকলে আৰু গাভৰু ছোৱালীবোৰে পাঁচ-ছটা দীঘল দীঘল দুই পাবৰ বাঁহৰ চুঙাত পানী ভৰাই বহুত দূৰৰ পৰা হোৰাত তুলি পিঠিত কঢ়িয়াই দিনে দুবাৰমানকৈ নিজৰ ঘৰলৈ পানী আনে। পাহাৰী গাঁও সকলোতে এইদৰেই পানী আনে। কিন্তু যেবত অতি দূৰৰ পৰা আনিব লাগে বাবেই সমস্যা। চৰকাৰী পানী কঢ়িওৱা বনুৱাকেইটা বি, এছৰ অধীনত আছিল। তেওঁৰ ঘৰলৈ যিমান লাগে, সিমান পানী অনাই ল'ব পাৰিছিল। হেড্মাষ্টৰ শেঠে তেওঁক লগামতে পানী নাপায়। এইটোৱেই আছিল বেচ চুপাৰিনটেণ্ডেণ্ট আৰু হেড্মাষ্টৰৰ মাজত মনোমালিন্যৰ ঘাই কাৰণ।

মই কামত যোগদান কৰাৰ পিছত পাহাৰৰ ওপৰত আশে-পাশে জুৰিৰ উৎস বিচাৰি প্ৰথমকেইদিনমান এনেয়ে পাৰ হ'ল। যিবা এটা পানীৰ উঁহ আছিল, খৰালি দিনত তাৰ পৰা ওলোৱা পানীয়ে সমূলি জোৰা মাৰিব নোৱাৰে। অনেক চিন্তা-ভাৱনা, আলোচনা-বিলোচনা কৰাৰ পিছত গাঁৱৰ বয়সিয়াল লোককেইজনমান আৰু ডেকাচামক লগ ধৰি পাহাৰৰ ওপৰলৈকে গৈ বিচাৰি বিচাৰি এটা জুৰিৰ উৎস পোৱা গ'ল। তাৰ পৰা পানী নমাই গাঁৱৰ মাজেদি বোৱাই আনি আমি থকা ঠাইখিনি পোৱালৈ প্ৰায় তিনি কিলোমিটাৰমান বাঁহৰ নলা জোৰা লগাব লাগিব। বাঁহৰ অৱশ্যে অভাৱ নাই। পাহাৰৰ নামনিতে অসংখ্য বাঁহ। প্ৰথম প্ৰথম বাঁহখিনি গোটাই লোৱা হ'ল। আগতে ব্যৱহাৰ কৰা পুৰণা বাঁহৰ নলাও কিছু আহিল। বাঁহবোৰ গোটখোৱাৰ পিছত, বাঁহৰ বেৰত খবুৱা লগাবলৈ কটাৰ দৰে বুকুখন ফালি গাঁঠিবোৰ গুচাই পাহাৰৰ ওপৰৰ পৰা পানী বোৱাই আনিবলগীয়া পথছোৱাত কিছু দূৰে জমা কৰি ৰখা হ'ল। তাৰ পিছত এদিন ৰাতি মানুহবোৰ শোৱাৰ আগতে মৰং বা মুচুপ (ডেকা ল'ৰাবোৰে একেলগে ৰাতি কটোৱা সমূহীয়া ঘৰ) ৰ পৰা ল'ৰাবোৰ ওলাই গাঁওখনৰ চাৰিওফালে ঘূৰা-ঘূৰি কৰি চিঞৰি চিঞৰি জাননী দিলে যে পিছদিনা গাঁওখনৰ পানী নলাৰ কাম হ'ব। সকলো কামলৈ আহিব লাগিব। সেইমতে পিছদিনা পুৱা স্কুলৰ শিক্ষক, ল'ৰা-ছোৱালী, চৰকাৰী কৰ্মচাৰী, গাঁৱৰ ডেকা-বুঢ়া সকলো একেলগে গোট খাই নিজৰ নিজৰ ভাগত পৰা অংশৰ পানীৰ নলা জোৰা দিয়া কাম আৰম্ভ কৰিলে। পানীৰ উৎসতে শিলেৰে এটা ভেটাদি সৰু পুখুৰীৰ নিচিনা কৰি তাৰ পৰা বাঁহৰ নলাৰে পানী বোৱাই অনা হ'ল। সেইদিনা বৰষুণ দিছিল। বৰষুণজাকে পানীৰ নলা সজা কামত যথেষ্ট সহায় কৰিলে। নলাৰে বৰষুণৰ পানী বৈ থকাৰ কাৰণে জোৰাবোৰ চাই-চিতি ভালকৈ দিব পৰা হ'ল। কল্ কল্কৈ বাঁহৰ নলাৰে

পানী বৈ আহি একেবাৰে তলত মূৰত আমি থকা ঠাই পাইছেহি। জোৰাবোৰত একোটা সৰু ফলীয়া বাঁহ কাটিকৈ লগাই যাকে য'তে যিমান লাগে পানী ল'ব পৰা হ'ল। ইয়াৰ পিছৰ উৎসটোত দিয়া শিলৰ বান্ধটো অকণমান খুলি তাত বাঁহৰ নলাৰ আগটো লগাই দিয়া হ'ল। এইদৰে মেৰৰ বহুদিনীয়া পানী সমস্যাটোৰ সমাধান ক'ৰা হ'ল। মানুহবোৰৰ যে কি আনন্দ! নক'লেও হয় যে সকলোৱে মিলি-জুলি কৰা ৰাজহুৱা কামৰ ই এক বৃহৎ সাফল্য, য'ত এটি কণা পইচাও খৰচ হোৱা নাছিল। এটা ৰিপৰ্টযোগে পাছিঘাটৰ পলিটিকেল অফিচাৰলৈ খবৰ পঠোৱা হ'ল।

আমাৰ পৰিকল্পনা অনুযায়ী স্কুলৰ কাম-কাজ, পঢ়া-শুনা সুচাৰুৰূপে চলিছে। ছাত্ৰী-ছাত্ৰীবোৰে নিয়মীয়াকৈ স্কুলত উপস্থিত থাকি পাঠগ্ৰহণ কাৰ্যত মনোনিবেশ কৰিছে। পাঠ্যক্ৰম বহিৰ্ভূত কামবোৰ ঠিকে ঠিকেই আগবাঢ়িছে । এনেতে আচম্বিতে এদিন এটা নতুন পৰিস্থিতি উদ্ভৱ হ'ল। সেইদিনা আছিল শনিবাৰ। স্কুল চৌহদৰ চাৰিওফালৰ বেৰাখন বাৰিষাৰ বৰষুণৰ ফলত পচিবলৈ ধৰিছিল। সোনকালে মেৰামত নকৰিলে গৰু-ছাগলী, বিশেষকৈ মেথোনৰ আক্ৰমণৰ পৰা বাগিচাৰ ফল-মূলবোৰ ৰক্ষা কৰা কঠিন হৈ পৰিব। ইতিমধ্যে আগৰ কেইটামান শনিবাৰত হাবিৰ পৰা কাঠৰ গোঁজ কাটি আনি দুফালে দুটা সমান সমান থাকত জমা কৰি ৰখা হৈছিল। উল্লেখিত শনিবাৰটোত গোটেই স্কুলৰ ল'ৰা-ছোৱালীবোৰ সমানে সমানে দুটা ভাগত ভগাই লোৱা হ'ল। বুজাই দিয়া হ'ল যে স্কুলঘৰটোৰ পিছফালৰ বেৰাখনৰ মধ্যবিন্দুৰ পৰা একে সময়তে কাম আৰম্ভ কৰি দুমূৰে দুটা দলে আগবাঢ়ি গৈ সন্মুখৰ গেটখনত লগ লগাই বেৰাখনৰ কাম শেষ কৰিলেই স্কুল ছুটী দিয়া হ'ব। সেইমতে বৰ স্ফূৰ্তিৰে বেৰাৰ কাম আগবাঢ়িছিল। কিন্তু, বাওঁফালৰ দলটোৰ তেওঁলোকৰ ভাগৰ বেৰাখন দি শেষ কৰি গেটখনত লগাওঁতে সোঁফালৰ দলটোৰ গোঁজখিনি শেষ হৈ গ'ল। বেৰাখন সম্পূৰ্ণ হৈ গেটখনত লাগিবলৈ দহ- বাৰফুটমান বৈ গ'ল। গতিকে সোঁফালৰ দলৰ লৰা-ছোৱালীবোৰে বাঁওফালৰ দলটোক ক'লে যে বাকী থকা অংশটো পূৰা কৰিবৰ কাৰণে দুয়োটা দলে একেলগে হাবিলৈ গৈ গোঁজ কাটি আনি বেৰাখন সম্পূৰ্ণ কৰি ঘৰলৈ যাব। বাওঁফালৰ দলে নিজৰ ভাগৰ কাম শেষ হোৱাত হাবিলৈ যাবলৈ মান্তি নহ'ল। লাগিল থকা-খুন্দা। দুয়োটা দলৰ দলপতি আৰু শিক্ষক-শিক্ষয়িত্ৰীসকলে এটা সুবিচাৰৰ বাবে হেড্মাষ্টৰৰ কাষ চাপিল। মই এক প্ৰকাৰ ধৰ্ম-সংকটতে পৰিলোঁ। বেৰাখন শেষ কৰি গেটখন লগাই দিলে স্কুল ছুটী দিম বুলি মইয়ে কৈছিলো। সেইমতে বাওঁফালৰ দলটোক মই ঘৰলৈ যাবলৈ অনুমতি দিব লাগে। কিন্তু স্কুল ছুটী দিওঁ কেনেকৈ? বেৰাখন তেনেদৰে অসম্পূৰ্ণকৈ এৰিলে ৰাতিৰ ভিতৰতে বাগিচাখন মেথোনে মহটিয়াই

পেলাব। মুহূৰ্ততে শিক্ষক-শিক্ষয়িত্ৰীসকলৰ লগত গোপনে আলোচনা কৰি ল'ৰা-ছোৱালীবোৰক মই ক'লোঁ, "তোমালোক সকলোৱেই শ্ৰেণীকোঠাত বহি কন্তেক জিৰণি লোৱা। আমি হাবিলৈ গৈ কম হোৱা গোঁজ কেইডাল কাটি আনি বেৰাখন সম্পূৰ্ণ কৰিয়েই স্কুলত ছুটী দিম।" সেইবুলি কৈয়ে আমি এটাইকেউজন শিক্ষক-শিক্ষয়িত্ৰী হাতে হাতে দা লৈ হাবিলৈ গ'লোঁ। আমি হাবিৰ পৰা গোঁজ কাটি আনি স্কুল আহি পোৱাৰ আগতেই দুয়োটা দলৰে ল'ৰা-ছোৱালীবোৰ লগ হৈ অন্য এটা দিশে হাবিলৈ গৈ গোঁজ কাটি আনি বেৰাখন সম্পূৰ্ণ কৰি আমালৈ বাট চাই আছে। সেইদিনাৰ সেই আমোদজনক অভিজ্ঞতাই মোক বাৰে বাৰে বাপুজীৰ সত্যাগ্ৰহৰ কথা মনত পেলাই দিছিল। ল'ৰা-ছোৱালীবোৰক খং-ৰাগ তিৰস্কাৰ নকৰাকৈ শীতল ব্যৱহাৰেৰেই সেইদিনাৰ কাম সিজিল। মনটোও ভাল লাগিল।

সেইদিনা মেৱলৈ পাছিঘাটৰ পলিটিকেল অফিচৰ এড্‌মিনিষ্ট্ৰেটিভ্ অফিচাৰ মিঃ চন্দ্ৰশেখৰণ আহিছিল। পৰিস্থিতিটো পৰম আনন্দেৰে উপভোগ কৰি স্কুলৰ দৰ্শকৰ টোকা বহীত তেখেতে এটা বঢ়িয়া টোকা লিখি থৈ গ'ল আৰু পলিটিকেল অফিচাৰকো জনালেগৈ। মই পঠোৱা প্ৰথমখন মাহেকীয়া প্ৰতিবেদনতে মেৱ স্কুলৰ উন্নয়নৰ অৰ্থে কৰা বিভিন্ন কাম-কাজবোৰৰ লগতে গাঁওখনৰ পানীযোগানৰ বাবে বাঁহৰ নলাৰে কৰা ব্যৱস্থাটোৰ কথা পঢ়ি পলিটিকেল অফিচাৰ মিঃ লুংঙালাং ইমান সন্তুষ্ট হ'ল যে মেৱ স্কুলৰ বাবে বেলেগ এটা ফাইল খোলাই তেখেতে বিচাৰিলেই পোৱাকৈ ডি, আই, এছ মিঃ সেনৰ অফিচত ৰাখিবলৈ ক'লে। এই খবৰটো পাই মইও ইমান উৎসাহিত হ'লো যে তেতিয়াৰ পৰা স্কুলৰ ল'ৰা-ছোৱালীবোৰে কৰা ভাল ভাল কামৰ নমুনা হিচাবে ধুনীয়া ছবি, বিভিন্ন লেখা, হাতৰ কামৰ আৰ্হি আদি পাছিঘাটলৈ নিয়মিতভাৱে পঠাবলৈ ধৰিলো। সেইবোৰ দেখি পি, অ' চাহাব বৰ সুখী হ'ল। এনে কামৰ উদাহৰণ স্বৰূপে পঞ্চম শ্ৰেণীৰ এটি সৰু ল'ৰাই 'মেৱ' নামটোৰ উৎপত্তিৰ বিষয়ে লিখা এটি মনোৰম কাহিনী ইয়াত ধৰি ৰাখিবলৈ মন গ'ল। ল'ৰাটিয়ে লিখা কাহিনীটিৰ শীৰ্ষ আছিল, "মেৱ নাম কেনেকৈ হ'ল।" তেওঁ লিখিছে ঃ "অতি পুৰণি কালত আমাৰ এই মেৱ গাঁৱত পামেং পাংকেং নামৰ এজাতি মানুহে বাস কৰিছিল। পামেং পাংকেং বোলা জাতিটোৰ মানুহবিলাক ইমান ধনী আছিল যে এওঁলোকৰ হাতত মণি আৰু ভঁৰালত ধনে-ধানে পৰিপূৰ্ণ হৈ আছিল। সেইদেখি ডাম্‌ৰৰ মানুহবিলাকে এওঁলোকৰ ধন-সম্পত্তিবোৰলৈ লোভ কৰিলে। লোভ শব্দটো আমাৰ আদি দোৱানত 'কাব' আৰু পামেং পাংকেংবিলাকে 'মেৱ' বুলিছিল। পাদাম মানুহবিলাকে ইহঁতক তাৰপৰা খেদি দিছিল। খেদা খাই খাই গৈ থাকোঁতে পামেং পাকেংবিলাকে 'মেবুৱাই মেবুৱাই' বুলি কৈ গৈছিল।

যিদিনা পাদাম বিলাকে এই ঠাইখন অধিকাৰ কৰিলে, সেইদিনাৰ পৰা আমাৰ এই ঠাইখনৰ নাম 'মেব' হৈ পৰিল।" এই ক্ষুদ্ৰ কাহিনীটি ইমানতে অন্ত পৰিছে।

চাওঁতে চাওঁতেই খৰালি দিনবোৰ ওচৰ চাপি আহিল। মেবৰ ওচৰে-পাজৰে থকা গাঁওকেইখনৰ পৰা মোক তেওঁলোকৰ নিজৰ গাঁৱৰ স্কুলবোৰলৈ আমন্ত্ৰণ জনালে। পলিটিকেল অফিচাৰৰ পৰা অনুমতি লৈ মই যথাসময়ত গাঁওকেইখনলৈ গ'লো। মেবৰ পৰা এদিনৰ বাট খোজকাঢ়ি গৈ প্ৰথমে 'অয়ান' পালোগৈ। তাত মোৰ লগৰ প্ৰথম দহজন শিক্ষকৰে এজন, নবীন দাস তেওঁৰ পত্নীৰে সৈতে আছিল। তেওঁলোক নি ঃ সন্তান। আমি যোৱাত পতি-পত্নী দুয়ো বৰ আনন্দিত হ'ল। ৰাতিলৈ স্কুল চৌহদত কেম্প-ফায়াৰ কৰি এখন সভা বহিল। গাঁওবাসীৰ উন্নিতি হ'বলৈ হ'লে ল'ৰা-ছোৱালীবোৰক স্কুললৈ পঠাবই লাগিব বুলি নানা ধৰণে যুক্তি দৰ্শাই গাঁওবাসীক পতিয়ন নিয়ালোঁ। সেইদৰেই পূব দিশৰ নামচিক পৰ্যন্ত এটাইকেউখন গাঁৱলৈ সদিচ্ছামূলক ভ্ৰমণত এবাৰ গৈ আহিলোঁ। ঘূৰি-পকি গাঁওবোৰ চাই মানুহৰ সৈতে মিলা-মিচা কৰিবলৈ পাই নিজেও যথেষ্ট উপকৃত হ'লোঁ।

মেব স্কুলত সেই সময়ত শিক্ষক-শিক্ষয়িত্ৰীসকলৰ ভিতৰত অসমীয়া 'গীতা-কাব্য'ৰ লেখক সুবল চন্দ্ৰ কাকতি, লক্ষেশ্বৰ শইকীয়া, ধৰ্মেশ্বৰী শইকায়ানী, আমাৰ পেৰটিন আৰু সেই যে কয়ো গাঁৱৰ গাওঁবুঢ়াই সহজভাৱ ল'ব নোৱাৰিছিল, হিন্দী শিক্ষক ৰাজেন তেৱাৰী, তেওঁও আছিল। আটাইকেউজনেই প্ৰশিক্ষণপ্ৰাপ্ত পুৰণা আৰু অভিজ্ঞ শিক্ষক। স্ব-ইচ্ছাৰে, আপোন চেষ্টাৰে পাছিঘাটত প্ৰথম প্ৰথমে হিন্দী মাধ্যমৰ স্কুল খোলা মানুহজনেই আছিল তেৱাৰীজী। পিছত চৰকাৰী চাকৰিত যোগ দি ভায়েককো নিজৰ লগলৈ আনি শিক্ষকৰ কামত যোগ দিয়াইছিল। অৰুণাচলত হিন্দী শিক্ষাৰ সেয়াই আছিল প্ৰথম পদক্ষেপ। এইসকলৰ উপৰিও স্কুলৰ শিক্ষক নহ'লেও অন্য এজন ব্যক্তিক মই কেতিয়াও পাহৰিব নোৱাৰো। সেইজন হৈছে বেণুধৰ পাতনি। তেখেতৰ পিতৃ আছিল বাহিৰৰ, মাক মেব গাঁৱৰে আদি মহিলা। পাতনি আছিল মেব ক' অ'পাৰেটিভ ছ'চাইটিৰ মেনেজাৰ। হোষ্টেলৰ ল'ৰাবোৰক চৰকাৰৰ নিৰ্দেশত ৰেচনৰ যোগান তেৱেঁই ধৰিছিল। ল'ৰা-ছোলাৱীবোৰ আৰু স্কুলখন তেওঁৰ অতি প্ৰিয় আছিল। সকলো সময়তে তেওঁ ল'ৰা-ছোৱালীবোৰক ভাল ভাল উপদেশ দিছিল আৰু অনেক ভাল কথা শিকাইছিল। এই আটাইকেইজনৰ পৰা মই অকুণ্ঠ সমৰ্থন আৰু সহযোগিতা লাভ কৰিছিলোঁ। আনকি ধৰ্মেশ্বৰী শইকীয়ানীয়ে মানা কৰা সত্ত্বেও হাতত দা লৈ আমাৰ লগত কাঠৰ গোঁজ কাটিবলৈ নিসঙ্কোচে হাবিলৈকো গৈছিল। এনে আদৰ্শনীয় সহযোগিতাৰ ফলতেই ভাঙন ধৰিব খোজা মেব স্কুলখন অতি কম দিনৰ ভিতৰতে পুনৰ ঠন ধৰি উঠিল। পাছিঘাটলৈ

গৈ এম, ই, বৃত্তি পৰীক্ষা দিয়া ল'ৰা-ছোৱালীবোৰৰ পৰীক্ষাৰ ফলাফলো খুউব ভাল হ'ল। ল'ৰাই বৃত্তিও পালে। আমাৰ কাম-কাজত পৰম সন্তুষ্ট হৈ জিলাখনৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক সেন চাহবে ৯-১২-৫৯ তাৰিখে মোলৈ লিখিলে, "I am extremely happy to read the good reports of your school from the different distinguished visitors who are full of high praise for you and your staff. Your guidance and all sorts of extracurricular activities in the face of all diffculties are really praiseworthy and my sincere congratulations goes to joy" ইয়াৰ পিছত ১৯৬০ চনৰ ২৭ মে' তাৰিখে একে গুৰুত্বসহকাৰে ছিলঙৰ পৰা শিক্ষা বিভাগৰ অধিকাৰী মিঃ ছামলাল চনিয়ে মোলৈ লিখিলে, " I am very much pleased to see the remarks of the legal Adviser, N.E.F.A & N.H.T.A in your visiting book. Kindly accept my congratulatoins for the good work done by you and staff to improve the general tone of Mebo School". এই লেখাবোৰে স্বাভাৱিকতে আমাৰ মনলৈ এক নতুন প্ৰেৰণা আৰু উদ্যম কঢ়িয়াই আনিছিল।

পাছিঘাট এৰি মেবলৈ অহাৰ আগমুহূৰ্তত পি, অ' চাহাবক মই কৰা অনুৰোধ তেখেতে মনত ৰাখিছিল হ'বলা। সেয়েহে দহমাহ পূৰা নৌহওঁতেই ৫-৪-৬০ তাৰিখে ছিলঙৰ পৰা পঠোৱা চৰকাৰী নিৰ্দেশযোগে মোক আকৌ পাছিঘাট হাইস্কুললৈকে বদলি কৰিলে। তদুপৰি পৰিয়ালসহ থাকিব পৰাকৈ চৰকাৰী ঘৰ এটাও মোৰ নামত বণ্টন দি ৰখা হ'ল। সেই খবৰালিতে চিয়াং নদী পাৰ কৰি জীপগাড়ী এখন মেবলৈ আনিছিল। সেই সুবিধাতে প্ৰথমে পৰিয়ালটো নি পাছিঘাটত থৈ আহিলোঁগৈ। তাৰ পিছত পাছিঘাট হাইস্কুলৰ পৰা মোৰ ঠাইত বদলি হৈ অহা ৰূপেশ্বৰ লাহনক স্কুলৰ দায়িত্বভাৰ গটাই দি ১৬-৫-৬০তাৰিখে মই পাছিঘাটলৈ গ'লোঁ। ডাইৰেক্টৰ অব এডুকেছন মিঃ ছামলাল ছনিয়ে দিয়া চিঠিখন তাতে পালোঁগৈ।

এখন একেবাৰে আওহতীয়া ঠাই হ'লেও মেবত থাকি মোৰ ভালেই লাগিছিল। ঠাইখন আৰু অতি সৰল মানুহবোৰক এৰি থৈ আহিবৰ সময়ত সেই কাৰণে মোৰ হিয়াৰ মাজত মোৰ শব্দৰে প্ৰকাশ কৰিবলৈ অক্ষম এটা পোৰণি অনুভৱ হৈছিল। কেৱল ইমানেই নহয়, মৰম-চেনেহৰ বান্ধোন এনে কটকটীয়া হৈছিল যে মিজিং টায়েঙৰ দৰে এজন ল'ৰাইও আমাক পাহৰিব নোৱাৰি মাজে মাজে ইটো সিটো বস্তু লৈ পাছিঘাটলৈ গৈ আমাৰ খা-খবৰ লৈ আছিল। মিজিং পিছত এজন ঠিকাদাৰ হ'লগৈ। ইও কম আনন্দৰ কথা নহয়।

পাছিঘাটৰ পৰা তিনি-চাৰি কিলোমিটাৰ দূৰত্বতে বালেক গাঁওখন অৱস্থিত। বালেকত

তেতিয়া প্ৰচুৰ পৰিমাণে কমলা উৎপাদন হৈছিল। গাঁৱৰ মানুহবোৰে হোৰাই হোৰাই কমলা আনি পাছিঘাট বজাৰত বিক্ৰি কৰিছিল; বাহিৰৰ বজাৰলৈকো সেইবোৰ গৈছিল। এবাৰ আমাৰ জেঠেৰি যোৰহাটৰ দ্বীজেন শৰ্মাই (পিছত যোৰহাট কমাৰ্চ কলেজৰ প্ৰিন্সিপাল) পাছিঘাটত আমি থকাৰ সুযোগ গ্ৰহণ কৰি তালৈ ফুৰিবলৈ গৈছিল। এসময়ৰ কেন্দ্ৰীয় মন্ত্ৰী দায়িং ইৰিং আৰু ৰাজ্যসভাৰ সদস্য অমেম ময়ঙৰ জন্ম বালেক গাঁৱতে হৈছিল বুলি তেখেতে বালেক গাঁওখন চাবলৈ মন কৰিলে। বালেকত তেতিয়াও কমলা আছিল। অমেমৰ ভনীয়েকে গছৰ পৰা কমলা ছিঙি আনি আন্তৰিক অভ্যৰ্থনা জনালে। স্কুলত পঢ়ি থাকোঁতে অমেমে মৰমতে দিয়া এহোৰা কমলা আনি ঘৰ পোৱাইছিলোঁহি। ঘৰৰ সকলোৱে মিঠা মিঠা কমলাখিনি অতি আনন্দেৰে উপভোগ কৰিলে। কমলাৰ মিঠা ৰসৰ দৰে অৰুণাচলৰ মানুহৰ মিঠা মিঠা মৰমবোৰ আমি কোনোদিনেই পাহৰিব নোৱাৰো।

এই সময়ছোৱাতে বুলু আৰু মই এদিন দায়িং চাহাবৰ পাছিঘাটৰ ঘৰলৈ গৈছিলো। ভাই-ককাইৰ মাজত হোৱাৰ দৰে সুখ-দুখৰ নানা কথাৰ মাজেতে মোৰ দৰে পুৰণা শিক্ষকবোৰে চাকৰি জীৱনত ব্যস্ত থাকিও নিজে পঢ়া-শুনা কৰি উপযুক্ত অৰ্হতা-অৰ্জন কৰা সত্ত্বেও ওপৰলৈ উঠিব পৰা নাই বুলি কোৱাত মোৰ প্ৰতি তেখেতৰ সহানুভূতি জাগি উঠিল। মোৰ সোঁহাতখন খামোচ মাৰি ধৰি তেখেতে ক'লে , "মিঃ বৰঠাকুৰ, মই পৰহিলৈ ছিলঙলৈ গৈ আছোঁ। আপুনি মোৰ লগত ওলাওক। মই আপোনাক কথা দিছো; আপোনাক বেচ্ ছুপাৰিনটেণ্ডেণ্ট কৰাই দিম। আপুনি ওলাওক।" মই জানো তেখেতে সেইটো নিশ্চয় কৰাই দিলেহেঁতেন। কিন্তু খন্তেক ভাবি ধন্যবাদসহ অতি বিনম্ৰতাৰে মই তেখেতক ক'লোঁ যে শাসকশ্ৰেণীভুক্ত হ'বলৈ মানসিক প্ৰস্তুতি মোৰ অলপো নাই। শিক্ষা বিভাগতে পাৰে যদি মোক কিবা এটা উপকাৰ কৰিবলৈ তেখেতক অনুৰোধ জনালোঁ। হাততে পোৱা এটা সোণালী সুযোগ মই নিজৰ কথাৰে হেৰুৱালোঁ যদিও তাৰ বাবে মোৰ মনত অলপো অনুশোচনা হোৱা নাছিল। দায়িং চাহাবৰ মোৰ প্ৰতি কিমান যে স্নেহ আৰু সহানুভূতি আছিল, মনত পৰিলে এতিয়াও মোৰ চকু সেমেকি উঠে।

এইবাৰ পাছিঘাটত আমি সৰহদিন থাকিবলৈ নাপালো। দহমাহো পূৰা নহ'ল। ইয়াৰ ভিতৰতে শীতকালিন ডেৰমহীয়া দীঘলীয়া বন্ধটোও আছিল। এই কালছোৱা অসমৰ তীব্ৰ ভাষা আন্দোলনৰ সময়। অৰুণাচলত ইয়াৰ প্ৰভাৱ পোনপটীয়াকৈ পৰা দেখা পোৱা নগৈছিল যদিও উঠি অহা ডেকাচাম এই বিষয়ে বেচ সজাগ আছিল। পাছিঘাট হাইস্কুলত ওপৰ শ্ৰেণীকেইটাত পঢ়ি থকা ছাত্ৰসকলে ধেমালিৰ চলেৰে হ'লেও আমাৰ মনৰ খবৰ পাবলৈ চেষ্টা নকৰাকৈ থকা নাছিল। তেওঁলোকৰ

জিজ্ঞাসাৰ আঁৰৰ কথা আছিল, আমি ভাষা আন্দোলনৰ পক্ষপাতী হয়নে নহয়? এই প্ৰশ্নৰ উত্তৰ থাওকতে দিয়া সহজ নাছিল। সেইবাবে এই বিষয়ত প্ৰায়ভাগেই নীৰৱতা অৱলম্বন কৰা দেখা গৈছিল। আনহাতে হিন্দী ভাষাৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবে যিমান পৰা যায় চেষ্টা চলোৱা পৰিলক্ষিত হৈছিল। সেই অৰ্থে নতুন এচাম শিক্ষক নিযুক্তি দি প্ৰশিক্ষণৰো ব্যৱস্থা কৰা হৈছিল। অৱশেষত ত্ৰি-ভাষা-সূত্ৰ অনুযায়ী ইংলিছৰ সমানে সমানে হিন্দীয়ে আসন অধিকাৰ কৰি হৈছিল। অসমীয়া অৱহেলিত হৈ তৃতীয়স্থানলৈ পিছুহঁহকি গৈছিল। তেতিয়াৰে পৰা এই পৰ্যন্ত অৰুণাচলৰ শিক্ষাজগতত অসমীয়া ভাষাৰ স্থান এইদৰেই আছে।

সেই খৰালিতে আমাৰ বৰপুত্ৰ জ্যোতিপ্ৰসাদে এম, ই , বৃত্তি পৰীক্ষাত সমগ্ৰ অৰুণাচলতে প্ৰথন স্থান পাই উত্তীৰ্ণ হৈছিল আৰু ডাঙৰজনী ছোৱালী কবিতাই প্ৰাথমিক বৃত্তি লাভ কৰিছিল। মই আগৰ দৰে পাছিঘাট হাইস্কুলতে গতানুগতিকভাৱে শিক্ষকতাৰ কাৰ্যতে দিন অতিবাহিত কৰিবলগীয়া হৈছিল যদিও পৰিৱৰ্তিত পৰিস্থিতিত নিজকে কিদৰে খাপ খুৱাই কৰ্মক্ষেত্ৰত আগুৱাব পাৰিম, সেই বিষয়ে চিন্তা নকৰাকৈ থকা নাছিলোঁ। কিন্তু নিৰ্দিষ্ট কিবা এটা কাৰ্যসূচীত হাত দিবলৈ নৌপাওঁতেই মোক আকৌ বদলি কৰা হ'ল। জিৰোলৈ। আমি শীতকালিন দীঘলীয়া ছুটীত গৈ ম'হখুটিৰ ঘৰত থাকোতেই ১৯৬১ চনৰ ১৮ ফেব্ৰুৱাৰীত তালৈকে টেলিগ্ৰাম কৰি মোক জিৰোলৈ বদলি কৰা হৈছে বুলি খবৰটো দিলে পাছিঘাটৰ পলিটিকেল অফিচাৰে। খবৰটো পাইয়ে সপৰিয়ালে পাছিঘাটলৈ উলটি আহি জিৰোলৈ যাবৰ বাবে সাজু হ'লোঁ। পাছিঘাট হাইস্কুলৰ কামৰ পৰা ৬ মাৰ্চত অব্যাহতি পালোঁ।

তেতিয়া পাছিঘাটত অসমৰ বৰ্তমানৰ ৰাজনৈতিক নেতা ভৃগু কুমাৰ ফুকনৰ দেউতাক প্ৰফুল্ল কুমাৰ ফুকন এচিষ্টেণ্ট পলিটিকেল অফিচাৰ হৈ আছিল। ভৃগু আৰু তেওঁৰ ককায়েক ধ্ৰুৱ তেতিয়া সৰু ল'ৰা। মাকৰ লগত শিৱসাগৰত থাকি পঢ়া-শুনা কৰে। বন্ধৰ দিনত মাজে মাজে মাকৰে সৈতে গৈ পাছিঘাটত দেউতাকৰ লগত থাকেগৈ। ঘনিষ্ঠতা গঢ়ি উঠাত সেই পৰিয়ালটি আমাৰ আপোন আপোন হৈ উঠিছিল। সেই সময়ত তাৰ পৰা জিৰোলৈ যাবলৈ পাছিঘাটতে উৰাজাহাজত উঠি মোহনবাৰী হৈ লীলাবাৰীত নামিবগৈ লাগে। বয়-বস্তুবোৰ বেলেগ ডাকোটা প্লেনেৰে পঠোৱাৰ ব্যৱস্থা কৰি দিলে এসময়ৰ আমাৰ আতি মৰমৰ ছাত্ৰ, তেতিয়াৰ এৰিয়া অৰ্গেনাইজাৰ অচং ইৰিঙে। প্ৰফুল্ল কুমাৰ ফুকনদেৱে তেখেতৰ জীপগাড়ীখ নেৰে আমাক নি বিমান পথাৰত আগবঢ়াই থ'লৈগে। সকলোৰে মৰম-চেনেহ বুকুত সাঁচি লৈ আমি পাছিঘাট এৰিলোঁ। পাছিঘাটৰ ছবছৰীয়া মধুৰ স্মৃতি আমাৰ জীৱন-পথৰ আপুৰুগীয়া সমল হৈ ৰ'ল। পাছিঘাটক পাহৰোঁ কেনেকৈ?

(ছয়)

জিৰোৰ পৰা গাড়ী আহি নোপোৱালৈকে আমি দুদিনমান উত্তৰ লক্ষীমপুৰৰ ডাক-বঙলাতে থাকি বলগীয়া হ'ল। সেই চলেতে উত্তৰলক্ষীমপুৰখন ভালকৈ ঘূৰি-পকি চাই তাৰ স্থানীয় দুই এঘৰ লোকৰ সৈতে চিনা-পৰিচয়ো হ'লোঁ। বৰ ভাল লাগিল। গাড়ী আহি পোৱাত বয়-বস্তুবোৰ তুলি লৈ আমি জিৰো যাত্ৰাৰ বাবে সাজু হ'লোঁ। গাড়ী মানে 'বান্-টনাৰ'। জিৰোলৈ যোৱা পথটো তেতিয়াও পকা হোৱা নাই। তেনেই ঠেক বাট। টাস্কাৰ কোম্পানীয়ে পথটো নির্মাণ কৰিছে আছে। অতি সাৱধানে গাড়ী চলাই একা-বেঁকা পথেৰে ড্ৰাইভাৰে আমাক ক্ৰমে ওপৰলৈ লৈ গৈছে। অতিশয় বিপদ-সংকুল পথ। পাহাৰ কাটি উলিওৱা পথটোৰ একোডোখৰ ঠাইক টাস্কাৰে নাম দিছে 'ইন্দিয়া গেট', আন এডোখৰক 'হেল গেট', এইদৰে। কিছুদূৰ গৈ দেখা পোৱা গ'ল গাড়ীখনৰ একাষে প্ৰকাণ্ড ওখ পাহাৰ, আনফালে গভীৰ খিয় গৰাৰ তলেদি হো-হোৱাই ৰঙা-নদী বৈ গৈছে। ৰাস্তাৰ একোটা মেৰ, পাক লৈ লৈ ওপৰলৈ গাড়ীখন প্ৰথমে ৰখাই লৈ গিয়েৰ বদলি কৰিহে উঠাব পাৰে। ৰখাওঁতে ব্ৰেক্ ধৰিবলৈ নৌপাওঁতেই গাড়ীখন তললৈ নামি যোৱা দেখিলে বুকু চিৰিং কৰি যায়। সেই গতিৰে প্ৰায় ডেৰশ কিলোমিটাৰ পথ অতিক্ৰম কৰোঁতে সৰ্বোচ্চ ৬,৫০০ ফুট উঠি আকৌ ১,৫০০ ফুট তললৈ নামি আবেলি সময়ত আমি গৈ প্ৰায় ৫,০০০ ফুট ওপৰত অৱস্থিত জিৰো চহৰখন পালোগৈ।

জিৰোত আমাৰ বাবে এটা নতুনকৈ সজা টাইপ ফ'ৰ চৰকাৰীঘৰ স্কুল চৌহদৰ ভিতৰতে ঠিক কৰি থোৱা আছিল। একেৰিও অসুবিধা নোহোৱাকৈ আমি ঘৰটোত সোমাই নিশ্চিন্ত হৈ পৰিলোঁ। তেতিয়া স্কুলবোৰ শীতকালিন দীঘলীয়া বন্ধৰ পিছত খুলিবলৈ আৰম্ভ কৰিছেহে। আচলতে পুৰণা জিৰোত এখন হাইস্কুলেই আছিল। কিবা কথাতে লাগি ছাত্ৰই কৰা উৎপাতৰ কাৰণে সেই হাইস্কুলখন সম্পূৰ্ণকৈ উত্তৰ-লক্ষীমপুৰৰ ওচৰৰ দৈমুখ (দুইমুখ) লৈ উঠাই লৈ গ'ল। নতুনকৈ গঢ়ি তুলিবলৈ লোৱা জিৰো চহৰখনৰ বাবে হাপলি নামৰ ঠাইডোখৰ বাছি লৈ তাতেই নতুন এম,ই, স্কুল এখন আৰম্ভ কৰিবলৈকে মই তেতিয়া পাই থকা মহিলী দৰমহাৰ টকাকেইটাৰ লগতে 'বিশেষ বেতন' হিচাপে কুৰি টকা বঢ়াই দি মোক হেড্ মাষ্টৰ কৰিলে। স্কুল আৰু হোষ্টেলৰ বাবে ভাৰত চৰকাৰৰ ট্ৰাইবেল এড্‌ভাইজাৰ ডঃ ভেৰিয়াৰ এলিইনে তেখেতৰ 'ফিল'ছফি ফৰ নেফা' গ্ৰন্থত দেখুৱা আৰ্হিৰে নতুনকৈ সজাই থোৱা চাৰিটামান আটক-ধুনীয়া ঘৰ মোক চা মোক চাকৈ জিলিকি থকা বহুত দূৰৰ পৰাই পাহাৰৰ টিলাত দেখিবলৈ পাইছিলোঁ।

সেইকেইটা ঘৰতে মই নতুন জিৰোত নতুন স্কুলখন পাতিব লাগে। আমাক থাকিবলৈ দিয়া ঘৰটোৰ পিছফালে এটা নিচেই সৰু কাঠৰ টাইপৰান ঘৰ আছিল। আমি গৈ পোৱাৰ দিনা ৰাতি চাৰি-পাঁচজনমান ডফলা ল'ৰা স্কুল খুলিলেই নামভৰ্তি কৰিবলৈ বুলি-আশা

কৰি শিক্ষক খগেন্দ্ৰ প্ৰসাদ গগৈৰ তত্ত্বাৱধানত অপেক্ষা কৰি আছিল। খগেন গগৈ আকৌ সৰু কালত জাঁজীত মোৰ সহপাঠী আছিল। অৰুণাচললৈ গৈ আকৌ আমি দুয়ো একেলগ হ'লোঁ। একেলগে কাম কৰিবলৈ পালোঁ। এবাৰ নহয়, কেবাবাৰো; এঠাইতে নহয়, কেইবাঠাইতো। তদুপৰি, আমি দুয়ো চাকৰিতে থাকি নিজৰ চেষ্টাৰে এম্, এ লৈকে কৰিলোঁ; ওপৰলৈও বগালোঁ। অৰুণাচলত এনেদৰে চাকৰিতে থাকি উচ্চ-শিক্ষাৰ অধিকাৰী হোৱা শিক্ষক ভালেকেইজন আছে।

জিৰো এখন অতি শুৱনি ঠাই। আচলতে 'আপাটনি প্লেটু' নামেৰে পৰিচিত ই বিতোপন অধিত্যকা। ছয় কিলোমিটাৰ দূৰৰ পুৰণা জিৰো আৰু নতুনকৈ ঘৰ-দুৱাৰ সাজি পাতিবলৈ যো-জা কৰা নতুন জিৰো অৰ্থাৎ 'হাপলি' দুয়োখনেই একোটা মালভূমি একে সমতলৰ ওপৰত গঢ়ি উঠিছে। মাজে মাজে পাহাৰৰ ওখ ওখ টিলা কেইটিমানে বাখৰ-পতা আঙঠিৰ দৰে সোণত সুৰগা চৰাইছে। প্ৰকৃতিৰ মনোৰম সৃষ্টি।

সোৱণশিৰি জিলাৰ সদৰ ঠাই এই 'জিৰো' নামটোৰ উৎপত্তিৰ বিষয়ে দুটা কথা শুনা যায়। এটাৰ মতে আগেয়ে এই অঞ্চলত জিৰো নামৰ এটা অতি দুৰ্দান্ত জাতিয়ে বাস কৰিছিল। তেওঁলোকৰ অত্যাচাৰত তৎ নাপাই চাৰিওফালৰ আপটানি গাঁৱৰ মানুহবোৰ একগোট হৈ যুঁজ দি সেই জাতিৰ মানুহক দূৰলৈ খেদি পঠিয়ায়। তথাপি ঠাইডোখৰৰ নাম পূৰ্বৰ সেই জাতিটোৰ নামেৰেই জিৰো হৈ গ'ল। আনটো কথাৰ মতে, ১৯৫৪ চনত পণ্ডিত নেহৰু তালৈ যাওঁতে সেই ঠাইখন জিৰো (শূন্য) এটাৰ দৰে চাৰিওফালে ঘূৰণীয়া যেন দেখি বুলি কৈছিল হেনো। কিন্তু পণ্ডিত নেহৰু তালৈ যোৱাটো সৌ-সিদিনাৰ কথাহে। জিৰো দেখোন অতীজৰে পৰাই জিৰো। অধিবাসী আঠান্নবৈ শতাংশৰো অধিক আপাটনি। তেওঁলোক অতি পৰিশ্ৰমী, ব্যৱসায়ী গুণেৰে বিভূষিত, বিচক্ষণ, বুদ্ধিমান জাতি। বিজ্ঞানৰ 'ব'টোৰ লগত পৰিচয় নোহোৱাকৈয়ে, ইঞ্জিনীয়াৰিঙৰ 'ই'টোৰ নাম শুনাৰ বহু কালৰ আগৰে পৰা পাহাৰ কাটি খলপা-খলপ কৰি সৰু সৰু আলি বান্ধি খৰস্ৰোতা পাহাৰী জুৰিত বান্ধ দি পানী নিয়ন্ত্ৰিত কৰি প্ৰতিডৰা খেতিৰ মাটিলৈ সমানে বোৱাই নি পথাৰখনক শস্য-শ্যামলা কৰি তোলা কৃষি-জীৱী আপাটানিসকলৰ খেতিৰ নমুনা দেখিলে কোনো মানুহ বিমুগ্ধ নৈহে নাথাকে। ডঃ ভেৰিয়াৰ এলুইনে ক'বৰ দৰে "For her he in a remote, well watered valley lived a society of highly organized, industrious people who had developed an extensive system of irrigated fields and though ignorant of the plough, succeeded with their hoes in raising two annual crops for themselves and their neighbours. But they had no contact with the out side world.... they lived fairly prosperous, fairly happy, in complete isolation until the eve of Independence"

আপাটানি গাঁওবোৰৰো এটা চমু আভাস দিব খুজিছো। জিৰো মালভূমিটোত মূলতে হেং, হাৰি, হিজা, বেৰু আৰু দুতা নামৰ পাঁচখন প্ৰধান আপাটানি গাঁও আছিল। তাৰে

পৰা জনসংখ্যা বৃদ্ধিৰ ফলত ফাটি গৈ এতিয়া নতুন গাঁৱৰো সৃষ্টি হৈছে। বেক গাঁওখনো সেইদৰেই হোৱা গাওঁ। ইখন গাঁৱৰ পৰা সিখন গাঁৱলৈ দূৰত্ব বেছি নহয়। আপাটানি প্লেটুতেই এই আটাইবোৰ গাঁও অৱস্থিত। একোখন গাঁৱত ডেৰশ-দুশ ঘৰৰ পৰা আৰম্ভ কৰি চাৰিশমানলৈকে ঘৰ থাকিব পাৰে। ঘৰ সাজি থাকিব পৰাকৈ ওখ সমান মাটিৰ যথেষ্ট অভাৱ। সেইকাৰণেই ঘৰবোৰ নিচেই থেপা-থেপিকৈ সাজে। দুঘৰ মানুহৰ পানীপাচৰ মাজত এক ফুট কি ডেৰফুটমানহে ফাক থাকে, অৰ্থাৎ দুয়োঘৰৰ চাল দুখন প্ৰায় লাগো লাগো হৈ থাকে। ভাই-ককাইৰ মাজত কেবাটাও ঘৰ হ'লে এঘৰৰ পৰা আন এঘৰলৈ ভিতৰে ভিতৰে অহা-যোৱা কৰিব পৰাকৈ এঘৰৰ পিছফালটোৰ লগত সংলগ্ন কৰি দলঙৰ দৰে বাঁহৰ চাং সাজি লগ লগাই লয়। দুশাৰী ঘৰৰ মাজেদি অহা-যোৱা কৰা গাঁৱৰ বাটবোৰৰ দুয়োকাষে চকোৱাৰ দৰে বেৰা দি লয়। এওঁলোকৰ বাঁহ-বেতেৰে কৰা কামবোৰ অত্যন্ত পৰিপাটি। ঘৰবোৰৰ বেৰ-চালবোৰো সেইদৰে পৰিপাটিকৈ সাজে। কোনোফালে আগবোৰ অসমান হৈ ওলাই নাথাকে। গাঁৱৰ মাজত দৰকাৰ হ'লে একেলগে বহি মেল- মিটিং কৰিব পৰাকৈ 'লাপাং' নামেৰে একোখন বৰ আহল-বহল কাঠৰ তক্তাৰ চাং থাকে। তদুপৰি 'ব-ব' (Bobo) নামৰ এবিধ অতি দুঃসাহসিক খেল, এটা প্ৰকাণ্ড ওখ খুঁটাৰ ওপৰৰ পৰা মাটিলৈ টানি লগোৱা বেতৰ ৰছিৰ ওপৰত ওলমি খেলিব পৰাকৈ ব্যৱস্থা থাকে। আদি বসতি অঞ্চলৰ দৰেই আপাটানি গাঁওবোৰতো মানুহৰ ভঁৰাল ঘৰবোৰ গাঁওখনৰ পৰা বেলেগ ঠাইত সাজে যদিও আপাটানি গাঁৱত মাটিৰ অভাৱৰ কাৰণে ভঁৰালবোৰ বৰ বেছি দূৰত সাজিবগৈ নোৱাৰে। ফলত কেতিয়াবা হঠাতে গাঁৱত জুই লাগিলে দুই-চাৰিটা ভঁৰাল ঘৰো সেই জুইয়ে গ্ৰাস কৰা দেখা যায়। আপাটানি মানুহৰ সাজ-পোছাক অন্যান্য পাহাৰী মানুহৰ সাজ-পোছাকৰ সৈতে বেছি পাৰ্থক্য নাই যদিও পুৰুষসকলে বেতৰ সূতেৰে গাঁথি পিছফালে এডাল নেগুৰ ওলোমাই ৰখাৰ দৰে পিন্ধে। আজিকালি অৱশ্যে লংপেণ্ট হাফপেণ্ট আদিৰ ব্যৱহাৰৰ ফলত এই প্ৰথা লোপ পাবলৈ ধৰিছে। তিৰোতাসকলে নাকৰ দুফালে ডাঙৰ ডাঙৰ বুটামৰ দৰে আৰু কাণ দুখনত গোল গোল চকাৰ অনুৰূপ অলংকাৰ পিন্ধাৰ উপৰিও থুঁতৰিত ক'লা ক'লা অপৰ্যাপ্ত মালা পিন্ধে।

ছাত্ৰ-ছাত্ৰীৰ অনুশাসনহীনতা তথা উচ্ছৃংখলতাৰ ফলস্বৰূপে পুৰণা জিৰোৰ পৰা হাইস্কুলখন দৈমুখলৈ তুলি নিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰিছিল সেই সময়ত প্ৰতি বছৰে অন্ততঃ এবাৰকৈ ছিলঙত বহা চিনিয়ৰ অফিচাৰ্চ কনফাৰেন্স (Senion Officers Conference)। এইদৰে বহা এচ, অ', চিৰ বৈঠকবোৰত অৰুণাচলৰ ৰাজ্যপালৰ অধ্যক্ষতাত বিভিন্ন বিভাগৰ সচিব, সঞ্চালক আৰু প্ৰতিখন জিলাৰ পলিটিকেল অফিচাৰসকলে অংশগ্ৰহণ কৰি ৰাজ্যখনৰ আইন-শৃংখলা পৰিস্থিতি, যাতায়তৰ সা-সুবিধা, উন্নয়নমূলক কাম-কাজৰ অগ্ৰগতি আদি গুৰুত্বপূৰ্ণ বিষয়বোৰ আলোচনা কৰিছিল আৰু সমস্যা সমাধানৰ উপায় উদ্ভাৱন কৰিছিল। এনেদৰে অনুষ্ঠিত এখন সভাতে জিৰোৰ পৰা দৈমুখলৈ হাইস্কুলখন উঠাই নিয়াৰ সিদ্ধান্ত

লওঁতে এই বুলি স্থিৰ কৰিছিল যে নিৰ্ধাৰিত সময়ৰ ভিতৰত যদিহে ছাত্ৰ-ছাত্ৰীসকলৰ আচৰণ আশানুৰূপ সংশোধিত হয় আৰু পৰিৱেশ সৃষ্টি কৰিব পৰা যায়, তেন্তে দৈমুখৰ পৰা উপযুক্ত সময়ত হাইস্কুলখন পুনৰ নতুন জিৰোলৈ তুলি অনা হ'ব। সেই সিদ্ধান্ত মৰ্মে জিৰোত অৰ্থাৎ হাপলিত স্কুলৰ এই ঘৰ-দুৱাৰবোৰ নিৰ্মাণ কৰা হৈছিল আৰু নতুন স্কুলৰ কাম আৰম্ভ কৰিবলৈ আমাক তালৈ নিয়া হৈছিল। আমাক মানে, খগেন্দ্ৰ প্ৰসাদ গঁগৈ, জগত বৰুৱা, অমূল্য ফুকন, (খেল-ধেমালিৰ শিক্ষক) তপন কুমাৰ বৰদলৈ (চিত্ৰ-শিল্পী, পিছত শান্তিনিকেতনত যোগ দিলেগৈ) জি, এছ ৰাম (পিছত লেকচাৰাৰ হ'লগৈ), এন টি, জৰ্জ (স্কাউট-মাষ্টাৰ) আৰু মোক। এই আটাউকেইজনেই প্ৰশিক্ষণপ্ৰাপ্ত অভিজ্ঞ শিক্ষক।

জিৰোত কাম আৰম্ভ কৰিয়েই জিলাখনৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক (D.I.S) বিপিন ফুকনৰ যোগেদি ওচৰৰ আপাটানি, ডফলা আৰু হিল্‌মিৰি গাঁওসমূহলৈ খবৰ পঠিওৱা হ'ল যে পুৰণা জিৰো স্কুলত প্ৰথম শ্ৰেণীৰ পৰা সপ্তম শ্ৰেণীলৈকে পঢ়া যিবোৰ ছাত্ৰ-ছাত্ৰী স্কুললৈ নোযোৱাকৈ ঘৰত আছে. তেওঁলোকে আহি জিৰো স্কুলত নামভৰ্তি কৰিব পাৰিব। পাঁচ কিলোমিটাৰৰ অধিক দূৰৈৰবোৰক হোষ্টেলতে থাকিবলৈ দিয়া হ'ব। খবৰ পোৱাৰ লগে লগে এমাহৰ ভিতৰতে ছাত্ৰ-ছাত্ৰীৰে স্কুল ভৰি পৰিল। ছাত্ৰীৰ বাবে তৎমুহূৰ্ততে হোষ্টেলৰ ব্যৱস্থা নথকাত দূৰৈৰবোৰে বাধ্য হৈ নিজৰ নিজৰ গাঁৱৰ স্কুলতে পঢ়িবলগীয়া হৈছিল অথবা স্কুল এৰি দিবলগীয়া হৈছিল। ছাত্ৰীৰ বাবে নতুনকৈ বেলেগ ঘৰ সজোৱা এই অসুবিধাও অৱশ্যে অনতিপলমে আঁতৰোৱা হৈছিল। এইদৰে অতি কম সময়ৰ ভিতৰতে জিৰো এম, ই, স্কুলে পূৰ্ণ পৰ্যায়ৰ ৰূপ ল'লে। নতুন স্কুলখন আহল-বহল এটা ওখ টিলাৰ ওপৰত অৱস্থিত। সন্মুখেদি সোৱণশিৰি জিলাৰ প্ৰধান পথটো উত্তৰ-লক্ষীমপুৰৰ পৰা কিমিন হৈ আহি হাপলিৰ মাজেদি পুৰণা জিৰোৰেদি ন্যাপিন পালিন আদি ঠাই স্পৰ্শ কৰি আন্তৰ্জাতিক সীমাৰেখা চুবলৈ আগবাঢ়ি গৈছে। পুৰণা জিৰোতে সৰু বিমান পথাৰখনো আছে। স্কুল আৰু হোষ্টেলৰ ঘৰকেইটা সাজিবৰ কাৰণে ওখ টিলাটোৰ ওপৰৰ অংশ বুলড'জাৰেৰে খহাই সমান কৰি লৈছিল যদিও অৱশিষ্ট ঠাইখিনি সৰু সৰু টিলা আৰু হোলাৰে আবৰি আছিল। এই গোটেই ঠাইখিনিৰ চাৰিওফালে আপাটানিসকলৰ ধানখেতিৰ পথাৰ। চালে চকুৰোৱা ছবি-সদৃশ এক মনোমোহা দৃশ্য। বাৰিষা আৰম্ভ হোৱাৰ লগে লগে টিলাবোৰৰ ওপৰৰ সমান ঠাইবোৰত উলুৰদৰে এবিধ বন গজে। সেইবোৰ স্কুল-চৌহদত অবাধে গজিবলৈ দিলে শুৱনি ঠাইখন অশুৱনি হৈ পৰাৰ সম্ভাৱনা বেছি। আনহাতে টিলাটোৰ ওপৰত

স্কুল আৰু হোষ্টেলৰ বাবে সাজি থোৱা ধুনীয়া ধুনীয়া ঘৰকেইটাৰ চৌপাশে জেওৰা-জপনা একোৱেই নাছিল। এইবোৰ চিন্তাৰ উপৰিও মোৰ মনত অন্য এটা ভাব উদয় হৈছিল। মই ভাবিছিলোঁ পৰিশ্ৰমী পাহাৰী ল'ৰা-ছোৱালীবোৰক তেওঁলোকৰ দৈনন্দিন কৰ্মব্যস্ত গাঁৱলীয়া পৰিবেশৰ পৰা উলিয়াই আনি হোষ্টেলত ৰাখি দিনৰ দিনটো শ্ৰেণীকোঠাত বহুৱাই থৈ কেৱল পাঠ্যপুথিৰ বিদ্যাৰে মানুহ কৰিব খুজিলে সৰ্বাঙ্গীণ-শিক্ষাৰ প্ৰচেষ্টা অথলে যাব। ল'ৰা-ছোৱালীবোৰক ভৱিষ্যত জীৱনলৈকে কৰ্মক্ষম কৰি ৰাখিব খুজিলে পঢ়া-শুনাৰ উপৰিও খেলা-ধূলা আৰু বিভিন্নধৰণৰ জীৱন নিৰ্মাণৰ কাম-কাজত ব্যস্ত ৰাখিবই লাগিব। কিন্তু,এই পৰিকল্পনা কাৰ্যত পৰিণত কৰিবলৈ স্কুলখনত দা-কোৰ-কুঠাৰ আদি সঁজুলি পৰ্যাপ্ত নাছিল। চৰকাৰৰ তৰফৰ পৰা দিয়া চাৰিখন দা, চাৰিখন কোৰ, দুখন কুঠাৰ, দুডাল জবকা,দুটা পানীদিয়া পাত্ৰৰে গোটেই স্কুলৰ ল'ৰা-ছোৱালীবোৰকহে নালাগে এটা শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীবোৰকে সমানে কামত লগাই আধাঘন্টাও ব্যস্ত ৰাখিব নোৱাৰি। এই অসুবিধা দূৰ কৰাৰ মানসেৰে হোষ্টেলত ভৰ্তি হ'বলৈ আবেদন কৰা ল'ৰাবোৰক নিজৰ লগত এখন দা লৈ আহিলেহে নামভৰ্তি কৰিম বুলি কোৱাত যথেষ্টসংখ্যক দা গোট খালে। পাহাৰী মানুহৰ হাতত ল'ৰা-বুঢ়া নিৰ্বিশেষে একোখন দা থাকেই আৰু সেইখন ফাকত ভৰাই বৰ যত্নেৰে লৈ ফুৰে। ল'ৰাবোৰৰ বয়স সাত-কি আঠ নৌহওঁতেই ফাকেৰে সৈতে এনে এখন দা ডিঙিত ওলোমাই দিয়েই; স্কুলত নাম লগাই দিয়াৰ পিছতহে সেইখন ঘৰত এৰি আহে। গতিকে তেওঁলোকৰ বাবে এইটো একো উপৰুৱা বোজা নহয়; বৰং লগৰ সাৰথি লগতে লৈ অহাৰ নিচিনা কথাহে। এই ব্যৱস্থাৰ উপৰিও স্থানীয় বন-বিষয়াজনৰো কাষ চাপিলোঁ। মানুহজন বৰ ভাল আছিল। তেখেতৰ গুদামত যথেষ্ট সংখ্যক দা-কোৰ আছিল। তেখেতৰ অনুৰোধ কৰি মোৰ নিজৰ দায়িত্বত পঞ্চাছখন দা আৰু সেই আনুপাতে কোৰ ধাৰলৈ আনি নিজৰ তত্ত্বাৱধানত ৰাখি প্ৰতিদিনে স্কুল ছুটী দিয়াৰ আগতে একো একোটা শ্ৰেণীক খুব-বেছি বিছ মিনিট মাত্ৰ কামত লগোৱা হয়। কামৰ ঘণ্টা পৰাৰ লগে লগে শ্ৰেণীকোঠাত নিজৰ নিজৰ বহা ঠাইত কিতাপ-পত্ৰ সামৰি থৈ শিক্ষকজনৰ লগতে শাৰি পাতি উলিয়াই আনি একেলগে পোন্ধৰ-বিছ মিনিটৰ কাম কৰাৰ পিছত ছুটী দিয়া হয়। হৈ হৈ কৰি গীত গাই গাই আনন্দমনেৰে কামকৰা এই দৃশ্য চকুৰ আগত নিজে নেদেখিলে বিশ্বাস কৰা টান। সঁচাকৈয়ে শ্ৰম আৰু আনন্দেৰে কাম উপভোগ কৰা ই এক অপূৰ্ব দৃশ্য।

প্ৰতিদিনে এইদৰে ক্ষন্তেক ব্যস্ত হৈ কৰা শাৰীৰিক শ্ৰম আৰু আনন্দৰ মাজেদি আমি সকলোৱে মিলি জিৰো স্কুলখন গঢ়িবলৈ ধৰিলো। শাক-পাচলি, ফল-মূল,

দাইলজাতীয় শস্য, কবি, আলু আদি খেতিৰে স্কুলৰ চৌপাশে থকা টিলাবোৰ ভৰাই তোলা হ'ল। হোষ্টেলত থকা ল'ৰাবোৰৰ প্ৰত্যেককে এডোখৰকৈ নিজা মাটি দি আজৰি সময়ত শস্য উৎপাদনৰ কামত ব্যস্ত ৰখা হ'ল। জীপৰদৰে সৰু গাড়ী এখনত উঠি গাড়ীৰ পৰা ননমাকৈয়ে গোটেই বাগিছাখন এপাক মাৰি চাই আহিব পৰাকৈ এটা আলি বন্ধোৱা হ'ল। মূল টিলাটোৰ লগতে লগলাগি থকা এটা ডাঙৰ টিলাত জিলা কৃষি বিষয়া (District Agriculture Officer) মিঃ জে, চাইমনৰ যোগেদি চিকিমৰ পৰা অনা দুশ-পঞ্চাছজোপা আপেল গছৰ পুলি লগাই গছজোপাৰ যত্ন লোৱা ল'ৰাজনৰ নাম, শ্ৰেণী আদি টিনৰ প্লেটত ৰঙৰ আখৰেৰে লিখি প্ৰতিডাল গা-গছত বান্ধি ওলোমাই ৰখা হ'ল। স্কুলঘৰটোৰ পিছফালে ত্ৰিছফুটমান দূৰত পানীৰ উঁহ থকা হোলা এটাত বান্ধ দি মাছৰ পুখুৰী খান্দি মাছ-পোণা মেলা হ'ল। পিছত স্কাউট-মাষ্টাৰ এন্ টি জৰ্জে আৰু এটা মাছ-পুখুৰী খন্দালে। স্কুলৰ সন্মুখেদি যোৱা প্ৰধান পথটোৰ পৰা স্কুল চৌহদৰ ভিতৰলৈ সোমোৱা আলিবাটটো বান্ধি মূল তোৰণখনো সাজি উলিওৱা হ'ল। এটা এৰি এটা শনিবাৰে প্ৰায় দুইমাইল দূৰৰ হাবিলৈ গৈ কাঠৰ গোজ কাটি কান্ধত তুলি কঢ়িয়াই আনি চাৰিহাজাৰ সাতশ ফুট ধাৰাবাহিক দৈৰ্ঘ্যৰ মজবুত বেৰা সাজি গোটেই স্কুল চৌহদটো বেৰি পেলোৱা হ'ল আৰু তাৰ দাঁতিয়ে দাঁতিয়ে বজাল-বাঁহ ৰোৱা হ'ল। ছাত্ৰ-ছাত্ৰীবোৰৰ বহী-পেন্সিল, ৰবৰ আদি সৰু-সুৰা বস্তুবোৰৰ অভাৱ-অভিযোগ পূৰণ কৰিব পৰাকৈ আৰু লগতে হিচাপ-পত্ৰ পৰিপাটিকৈ ৰখাৰ অভ্যাস গঠন কৰাবলৈ ছাত্ৰ-ছাত্ৰীৰ দ্বাৰা পৰিচালিত এখন সমবায় দোকান খোলা হ'ল। দোকানখন চলাবৰ কাৰণে আৱশ্যক হোৱা কাঠৰ আলমাৰি, চকী-মেজ-ৰেক-কেছবক্স আদি তেতিয়া তাত থকা পলিটিকেল আফিচাৰ মিঃ হিপ্‌চন্ ৰয়ে কৰাই দিলে। ল'ৰা-ছোৱালীবোৰৰ মাজত সুস্থ প্ৰতিযোগিতাৰ ভাব জগাই তুলিবলৈ গোটেই স্কুল পৰিয়ালটোক চাৰিটা সমান সমান ভাগত বিভক্ত কৰি কুল-প্ৰথা প্ৰৱৰ্তন কৰা হ'ল ঃ (১) গান্ধীকুল (২) আজাদকুল (৩) নেহেৰুকুল আৰু (৪) পেটেলকুল। সেইমতে বিদ্যালয়ৰ প্ৰধান শিক্ষকজন হ'ল কুলপতি; প্ৰতিটো কুলৰ মুৰব্বী শিক্ষকজন কুল প্ৰধান, তেওঁৰ লগতে একেটা কুলতে থকা আন আন শিক্ষকসকল প্ৰত্যেকেই একোজন প্ৰধান, ছাত্ৰ-ছাত্ৰীৰ দলপতিজন প্ৰধান সেৱক বা প্ৰধান সেৱিকা। কুলটোৰ সাধাৰণ ছাত্ৰ-ছাত্ৰীসকল হ'ল- সেৱক বা সেৱিকা। প্ৰতিটো কুলতে উচ্চশ্ৰেণীৰ পৰা নিম্নশ্ৰেণী পৰ্যন্ত যিমান পৰা যায় সমান সমান সংখ্যক ছাত্ৰ-ছাত্ৰী ৰখা হ'ল। এইদৰে স্কুলখনত এখন আদৰ্শ সমাজ গঢ়ি উঠিল। ল'ৰা-ছোৱালীবোৰ পঢ়া-শুনা, খেলা-ধূলা, কাম-কাজ,নাচ-গান সকলো ক্ষেত্ৰতে আগবাঢ়িবলৈ ধৰিলে। এম, ই ফাইনেল পৰীক্ষাত

বৃত্তি ধৰিলে। ডাঙৰ হৈ ভৱিষ্যত জীৱনত সু-সংস্থাপিত হ'ল। পিচলৈ ইটানগৰৰ অৰুণাচল বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰ হোৱা জৰাম বেগি সৰুতে এইখন স্কুলৰে ছাত্ৰ আছিল। তদুপৰি, খদাপুচাং (শিল্পী), হগে হিন্দা, হুই তাত আদি ডিব্ৰুগড় অল ইণ্ডিয়া ৰেডিঅ' ষ্টেছনৰ কৰ্মচাৰী, কুৰু হাচান বিমান চালক হ'লগৈ। দুই-এজন প্ৰশাসনিক বিভাগতো সোমাল। জীৱন প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰি কোনেও হাত-সাবটি বহি থাকি অলস জীৱন-যাপন কৰিবলগীয়া হোৱা নাই।

১৯৬১ চনৰ চেপ্টেম্বৰ মাহৰ ১৫ তাৰিখে ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজত আমাৰ সৰু পুত্ৰ টিটো (বিভুতি)ৰ জন্ম হ'ল। শিশুটিৰ মাত্ৰ পাঁচদিন হওঁতেই মাক আৰু সন্তান দুয়োকে মই নিজে আহি জিৰোলৈ লৈ গ'লোঁ। সেই বছৰতে নৱেম্বৰ মাহত ডাইৰেক্টৰ অৱ এডুকেছন (Director of Education) মিঃ ছামলাল চনিয়ে লগত এচিষ্টেণ্ট ফাইনেন্সিয়েল এড্‌ভাইজাৰ (Assistan financial adviser) লৈ পলিটিকেল অফিচাৰ মিঃ বি, ডুগল আৰু জিলাখনৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক বিপিন ফুকন দেৱৰ সৈতে আনুষ্ঠানিকভাৱে স্কুলখন পৰিদৰ্শন কৰে। ডি, ই, চাহাব পৰম সন্তুষ্ট হৈ ছিলঙলৈ ঘূৰি যোৱাৰ পিছত ২৭নৱেম্বৰ দিনা মোলৈ চিঠি দি পলিটিকেল অফিচাৰ ডুগল চাহাবে জনালে, " I have great pleasure in sending you my congratulations for the excellent work done by you for making the Ziro M. E School really fit for inspection of the Director of Educaton, NEFA Shillong. I thank you for putting up the excelent show and the Directors of Educaton and the Assistant Financial Adviser were both very impressed.....Kindly Convey my felicitatoins to the rest of our staff good work they did and tell them that if they keep it up the Ziro School will certainly become somthing to be proud of " সেই একে বছৰতে হেড্‌কোৱাৰ্টাৰত D.I.S চাহাবৰ অনুপস্থিতিত তেওঁৰ সকলোখিনি কাম-কাজ, চোৱা -চিতা কৰিবলৈ চৰকাৰীভাৱে মোক নিৰ্দেশ দিয়াত ভালেদিন মই সেই দায়িত্ব বহন কৰিবলগীয়া হৈছিল। তদুপৰি পলিটিকেল অফিচাৰে চিঠিৰ যোগে মোক ওচৰৰ হিজা, হাৰি, হং আৰু ৰেৰু গাঁৱৰ স্কুলকেইখন পৰিদৰ্শন কৰি সেই কেইখন স্কুলৰ শিক্ষকসকলক Intigrated Time Table আৰু ছাত্ৰ-ছাত্ৰীৰ Individual Progress Charts সম্পৰ্কে D.E ৰ নিৰ্দেশ অনুযায়ী আৱশ্যকীয় পৰামৰ্শ দিবলৈ অনুৰোধ কৰিছিল। সেইমতে আমাৰ নিজৰ স্কুলৰ বছৰেকীয়া পৰীক্ষাৰ কাম সমাপ্ত কৰি সেই গাঁওকেইখনত ভ্ৰমণ কৰি মই শিক্ষকসকলক অৱশ্যকীয় দিহা-পৰামৰ্শ দি আহিলোঁগৈ।

জিবোত থকা কালছোৱাত মই এজনৰ পিছত এজনকৈ তিনিজন বিভিন্ন প্ৰকৃতিৰ পলিটিকেল অফিচাৰৰ অধীনত কাম কৰাৰ সুযোগ পাইছিলো। ইয়াৰ উপৰিও দুজন বিচক্ষণ এচিষ্টেন্ট পলিটিকেল অফিচাৰকো পাইছিলো। পলিটিকেল অফিচাৰ কেইজন ক্ৰমে মিঃ বি, এছ, ডুগল, মিঃ হিপচন ৰয় আৰু মিঃ ধৰ্মেশ্বৰ বৰুৱা আৰু এচিষ্টেন্ট পলিটিকেল অফিচাৰ দুজন আছিল মিঃ পিপি শ্ৰীবাস্তৱ, পিছত অসমৰ ৰাজ্যপালৰ বিশেষ উপদেষ্টা আৰু মিঃ জে. কে বৰঠাকুৰ (পিছত বৰ্ডাৰ চিকিউৰিটি কমিছনাৰ)। এইসকলৰ প্ৰত্যেকেই একো একোজন অতিশয় গুণী, জ্ঞানী আৰু দায়িত্বশীল ব্যক্তি আছিল বাবেই তেখেতসকলৰ অধীনত কাম কৰা বিভিন্ন বিভাগৰ বিভিন্ন অনুষ্ঠানৰ বিষয়া-কৰ্মচাৰীসকলেও নিজৰ নিজৰ দায়িত্ব সুশৃংখলাৰে পালন কৰি তেখেতসকলৰ প্ৰিয়ভাজন হোৱাৰ উপৰিও অনেক কথা শিকাৰ সুযোগ পাইছিল। বিষয়া-কৰ্মচাৰী সকলোৰেই যেন এটা পৰিয়ালৰহে আছিল এনে এটা আপোন-আপোন ভাবে সকলোৰে মনত ক্ৰিয়া কৰিছিল। সেই ধৰণৰ মিলা-মিচাৰ ভাব এটা আনকি সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ শিশু-সুলভ চেনেহ-প্ৰীতিৰ মাজতো বৈয়পি পৰা পৰিলক্ষিত হৈছিল। আমাৰ ছোৱালী কবিতাৰ যুৰীয়া ডুগল চাহাবৰ এজনী বৰ মৰম লগা ছোৱালী আছিল। নাম তাইৰ ৰবিলা। ৰবিলা আৰু কবিতাইও এজনীক নেদেখিলে সিজনী থাকিব নোৱাৰা হৈছিল। ডুগল চাহাবৰ পিছত হিপচন ৰয় আহি স্কুলখনৰ প্ৰতি ইমানেই আকৃষ্ট হৈ পৰিছিল যে প্ৰতি দেওবাৰে কাকো নাম নিদিয়াকৈ বণ্ডলাৰ পৰা খোজকাঢ়ি আহি তেখেতে স্কুল চৌহদত এপাক মাৰি খন্তেক সময় আমাৰ ঘৰত বহি মন গ'লে কেতিয়াবা চাহ খাই আকৌ ঘূৰি গ'লে খোজকাঢ়িয়েই উলটি গৈছিল। প্ৰতিটো দেওবাৰে পুৱা ন-দহ বজাৰ ভিতৰত এইটো যেন তেখেতৰ ৰেগুলাৰ প্ৰগ্ৰামৰ ভিতৰত পৰিছিল। মোৰ মনত পৰে তেখেতৰ অনেক মূল্যবান উপদেশৰ ভিতৰত এযাৰকথা তৎকালে বুজিবলৈ মই সমৰ্থ হোৱা নাছিলোঁ। তেখেতে কৈছিল " মিঃ বৰঠাকুৰ, চৰকাৰী চাকৰিত আপুনি যদি দুহেজাৰ টকাৰ দৰমহা পায়, আপুনি ঠিক সেই দুহাজাৰ টকাৰেই কাম কৰিব, তাতকৈ এক পইচাৰো কম নকৰিব, এক পইচাৰো বেছি নকৰিব।" জীৱনত অভিজ্ঞতাৰে কিমান জুখি-মাখি তেখেতে সেই কথাষাৰ কৈছিল, তাৰ চাক্ষুষ প্ৰমাণ পাবলৈ মই বেছিদিন অপেক্ষা কৰিবলগীয়া নহ'ল। D.I.S চাহাবৰ অনুপস্থিতিত তেখেতৰ অফিচত কাম কৰিবলৈ গৈ মই দেখা পালো, মানুহজন কাটাই কাটাই অফিচৰ সময়ত অফিচলৈ যায়; দিনটোত যিমান ফাইল তেখেতৰ টেবুললৈ যায় মুহূৰ্তৰ ভিতৰতে সিদ্ধান্ত দি লগে লগেই ফাইলবোৰ ঘূৰাই পঠায়। ছুটীৰ সময়ত এটাও ফাইল টেবুলত নৰখাকৈ, এটাও ফাইল ঘৰলৈ নিনিয়াকৈ ঠিক

কাটাই কাটাই সময়মতে অফিচৰ পৰা ওলাই তেখেত বঙলালৈ যায়। কোনো কাম পিছদিনালৈ পৰি নাথাকে, সমস্যা লাগিলে যিমানেই গম্ভীৰ নহওক। কামত আন্তৰিকতা থকা অনুগত বিষয়া-কৰ্মচাৰীয়ে এনেবোৰ গুণী-জ্ঞানী শাসকৰ পৰা শিকিবলগীয়া কিমানযে সুযোগ পায় সেইটো নক'লেও হয়।

জিৰোত এটা কাঠ-বাঁহৰ কাম শিকোৱা কাৰীকৰি শিক্ষা কেন্দ্ৰ (ক্ৰাফ্‌ট্ চেণ্টাৰ) আছিল। হিপচন ৰয়ৰ প্ৰসঙ্গতহে ক্ৰাফট চেণ্টাৰটোলৈ মনত পৰিছে । এই সম্পৰ্কত হিপচন ৰয়ৰ আৰু এটা কথা নেকোৱাকৈ থাকিব নোৱাৰো। দেওবাৰে দেওবাৰে স্কুললৈ অহাৰ আগতে নহ'লে স্কুলৰ পৰা ঘূৰি গৈ হিপচন ৰয় ক্ৰাফট চেণ্টাৰত সোমায়। নিজহাতে কাঠ কাটি এজন পাকৈত শিল্পীৰ দক্ষতাৰে তেওঁ ঘৰৰ বেৰ, টেবুল, ৰেক আদিত সজাব পৰা সুন্দৰ সুন্দৰ কাঠৰ বস্তু সাজি উলিয়ায়। এইদৰে সজা বস্তুবোৰৰ ভিতৰত নানা ভংগীত উৰি যোৱা চৰাই, পখিলা, জেঠী, মাছ, আৰোহীৰে সৈতে ঘোঁৰা আদি বিভিন্ন ধৰণৰ নিমজ, মিহি, চিক্‌চিকাই থকা চকুত লগা বস্তুবোৰ দেখিলে বিস্ময়াভিভূত হ'ব লগা হয়। সেইজনেই আছিল পলিটিকেল অফিচাৰ হিপচ্‌ন ৰয় যিজনে স্কুলৰ কো অ'পাৰেটিভ দোকানখনৰ কাৰণে চকী, টেবুল, আলমাৰি আদি দান কৰিছিল।

হিপচ্‌ন যোৱাৰ পিছত জিৰোলৈ পলিটিকেল অফিচাৰ হৈ আহিল মিঃ ধৰ্মেশ্বৰ বৰুৱা। ইতিপূৰ্বে তেখেত জিৰোলৈ এবাৰ বেচ ছুপাৰিনটেণ্ডেণ্ট (ইয়াৰ চক্ৰ বিষয়াৰ দৰে) হৈ আৰু এবাৰ প্ৰমোচন পাই এচিষ্টেণ্ট পলিটিকেল অফিচাৰ হৈ সুচাৰুৰূপে দায়িত্ব পালন কৰি গৈছিল। এইবাৰ আকৌ প্ৰমোচন পাই একেবাৰে পলিটিকেল অফিচাৰ হৈ আহিল। ওখ-পাখ, হৃষ্ট-পুষ্ট, টলটল কৰে জিলিকি থকা ডাঙৰ চকুকেইটাৰে বৰুৱা আছিল এজন গুৰু-গম্ভীৰ ব্যক্তি। তেখেতৰ দিনটো প্ৰায়েই মধ্যৰাতি পৰ্যন্ত চলে। বঙলাত কিবা পাৰ্টি থাকিলে ৰাতি দুই তিনিও বাজে। কাম-কাজ সকলো বৰ ৰাজকীয় আছিল। পলিটিকেল অফিচাৰ হৈ কামত যোগদান কৰাৰ পিছতে তেখেতক আদৰিবৰ কাৰণে পুৰণা জিৰোত এটা নৈশ ভোজ হৈছিল। মুকলি ৰভা দি আমন্ত্ৰিতসকলক বহা আৰু খোৱাৰ ব্যৱস্থা কৰা হৈছিল। ভোজ-ভাত চলি আছিল। ৰাতিও ভালেখিনি হৈছিল। এনেতে দেখা গ'ল, দূৰৈত একুৰা প্ৰকাণ্ড জুইৰ শিখা। আপাটানি গাঁও এখনত জুই লাগিল। মুহূৰ্তৰ ভিতৰতে ডেৰশ-দুশ ঘৰেৰে পৰিপূৰ্ণ গাঁওখন অগ্নিৰ লেলিহান শিখাই আগুৰি ধৰিলে। জুইৰ শিখা আকাশৰ বহু ওপৰলৈ উঠি গোটেইখন পোহৰাই পেলোৱাত ভোজ-ভাত খাই থকা মানুহবোৰ গাঁওখনলৈ ঢাপলি মেলিলে। কিন্তু কি হ'ব এঘণ্টা-ডেৰঘণ্টা মানৰ ভিতৰতে সমগ্ৰ গাঁওখনৰ ঘৰবোৰ ভস্মীভূত হৈ মাটিত মিলি গ'ল। বাহ্মি থোৱা

গাহৰি, কুকুৰা আদি অনেক গঁৰালতে পুৰি মৰিল। কিছু কিছু বাচিল। দেখা গ'ল এফালে গাঁৱৰ ঘৰবোৰ জ্বলি আছে, ইফালে গাঁৱৰ ডেকা ল'ৰাবোৰ যি য'ত যেনেকৈ আছিল হাতত দা আৰু দীঘল দীঘল লতাৰ শুকান ৰছীৰ মুঠলৈ বিশ্বাশৰদে হাবিলৈ দৌৰিছে, উলটি গাঁওখনৰ ফালে চাবলৈ কাৰো অৱকাশ নাই। তেওঁলোক দৌৰিছে হাবিৰ পৰা বাঁহ আৰু বেট কাটি আনিবলৈ। যুগ যুগ ধৰি আপাটানি গাঁৱৰ মানুহবোৰৰ এই অভিজ্ঞতা থকাৰ কাৰণে মানুহবোৰ যেনে-তেনে বাচি যায়। কাৰো চকুত চকুৰ পানী নাই; কন্দা-কটা নাই। ভঁৰালবোৰত জুই নালাগিলেই হয়।

পুৱতি নিশা দুবৈৰ মানুহবোৰ ঘৰাঘৰি গ'ল। আমিও নতুন জিৰো অৰ্থাৎ হাপলিলৈ ঘুৰি গ'লোঁ। ৰাতিপুৱা স্কুল আৰম্ভ হোৱাৰ লগে লগেই যাক যেনেকৈ পাৰি সহায় কৰাৰ উদ্দেশ্যেৰে হাতে হাতে দা-কোৰ লৈ ল'ৰা-ছোৱালীবোৰৰ সৈতে আমি গাঁওখনলৈ খোজ ল'লোঁ। গৈ থাকোতে গৈ থাকোতে দুবৈৰ পৰা দেখিছোঁ, ধাননি পথাৰৰ মাজে মাজে আলিবোৰেদি পৰুৱাৰ দৰে লানি-নিছিগা মানুহৰ সোঁত গাঁওখনৰ অভিমুখে বৈছে। প্ৰত্যেকৰ পিঠিত খাদ্য-বস্তুৰ একোটা হোৰা আৰু হোৰাটোৰ কাষত বহল ফিটা এচটাৰ দৰে ওলোমাই লোৱা দীঘল দীঘল শুকান গাহৰিৰ মাংস। মতা-তিৰোতা, ডেকা-গাভৰু, ল'ৰা-ছোৱালী সকলোৱে তেনেকৈ বস্তু কঢ়িয়াই আনিছে নিজৰ নিজৰ গাঁওবোৰৰ পৰা। মৰম-চেনেহ, সহায়-সহানুভূতিৰ কিযে এক অপূৰ্ব দৃশ্য! গাঁওখন পাওঁ পাওঁ হওঁতেই কিছুদূৰৰ পৰা আমি শুনিবলৈ পালোঁ দেখিবলৈ পালোঁ চাৰিওফালে কটা-কট, খটা-খট, দুপ-দাপ-দাপ-দাপ, ধুপ, ধুপ-ধাপ-ধাপ, দৌৰা-দৌৰি, কাঠ-বাঁহ কটা শব্দ, মাটিত পেলোৱাৰ শব্দ, মানুহৰ গুণগুণনি। সকলোৱেই মহা ব্যস্ত। আমিও বাঁহ-কাঠ কঢ়িয়াই যৎপৰোনাস্তি সহায় কৰি হাপলিলৈ উলটি আহিলো। মাত্ৰ দুদিন-দুৰাতিৰ পিছতে সমগ্ৰ গাঁওখন নতুন নতুন ঘৰবোৰেৰে পুনৰ সজীৱ ৰূপত জিলিকি উঠিল। এখন যেন নতুন গাঁও। সামাজিক জীৱনত এনে অতুলনীয় সহায়-সহানুভূতি-সহযোগিতাৰ অভূতপূৰ্ব আদৰ্শনীয় নিদৰ্শন মোৰ জীৱনত মই প্ৰথম দেখিলোঁ। জিৰোত থাকোঁতে মোৰ এনে অভিজ্ঞতা দুবাৰ হ'ল। যিখন সমাজত বিপদৰ সময়ত মানুহে মানুহক এনেদৰে হিয়া-উবুৰিয়াই নিস্বাৰ্থভাৱে মৰম-চেনেহৰে আঁকোৱালি লৈ সহায়ৰ হাত আগবঢ়াব পাৰে সেইখনেই প্ৰকৃতাৰ্থত স্বৰ্গ নহয় জানো? মানুহৰ দুখ-দুৰ্গতি, বিপৰ্যয় দেখি মানুহ যেতিয়া স্থিৰেৰে থাকিব নোৱাৰা হয়, নিজৰ জীৱনকো তুচ্ছ জ্ঞান কৰি সকলোৱেই যেতিয়া উদ্ধাৰৰ অৰ্থে উবুৰি খাই পৰে, তেতিয়াই উপলব্ধি হয়, ইতৰ প্ৰাণীতকৈ মানুহ সঁচাকৈয়ে ওপৰত। কিন্তু সেই মানুহেই যেতিয়া হিতাহিত জ্ঞানশূন্য হৈ মানুহৰ অনিষ্ট সাধিবলৈ অলপো কুণ্ঠিত নহয়, তেতিয়া মানুহ জন্তুৰ

শাৰীতকৈও কিমান তললৈ নামি যাব পাৰে, সেই কথা ভাবিলে মন বেদনাৰে ভৰি পৰে।

স্কুলখনৰ কাম-কাজবোৰত সন্তুষ্ট হৈ ডি,ই চাহাবে কি কৌশল কৰি নাজানো ছিলঙৰ ৰাজভৱনত কাম কৰি থকা মতিলাল নামৰ মালী এজনক স-পত্নীক আমাৰ স্কুললৈ বদলি কৰাই পঠালে। আগৰে পৰাই স্কুলৰ চৌহদত ফুলনিখন ভালকৈ পতা হৈছিলেই; এতিয়া মতিলালৰ অভিজ্ঞতাপুষ্ট পাকৈত হাতৰ পৰশ পাই চাৰিওদিশে ফুলেই ফুল হ'বলৈ ধৰিলে। আহল-বহল ওখ টিলাটোৰ চৌদিশে ৰমক-জমককৈ ফুলি থকা ফুলবোৰৰ সৌন্দৰ্য উপভোগ কৰিবলৈ আবেলি আবেলি স্কুল ছুটীৰ পিছত জিৰো চহৰৰ মানুহবোৰে পাৰ্কত ফুৰিবলৈ যোৱাৰ দৰে স্কুলৰ ফুলনিখনৰ মাজত ফুৰি-চাকি ভালপোৱা হ'ল। কিন্তু জিৰোত এই সৌন্দৰ্য গোটেই বছৰটো সমানে বৰ্তাই ৰাখিব নোৱাৰি। প্ৰবল শীতত তুষাৰপাত হৈ ফুল গছবোৰ তেনেই শুকাই মৰহি অস্তিত্ব নোহোৱাৰ দৰে হৈ পৰে। মাটিৰ তলত অৱশ্যে সিহঁতৰ প্ৰাণ শক্তি সুপ্ত অৱস্থাত থাকি যায়। বাৰিষাৰ আগমনত প্ৰথম ৰৰষুণজাক পৰাৰ লগে লগে মাটিৰ তলত লুকাই থকা ফুল গছৰ মুঢ়াবোৰৰ পৰা নতুনকৈ পোখা মেলি ফুলনিখন আকৌ নতুন ৰূপত শুৱনি হৈ পৰে।

আমি জিৰোত থাকোতেই চীনে ভাৰত আক্ৰমণ কৰিলে। এই সময়ৰ তিক্ত অভিজ্ঞতা আমাৰ সকলোৰে কম-বেছি পৰিমাণে আছে। চীন-ভাৰত যুদ্ধখনৰ বিষয়ে প্ৰয়াত নেতা-মাননীয় দেবেশ্বৰ শৰ্মাদেৱে তেখেতৰ 'হেৰাই যোৱা দিনবোৰ'ত (পৃ ৫৬১) লিখিছে, "ভূটান, চীন আৰু ভাৰত য'ত লগ লাগেহি সেই ত্ৰিকোণ পাওঁতে নৌপাওঁতেই মেকমোহন লাইন মানচিত্ৰত শেষ হয় অৰ্থাৎ মানচিত্ৰত নাই। ভাৰতে চীনৰ লগত কোনো প্ৰকাৰে আলোচনা বা কথা নোহোৱাকৈ এই ত্ৰিকোণত লঙ্জু খীনজে মানে আদি ঠাইবিলাক একপাক্ষিকভাৱে ভাৰতৰ সীমাত সুমুৱাই লৈ মইমতীয়াভাৱে ঘাটি পতাত চীনৰ দুৰ্ঘোৰ আপত্তি। ইয়াৰ পৰাই চীন-ভাৰত সীমান্ত যুদ্ধৰ আৰম্ভ। সেই যুদ্ধত ভাৰতৰ শোচনীয় পৰাজয় হয়, আৰু পৃথিৱীৰ সমগ্ৰ জাতিসমূহৰ আগত নাক-কাণ কটা যায়। ভাৰতৰ ইতিপূৰ্বে জাতিসমূহৰ মাজত থকা মান ইজ্জত লোপ পালে।"

১৯৬২ চনৰ ১৯ নৱেম্বৰ তাৰিখে সমগ্ৰ দেশবাসীৰ উদ্দেশ্যে দিয়া বাণীত তেতিয়াৰ প্ৰধানমন্ত্ৰী নেহৰুজীয়ে কৈছিল, "Huge Chinese armies have been marching in the northern part of the NEF Agency and we have had several severses at Walong, on the Sela-Ridge and today Bomdila, a small town in NEFA, has also fallen." তেখেতে আৰু কৈছিল— Therefore, on this day, it has been a sad day for us bringing news of reverses

and setbacks-I want to send my greetings, to the people of Assam, especially to the people of NEFA and to the rest of India, and to tell them that we must not get worried about this;.... I want to make that clear to all of you and more specially to our countrymen in Assam to whom our heart goes out at this moment." সেইদিনা ৰাতি ৰেডিঅ'ৰ কাষত বহি নেহৰুজীৰ এই বাণী মই নিজে শুনি আছিলোঁ। ইফালে, 'হেৰাই যোৱা দিনবোৰ'ত দেৱেশ্বৰ শৰ্মাদেৱে আৰু লিখিছে. "১৯৬২ চনৰ ২০ নৱেম্বৰ তাৰিখে অসমবাসীসকলৰ বিশেষকৈ তেজপুৰবাসীসকলৰ অৱস্থা অবৰ্ণনীয় হৈছিল। তেজপুৰ জিলাৰ কৰ্তৃপক্ষই ৰাইজৰ মাজত প্ৰচাৰ কৰি শুনাই দিলে যে চীনা 'ফুটহিল' (পাহাৰৰ তলৰ সমতল) পাইছেহি। এতিয়া আৰু নাগৰিকসকলক চৰকাৰে ৰক্ষণাবেক্ষণ দিয়া সম্ভৱ নহ'ব। ট্ৰেজাৰীৰ নোটবিলাক উলিয়াই পুৰি পেলাইছিল, আৰু যি টকা-পইচা আছিল (ধাতৱ) সেইবিলাক ওচৰৰ পুখুৰীৰ পানীত পেলাই দিছিল।" জিৰোৰ জিলা কৰ্তৃপক্ষইও তেনেকৈ সেই ৰাতিৰ ভিতৰতে পলিটিকেল অফিচাৰৰ বঙলাতে ততাতৈয়াকৈ এখন মিটিং পাতি সকলো বিভাগৰ আৰু অনুষ্ঠানৰ মূৰব্বীয়াসকলক গোটাই লৈ নিৰ্দেশ দিলে যে কাৰোবাৰ লগত যদি কিবা জৰুৰী চৰকাৰী কাগজ-পত্ৰ বা মেপ আদি আছে সেইবোৰ তৎক্ষণাত পুৰি পেলাব নাইবা ধ্বংস কৰি পেলাব লাগে। কিন্তু ট্ৰেজাৰীৰ টকাৰ নোট আদি জ্বলাই পুৰি খতম কৰিব লাগে বুলি কোৱা নাছিল। যান-বাহন সকলো অধিগ্ৰহণ কৰি লগে লগেই মানুহবোৰ নিৰাপদ স্থানলৈ স্থানান্তৰ কৰাৰ ব্যৱস্থা কৰিছিল। কোন কোন আগতে যাব পাৰিব, কোন কোন পিছত যাব পাৰিব সুধি-পুছি তেতিক্ষণেই এখন লিষ্ট কৰি সেইমতেই চৰকাৰী চাকৰিয়ালবোৰক অসমৰ বিভিন্ন শৰণাৰ্থী শিবিৰলৈ পঠোৱাৰ দিহা কৰিছিল। স্কুলৰ শিক্ষকসকলক পৰিয়ালবৰ্গৰে সৈতে যাকে যেনেকৈ যি ফালেদি পাৰে পঠাবলৈ ধৰিলে। পিছদিনা আগবেলাৰে পৰা ডাকোটা প্লেনেৰেও মানুহ কঢ়িয়াবলৈ ধৰিলে। আমাৰ স্কুলৰ মালী মতিলালৰ ঘৈণীয়েক সেই সময়ত সগৰ্ভা আছিল আৰু প্ৰসৱৰ সময়ো তেনেই চমু চাপি আহিছিল বাবে মতিলালক আগে আগে প্লেনত তুলি পঠাই দিয়া হ'ল। সকলোবোৰ গৈ প্ৰায় শেষ হ'ল। মই হোষ্টেলৰ ল'ৰা-ছোৱালীবোৰক তেনেকৈ নিঠৰুৱাকৈ এৰি থৈ আহিবলৈ অমান্তি হ'লোঁ। হ'লে কি হ'ব-ৰাতি চাৰে বাৰবজাত জিলাখনৰ স্কুলসমূহৰ পৰিদৰ্শক বিপিন ফুকনদেৱে নিজে এখন গাড়ী লৈ গৈ হোষ্টেলৰ ল'ৰা-ছোৱালীবোৰক তেখেতৰ নিজৰ তত্বাৱধানত ৰাখিব বুলি কৈ আমাক একপ্ৰকাৰৰ জোৰ কৰিয়েই গাড়ীত তুলি দি জিৰো এৰি আহিবলৈ বাধ্য কৰিলে। ৰাতি নিদ্ৰামগ্ন অৱস্থাত ল'ৰা-

ছোৱালীবোৰক সেইদৰে এৰি থৈ পলৰীয়াৰ দৰে গুচি আহিব লগাত মোৰ মনত অত্যন্ত দুখ লাগিল। সিহঁতক টোপনিৰ পৰা জগাই লৈ পৰামৰ্শৰ আধাৰত দুটামান কথা কৈ আহিবলৈকো সুযোগ উলিয়াব নোৱাৰি মই যেন কৰ্তব্যত অৱহেলা কৰিছোঁ, তেনে ভাবত মোৰ বিবেক দংশন হ'বলৈ ধৰিলে। নিজৰ ল'ৰা-ছোৱালীকেইটা নিৰাপদে নিজৰ লগত লৈ আহোঁতে গোটেই বাটছোৱাত অনবৰতে মোৰ হোষ্টেলৰ ল'ৰা-ছোৱালীবোৰলৈ মনত পৰিবলৈ ধৰিলে। যদিও সিহঁতৰ গাঁওবোৰ খু-উ-ব বেছি দূৰত নহয়; পিছদিনা স্কুলৰ পৰা যাবলৈ দিলেও একেদিনাই বা কোনোবাই হয়তো দুদিনৰ বাট খোজকাঢ়ি গৈও ঘৰ ওলাবগৈ পাৰিব, তথাপি মোৰ মনলৈ শান্তি নাহিল। কিন্তু কি কৰিম? অমানুহৰ দৰে কাম কৰি এৰি থৈতো আহিলোৱেই!

সেই মাজৰাতি আমাক উঠাই লৈ গাড়ীখন ধীৰে ধীৰে কিম্নিন— উত্তৰ লক্ষীমপুৰ অভিমুখে আগবাঢ়িবলৈ ধৰিলে। ডেৰশ কিলোমিটাৰতকৈও অধিক এই পথছোৱাত ৰাতি ৰাতি আহি থাকোতে দেখা পালোঁ পথৰ কাষে কাষে অসংখ্য মানুহ আমৰলি পৰুৱাৰ দৰে লানি পাতি খোজকাঢ়ি ভৈয়ামলৈ নামি আহিছে। সেইবিলাক অৱশ্যে পাহাৰী মানুহ নহয়, সৰভাগেই টাস্কাৰ ইঞ্জিনিয়াৰিং কোম্পানীত কাম কৰা বনুৱা শ্ৰেণীৰ মানুহ। গাড়ীৰ অভাৱত মানুহবোৰ ন্যাপিন, পালিন আদি পাহাৰৰ ভিতৰৰ বহু দূৰ-দূৰণিৰ ঠাইৰ পৰা প্ৰাণ লৈ পলাই খোজকাঢ়ি আহি থাকোতে, আহি থাকোতে, ভাগৰত লালকাল হৈ প্ৰবল শীতকো নেওচি কিছুমানে পথৰ কাষতে হিম চেঁচা শিল-বালিৰ ওপৰতে শুই পৰিছে। এফালে মানুহৰ মুখে মুখে কোৱাকুই হোৱা শুনিবলৈ পালো, বোলে ছাগালি লৈ জৰামত লগ লগা সেই বাটোটোৰেদি আহি চীনা সৈন্যবোৰে আমি আহি থকা পথটোৰেদি আগবাঢ়ি গৈ জিৰো অধিকাৰ কৰিবগৈ পাৰে। ইফালে জিৰোৰ পৰা জৰামলৈ অহা এই পথছোৱাত পাহাৰৰ ওপৰত শুনিবলৈ পালো বোমা ফুটাৰ দৰে কাণ তালমাৰি যোৱা বিৰাট শব্দ । লগে লগে ওপৰলৈ উঠা জুইৰ প্ৰকাণ্ড শিখাই আমাক আতংকগ্ৰস্ত কৰি তুলিলে। ভয়ত পেটতে হাত-ভৰি লুকুৱা যেন লাগিল। শত্ৰু আহি আমাৰ তেনেই ওচৰ পালেহি নেকি! বোমাকে দিলেহি নেকি? পিছতহে গম পালো যে সেইবোৰ টাস্কাৰ কোম্পানীয়ে জ্বলাই ধ্বংস কৰি পেলোৱা পেট্ৰল ভৰ্তি হৈ থকা বেৰেলবোৰহে। ভয়-শঙ্কাৰ মাজেদি আগবাঢ়ি আহি থাকোতে আহি থাকোতে পাহাৰৰ তলেদি বৈ যোৱা ৰঙা নদীৰ পাৰৰ পৰা বিৰাট শব্দৰে ঘৰ্ ঘৰ্ আৱাজ কৰি থকা শুনি চক্ খাই কিনো সেইবোৰ জানিবলৈ ইচ্ছুক হোৱাত মানুহক সুধি গমপোৱা গ'ল যে ইঞ্জিনবোৰ চলাই পথৰ ওপৰৰ পৰা তললৈ পেলাই দিয়া সেইবোৰ টাস্কাৰ কোম্পানীয়ে পথ নিৰ্মাণ কাৰ্যত ব্যৱহাৰ কৰা বিৰাট আকাৰৰ

বুলড্‌জাৰহে। শত্ৰুৰ হাতত পৰিলেও যাতে ব্যৱহাৰ কৰিব নোৱাৰে, তেনেকৈ বিকল কৰি থৈ অহা টাঙ্কাৰ কোম্পানীৰ গাড়ী কেইখনমানো বাটত দেখি আহিছিলো।

এইদৰে গোটেই ৰাতিটো জীউটো বুকুত বান্ধি উজাগৰে আহি পুৱাবেলা আমি উত্তৰ লক্ষীমপুৰ পালোহি। উত্তৰ লক্ষীমপুৰ চৰকাৰী হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ শৰণাৰ্থী শিবিৰলৈকে আমাক লৈ যোৱা হ'ল। তাৰপৰা কমলাবাৰী ঘাটেদি পাৰ কৰি পিছদিনা ৰাতি যোৰহাট পোৱাৰ পিছত অন্যান্য শৰণাৰ্থীসকলৰ সৈতে আমাকো জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ শিবিৰলৈকে সেই কলেজৰে স্বেচ্ছাসেৱক কেইজনমান নিমাতিঘাটলৈকে আহি আমাক আগবঢ়াই লৈ গৈছিল যদিও আমি শিবিৰত নাথাকি সৰ্বাইবন্ধাৰ আমাৰ জেঠেৰী দ্বীজেন শৰ্মাদেৱৰ ঘৰলৈকে গ'লোঁ। তাত দুদিনমান থাকি আমি আমাৰ ম'হখুটিৰ নিজৰ ঘৰলৈ গ'লোঁ। সঁচাকৈয়ে এইটো আছিল এক বিচিত্ৰ ভ্ৰমণ অভিজ্ঞতা, য'ত ৰাতিৰ অন্ধকাৰে ভেলেকী মাৰি আমাৰ সাহ-পিত নোহোৱা অৱস্থা কৰিছিল।

ভাৰত-চীন সীমান্ত যুদ্ধখন চীনে একপক্ষীয়ভাৱে যুদ্ধবিৰতি ঘোষণা কৰাৰ পিছত বন্ধ হৈ গ'ল। সেই যুদ্ধখনত ভাৰতৰ বিপুলসংখ্যক ধন-জন ক্ষয় হৈ অপূৰণীয় ক্ষতি হোৱাৰ কথা ভাৰতীয় মাত্ৰৰে মনত আছে। দেশৰ সাৰ্বভৌমত্ব ৰক্ষা কৰিবৰ কাৰণে জাতি-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে সকলো ভাৰতীয়ই একগোট হৈ কেনেকৈ প্ৰাণ আহুতি দিবলৈ আগবাঢ়িছিল, বিশ্ব-বিখ্যাত গায়ক ভূপেন হাজৰিকাদেৱৰ "তেজ ধুলে উটে বান্ধে, মগুহ ধুল নুটে; আজি ভাৰতৰ সন্তানে যুঁজে একেগোটে" আৰু "সই মৃত্যু পৰাজয়ে; তেনে মৃতক নহ'লোঁ মই কিয়?"— গীত দুটিত সুন্দৰকৈ প্ৰকাশ পাইছে। 'হিন্দী-চীনী ভাই-ভাই' ধ্বনি মাৰ যাবলৈ নৌপাওঁতেই হঠাতে সংঘটিত হোৱা সেই যুদ্ধখনে ভাৰতবাসীক বাৰুকৈয়ে শিকালে। যি কি নহওক লাহে লাহে পৰিস্থিতি স্বাভাৱিক হ'বলৈ ধৰাত জিৰোৰ পলিটিকেল অফিচাৰে টেলিগ্ৰামযোগে তৎক্ষণাত আমাক কামত যোগ দিবলৈ নিৰ্দেশ দিলে। পৰিয়াল লগত নিবলৈ মানা কৰাত ল'ৰা-ছোৱালীকেইটাৰ পঢ়া-শুনাৰ এটা সুব্যৱস্থা কৰি থৈ যাবলগীয়া হ'ল। দৌৱা-দৌৰিকৈ যোৰহাটলৈ গৈ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ ঘৰৰ পৰা কেইখোজমান আগুৱাই গৈ চলৰসত্ৰ প্ৰেছটোৰ সমীপতে তপন দত্তৰ কক্কায়েকৰ ঘৰটো ভাৰালৈ লৈ তাতে পৰিয়ালটো থোৱাৰ ব্যৱস্থা কৰিলোঁ। ডাঙৰ ল'ৰাটোক সৰ্বাইবন্ধাৰ মোমায়েকৰ ঘৰত ৰাখি যোৰহাট বহুমুখী চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ত আগতেই নাম ভৰ্তি কৰা হৈছিল। এতিয়া ছোৱালী সুজনী ক চৰকাৰী উচ্চতৰ বালিকা বিদ্যালয়খনত নাম লগাই দি ল'ৰাটোকো মোমায়েকৰ ঘৰৰ পৰা মাকৰ লগলৈ নিয়া হ'ল। আমাৰ চতুৰ্থ ভাই মহেন্দ্ৰ প্ৰসাদ ঠাকুৰ সেই

সময়ত জে, বি কলেজৰ বিজ্ঞানৰ ছাত্র। তেওঁকে পৰিয়ালটোৰ লগত থৈ অলপো পলম নকৰি মই অতিশীঘ্ৰে জিৰোলৈ গৈ কামত যোগদান কৰিলোঁগৈ। এইবাৰ আমি প্ৰায় ডেৰমাহমানেই ঘৰত কটালোঁ।

জিৰো গৈ পোৱাৰ পিছুত গাঁৱে গাঁৱে খবৰ দি পুনৰ ল'ৰা-ছোৱালীবোৰক স্কুললৈ গোটাই-চপাই অনা হ'ল। আগৰদৰে নিয়মিতভাৱে সকলো কাম নিয়াৰিকৈ চলিবলৈ ধৰিছে। এনেসময়তে, অৰ্থাৎ ১৯৬৩ চনৰ ২৩ ফেব্ৰুৱাৰীত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনৰ আন্তঃকলেজ ছাত্ৰ-প্ৰতিৰক্ষা সমিতিৰ তৰফৰ পৰা সোৱণশিৰি সীমান্ত অঞ্চললৈ পঠিওৱা সোতৰ-জনীয়া নেফা শুভেচ্ছা দলটোত ধীৰেন্দ্ৰ নাথ বুজৰবৰুৱা গৈছিল। ভ্ৰমণৰ অন্তত তেওঁ লিখা, 'সোৱণশিৰী সীমান্ত দেখিলোঁ' শীৰ্ষক এটি দীঘলীয়া প্ৰবন্ধ তেতিয়াৰ অসমৰ পঢ়ুৱৈ সমাজৰ জনপ্ৰিয় আলোচনী 'ৰামধেনু'ত (১৮৮৫ শকৰ জেঠমাহ, ইংৰাজী ১৯৬৩ চনৰ মাৰ্চৰ সংখ্যাত) প্ৰকাশ হৈছিল আমাৰ স্কুলৰ চৌহদৰ ভিতৰতে ভৱিষ্যতে হাইস্কুলখন পাতিবৰ বাবে আৱশ্যক হোৱা নতুনকৈ সাজি উলিওৱা নতুন বিল্ডিংটোতে তেওঁলোকৰ থকা-খোৱাৰ ব্যৱস্থা কৰি দিয়া হৈছিল। কাঠৰ চাংবঙলাৰ দৰে সজা ঘৰ। গতিকে চাঙৰ ওপৰতে বিছনা পাৰি শুবলৈ তেওঁলোকৰ একো অসুবিধা হোৱা নাছিল।

আমাৰ স্কুলৰ বিষয়ে বুজৰবৰুৱাই তেওঁৰ প্ৰবন্ধত লিখিছে,—" পিছদিনা। ২৪ফেব্ৰুৱাৰী। ৰাতিপুৱা সাত বজাত চকু মোহাৰিয়েই দেখোঁ—হাতত কেটলি আৰু মগ লৈ সৰু ল'ৰা দুজনমানে চাহ দি ফুৰিছে।। হাতত চাহৰ মগটো লৈ সুধিলো, "তোমালোক বৰ সোনকালে উঠা নেকি?' 'ওঁ। আমি সকলোৱে পুৱা পাঁচ বজাত উঠো।'....সকলো কৰ্মব্যস্ত। কেইজনমান ভাইটিয়ে ঠেলাগাড়ীত আঁতৰৰ পৰা পানী আনিছে, কেইজমনানে কাঁহী-বাটিবিলাক ধুইছে, কেইজনমানে আমালৈ চাহ-জলপান কৰাত লাগিছে। কাৰো অকণো আহৰি নাই, কাৰো অকণো আমনি নাই।....চাহ-জলপান খাই উঠি আমি হেড্‌মাষ্টৰ বৰঠাকুৰ আৰু আন আন শিক্ষকসকলৰ লগত স্কুলখন চাবলৈ গৈছিলোঁ।.... স্কুলৰ ছাত্ৰসকলে নোৱাৰা কাম দেখিছো একো নাই। প্ৰত্যাক ছাত্ৰই পালপাতি হোষ্টেলৰ পুৱাৰ চাহ-জলপান তৈয়াৰ কৰে, ভাত ৰান্ধে, ঘৰ পৰিষ্কাৰ কৰে। প্ৰত্যেক ছাত্ৰৰে একোখন নিজা তৰি-তৰকাৰীৰ বাগান আছে। তেওঁলোকে পৰীক্ষামূলভাৱে আপেলৰ খেতিও আৰম্ভ কৰিছে, পুখুৰী খান্দি তাতে মাছো জীয়াইছে। স্কুলৰ আগৰ আলিবাটকেইটা তেওঁলোকে নিজেই সজা। স্কুলৰ চাৰিওফালে চকোৱাও তেওঁলোকে নিজেই দিয়া। স্কুলৰ অকণমান মিউজিয়ামটোত অকণি অকণি হাতেৰে সজা বহুতো বস্তু আছে। হাতে আঁকা বহুতো ধুনীয়া ছবি দেখি সুধিছিলোঁ,—'কোনে আঁকা?' প্ৰশ্নৰ উত্তৰত দুজনলৈ আঙুলিয়াই

দিলে। তাৰে এজন হ'ল হিন্দী শিক্ষক ৰাম আৰু আনজন হ'ল মইনা শিল্পী খদা পুচাং। কেঁৰা-চকুৰা, অলপকৈ মুখখন মেলি অজলাৰ দৰে চাই থকা পুচাঙক দেখিলে কোনেও ভাবিব নোৱাৰে যে তেওঁ সুন্দৰৰ পূজাৰী। নিশ্চয় এজন নাম কৰা শিল্পী হ'ব।...আপাটানিৰ বাহিৰে (স্কুলখনত) ডফলা আৰু হিল মিৰিও আছে। তেওঁলোকৰ শৃংখলা প্ৰশংসনীয়। শিকিবলৈ অতি আগ্ৰহ। তেওঁলোকেই জিৰোৰ ভৱিষ্যৎ হিৰো।

হেড্‌মাষ্টৰ বৰঠাকুৰক জিৰো স্কুলৰ কথা সুধিছিলো। তেখেতৰ পৰা জানিব পাৰিলো যে সেইখন আগতে হাইস্কুল আছিল। কিন্তু কেইবছৰমানৰ আগতে স্কুলখন দৈমুখলৈ উঠাই নিয়ে আৰু জিৰো স্কুলখনক এম,ই স্কুল কৰি ৰাখে। তেখেতক জিৰো স্কুলৰ শিক্ষা ব্যৱস্থাৰ কথা সুধিছিলোঁ। তেখেতে গোটেই নেফাৰে শিক্ষা ব্যৱস্থাৰ এটা আভাস দিলে। কথা-বতৰাৰ পৰা বুজিব পাৰিলো যে তেওঁলোকৰ অসমীয়া ভাষা শিকাৰ প্ৰতি আন্তৰিক আগ্ৰহ আছে। অসমীয়া শিকিবলৈ তেওঁলোকে বৰ অসুবিধা নাপায়। কিয়নো তেওঁলোকৰ সামূহিক ভাৱৰ আদান-প্ৰদানৰ বাহন হৈছে অসমীয়া।

আগেয়ে হেনো আটায়ে জিৰো স্কুলৰ ছাত্ৰৰ বদ্‌নাম গাইছিল। কিন্তু এতিয়া সকলোৱে সদ্‌নাম গায়। ইয়াৰ মূলতে হ'ল—আদৰ্শ শিক্ষক বৰঠাকুৰৰ প্ৰকৃত শিক্ষাদান। এইজন শিক্ষক ইয়ালৈ অহাৰে পৰা স্কুলে আৰু স্কুলৰ ছাত্ৰই মোট সলালে। মানুজন অমায়িক, নীৰৱ কৰ্মী, দেশপ্ৰেমিক। তেখেতৰ আত্মদান মন কৰিবলগীয়া।"

ওচৰত গাঁওকেইখনত ঘূৰিপকি চাই-চিতি মানুহৰ লগত মিলা-মিছা কৰি সকলোৰে প্ৰতি শুভেচ্ছা জনাই তেওঁলোক গ'লগৈ। তেওঁলোক যোৱাৰ এমাহ পিছতেই—১৯৬৩ চনৰ ২২মাৰ্চ তাৰিখে তেতিয়াৰ অসমৰ ৰাজ্যপাল মাননীয় বিষ্ণু চাহায়দেৱৰ জিৰোলৈ আগমন হওক। তেখেতে স্কুলখন পৰিদৰ্শন কৰি পৰম সন্তুষ্টি প্ৰকাশ কৰিলে। সোৱণশিৰি সীমান্ত অঞ্চলৰ আপাটানি, ডফলা, মিৰি, টাগিন আদি সমূহ জনজাতীয় ৰাইজে ৰাজ্যপাল মহোদয়ৰ হাতত এখন স্মাৰক-পত্ৰ প্ৰদান কৰিবলৈ আগ্ৰহ কৰাত পলিটিকেল অফিচাৰ মিঃ ধৰ্মেশ্বৰ বৰুৱাদেৱে মোকে সেইখন লিখাৰ দায়িত্ব দি তেখেতৰ বঙলাতে বহি লিখিবলৈ ক'লে। স্মাৰক-পত্ৰখন লিখাৰ পিছত তেখেতক পঢ়ি শুনাই পুনৰ পৰিপাটিকৈ লিখি উলিওৱা হ'ল। যথাসময়ত ৰাজহুৱা সভাত, সেইখন পাঠ কৰি শুনাই ৰাজ্যপাল মহোদয়ৰ কৰকমলত অৰ্পণ কৰা হ'ল। কোৱা বাহুল্য যে স্মাৰকপত্ৰখনত ৰাজ্যপাল মহোদয়ক সোৱণশিৰি জিলাৰ উন্নয়নৰ অৰ্থে যি যি বিষয়ত আবেদন কৰা হৈছিল সেই সকলোখিনি কামেই

আশু ভৱিষ্যতত কেন্দ্ৰীয় চৰকাৰে সম্পূৰ্ণকৈ কৰিলে।

এই সময়ছোৱাতে অসম বিধানমণ্ডলীৰ প্ৰফুল্ল বৰুৱা, বিজয় চন্দ্ৰ ভাগৱতী, মহেন্দ্ৰ মোহন চৌধুৰী, শৰৎ চন্দ্ৰ সিংহ প্ৰমুখ্যে ভালেকেইজন বৰেণ্য ব্যক্তিৰে গঠিত এটি দলে জিৰো পৰিভ্ৰমণ কৰিবলৈ গৈ আমাৰ স্কুলখন চাই আনন্দ প্ৰকাশ কৰিছিল। কথা-প্ৰসংগত বিজয়চন্দ্ৰ ভাগৱতীদেৱে মোক সুধিছিল, "বৰঠাকুৰে ট্ৰাইবেল ভাষা জানেনে?" মই ক'লোঁ, "অৰুণাচলত প্ৰথম প্ৰথম কামত যোগদান কৰোঁতেই ডিগাৰু মিচিমি ভাষা ক'বলৈ শিকিছিলোঁ। তাৰ পিছৰ পৰা অসমীয়া ভাষাতেই জনজাতিসকলৰ লগত ভাবৰ আদান-প্ৰদান কৰিব পৰা হোৱাত অন্য ভাষা শিকা নহ'ল।" মোৰ উত্তৰত তেখেতে সন্তুষ্ট নহ'ল। তেখেতৰ মতে আমি য'তেই থাকোঁ সেই ঠাইৰে স্থানীয় ভাষা শুদ্ধকৈ শিকাটো আমাৰ একপ্ৰকাৰ সামাজিক দায়বদ্ধতা। তেখেতৰ পৰামৰ্শ উলাই কৰিব পৰা নহয় যদিও য'তেই থাকোঁ তাতে স্কুলৰ কামৰ সম্পৰ্কত এনে কিছুমান জটিল সমস্যাৰ লগত জড়িত হৈ পৰিব লগা হয় যে ভাষা শিকাৰ অৱকাশেই নাথাকেগৈ।

এইবাৰ এটা খেয়ালী পিক্‌নিকৰ কথা কওঁ। বালিভাত বুলি ক'লে নুশুৱায়। কাৰণ, শুনিলে আচৰিত যেন লাগিলেও এইটো এটা অদ্ভুত ধৰণৰ অভিযানৰ দৰে আছিল; যিহেতু পিকনিক খাবলৈ যোৱা ঠাইডোখৰত নদীও নাই, পানীও নাই, বালিও নাই। স্কুলৰ সন্মুখৰ ফালে থকা ডাঙৰ গছ-গছনি নথকা ধুনীয়া ওখ পাহাৰটোৱে মৰমতে তাৰ বুকু উদং কৰি ল'ৰা-ছোৱালীবোৰকহে নালাগে আমাৰ দৰে বয়সিয়ালবোৰকো যেন সদায়েই হাত-বাউলি দি মাতি থাকে। পাহাৰটোৱে যেন শিশুবোৰক কয়, 'আহাঁ! মইনাহঁত আহাঁ, মোৰ পিঠিত উঠা; মোৰ পিঠিত উঠি খেলিবা, দৌৰিবা, হাঁহিবা, ফূৰ্তি কৰিবা, ভাল লাগিব আহাঁ।' হেমন্তৰ মোহনীয় বতৰ। কথাটো এদিন উলিয়াবলৈহে পালোঁ; ল'ৰা-ছোৱালী, শিক্ষক-শিক্ষয়িত্ৰীসকলো পাহাৰ বগাবলৈ উত্ৰাৱল হৈ পৰিল। পাহাৰটো দেখাত উবুৰিয়াই থোৱা এটা প্ৰকাণ্ড চৰিয়াৰ দৰে; ওপৰখন সমান। সেই সমান ঠাইডোখৰ পাবলৈ আৰু তাৰ পৰা ঘূৰি আহিবলৈ কেইবাঘণ্টাও সময় লাগিব। লগত পানী-দুনী লৈ নগ'লে পিয়াহত ল'ৰা-ছোৱালীবোৰ অষ্ঠ-কণ্ঠ শুকাই অৱশ হৈ পৰিব। ভাবি-চিন্তি আলোচনা কৰি ঠিক কৰা হ'ল যে দিনটোলৈ ওলাই যোৱা হ'ব যেতিয়া কেৱল পানীয়েই নহয়, লগত চাউল-দাইল, শাক-পাচলি, ৰন্ধা-বঢ়াৰ বাচন-বৰ্তন, খৰি আৰু বাল্টিত পানীও ভাৰ কৰি কঢ়িয়াই নিয়া হ'ব। পাহাৰৰ ওপৰৰ সমান ঠাইডোখৰতে ৰন্ধা-বঢ়া কৰি পিক্‌নিক খোৱা হ'ব। যেনে চিন্তা, তেনে কাম। স্কুলৰ ল'ৰা-ছোৱালীবোৰৰ উপৰিও শিক্ষকসকলৰ পৰিয়ালকেইটিৰে সৈতে একেলগে ৰাতিপুৱাই ওলাই গৈ দিনটো

পাহাৰৰ ওপৰত হাঁহি-ধেমালি স্ফূৰ্তি কৰি, ৰান্ধি-বাঢ়ি ভাত-পানী খাই গধূলিৰ আগে আগে গীত গাই গাই পাহাৰৰ পৰা নামি উলটি আহি ঘৰ সোমোৱা হ'ল। সকলোৰে বাবে এইটো এটা অতি বিৰল অবিস্মৰণীয় মধুৰ স্মৃতি হৈ ৰ'ল। ভাগৰ-জোগৰ নাই, কেৱল আনন্দই আনন্দ!

এই খৰালিতে অৰুণাচলৰ শিক্ষাধিকাৰ মিঃ ছামলাল ছনিয়ে দ্বিতীয়বাৰলৈ আনুষ্ঠানিকভাৱে স্কুলখন পৰিদৰ্শন কৰিবলৈ আহিল। স্কুল চোৱাতকৈ পৰিস্থিতি অধ্যয়ন কৰিবৰ কাৰণেহে তেওঁ ছিলঙত বহা এছ্ ও চি (চিনিয়ৰ অফিচাৰ্ছ কন্‌ফাৰেন্স)ত সিদ্ধান্ত লৈ থোৱা মতে দৈমুখৰ পৰা হাইস্কুলখন পুনৰ তুলি আনি জিৰোত পাতিব পৰাৰ সম্ভাৱনীয়তাৰ বিষয়ে বুজ ল'বলৈহে আহিছিল। সকলো চাই-চিতি ছিলঙলৈ ঘূৰি গৈ তেওঁ ব্যৱস্থা ল'বগৈ। ইতিমধ্যে তেষষ্ঠি চনৰ আঠাইছ মাৰ্চৰ পৰা চাৰি মে'লৈকে আমাক আঠত্ৰিছ্ দিনীয়া দীঘলীয়া ছুটী দিলে। কিন্তু ত্ৰিছ মাৰ্চ তাৰিখে সেই নিৰ্দেশ ৰদ কৰি আঠত্ৰিছ দিনৰ ছুটী ত্ৰিছদিনৰ কৰি নতুন নিৰ্দেশ জাৰি কৰিলে। সেইমতে জিৰো এম, ই স্কুলৰ সকলো শিক্ষকে ১২-৫-৬৩ তাৰিখে দৈমুখলৈ বুলি ৰাওনা হ'ব লাগে। নিৰ্দেশ পাই আমি দৈমুখলৈ গ'লোঁ। তালৈ গৈ থাঁকোঁতেই কিমিনতে শিক্ষাধিকাৰৰ পৰা আকৌ এটা নিৰ্দেশ পালোঁ। মোক মই পাই থকা দৰমহাৰ স্কেলতে টিৰাপ জিলাৰ চাংলাঙৰ সহকাৰী স্কুল পৰিদৰ্শক (Sub-Inspector of Schools) ৰূপে নিযুক্তি দিছে; কিন্তু মোৰ ঠাইত দায়িত্বভাৰ ল'বলৈ আন কোনোবা এজনক নিদিয়া পৰ্যন্ত ময়েই দৈমুখত হেড্‌মাষ্টৰ হৈ থাকিব লাগিব।

ইফালে জিৰোৰ পলিটিকেল অফিচাৰে মহম্মদ ওমৰ (পলিটিকেল অফিচৰে বৰকেৰাণী), কে, চি, বৰপাত্ৰ গোহাঁই (গ্ৰেজুৱেট টিচাৰ) আৰু মোক বেচ্ ছুপাৰিনটেণ্ডেণ্ট্ পদৰ বাবে মে' মাহৰ শেষৰ ফালে ছিলঙত বিভাগীয় কমিটিৰ ওচৰত সাক্ষাৎকাৰ দিবৰ কাৰণে সাজু-হৈ থাকিবলৈ গোপনীয় নিৰ্দেশ দিলে। তাৰ পিছত আকৌ জনালে যে ২১আৰু ২২জুনত সেই পদৰ বাবে সাক্ষাৎকাৰ দিবলৈ অৰুণাচল চৰকাৰৰ ছিলঙত থকা সহকাৰী সচিবৰ কাৰ্যালয়ত আগদিনাই গৈ উপস্থিত হ'বগৈ লাগে। ইতিমধ্যে পলিটিকেল অফিচাৰ ধৰ্মেশ্বৰ বৰুৱাদেৱে মোক ক'লে, "বৰঠাকুৰ, আপোনাৰ নামটো বি, এছ্ পদৰ বাবে অনুৰোধ কৰিছো। আপুনি কিন্তু সাক্ষাৎকাৰলৈ নোযোৱাকৈ নাথাকিব।" মই নিশ্চয় যাম বুলি তেখেতক কথা দিলোঁ।

যি কি নহওক, ছিলঙলৈ গ'লোঁ। সাক্ষাৎকাৰৰ স্থান ছিলং সচিবালয়। মিছেছ বনিলী খংমেন আছিল চেয়াৰমেন। তেখেতে মোক সোধা প্ৰথম প্ৰশ্নটোৱেই আছিল,

"মিঃ বৰঠাকুৰ, আপুনি ইমান বছৰ (১৫বছৰ) শিশু-সমাজখনৰ লগত এজন শিক্ষক ৰূপে জড়িত থাকি এতিয়া সেই সমাজখন এৰি আহিবলৈ ভাল পাবনে?" প্ৰশ্নটোৰ উত্তৰ দিবলৈ গৈ নিজকে ফাঁকি দিব নোৱাৰিলোঁ। মই তেখেতক ক'লোঁ, "নাই নহয় মাদাম, মই অলপো ভাল নাপাওঁ; তাতকৈ মোক শিক্ষা বিভাগতেই কিবা এটা কৰিলে মই সুখী হ'ম।" মোৰ উত্তৰ শুনি তেখেতসকলে মোক শিক্ষাৰ জগতখনতে থাকি চেষ্টা কৰিবলৈ কৈ মোৰ পৰিয়ালটোৰ খা-খবৰ সুধি মোক বিদায় দিলে। এইয়া দ্বিতীয়বাৰৰ বাবে মই শাসক শ্ৰেণীৰ কাৰেংঘৰটোৰ ভিতৰলৈ সোমোৱা প্ৰৱেশ পথতে নিজকে নিজে বাধা দিলোঁ। তাৰ বাবে মোৰ তিলমানো অনুশোচনা নাই। আচলতে এই ক্ষেত্ৰত আন এটা বিবেচনাই মোৰ মনৰ নিভৃত কোণত গভীৰভাৱে ক্ৰিয়া কৰি আছিল। সেইটো প্ৰকাশ নকৰিলে প্ৰসঙ্গটো সম্পূৰ্ণ নহয়। কথাটো হৈছে, ইতিপূৰ্বেই আমি পঢ়োৱা ভালেখিনি অৰুণাচলী ছাত্ৰই বেছ্ ছুপৰিণটেণ্ডেণ্ট হৈ প্ৰমোচন পাই ই, এ, চি; এ, ডি, চি আদি হ'লগৈ। এতিয়া মোৰ দৰে এজন পুৰণা শিক্ষকে বি,এছৰ পদ গ্ৰহণ কৰিলে সেই লাইনত তেওঁলোতকৈ বহুত কনিষ্ঠ হৈ নাযাম জানো? এতিয়া তেওঁবিলাকে শাসক শ্ৰেণীলৈ গৈও মোক যি সন্মান প্ৰদৰ্শন কৰি আছে, তেওঁলোকৰ কোনোবা এজন ডি, এ, ডি,চি অথবা ই, এ, চিৰ অধীনত একেটা অফিচতে বি, এছৰ কাম কৰিবলগীয়া হ'লে মই জানো পূৰ্বৰ সন্মান বজাই ৰাখিব পাৰিম? কোতিয়াও নোৱাৰোঁ। গতিকে মই নিশ্চিতভাবে প্ৰত্যয় গ'লোঁ যে মই শিক্ষকৰূপে অৰুণাচলৰ সেৱাত ব্ৰতী হৈ থকাটোৱেই মোৰ বাবে উচিত হ'ব আৰু সেই বিশ্বাসৰ গভীৰ সাঁচ মনত লৈয়ে চাকৰি জীৱনৰ শেষলৈকে মই শিক্ষক হৈয়ে থাকি গ'লোঁ; বৰঞ্চ, মই তাৰ বাবে গৌৰৱবোধ কৰোঁ।

## (সাত)

অৰুণাচলৰ শিক্ষাধিকাৰ মিঃ ছামলাল ছনিয়ে দ্বিতীয়বাৰ জিৰোলৈ আহোঁতে মৌখিকভাৱে কৈছিল, 'বৰঠাকুৰে যদি চৰকাৰৰ ফালৰ পৰা কোনো শিক্ষক নিবিচৰাকৈ আৰু শিক্ষাৰ সঁজুলিও নোখোজাকৈ হাইস্কুলৰ শ্ৰেণী খুলিব পাৰে, তেন্তে মোৰ আপত্তি নাই।' এইষাৰ কথা তেখেতে আন্তৰিকতাৰেই কৈছিলনে মোক জুখি চাবৰ কাৰণেহে কৈছিল, সেইটো বুজি পোৱাৰ উপায় নাছিল। কাৰণ, এখন চৰকাৰী স্কুলত প্ৰাইভেটকৈ শ্ৰেণী স্কুল শিক্ষক নিয়োগ কৰা, পাঠ্যপুথি যুগুতোৱা (যিহেতু পাঠ্যপুথি চৰকাৰেহে যোগান ধৰে) আৰু শিক্ষাৰ সঁজুলি যোগাৰ কৰা কামটো জিৰোৰ দৰে ভিতৰুৱা এখন চহৰত যে সম্ভৱপৰ নহয়, সেইটো তেওঁও খুউব ভালকৈ জানে। তদুপৰি এই ক্ষেত্ৰত দুৰ্নীতিৰ সম্ভাৱনাও একেবাৰেই নুই কৰিব পৰা নাযায়। মোকেই বা তাত হেড্‌মাষ্টৰ কৰি কিমানদিন ৰাখিব? হাইস্কুলখন প্ৰতিষ্ঠা হ'লেও মোকেই যে তাত ৰাখিব, তাৰ কোনো নিশ্চয়তা দেখা নাপাই সাতে-সোতৰে চিন্তা কৰি মোৰ দ্বাৰা সেই কাম নহ'ব বুলি বিনম্ৰতাৰে মই তেখেতক ক'লোঁ। তাৰে ফলশ্ৰুতিতে মোক তাৰপৰা দৈমুখলৈ বদলি কৰা হ'ল।

১৯৬৩ চনৰ ২২ জুনত ছিলঙত সাক্ষাৎকাৰ দি দৈমুখলৈ উভতি আহি ৩০ জুন তাৰিখে দৈমুখ স্কুলৰ পৰা অব্যাহতি লৈ ১০ জুলাই' ৬৩ তাৰিখে চাংলাঙৰ ছাব্ ইন্সপেক্টৰ অৱ স্কুলছ হিচাপে যোগদান কৰিবলৈ গ'লোঁ। দৈমুখ স্কুলত হেড্‌মাষ্টৰ হিচাপে সম্পূৰ্ণকৈ ডেৰমাহ কালো মই থাকিবলৈ নাপালোঁ। কিবা কাম কৰি দেখুৱাব পৰাটো দূৰৈৰ কথা। তথাপিও সেই কম সময়ৰ ভিতৰতে স্কুল আৰু হোষ্টেলৰ চৌপাশ চাফ্ চিকুণ কৰাই ল'ৰা-ছোৱালীবোৰৰ কাৰণে যিমান পৰা যায় আকৰ্ষণীয় কৰি তোলা হ'ল।

দৈমুখৰ পৰা চাংলাঙলৈ যাওঁতে যোৰহাটত ভাৰাঘৰত থকা পৰিয়ালটোৰ লগত সাতদিনমান থাকি গ'লোঁ। ১০ জুলাই' ৬৩ ত মাৰ্ঘেৰিটাৰ বেছ ছুপাৰিনটেণ্ডেন্টৰ অফিচলৈ গৈ তাৰ পৰাই জইনিং ৰিপ'ৰ্টটো চাংলাঙলৈ পঠালোঁ। আৰু গধূলিলৈ মোৰ কাৰণে পঠোৱা জীপগাড়ী এখনেৰে গৈ ৰাতি চাংলাং পালোঁগৈ। গৈ থাকোঁতে বাটতে ড্ৰাইভাৰজনে ক'লে, 'ছাৰ, আপোনাৰ কাৰণে বি. এছ্ বি (বুনিয়াদী শিক্ষা ভৱন) ৰ কোৱাৰ্টাৰছবোৰৰ এটাত মাত্ৰ এটা কোঠা ৰিজাৰ্ভ কৰি থোৱা আছে।' তালৈকে নি মোক তাত নমাই থৈ ড্ৰাইভাৰজন গ'লগৈ। ৰাতিও ভালেখিনি হ'ল। কাঠৰ খাট্ এখনৰ ওপৰত বিছনাখন পাৰি শুই থাকিলোঁ। ভাগৰত থকাত তৎক্ষণাতে

টোপনি ধৰিলে। ধলপুৱাতে কোঠাটোৰ ভিতৰত ছুৰক্ ছুৰক্ শব্দ শুনি চকুমেলি দেখোঁ, মোগলুম্ ল'ৰা এটিয়ে কোঠাটোৰ মজিয়াখন ঝাডুৰে সাৰি আছে। ল'ৰাটিৰ নাম সুধিলোঁ। ক'লে 'কাম্হম্'। বয়স পোন্ধৰ কি যোল্ল বছৰ হ'ব। কাম্হমক সুধি গম পালোঁ যে সেই টাইপ্‌থ্ৰী পকা ঘৰটোৰ আনটো কোঠাত থিনফুৱা নামৰ এজন কৃষি প্ৰদৰ্শক (এগ্ৰিকালছাৰ ডেমন্‌ষ্ট্ৰেটৰ) থাকে। তেওঁ প্ৰশিক্ষাৰ্থী শিক্ষকসকলৰ প্ৰশিক্ষণ কেন্দ্ৰৰ বাগিচাখন চোৱাচিতা কৰে। তাৰ বাবে এজন এগ্ৰিকালছাৰ ইন্সপেক্টৰৰ সমপদমৰ্যাদাৰ লেক্‌চাৰাৰো আছে। কাম্হমে থিনফুৱাৰ অধীনত মাহিলি তিনিকুৰি টকাৰ বিনিময়ত পানী ভাৰীৰ কাম কৰে। লিখা-পঢ়া নাজানে। বুঢ়া আঙুলিৰ পেটত চিয়াঁহী সানি টিপ্‌চহী মাৰি টকাকেইটা লয়। সেই প্ৰথমদিনাৰে পৰা মই থিনফুৱাৰ লগত একে লগে থকা দিনবোৰত কাম্হমে মোৰ কাৰণেও ভাত-পানী ৰন্ধা-বঢ়াকে ধৰি মোৰ সকলো কাম মই নোকোৱাকৈয়ে নিজে নিজে উপযাচি কৰি দিবলৈ ধৰিলে। ল'ৰাটিৰ কাম-কাজ দেখি পেটে-পেটে মোৰ তাৰ প্ৰতি বৰ মৰম উপজিল। মনতে ভাবিলোঁ, যথাসময়ত পাৰিলে সি মোক কৰা সহায়ৰ বিনিময়ত কিবা এফেৰা উপকাৰ যদি তাক কৰিব পাৰোঁ, তেন্তে তাৰ মৰমৰ কিঞ্চিৎমান হ'লেও প্ৰতিদান কৰা হ'ব। মনৰ ভাব মনতে ৰাখি সময় আৰু সুযোগলৈ অপেক্ষা কৰি ৰ'লোঁ। দিন যিমানেই বাগৰিবলৈ ধৰিলে কাম্হমৰ প্ৰতি মোৰ মৰম সিমানেই বাঢ়িবলৈ ধৰিলে। ল'ৰাটিৰ বিশ্বাসযোগ্যতাত মই অতিশয় মুগ্ধ হ'লোঁ।

পাছিঘাটলৈ গৈ প্ৰথম অৱস্থাত থকাঘৰৰ কাৰণে যি সমস্যাৰ সম্মুখীন হ'বলগীয়া হৈছিল, চাংলাঙত তাতকৈ বেছি নহ'লেও কম হোৱা নাছিল। চাংলাং তেতিয়া এখন নিচেই সৰু ঠাই। মহকুমাটোৰ সদৰ। চৰকাৰী চাকৰিয়ালৰ সংখ্যা দিনক দিনে বাঢ়ি গৈ আছে; অথচ সেই অনুপাতে কৰ্মচাৰীসকল থাকিবৰ কাৰণে ঘৰ সাজি উলিয়াব পৰা নাই। ভাৰা-ঘৰৰতো প্ৰশ্নই নুঠে। ফলত একো একোটা ঘৰত দুজন বা ততোধিক কৰ্মচাৰী ৰাখিবলগীয়া হৈছে। থকা ঘৰৰ অনাটনে বিষয়া-কৰ্মচাৰীক, সাময়িকভাৱে অসুবিধাত পেলালেও সমস্যাটো সকলোৱে বুজি পোৱাৰ বাবে ভৱিষ্যতে পোৱাৰ আশাতে সকলোৱে সহি-সামৰি থাকে। টিন্‌পাত লগোৱা পকা ঘৰৰ সংখ্যা আঙুলিৰ মূৰত লিখিব পাৰি। ইফালে প্ৰথমে প্ৰথমেই পকাঘৰ সাজিবলৈ চৰকাৰে অনুদান নিদিয়ে;— দিয়ে জেঙ্গুপাতেৰে ছোৱা, বাঁহৰ বেৰা দিয়া, মাটিৰ ভেটিৰে অস্থায়ী কেঁচাঘৰ সাজিবলৈ। সেইবোৰত অতি সোনকালে ঘুণে ধৰে, উঁইয়ে খায়; এবছৰ নৌহওঁতেই জহি-খহি যায়; যাৰবাবে থকাজনৰ কষ্টৰ সীমা নোহোৱা হয়।

চাংলাঙত তেতিয়া এছিষ্টেণ্ট্ পলিটিকেল অফিচাৰ আছিল মিঃ কে, টি, খুমা।

চুটি-মুটি, বেচ্ তজবজীয়া মানুহজন; বয়স প্ৰায় আমাৰ সমানেই। তেখেতৰ অফিচত কামত যোগদান কৰাৰ পিছতে তেখেতে মোক ক'লে, 'মিঃ বৰঠাকুৰ, আপুনি কিছুদিনলৈ অফিচতে বহি শিক্ষা-শাখা (Education Branch)টোৰ ফাইল-চাইলবোৰ ভালকৈ অধ্যয়ন কৰি লওক। তাৰ পিছত স্কুলবোৰ পৰিদৰ্শনৰ কামত বাহিৰলৈ ওলাব। তেখেতৰ পৰামৰ্শমতেই মই কাম আৰম্ভ কৰিলোঁ। তেখেতৰ অফিচত মোৰ শাখাটোত উচ্চ-খাপৰ সহকাৰী (Upper division assistant) আছিল যোগেন সোণোৱাল আৰু নিম্নশাখাৰ সহকাৰী (Lower division assisant) আছিল শৰৎ গগৈ। দুয়োজনেই নিজ নিজ কৰ্তব্যত নিষ্ঠাবান ব্যক্তি আছিল। তেওঁলোকৰ উপৰিও টাইপিষ্টকেইজন আছিল সকলো শাখাৰে উমৈহতীয়া সহায়ক।

জুলাই-আগষ্ট মাহত অৰুণাচলত ধাৰাসাৰে বৰষুণ হয়। নৈ-জান-জুৰিবোৰ পাৰ হোৱাটো কঠিন হয়। গতিকে, সেইদিনবোৰত ভ্ৰমণত ওলোৱা সহজসাধ্য নহয়। সেইবাবে মহকুমাধিপতিৰ পৰামৰ্শমতে অফিচতে বহি বহি ফাইলৰ বিষয়-বস্তু আৰু টোকাবোৰ মনোযোগেৰে পঢ়িবলৈ ধৰিলোঁ। কিবা অসুবিধা পালে বৰ কেৰাণী সুৰেণ বৰুৱা অথবা যোগেন সোণোৱালৰ লগত আলোচনা কৰোঁ। লাহে লাহে সকলো কথা আয়ত্তাধীন হৈ পৰিল। আগতে জিৰোত থাকোঁতে জিলা স্কুল-পৰিদৰ্শকৰ অনুপস্থিতিত তেখেতৰ কামবোৰ চম্ভালিবলগীয়া হওঁতেও কিছু অভিজ্ঞতা লাভ কৰিবলৈ সুবিধা পাইছিলোঁৱেই। সেই সকলোখিনিয়ে এতিয়া মোক নিজকে এজন সুদক্ষ স্কুল-পৰিদৰ্শক হিচাপে গঢ় দিয়াত যথেষ্ট সহায় কৰিলে।

মই যোৱাৰ আগলৈকে চাংলাং মহকুমাৰ (এতিয়া জিলা) সকলো শিক্ষানুষ্ঠানৰ সকলোধৰণৰ কাম-কাজ টিৰাপ জিলাৰ সদৰ খুন্ছাত থকা জিলা স্কুল পৰিদৰ্শকৰ তত্ত্বাৱধানত চলিছিল। মইহে প্ৰথম সহকাৰী স্কুল-পৰিদৰ্শক হিচাপে চাংলাঙলৈ গৈ যোগদান কৰিছিলো। তেতিয়াৰ পৰা চাংলাং মহকুমাটোৰ শিক্ষা সম্পৰ্কীয় সকলো কাম-কাজ স্বতন্ত্ৰীয়াভাৱে (Independently) মই কৰিব লাগিব বুলি ছিলঙৰ শিক্ষাধিকাৰৰ পৰা মোলৈ নিৰ্দেশ দি পঠোৱা এখন কাগজ (Charter of duties) আহিল। তাৰ মানে এইক্ষেত্ৰত শিক্ষা-সম্পৰ্কীয় যিকোনো কামৰ বাবে মই জিলাৰ সদৰ খুন্ছাত থকা জিলা-শিক্ষা পৰিদৰ্শকৰ নিৰ্দেশৰ বাবে অপেক্ষা কৰি থাকিবৰ আৱশ্যক নহ'ব; নিজেই সিদ্ধান্ত লৈ কাৰ্য-পৰিচালনা কৰিব পাৰিম। এই কাগজখনে মোৰ মনটো মুকলি কৰিলে। কামত মনপুতি লাগিলোঁ। প্ৰথমেই স্কুলবিলাকৰ এখন তালিকা উলিয়াই ল'লোঁ। মহকুমাৰ সদৰ চাংলাঙৰ পৰা সেইবোৰৰ দূৰত্ব কিমান আৰু কোনখন কোন দিশে অৱস্থিত, কোনখন স্কুল কিমান শিক্ষক আছে, কিমান ছাত্ৰ-ছাত্ৰী আছে, শিক্ষাৰ সঁজুলি কি কি পঠোৱা হৈছে, শিক্ষকসকলৰ নাম ইত্যাদি

সকলো বিষয় তন্ন-তন্নকৈ বিচাৰি উলিয়াই নিজৰ টোকাবহীখনত (দিনলিপিত) টুকি ল'লোঁ। কোনোবা গাঁৱত যদি নতুনকৈ স্কুল বিচাৰি আবেদন কৰা হৈছে, সেই কথাও টুকি ল'লোঁ। তাৰ পিছত খৰালিদিন কাষ চাপি অহাৰ লগে লগে টুৰ প্ৰগ্ৰাম প্ৰস্তুত কৰি মহকুমাধিপতিৰ হতুৱাই অনুমোদন কৰাই ল'লোঁ। একো একোবাৰ টুৰত ওলাওঁতে যিকেইখন স্কুল পৰিদৰ্শন কৰা হ'ব, সেই কেইখনৰ দায়িত্বত থকা শিক্ষকসকললৈ টুৰ প্ৰগ্ৰামৰ একোটা কপি পঠাই সকলো বিষয় সাজু কৰি ৰাখিবলৈ আৱশ্যকীয় নিৰ্দেশ আগতীয়াকৈ পঠোৱা হ'ল। এইদৰে মই কামত যোগদান কৰাৰ সময়ত চাংলাং মহকুমাত মোৰ অধীনত পৰা দুখন হাইস্কুল, এখন তিব্বতীয় শৰণাৰ্থীৰ স্কুল, সাতখন প্ৰাথমিক স্কুল, এখন, এম, ই, স্কুল নিৰ্দিষ্ট সময়ৰ ব্যৱধানত পৰিদৰ্শন কৰি থাকিব পৰাকৈ আঁচনি প্ৰস্তুত কৰি ল'লোঁ। বাটৰ কাষত থকা স্কুলখেইখনলৈ গাড়ীৰেই যাব পাৰি; কিন্তু ভিতৰুৱা গাঁৱত থকাবোৰলৈ লগত বিছনা-পাতি, খাদ্য- সামগ্ৰী লৈ খোজকাঢ়ি যোৱাৰ বাদে গত্যন্তৰ নাই।

গাঁওবোৰলৈ যাওঁতে প্ৰথমে প্ৰথমে অচিনাকি মানুহবোৰৰ সৈতে কথা-বতৰ ভাবৰ আদান-প্ৰদান কৰাত অসুবিধা হ'ব পাৰে বুলি ভাবি মহকুমাধিপতি খুমা চাহাবে মোৰ লগত এজন দোভাষী (Interpreter) লৈ যাবলৈ পৰামৰ্শ দিলে। মই এজন ব্যক্তিগত (Personal) পিয়নো পাওঁ; কিন্তু তেতিয়ালৈকে সেই পদটো সৃষ্টি হৈ অহা নাছিল। সেই অসুবিধাটো দূৰ কৰিবৰ কাৰণে প্ৰথম অৱস্থাত কিছুদিন মোৰ লগত যোৱা চৰকাৰী বোজা কঢ়িওৱা মানুহ এজনকে মোৰ কামত লগাইছিলোঁ। এনেতে আমাৰ শিক্ষাধিকাৰ ছামলাল ছনি চাহাব চাংলাঙলৈ আহক। তেখেতে মোৰ ব্যক্তিগত পিয়নজনৰ পদটো ইতিমধ্যে মঞ্জুৰ হৈছে বুলি কৈ তেখেতৰ লগত ছিলঙত কাম কৰি থকা বিদিচান্দ নামৰ মানুহটোক মোৰ বাবে পঠালে হ'বনে বুলি সোধাত বাধ্য হৈ মই মান্তি হ'লোঁ। কেইদিনমানৰ পিছতে বিদিচান্দ আহি পোৱাত মোৰ সকলো অসুবিধা দূৰ হ'ল হয়, কিন্তু কামহমক কি উপায়েনো উপকাৰ কৰিব পাৰিম, সেই চিন্তা মনতে ৰৈ গ'ল। মই আক' মনতে ভাবি আছিলোঁ, মোৰ ব্যক্তিগত পিয়নৰ পদটো মঞ্জুৰ হৈ আহিলে কামহমকে সেই পদত নিয়োগ কৰিম; বিদিচান্দ আহি মোৰ সেই আশাত চেঁচাপানী ঢালিলে। ফলত, সদ্যহতে সেই আশা ফলৱতী নহ'ল।

চাংলাঙত ল'ৰা-ছোৱালীকেইটাৰ পঢ়া-শুনাৰ সুবিধা থকা দেখি যোৰহাটৰ ভাৰাঘৰৰ পৰা পৰিয়ালটো আকৌ নিজৰ লগলৈ নিয়াৰ কথা চিন্তা কৰি ভগা হওক ছিগা হওক ক'ৰবাত এটা থকা ঘৰ পাওঁনেকি বিচাৰিবলৈ ধৰিলোঁ। এৰিয়া ছুপাৰিন্টেণ্ডেণ্টছে (Shaw) চাহাবে তেওঁ থকা ভগাঘৰটো এৰি যোৱা ঘৰটোলৈকে

আমি যাম বুলি স্থিৰ কৰি যোৰহাটৰ পৰা ডাঙৰ ল'ৰাটিৰ বাদে পৰিয়ালটোৰ বাকীকেইটাক লৈ আনিলোঁগে। প্ৰথম দুদিন থিন্‌ফুৰাৰ লগতে থাকিলোঁ। তাৰ পিছত ভগা-ছিগা ঘৰটোত গৈ সোমাওঁতে বুলুৱে চকুপানী টুকিবলৈ ধৰিলে। মোৰ লগতে ল'ৰা-ছোৱালীকেইটাইও বুজনি দিয়াত তেওঁ কোনোৰকমে শান্ত হ'ল। লগত বিদিচান্দক লৈ নিজে হাতত কোৰ লৈ নলা-নৰ্দমা খান্দি ঘৰটো চাফ্-চিকুণ কৰি কোনোমতে মানুহ থাকিব পৰা কৰি লোৱা হ'ল। চৰকাৰী ঘৰ হ'লেও চৰকাৰী খৰচত এতিয়া আৰু মেৰামতি কৰাব নোৱাৰে, কাৰণ চৰকাৰৰ হিচাপত খাটাত অস্তিত্ব নথকা এটা ঘৰত চৰকাৰী ধন কেনেকৈ খটুৱাব? গতিকে নিজেই কষ্ট কৰি কিছুদিনলৈ হ'লেও থকাৰ উপযোগী কৰি ল'লোঁ। কেৱল আমিহে নালাগে এছ এছ বিৰ এৰিয়া অৰ্গেনাইজাৰ (পিছত শিক্ষা-বিভাগৰ ছেক্ৰেটাৰী) মিঃ টি, আৰ দাস চাহাবেও কিছুদিন পৰিয়ালসহ চাংলাং হস্পিটেলৰ আইছ'লেছন ৱাৰ্ডৰ বাবে সজা, মাত্ৰ এটা কোঠালিৰ নিচেই সৰু পকা ঘৰ এটাত এইদৰে কষ্ট কৰি কিছুদিন থাকিবলগীয়া হৈছিল। আনহাতে অৱশ্যে সেইদিনবোৰতে যুদ্ধকালীন তৎপৰতাৰে কে'বাটাও প্ৰকাঘৰ আৰু কাঠৰ চাংবঙলা ধৰণৰ ঘৰ নিৰ্মাণ কৰি থকা হৈছিল। গতিকে কিছুদিন কষ্টে-মষ্টে থকাৰ পিছত আগতে তাঁলৈ অহাবোৰে সময়ত গৈ একোটা ভাল ঘৰত থাকিবলৈ পালে। আমিও কাঠৰ চাংবঙলাৰ দৰে এটা সৰু টাইপ ফ'ৰ ঘৰ পালোঁ।

মহকুমাধিপতিৰ পৰামৰ্শ মানি অফিচত বহি ফাইলবোৰ অধ্যয়ন কৰোঁতে আৰু পৰিষাৰ দিনবোৰ পাৰ হ'বলৈ বাট চাওঁতে চাওঁতে সেইবছৰটোৰ বাকী থকা তিনিটা মাহ আৰু ১৯৬৪ চনৰ মাৰ্চ মাহ পৰ্যন্ত মই স্কুল পৰিদৰ্শনৰ কামত চাৰিকুৰি দিনো পূৰা কৰিব নোৱাৰিলোঁ। ইয়াৰ অন্য এটা কাৰণো অৱশ্যে নথকা নহয়। সেই বছৰ, অৰ্থাৎ ১৯৬৪ চনৰ ১৫ জানুৱাৰীৰ পৰা শিক্ষক-প্ৰশিক্ষণ কেন্দ্ৰৰ প্ৰশিক্ষাৰ্থীসকলৰ এটা দলক শিক্ষামূলক ভ্ৰমণত নেতৃত্ব দিয়াৰ দায়িত্ব মোৰ ওপৰত পৰিল। চৰকাৰৰ নিৰ্দেশমতে এজন টুৰিং অফিচাৰে বছৰটোত নিচেই কমেও অন্ততঃ এশ বিছদিন টুৰত থাকিব লাগে। মাৰ্চ মাহৰ শেষত যেতিয়া টুৰত থকা মুঠ দিনৰ সংখ্যা উল্লেখ কৰি বিস্তৃত বিৱৰণৰ প্ৰতিবেদন শিক্ষাধিকাৰলৈ প্ৰেৰণ কৰা হ'ল— লগে লগে মোৰ পৰা কৈফিয়ৎ বিচাৰি তেখেতৰ চিঠি আহিল। যথাযথভাৱে চিঠিখনৰ উত্তৰ দি মই এইবাৰ সাৱধান হ'লোঁ— ভৱিষ্যতে যাতে কেতিয়াও আৰু এনে সমস্যাত পৰিবলগীয়া নহয়। কিছুদিনৰ পিছত শিক্ষাধিকাৰ পুনৰ চাংলাঙলৈ আহোঁতে মই টুৰতে আছিলোঁ। তেখেত আহি পোৱাৰ খবৰ পাই মই অৱশ্যে চাংলাঙলৈ বুলি ৰাওনা হ'লোঁ যদিও সময়মতে আহি নোপোৱাত তেখেতক আদৰণি জনাবলৈ

নাপালোঁহি। কিছু পৰিমাণে ক্ষুণ্ণ হৈ তেখেতে মোক সুধিলে, 'মই আহিম বুলি আপুনি গম পোৱা নাছিল নেকি?' মই ক'লোঁ, 'নিশ্চয় গম পাইছিলোঁ ছাৰ; কিন্তু টুৰত থকা দিনৰ সংখ্যা কম হোৱাৰ কাৰণে আপুনি মোৰ কৈফিয়ৎ তলব কৰি থৈছে। সেই কাৰণে মই এইবাৰ ঠিক কৰিছোঁ যে মই যাতে দ্বিতীয়াবাৰলৈ কৈফিয়ৎ দিবলগীয়া নহয়। তাৰ বাবে এই খৰালিৰ মাহকেইটাৰ ভিতৰতে মই আৱশ্যকীয় টুৰৰ দিনবোৰ সম্পূৰ্ণ কৰি ল'ম। তথাপিও আপুনি এইখিনি পোৱাৰ আগতেই মই আহি পাবলৈ চেষ্টা নকৰাকৈ থকা নাছিলোঁ। কিন্তু দুৰ্ভাগ্যক্ৰমে মই পিছ পৰিলোঁ।' মোৰ উত্তৰ শুনি তেখেত মনে মনে থাকিল।

চাংলাঙৰ ক্ৰাফ্‌ট চেন্টাৰত দাস উপাধিৰ এজন বয়সিয়াল ইনষ্ট্ৰাক্টৰ আছিল। তেখেতৰ কন্যা নীলিমাই শিক্ষয়িত্ৰীৰ কাম পাইছিল। দেউতাক সেইসময়ত বৰ টান নৰিয়াত পৰি যোৱা-থোৱা অৱস্থাত শয্যাগত হৈ থকাৰ কাৰণে ছোৱালীজনীয়ে দেউতাকক শুশ্ৰূষা কৰি ঘৰৰ পৰা ডেৰ কিলোমিটাৰমান বাট খোজ-কাঢ়ি অহা-যোৱা কৰি কাম কৰিব পৰাকৈ যিকোনো এখন স্কুলত দিবলৈ কাতৰে অনুৰোধ কৰাত মই নিজে গৈ দেউতাকৰ অৱস্থা চাই আহি চাংলাং চহৰৰে এখন স্কুলত কামত যোগদান কৰিবলৈ দিলোঁ। অন্য এবাৰ টুৰত আহি ছনি চাহাবে নীলিমাক সেই স্কুলখনত দেখা পাই মোৰ ওপৰত গৰজি উঠিল। তেখেতে কোনো কথাই নুশুনে; নীলিমাক তৎক্ষণাত সেইখন স্কুলৰ পৰা উলিয়াই দূৰৈৰ এখন ভিতৰুৱা গাঁৱৰ স্কুললৈ বদলি কৰিব লাগে। তেখেতে মনতে কি ভাবিছিল, মই নাজানো। মই কেৱল ক'লোঁ, 'ছাৰ, নীলিমা মোৰ কোনো সম্পৰ্কীয় নহয়। তেওঁলোক দাস, মই বৰঠাকুৰ। তেওঁলোক বেঙ্গলী; মই অসমীয়া। নীলিমাৰ দেউতাকক মই নিজে গৈ চাই আহিছে তেখেতৰ ভাল নোহোৱালৈকে ছোৱালীজনীক ইয়াত থাকিবলৈ দিছোঁ। দেউতাকৰ ভাল হ'লেই তেওঁক দূৰলৈ পঠাম।' তেতিয়াহে ছনি চাহাব শান্ত হ'ল।

চাংলাঙত সহকাৰী বিদ্যালয় পৰিদৰ্শকৰ কামত থাকোঁতেই তাৰ শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰত শিক্ষা গ্ৰহণ কৰি থকা প্ৰশিক্ষাৰ্থীসকলৰ বাবে আয়োজিত এটা চৰকাৰী শিক্ষামূলক ভ্ৰমণৰ নেতৃত্বৰ ভাৰ মোৰ ওপৰত পৰিল। প্ৰশিক্ষাৰ্থীসকলৰ দলটোত প্ৰায় কুৰিজন শিক্ষক প্ৰশিক্ষাৰ্থী আছিল; কিন্তু তাৰে ভিতৰত দুজনে ভ্ৰমণত যোগদান কৰিবলৈ অপাৰগ হৈ থাকি গ'ল। মোৰ লগত আমাৰ বৰপুত্ৰ জ্যোতিপ্ৰসাদ (এতিয়া নাই) আৰু বৰজী কবিতা (এতিয়া নাই ) ও আছিল। তেওঁলোক দুয়োটি তেতিয়া এম্ ই পৰ্যায়ৰ ছাত্ৰ-ছাত্ৰী। আমি সকলোটি মিলি১৯৬৪ চনৰ ১৫ জানুৱাৰী, বুধবাৰে দুটা ভাগত ভাগ হৈ দুখন গাড়ীৰে মাৰ্ঘেৰিটা অভিমুখে ৰাওনা হ'লোঁ।

প্ৰকৃততে ক'বলৈ গ'লে আমাৰ এই ভ্ৰমণ মাৰ্ঘেৰিটাৰ পৰাই আৰম্ভ হোৱাৰ কথা। সেই অনুসৰি সকলো সাজু হৈ আমি পুৱা ৯ বজাতে চাংলাং এৰিছিলোঁ যদিও মাৰ্ঘেৰিটা গৈ পোৱাৰ পূৰ্বেই এখন সৰু কাঠৰ দলঙৰ মেৰামতিৰ কাম চলি থকা হেতুকে বাটত ভালেখিনি সময় ৰ'ব লগা হ'ল। তাৰ ফলত আমি তিনি বজাতহে মাৰ্ঘেৰিটা পালোঁগৈ আৰু আমাৰ কাৰ্যসূচীৰ প্ৰথম শিক্ষানুষ্ঠান মাৰ্ঘেৰিটা হাইস্কুলখনৰ কাম-কাজ চোৱাৰ সৌভাগ্য আমাৰ নহ'ল। অৱশ্যে সময়মতে গৈ পোৱা হ'লেও আমি স্কুলৰ শ্ৰেণীসমূহ চলি থকা অৱস্থাত চাবলৈ নাপালোঁহেঁতেন, কাৰণ সেইদিনা মাঘ বিহুৰ বাবে স্কুল বন্ধ আছিল। যি কি নহওক প্ৰধান শিক্ষকগৰাকীক দেখা কৰি তেখেতৰ পৰা বিদায় লৈ আমি পোনেপোনেই লিডু কয়লাখনিৰ অভিমুখে গৈ কয়লাখনিৰ পৰিচালক মিঃ ঘোষক লগ ধৰাত তেখেতে আমাৰ লগত এজন গাইড্ দি কয়লাখনিটোৰ বাহিৰ-ভিতৰ ভালকৈ চোৱাত সহায় আগবঢ়ালে। ভিতৰলৈ অৱশ্যে বেছিদূৰ যোৱা নহ'ল। তেখেতসকলক ধন্যবাদ জনাই ওলাই আহি গধূলি প্ৰায় ছয়বজাত আমি মাৰ্ঘেৰিটা ৰে'ল ষ্টেচন পালোঁগৈ। ষ্টেচনমাষ্টৰৰ লগত কথা হৈ যেতিয়া গম পালোঁ যে ছিলঙৰ শিক্ষাধিকাৰৰ কাৰ্যালয়ৰ পৰা আমাৰ বাবে ৰে'লৰে ৰিজাৰ্ভেচৰ একো ব্যৱস্থা কৰা নাছিল, তেতিয়া আমি পোনে পোনেই ডিব্ৰুগড়লৈকে গৈ তাৰপৰা অন্ততঃ গুৱাহাটীলৈকে সুকলমে যোৱাৰ এটা ব্যৱস্থা কৰিলোঁগৈ। আমাৰ শিক্ষাধিকাৰ (টুৰত আছিল) ছামলাল ছনিক তিনিচুকীয়াতে লগ পাই আমাৰ বাবে যে ৰিজাৰ্ভেচনৰ কৰা হোৱা নাছিল, সেই কথা জনোৱা হ'ল। এই শিক্ষামূলক ভ্ৰমণটোৰ আয়োজনৰ দায়িত্বত থকা বিদ্যালয়সমূহৰ পৰিদৰ্শক মিঃ ডি. ডি. ত্ৰিবেদীক আমি পিছদিনা ৰাতি ৯ বজাত গুৱাহাটী গৈ পোৱাৰ পিছত লগ পালোঁ।

১৭ জানুৱাৰীৰ দিনা দলটোক প্ৰথমে হাইক'ৰ্ট দেখুৱাবলৈ লৈ যোৱা হ'ল। হাইক'ৰ্টৰ ৰেজিষ্ট্ৰাৰ আৰু ডেপুটি ৰেজিষ্টাৰ দুয়োজনেই পৰম আনন্দৰে আমাক হাইক'ৰ্টটো বঢ়িয়াকৈ দেখুৱাই সকলো কথা পৰিষ্কাৰকৈ বুজাই দিলে। তেখেতসকল দুয়োকে আন্তৰিক ধন্যবাদ জনাই ইয়াৰ পিছত দলটোক চিৰিয়াখানা দেখুৱাবলৈ লৈ যোৱা হ'ল। চিৰিয়াখানলৈ গৈও সেই একে পৰিস্থিতিৰ সন্মুখীন হ'বলগীয়া হ'ল; অৰ্থাৎ ছিলঙৰ ডাইৰেক্টৰৰ কাৰ্যালয়ে তেওঁলোকলৈকো একো খা-খবৰ পঠোৱা নাছিল। তথাপিও চিৰিয়াখানাখনৰ দায়িত্বত থকা এছিষ্টেন্ট্ কন্জাৰভেটৰ অৱ ফৰেষ্টগৰাকীয়ে আমাৰ লগত এজন গাইড দি চিৰিয়াখানাৰ গোটেইবোৰ জীৱ-জন্তু, চৰাই-চিৰিকটি তন্নতন্নকৈ দেখুৱালে। আমি গৈ পোৱাৰ পিছত আবেলি সময়ৰ ঘণ্টা বজোৱাৰ লগে লগে দূৰ-দূৰণিত হাবিয়ে-বননিয়ে চৰি থকা হৰিণাবোৰ যেতিয়া

সিহঁতলৈ আগবঢ়োৱা খোৱা বস্তুবোৰৰ ওচৰলৈ ঢাপলি মেলি অহা দেখিলোঁ আমাৰ মনবোৰো আনন্দত উৎফুল্লিত হৈ উঠিল। গহ্বৰৰ ভিতৰৰ পৰা ওলাই সিংহ-সিংহিনী হালে বাহিৰত গাম্ভীৰ্যপূৰ্ণভাৱে ৰ'দ লৈ থকা দৃশ্য, ছিম্পাঞ্জীটোৱে দৰ্শকৰ ফালে মুখ কৰি ফটো তুলিবলৈ প'জ লোৱাৰ দৰে বহি লোৱা দৃশ্য, গঁড়, নাহৰফুটুকী বাঘ, পানীত বিচৰণ কৰি থকা উদ, হলৌ বান্দৰ, লাজুকী বান্দৰ, উটপক্ষী আৰু বিভিন্ন আকৃতিৰ, বিভিন্নজাত চৰাইৰ জাক আৰু সিহঁতৰ অবুজ মাতবোৰে আমাৰ মন তেনেই মুহি পেলাইছিল। এইখন চিৰিয়াখানাৰ বাহিৰেও ভাৰতৰ অন্যান্য ঠাইত ভালেকেইখন চিৰিয়াখানা দেখাৰ সৌভাগ্য আমাৰ হৈছিল। এইদৰে লাভ কৰা প্ৰত্যক্ষ অভিজ্ঞতাৰ পৰা ন-দি ক'ব পাৰি যে গুৱাহাটী চিৰিয়াখানাৰ দৰে বিতোপন প্ৰাকৃতিক পৰিৱেশেৰে পৰিৱেষ্টিত হৈ থকা চিৰিয়াখানা সঁচাকৈয়ে বিৰল। চিৰিয়াখানাৰ পৰা ওলাই একেকোৱে আমি গৈ চাৰে-চাৰিমান বজাত গুৱাহাটী বিশ্ববিদ্যালয় পালোঁগৈ। উপাচাৰ্য ডঃ টেইলাৰ মহোদয় তেতিয়াও তেখেতৰ আসনত উপৱিষ্ট হৈ আছিল। তেখেতক অভিবাদন জনাই আমি তালৈ যোৱাৰ উদ্দেশ্য জনোৱাত তেখেত অতিশয় সন্তুষ্ট হ'ল। আমাৰ ল'ৰা-ছোৱালী দুটিক মৰম কৰিলে আৰু বিশ্ববিদ্যালয়খন আমাক ভালকৈ দেখুৱাই দিবলৈ আমাৰ লগত এজন গাইড্ দিলে। গধূলি পাঁচ বজালৈকে আমি বিশ্ববিদ্যালয়ৰ সকলো বিভাগ আৰু প্ৰকাণ্ড পুথি-ভঁৰালটো চাই তেখেতক পুনৰ ধন্যবাদ জ্ঞাপন কৰি তাৰপৰা ঘূৰিলোঁ। ৰাতি হোৱাৰ বাবে সেইদিনটোৰে ভ্ৰমণসূচীত থকা কামৰূপ একাডেমিখন চাবলৈ যোৱা নহ'ল। সেইদিনা চিৰিয়াখানাৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়লৈকে সেই ত্ৰিছ কিলোমিটাৰ অহা-যোৱা কৰিবলৈ লোৱা বাছখনে আমাৰ পৰা মাত্ৰ সত্তৰ টকাহে ভাৰা ল'লে। আজিৰ দিনত সেইটো ভাবিব নোৱাৰা কথা।

১৮ জানুৱাৰীৰ দিনা দলটোক ভাৰতীয় শোধনাগাৰ (গুৱাহাটী), ইণ্ডাষ্ট্ৰিয়েল ইষ্টেট্ আৰু অল ইণ্ডিয়া ৰেডিঅ' ষ্টেচন দেখুৱাবলৈ বুলি বাছ এখন বিচাৰি ৰিফাইনেৰিৰ জেনেৰেল মেনেজাৰ আৰু চিকিউৰিটি অফিচাৰলৈ টেলিফোন কৰিলোঁ। তেখেতসকলে দিয়া বাছখনেৰেই ৰিফাইনেৰিৰ পাব্লিক ৰিলেছন অফিচাৰজনে আমাৰ দলটোক ৰিফাইনেৰীৰ সকলো বিভাগ বঢ়িয়াকৈ দেখুৱাই খাৰুৱা তেলৰ পৰা কিদৰে তেল শোধন কৰা হয়, সেইবিষয়ে বহলাই বুজাই দিলে। তাৰপৰা ইণ্ডাষ্ট্ৰিয়েল ইষ্টেটলৈ নি ফ'ৰমেন মিঃ মহন্তক লগ ধৰাত তেখেতে শিল্প উদ্যোগৰ সকলোবোৰ কাম-কাজ সুন্দৰকৈ দেখুৱাই দিলে। তাৰপৰা পোনেপোনেই ৰেডিঅ' ষ্টেচনলৈ গৈ ষ্টেচন ডাইৰেক্টৰক লগ ধৰা হ'ল। তেখেতে বাতৰি পৰিৱেশক মিঃ অৰুণ দাস আৰু এসময়ৰ আমাৰেই মৰমৰ ছাত্ৰ যতীন মৰাণক আমাৰ লগত দি

ৰেডিঅ' ষ্টেচনটোৰ চাবলগীয়া বিষয়বোৰ দেখুৱাই আমাৰ মাজৰ পৰা তিনিজনৰ সাক্ষাৎকাৰ গ্ৰহণ কৰি প্ৰচাৰ কৰিবৰ কাৰণে বাণীবদ্ধ কৰি থ'লে। আবেলি চাৰি বজাত বাছখনে আমাক নি আমি থকা হোটেল হেপি ল'জত থৈ ৰিফাইনেৰীলৈ ঘূৰি গ'ল। তেওঁলোকক আমাৰ ফালৰ পৰা আন্তৰিক ধন্যবাদ জনোৱা হ'ল।

গধূলি চাৰে পাঁচ বজাত বিদ্যালয়সমূহৰ পৰিদৰ্শক মিঃ ডি ডি ত্ৰিবেদীয়ে আমাক লগ ধৰি জনালে যে কলিকতাৰ সামগ্ৰিক পৰিস্থিতি অনুকূল নহয় বাবে আমাৰ ভ্ৰমণসূচীৰ পৰা কলিকতা বাদ দিয়া হৈছে। সেইকথা জানি প্ৰশিক্ষাৰ্থীসকলে তেখেতক খাটনি ধৰিলে, কলিকতাৰ ঠাইত দিল্লী আৰু আগ্ৰা চাবলৈ দলটোক অনুমতি দিব লাগে বুলি। সেইমতে তেখেতে আমাৰ পৰা এখন দৰ্খাস্ত লৈ লগে লগেই শিক্ষাধিকাৰ ছামলাল ছনিলৈ টেলিফোন কৰি তেখেতক লগ নাপাই ডাইৰেক্টৰৰ হৈ তেখেতে নিজেই পাটনা হৈ দিল্লী আৰু আগ্ৰা চাবলৈ আমাক মৌখিকভাৱে অনুমতি দিলে আৰু গুৱাহাটী ৰে'ল ষ্টেচনলৈকে আমাৰ লগত গৈ বিহাৰৰ টুৰ্কী গৈ নোপোৱালৈকে আমাৰ ভ্ৰমণ যাতে কষ্টকৰ নহয়, তাৰ ব্যৱস্থা কৰি দিলেগৈ। তাৰ পিছত তেখেতে আমাৰ পৰা বিদায় ল'লে। সেইদিনা , অৰ্থাৎ ১৯-১-৬৪ তাৰিখে ৰাতি দহ বাজি দহ মিনিট যোৱাত গুৱাহাটীৰ পৰা গাড়ী এৰি ২০ তাৰিখে ৰাতিপুৱা পাঁচ বাজি ত্ৰিছ মিনিট যাওঁতে আমি মোজফৰপুৰ পালোঁগৈ। তাৰ পৰা গাড়ী সলনি কৰি ৰাতিপুৱা ৯ বজাত আমি গৈ টুৰ্কীৰ শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়ত উপস্থিত হ'লোঁগৈ। অধ্যক্ষ মহোদয়ক তেখেতৰ আবাস ভৱনতে লগ ধৰি পৰিচয় দিয়াত তেখেতে আমাৰ বাবে থকা-খোৱাৰ সকলো ব্যৱস্থা কৰি থোৱা আছে বুলি জনালে আৰু কথাই কথাই ক'লে যে তাত কথা-বতৰা হওঁতে পৰাপক্ষত ইংৰাজী ভাষা ব্যৱহাৰ নকৰাই ভাল। ইংৰাজীত পৰিবৰ্তে হিন্দী ভাষা ব্যৱহাৰ কৰিলেহে সকলোৱে ভাল পাব। পিছবেলা কলেজখনৰ প্ৰফেচাৰ শ্ৰীবাস্তৱ ডাঙৰীয়াই আমাৰ দলটোক লগত লৈ তাৰ দুখন বুনিয়াদী শিক্ষানুষ্ঠান দেখুৱালেগৈ। আমাৰ প্ৰশিক্ষাৰ্থীসকলে তেওঁলোকৰ লগত ভাবৰ আদান-প্ৰদান কৰি তাত প্ৰচলিত শিক্ষা-পদ্ধতি আৰু বুনিয়াদী শিক্ষা-প্ৰণালীৰ বিষয়ে সাধাৰণভাৱে আলোচনা কৰিলে। তেতিয়া তাত বুনিয়াদী শিক্ষাৰ ক্ষেত্ৰত তিনিটা শিল্পৰ সলনি মাত্ৰ এটা শিল্পহে শিকোৱা হৈছিল। তাত চাবোন তৈয়াৰ কৰা এটা শিল্প আছিল। কৃষিক সকলো বিষয়ৰ সহযোগী বিষয় হিচাপে গ্ৰহণ কৰা হৈছিল। আনবোৰ বিষয় আমি অৰুণাচলত শিকোৱাৰ দৰেই শিকাইছিল। তাতে আমাৰ মাজত আগদিনা পতা সৰস্বতী পূজাৰ প্ৰসাদ বিতৰণ কৰা হৈছিল। প্ৰফেচাৰ শ্ৰীবাস্তৱে আমাক তাত থকা এজোপা বিশেষ গছ দেখুৱাবলৈ নি ক'লে যে সমগ্ৰ ভাৰতত সেই বিধৰ গছ মাত্ৰ

সেইজোপাহে আছেগৈ। কিন্তু গছজোপাৰ নামটো সোধাত তেখেতে অৱশ্যে ক'ব নোৱাৰিলে, বোধহয় মনত পেলাব নোৱাৰিলে।

২১ জানুৱাৰীৰ দিনা পুৱা টুৰ্কীৰ আৰু বৈশালী অঞ্চলৰ বিদ্যালয়সমূহৰ ডেপুটি ইন্সপেক্টৰজনে টুৰ্কীৰ জনতা কলেজৰ দুজন প্ৰফেচাৰ মিঃ জে এম বেদীক আৰু মিঃ বি পি শৰ্মাক লগত লৈ আমাৰ দলটোক এখন ভ্ৰাম্যমান পুথি-ভঁৰালৰ গাড়ীত তুলি বৈশালীখন দেখুৱাবলৈ লৈ গ'ল। ধ্বংসস্তুপত পৰিণত হোৱা বৈশালী পুৰণি কালত লিচ্ছবী ৰাজবংশৰ প্ৰধান মহানগৰ আছিল। বিদ্যালয়সমূহৰ ডেপুটি পৰিদৰ্শক মহোদয়ে আমাক বুনিয়াদী পদ্ধতিৰে চলি থকা এখন বিদ্যালয় আৰু মণ্টেছৰী পদ্ধতিৰে শিকোৱা আন এখন বিদ্যালয় দেখুৱালে। বুনিয়াদী বিদ্যালয়খনৰ শিক্ষাৰ মাধ্যম হিন্দী যদিও সপ্তমমানৰ পৰা ইংৰাজী শিকাবলৈ আৰম্ভ কৰে। মণ্টেছৰীখনৰ মাধ্যম কেৱল হিন্দী। দুয়োখন বিদ্যালয়ৰে শিক্ষাৰ মান বিশেষ উন্নত ধৰণৰ আছিল বুলি আমাৰ মনে নধৰিলে। বৈশালীৰ গোটেই অঞ্চলটোকে ঘূৰাই-ফুৰাই দেখুওৱাৰ লগতে পুৰণিকলীয়া ভালেখিনি আপুৰুগীয়া বস্তু সংগ্ৰহ কৰি ৰখা এটি যাদুঘৰো আমাৰ প্ৰশিক্ষাৰ্থীসকলক দেখুৱালে। গান্ধীজীৰ পৰম ভক্ত বিনোৱাজীৰ এজন প্ৰধান শিষ্য বৈদ্যনাথ চৌধুৰীদেৱৰ সভাপতিত্বত চলি থকা এখন ৰাজহুৱা সভালৈকে আমাক লৈ যোৱা হ'ল। তেখেতে আমাৰ প্ৰশিক্ষাৰ্থীসকলক অৰুণাচলী জনজাতীয় লোকৰ প্ৰতি অতিশয় সহানুভূতিশীল দৃষ্টিভংগী লৈ কাম কৰিবলৈ সময়োচিত পৰামৰ্শ আগবঢ়ালে। তাৰ পৰা ঘূৰি অহাৰ পথত আমি পুচাৰ বুনিয়াদী শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়ৰ অধ্যক্ষ ডাঙৰীয়াকো ক্ষন্তেক দেখা কৰি আহিলোঁ।

সন্ধিয়া টুৰ্কীৰ জনতা কলেজত এখন বিচিত্ৰানুষ্ঠান আৰু লগতে এখন মুকলি সভাৰো আয়োজন কৰিছিল। আমাকেই সেই মুকলি সভাখনৰ সভাপতি পাতিছিল। বিচিত্ৰানুষ্ঠানত আমাৰ প্ৰশিক্ষাৰ্থীসকলেও অংশ গ্ৰহণ কৰিছিল। আমাৰ কণমান জী কবিতাই যেতিয়া ভূপেন হাজৰিকাদেৱে চীনা আক্ৰমণৰ পটভূমিত লিখা 'তেজ ধুলে উটে বাঁধে, মঙহ ধুলে নুটে' গীতটি মন পৰশা কোমল সুৰত গাবলৈ ল'লে, গীতটি শুনি সভাত উপস্থিত থকা দৰ্শকে চকুপানী টুকিবলৈ ধৰা দৃশ্য এতিয়াও মোৰ মনত সজীৱ হৈ আছে। বৃহৎ সভাস্থলী কাঁহ পৰি জীণ যোৱা অৱস্থাত মই মোৰ সভাপতিৰ ভাষণ দিবলৈ থিয় দিলোঁ। ইতিপূৰ্বেই ইংৰাজী ভাষা ব্যৱহাৰ নকৰাই ভাল হ'ব বুলি আমাক জনাই থোৱাৰ পৰিপ্ৰেক্ষিতত শুদ্ধ হিন্দীৰে মই মোৰ মনৰ ভাব প্ৰকাশ কৰিব নোৱাৰিম কিজানি বুলি নিজৰ মনতে সন্দেহ হোৱাত আমাৰ লগত যোৱা সেই অঞ্চলৰে 'প্ৰসাদ' উপাধিৰ এজন প্ৰশিক্ষাৰ্থীক মই অসমীয়াতে দিয়া ভাষণ লগে লগে হিন্দীলৈ অনুবাদ কৰি যাবলৈ অনুৰোধ কৰিলোঁ।

ৰাইজক সম্বোধি কেইষাৰমান কৈছোঁহে মাত্ৰ, এনেতে কেউফালে বহি থকা দৰ্শক-শ্ৰোতাসকলে চিএঞৰি-চিএঞৰি ক'লে যে হিন্দীলৈ অনুবাদ কৰিব নালাগে; মই অসমীয়াতে কোৱা কথাখিনি তেখেতসকলে সুন্দৰকৈ বুজিব পাৰিছে। তেওঁলোকে অসমীয়াতে কৈ যাবলৈ মোক অনুৰোধ কৰিলে। ৰাইজৰ অনুৰোধত মই বিস্ময় মানিলোঁ। প্ৰসাদক বহিবলৈ কৈ শ্ৰোতাসকলক আন্তৰিক ধন্যবাদ জনাই মই আমাৰ সংস্কৃতি সম্পৰ্কে মোৰ যি সামান্যতম জ্ঞান, তাৰেই কেইটামান কথা ক'লোঁ আৰু অৰুণাচলৰ সেইসময়ৰ প্ৰচলিত শিক্ষা-পদ্ধতিৰ এটা চমু আভাস দাঙি ধৰিলোঁ। বুজাত কিবা অসুবিধা হৈছে নেকি বুলি মাজে মাজে সোধাত সকলোৱে একেমুখে নাই হোৱা বুলি ক'লে। পৰস্পৰে পৰস্পৰৰ ভাষাৰ প্ৰতি দেখুওৱা শ্ৰদ্ধাৰ ফলত আমাৰ মাজত এক আত্মীয়তাৰ ভাৱ উদয় হ'ল। সভাৰ কাৰ্য শেষ হোৱাৰ পিছত ইজন-সিজনৰ লগত আলোচনাত ভাগ লৈ উপলব্ধি কৰিলোঁ যে সেই অঞ্চলৰ ভাষাৰ মূল গাঁথনি মৈথিলী হোৱা হেতুকে মোৰ অসমীয়া তেওঁলোকে বুজাত অলপো অসুবিধা পোৱা নাছিল। তাৰ লগে লগে ছাঁতকৰে মোৰ মনত পৰিল, শংকৰগুৰুৱে তেখেতৰ অংকীয়া নাটসমূহ ৰচনাত অসমীয়াৰ লগতে যে মৈথেলী ভাষাৰো প্ৰয়োগ কৰিছিল সেইকথা। ভাৰতৰ সেই অঞ্চলৰ জনসাধাৰণৰ লগত আমাৰ যে কেৱল এটা সাংস্কৃতিক একাত্মতাহে আছে, এনে নহয়, আৱেগিকভাৱেও আমি এই মানুহখিনিৰ হিয়াৰ মাজৰ মানুহ। সেয়ে নহ'লে কণমানি কবিতাই গোৱা গীতটিৰ ভাষা আৰু সুৰে তাৰ জনতাৰ হৃদয় স্পৰ্শ কৰি চকুৰ পানী বোৱাবলৈ সমৰ্থ নহ'লহেঁতেন।

বিহাৰত থকা সময়ছোৱাৰ ভিতৰত ২২-১-৬৪ তাৰিখেহে আমি টুৰ্কীৰ জনতা কলেজখনৰ ভিতৰৰ কাম-কাজ চাবলৈ ওলালোঁ। কলেজখনৰ অন্যান্য বিষয়ৰ শিক্ষাৰ লগতে চাবোন তৈয়াৰ কৰা, বিস্কুট তৈয়াৰ কৰা কাৰ্য আমাৰ চকুৰ আগতে কৰি দেখুওৱা হ'ল। সেইবোৰ চাই-চিতি দুপৰীয়াৰ ভাত সাজ খাই সকলোৰে পৰা হাৰ্দিক বিদায় লৈ টুৰ্কী এৰি সোণাপুৰ জংছন হৈ আমি পাটনাৰ শিক্ষক প্ৰশিক্ষণ অনুষ্ঠানটি পালোঁগৈ। তেতিয়া তাত বুনিয়াদী শিক্ষা সপ্তাহ চলি থকাৰ কাৰণে অধ্যক্ষ গৰাকী যদিও অত্যন্ত ব্যস্ততাৰ মাজত আছিল, তথাপি তাৰ মাজতে সময় উলিয়াই ৰাতি দহবজাত তেখেতে নিজে তদাৰক কৰি আমাৰ থকা-মেলা, খোৱা-বোৱাৰ সকলো ব্যৱস্থা তেখেতসকলৰ অনুষ্ঠানটিৰ হোষ্টেলতে কৰি দিলে। ইতিমধ্যে সেই অনুষ্ঠানটিৰ চৌহদতে পতা প্ৰদৰ্শনীখন চাই আমি শুই থাকিলোঁ।

আমাৰ ভ্ৰমণসূচীখনত পাটনা আৰু পাটনাৰ পৰা ১১৬ কিলোমিটাৰ দূৰত অৱস্থিত ৰাজগিৰ আৰু তাৰ লগতে নালন্দাও চাবলৈ মাত্ৰ এটা দিন, অৰ্থাৎ ২৩ জানুৱাৰীৰ

দিনটোহে ধাৰ্য কৰা আছিল। সেইবাবে পাটনাতে চৰকাৰী বাছত উঠি আমি ৰাজগিৰলৈ গ'লোঁ। ৰাজগিৰ হেনো তাহানিকালৰ মহাভাৰতৰ যুগৰ জৰাসন্ধ ৰজাৰ ৰাজধানী আছিল। বৰ ওখ চটা-চট্ ডাঠ শিলেৰে গঢ়া এটা প্ৰকাণ্ড পুৰণিকলীয়া ভেটি ৰজা জৰাসন্ধৰ ৰাজপ্ৰসাদৰ অৱশিষ্ট ভগ্নাংশ বুলি আমাক ক'লে। ৰাজগিৰতো শিক্ষক প্ৰশিক্ষণ বিদ্যালয়ৰ অধ্যক্ষ গৰাকী সেইসময়ত তাত পতা টুৰিষ্ট সন্মিলনৰ কামত বৰ ব্যস্ত থকাৰ কাৰণে তেখেতৰ এজন প্ৰতিনিধিয়েই ৰাতিটোৰ বাবে আমাৰ থকা-খোৱাৰ সকলো ব্যৱস্থা বৰ ভালকৈ কৰি দিলে। গধূলি আমাক ৰাজগিৰৰ গৰম পানীৰ উঁহ দেখুৱাবলৈ লৈ গ'ল। আন আন ঠাইৰ পৰা তালৈ যোৱা যাত্ৰীসকলৰ লগতে আমিও গৰম পানীৰ উঁহৰ পকাপুখুৰীত নামি গা-পা ধুলোঁহঁক। তাৰ পিছত টুৰিষ্টসকলে আয়োজন কৰা প্ৰদৰ্শনীখন চাবলৈ আমাক লৈ গ'ল। পিছদিনা অৰ্থাৎ ২৪-১-৬৪ তাৰিখে ৰাতিপুৱা অধ্যক্ষগৰাকীৰ সভাপতিত্বত তাৰ প্ৰশিক্ষাৰ্থীসকলে পতা এখন সাংস্কৃতিক অনুষ্ঠানত তেওঁলোকৰ অধ্যক্ষ গৰাকী, মই আৰু আমাৰ প্ৰশিক্ষাৰ্থীসকলেও অংশগ্ৰহণ কৰিলে। সামৰণি ভাষণত অধ্যক্ষগৰাকীয়ে আমাৰ দলে পৰিবেশন কৰা সাংস্কৃতিক বিষয় কেইটাৰ ভূয়সী প্ৰশংসা কৰিলে আৰু আগৰাতি তেখেতে নিজে আমাক লগ ধৰিব নোৱৰাৰ কাৰণে খেদ প্ৰকাশ কৰিলে। সাংস্কৃতিক অনুষ্ঠানৰ পিছত খোৱা-বোৱা সমাপ্ত কৰি প্ৰায় এঘাৰ বজাত চৰকাৰী বাছেৰে আমি নালন্দা অভিমুখে যাত্ৰা কৰিলোঁ। নালন্দাত আমি নতুন নালন্দা বিশ্ববিদ্যালয়, তাৰ সুবৃহৎ পুথিভঁৰালটো আৰু পুৰণি ঐতিহাসিক নালন্দা বিশ্ববিদ্যালয়ৰ ধ্বংসস্তূপবোৰ চালোঁ। এই কাৰ্যত আমাক সহায় কৰিলে তাত বিদ্যাৰ্জন কৰি থকা অৰুণাচলৰে এজন খামতি ভিক্ষুৱে। পুৰণিকলীয়া আপুৰুগীয়া সামগ্ৰীৰে ভৰি থকা যাদুঘৰটোও তেওঁ আমাক দেখুৱালে। তেওঁক ধন্যবাদ জনাই আবেলি আঢ়ৈবজাত নালন্দা এৰি গধূলি সাত বজাত আমি আকৌ পাটনা পালোঁগৈ। পাটনা গৈ পায়েই তেতিয়া তাত পতা পৰিয়াল পৰিকল্পনাৰ প্ৰদৰ্শনীখন চাই তাৰপৰা পোনে পোনেই দিল্লীলৈ যোৱা গাড়ী ধৰিবলৈ আমি ৰে'ল ষ্টেছনলৈ গ'লোঁ। ছিলঙৰ শিক্ষাধিকাৰৰ কাৰ্যালয়ে তৈয়াৰ কৰা ভ্ৰমণসূচীখনৰ কলিকতা বাদে বাকীখিনি ঠাই ভ্ৰমণৰ কাম ইয়াতে সমাপ্ত হ'ল। এতিয়াৰ পৰা আমি নিজৰ মতেহে আগবাঢ়িম যদিও কলিকতা বাদ দিয়াৰ ফলত যিখিনি সময় ৰাহি হ'ল, সেইখিনি সময়হে কামত লগাব পৰা হ'ব। সেইকাৰণে অতি খৰখেদাকৈ দিল্লী অভিমুখে যাত্ৰা আৰম্ভ কৰি জানুৱাৰীৰ ২৫ তাৰিখে ৰাতি গৈ আমি দিল্লীত উপস্থিত হ'লোঁগৈ। ধৰমশালা এখনত ৰাতিটো কটোৱাৰ ব্যৱস্থা কৰি লৈ বেলেগ ঠাইত খোৱা-বোৱা কৰি আমি শুই থাকিলোঁহঁক। ২৬ জানুৱাৰীৰ দিনা প্ৰত্যুষতে উঠি সোনকালে সাজু হৈ আমি গণতন্ত্ৰ দিৱস উদ্‌যাপন সমাৰোহ চাবলৈ ওলালোঁ। সেই বছৰ দিল্লীত সাংঘাতিক শীত পৰিছিল। শীতৰ প্ৰকোপত কঁপি কঁপি তত নোপোৱা

অৱস্থা। তথাপি কষ্টে-মষ্টে গণতন্ত্র দিৱসৰ চিত্ৰ-বিচিত্ৰ উদ্‌যাপন উপভোগ কৰি পিছবেলালৈ দলটোক লৈ ৰাষ্ট্ৰপতি ভৱন, পাৰ্লিয়ামেণ্ট হাউছ, প্ৰধানমন্ত্ৰীৰ আবাস ভৱন, চুপ্ৰিম ক'ৰ্ট, যন্তৰ-মন্তৰ আদি দেখুৱাই অস্থায়ী থকা ঠাইলৈ উলটি আহিলোঁ। ২৭ জানুৱাৰীৰ দিনা দিল্লীত সকলো কাম-কাজ, স্কুল-কলেজ আদি বন্ধ থকাৰ কাৰণে আমি এখনো শিক্ষানুষ্ঠান চাবলৈ নেপালোঁ। সেইবাবে দলটোত থকা আটাইৰে লগত আলোচনা কৰি বিৰলা মন্দিৰ, ৰাজঘাট, লালকিল্লা, জামা মছজিদ, হুমায়ুনৰ সমাধিস্থল, কুটুবমিনাৰ, আৰু দিল্লীৰ চান্দনি চৌক, কণ্টপ্লেচ্ আদি প্ৰধান বজাৰ অঞ্চলসমূহ ঘূৰাই-ফুৰাই দেখুওৱা হ'ল। ২৮ তাৰিখে আগ্ৰালৈ গৈ দৌৰা-দৌৰিকৈ তাজমহল, আগ্ৰাৰ দুৰ্গ আৰু দয়ালবাগত দিল্লীৰ বিৰলা মন্দিৰৰ আৰ্হিৰে নতুনকৈ নিৰ্মাণ কৰি থকা মন্দিৰটো চাই ২৯ জানুৱাৰীৰ দিনা তাৰ পৰাই আমি গুৱাহাটী-ছিলং অভিমুখী ওলোটা যাত্ৰা আৰম্ভ কৰিলোঁহক। ৩০ আৰু ৩১ জানুৱাৰী দুটা দিন ৰেলতে অতিবাহিত হ'ল। সমস্ত পথছোৱাতে ৰিজাৰ্ভেছন নথকা হেতুকে এই যাত্ৰাত দলটোৱে অবৰ্ণনীয় কষ্ট ভোগ কৰিবলগাত পৰিল। চৰকাৰী ভ্ৰমণসূচীৰ নিৰ্ধাৰিত দিনৰ সংখ্যা মিলাই ৰাখিবৰ বাবেই ফেব্ৰুৱাৰী মাহৰ ১ তাৰিখে ৰাতিপুৱা গুৱাহাটী পায়েই স্পেচিয়েল গেটৰ সময় ধৰি ছিলঙলৈ যোৱা হ'ল। শিক্ষাধিকাৰৰ কাৰ্যালয়ত সহকাৰী শিক্ষাধিকাৰ মুক্তিনাথ বৰদলৈদেৱ আৰু বিদ্যালয়সমূহৰ পৰিদৰ্শক ডি ডি ত্ৰিবেদী, দুয়োজনে আমাৰ বাবে ছিলং ট্ৰেন্সপৰ্ট ষ্টেছনতে অপেক্ষা কৰি আছিল। তাৰপৰা আমি সকলো লগ হৈ পোনে পোনেই শিক্ষাধিকাৰৰ কাৰ্যালয়ত উপস্থিত হ'লোঁগৈ যদিও শিক্ষাধিকাৰ ছামলাল ছনি আমি গৈ পোৱাৰ কেই মিনিটমান আগতে তেখেতৰ নিবাসস্থানলৈ গুচি যোৱাত তেখেতক লগ পোৱা নহ'ল। পিছে বিদ্যালয়সমূহৰ আন এজন পৰিদৰ্শক চি কে ভূঞাদেৱে টেলেফোনেৰে তেখেতক আমি গৈ পোৱাৰ খবৰ দিয়াত ৩ফেব্ৰুৱাৰী, সোমবাৰে দহ বজাত তেখেতৰ কাৰ্যালয়তে আমাক লগ পাব বুলি জনালে। ২ফেব্ৰুৱাৰীৰ দিনা আমাৰ দলটোক ছিলঙৰ চাৰিওফালে ঘূৰাই-ফুৰাই আপাৰ ছিলং, হেপি ভেলি, ৰাজভৱন, এছেম্বলি হাউছ, বাৰ্ড লেক আৰু অন্যান্য চাবলগীয়া দুই এটা অনুষ্ঠান দেখুৱাই শিক্ষাধিকাৰৰ সৈতে টেলিফোনেৰে কথা পাতি মই অকলে গৈ তেখেতৰ বাসগৃহত দিনৰ আঢ়ে বজাত দেখা এটা দিলোঁগৈ। সেই সুযোগতে ভ্ৰমণসূচীত নথকা আমাৰ দিল্লী-আগ্ৰা ভ্ৰমণটো মঞ্জুৰ কৰিবলৈ তেখেতক টানি অনুৰোধ কৰিলোঁ। উত্তৰত তেখেতে ক'লে, বিদ্যালয়সমূহৰ পৰিদৰ্শক ডি ডি ত্ৰিবেদীয়ে যদি কলিকতাৰ সলনি দিল্লী-আগ্ৰালৈ যাবলৈ দিয়া ভ্ৰমণটোৰ দায়িত্ব মূৰ পাতি ল'ব পাৰে, তেনেহ'লে সেইছোৱা ভ্ৰমণ মঞ্জুৰ কৰাত অসুবিধা নহ'ব।'

সেইদিনাই ৰাতিলৈ আমাৰ দলটোৰ মোৰে সৈতে সাতজনৰ জ্বৰ উঠিল। সেইবাবে পিছদিনা অৰ্থাৎ ৩ ফেব্ৰুৱাৰী সোমবাৰে শিক্ষাধিকাৰক দেখা কৰিবলৈ এটাইকেইজনৰ

যোৱা নহ'ল। জ্বৰৰ গাৰে মইও নগ'লোঁ যদিও সেই অৱস্থাৰেই গোটেইবোৰকে গুৱাহাটীলৈকে আনি তাৰপৰাই নিজৰ নিজৰ কৰ্মস্থানলৈ যাবলৈ এৰি দিয়া হ'ল। এইদৰেই আমাৰ শিক্ষামূলক ভ্ৰমণটোৰ সামৰণি পৰিল।

অৱশ্যে প্ৰকৃতাৰ্থত আমাৰ এই ভ্ৰমণটোক শিক্ষামূলক ভ্ৰমণ বুলি ক'ব নোৱাৰি। তথাপিও নেদেখা ঠাই দেখি, নজনা কথা জানি, নুশুনা কথা শুনি মন-বুদ্ধিৰ পৰিসৰ কিছু নহয় কিছু বহল হোৱাৰ কথা একেবাৰে অস্বীকাৰ কৰিব নোৱাৰি। ভূগোল আৰু বুৰঞ্জীত পোৱা পুথিগত কথাবোৰ আৰু তাৰে অতীতৰ সৈতে সম্পৰ্ক থকা বিভিন্ন ঘটনাৱলী ক'ত কেতিয়া কেনেকৈ সংঘটিত হৈছিল সেই ঠাইবোৰ, তাৰ মানুহবোৰ আৰু শিক্ষানুষ্ঠানবোৰৰ পৰা পোৱা চাক্ষুস অভিজ্ঞতাই শিক্ষক-শিক্ষাৰ্থীসকলৰ মনত নিশ্চয় এটা সাংস্কৃতিক প্ৰভাৱ পেলাইছিল, যাৰ ফলশ্ৰুতিত শিক্ষক হিচাপে তেওঁলোক যথেষ্ট উপকৃত হোৱা বুলি ধৰিব পাৰি। এই ভ্ৰমণ সমাপ্ত কৰি ল'ৰা-ছোৱালী দুটিক লগত লৈ মই আকৌ চাংলাঙৰ নিজৰ কৰ্মক্ষেত্ৰলৈ উলটিলোঁ। আগৰদৰেই মহকুমাধিপতিৰ কাৰ্যালয়ত সহকাৰী বিদ্যালয় পৰিদৰ্শক হিচাপে যোগদান কৰি দেখিলোঁ যে এইবাৰ এটা নতুন দায়িত্বভাৰ বহন কৰিবৰ কাৰণে মই নিজকে সাজু কৰি তুলিবলগীয়া পৰিস্থিতিয়ে মোৰ বাবে অপেক্ষা কৰি আছে। শিক্ষাৰ ক্ষেত্ৰত মোৰ দক্ষতাৰ পৰীক্ষা ল'বলৈকে যেন এটা নতুন সুযোগ মোৰ কাষ চাপি আহিছে। পৰিস্থিতি অধ্যয়ন কৰি খুউব মনোযোগেৰে কামত ধৰিলোঁ।

ইতিমধ্যে ভাৰতবৰ্ষৰ তৃতীয় পাঁচ বছৰীয়া পৰিকল্পনাৰ ম্যাদ শেষ হৈ আহিছে। সকলো ৰাজ্যৰ সকলো ঠাইতে চতুৰ্থ পাঁচবছৰীয়া পৰিকল্পনাৰ প্ৰস্তুতি পূৰ্ণোদ্যমে চলিছে। টিৰাপ জিলাৰ চাংলাং মহকুমাৰ শিক্ষাসম্পৰ্কীয় চতুৰ্থ পাঁচবছৰীয়া পৰিকল্পনা প্ৰস্তুত কৰাৰ দায়িত্ব স্বাভাৱিকতেই মোৰ ওপৰত পৰিল। ইতিমধ্যে মই মহকুমাটোৰ এশ তেপন্নখন গাঁৱৰ নিচেই সৰু দুই এখনৰ বাহিৰে বাকী প্ৰায় আটাইবোৰ গাঁৱলৈকে এবাৰ নহয় এবাৰ গৈ আহিলোঁ। প্ৰায়বোৰ ভিতৰুৱা গাঁৱলৈকে খোজকাঢ়িহে যাব লগা হৈছিল। বাটৰ কাষৰ গাড়ীৰে গৈ চাই আহিব পৰা গাঁৱৰ সংখ্যা তেনেই নগণ্য। এই বছৰ অৰ্থাৎ ১৯৬৪ চনৰ ডিচেম্বৰ মাহৰ শেষলৈকে আগৰ মুঠ তেৰখন স্কুলৰ লগত মই তালৈ যোৱাৰ পৰা নতুনকৈ খোলাবোৰ ধৰি এতিয়া সৰ্বমুঠ ঊনত্ৰিছখন স্কুল হ'লগৈ। চতুৰ্থ পাঁচবছৰীয়া পৰিকল্পনাৰ কালছোৱাত প্ৰতিবছৰে আৰু কেইখনমানকৈ নতুন স্কুল খুলিলে মহকুমাটোৰ প্ৰায় সকলোবোৰ গাঁৱৰে ল'ৰা-ছোৱালীয়ে স্কুলত পঢ়িবলৈ সুবিধা পাব তাৰ এটা আনুমানিক চিত্ৰ মনতে অঙ্কিত কৰি লৈ পৰিকল্পনাখন তৈয়াৰ কৰা হ'ল। কিমান শিক্ষকৰ পদ নতুনকৈ সৃষ্টি কৰিব লাগিব সেইটোৰ এটা হিচাপ উলিয়াই লগতে এইটোও বিচাৰ কৰা হ'ল যে স্কুলবোৰক দিব পৰা বিভিন্ন শিক্ষা-সৰ্জুলি আৰু বিনামূলীয়া

পাঠ্য-পুথি, লাইব্ৰেৰীৰ কাৰণে কিতাপ আৰু ছাত্ৰ-ছাত্ৰীবোৰ বহিবৰ বাবে (এইবাৰ প্ৰথম) কাঠৰ ডেস্ক-বেঞ্চ, শিক্ষকৰ বাবে চকী-টেবুল, লাইব্ৰেৰীৰ কাৰণে আলমিৰা, ৰেক্‌ আদিও নতুন, পুৰণা সকলো স্কুলতে যোগান ধৰা হ'ব। কোৱা বাহুল্য যে ইয়াৰ আগলৈকে ল'ৰা-ছোৱালীবোৰ বহিবৰ কাৰণে আৰু লিখা-পঢ়া কৰিবৰ কাৰণে মাটিত খুঁটা পুতি বাঁহৰ চাঙৰ ডেস্ক-বেঞ্চ সজাই দিয়া হৈছিল। নতুন আঁচনিমতে কাম কৰিবলৈ এটা প্ৰধান অসুবিধা হৈছে ভিতৰুৱা গাঁৱৰ স্কুলবোৰলৈ গাড়ী নাযায় কাৰণে কাঠৰ ডেস্ক-বেঞ্চবোৰ, ৰেক-আলমিৰা আদি মানুহৰ পিঠিত তুলি কঢ়িয়াই নিব লাগিব। সেইখিনি কাম কৰাৰ উপৰিও স্কুল বিচৰা প্ৰত্যেকখন গাঁৱৰ অধিবাসীসকলে নিজৰ নিজৰ গাঁৱত স্কুলঘৰ সাজি দিবলৈ মান্তি হ'ব লাগিব। তেওঁলোকে নিজেই কাঠৰ বস্তুবোৰ কঢ়িয়াই নি গাঁৱৰ স্কুলৰ দায়িত্বত থকা শিক্ষকজনক চমজাই দিব লাগিব। চাংলাঙৰ পৰা ম্যানমাৰ (ব্ৰহ্মদেশৰ) ৰ সীমান্তৱৰ্তী গাঁওসমূহলৈ অকোৱা-পকোৱা বাটেৰে তিনি-চাৰিদিন পাহাৰ উঠা-নমা কৰি, পাহাৰী খৰস্ৰোতা নদী-নলাবোৰ পাৰ কৰি কান্ধত বস্তুবোৰ কঢ়িয়াই লৈ যোৱা কিমান যে কষ্টকৰ হ'ব পাৰে, সেইকথা নক'লেও অনুমান কৰিব পাৰি। তথাপি শিক্ষাৰ প্ৰতি প্ৰবল ধাউতি থকাৰ কাৰণে এইখিনি কষ্ট কৰিবলৈ গাঁৱৰ মানুহবোৰ আগ্ৰহেৰে আগবাঢ়ি আহিল। কঢ়িয়াই নিয়াৰ কাৰণে অৱশ্যে চৰকাৰে ধাৰ্য কৰি দিয়া নিৰিখত তেওঁলোকক যৎসামান্য আৰ্থিক সাহায্য দিয়া হ'ব। এইদৰে সকলো দিশ বিচাৰ-বিবেচনা কৰি আৰ্থিক দিশত প্ৰতিবছৰে কিমান ধনৰাশিৰ প্ৰয়োজন হ'ব, সেইটো নিশ্চিত কৰি পৰিকল্পনাখন শুদ্ধ কৰি চৰকাৰৰ সক্ৰিয় বিবেচনাৰ কাৰণে যিমান পৰা যায় শীঘ্ৰ প্ৰেৰণ কৰা হ'ল। ভাগ্য আছিল হ'বলা, কোনো বিষয়তে ক'তো অলপো কটা-কুটা নোহোৱাকৈ, যেনেকৈ দিয়া হৈছিল তেনেকৈয়ে পৰিকল্পনা গৃহীত হ'ল। এতিয়া ১৯৬৪ চন শেষ হৈ আহিছে; ১৯৬৬ চনৰ মাজ মানৰ পৰা এই নতুন আঁচনিসমূহৰ কাম আৰম্ভ হ'বগৈ লাগে।

ইতিমধ্যে মোগলুম অঞ্চলৰ, পাটকাই পাহাৰৰ সমীপৰ খিমিয়াং নামৰ গাঁওখনত এখন আন্তঃগ্ৰাম্য (inter village) স্কুল খোলা হ'ল। ৫/৬ খন মান গাঁৱৰ মধ্যস্থানত অৱস্থিত এনেবোৰ স্কুলকে আন্তঃগ্ৰাম্য স্কুল বোলা হয়; কাৰণ স্কুলখনৰ চাৰিওফালে থকা গাঁওকেইখনৰ ল'ৰা-ছোৱালীবোৰে তাত পঢ়িবলৈ সুবিধা পোৱাৰ উপৰিও পাঁচ কিলোমিটাৰতকৈ অধিক দূৰৈত অৱস্থিত গাঁওকেইখনৰ ল'ৰা-ছোৱালীবোৰে স্কুলৰ হোষ্টেলত থাকিবলৈ পায়। খোৱা-বোৱাৰ খৰচ চৰকাৰে বহন কৰে। এনেবোৰ আন্তঃগ্ৰাম্য স্কুলত একোজনকৈ চকীদাৰো দিয়া হ'ব। খিমিয়াং স্কুলৰ কাৰণেও চকীদাৰৰ পদ এটা মঞ্জুৰ হৈ অহাত বিদিচান্দক তালৈ পঠাই কামহমক মোৰ ব্যক্তিগত পিয়ন হিচাপে ভৰ্তি কৰিলোঁ। ইতিপূৰ্বেই খিনফুৱাই তাৰবাবে পাৰিলে কিবা এটা কৰি দিবলৈ মোক অনুৰোধ

কৰিছিলেই; গতিকে ল'ৰাটোৰ এটা গতি লগাত তেওঁও ভাল পালে। কামহমৰ কথা ক'বই নালাগে। তাৰ উৎসাহ দুগুণে চৰিল। আগতে সি মাহে তিনিকুৰিকৈ মোটামুটি হিচাপত পাইছিল। এতিয়া সি দৰমহাৰ স্কেলত আগতকৈ মাহে প্ৰায় চাৰিগুণ বেছি পাবলৈ ধৰিলে। আনন্দত তাৰ মন বহুল হ'ল। আমাৰ লগলৈ আহি সি লিখা-পঢ়া কৰিবলৈও আৰম্ভ কৰিলে। কবিতা-গীতা আৰু মাজে-সময়ে বুলুৱেও তাক শিকাত সহায় কৰিলে। কণমানি বিভূতি (টিটৈ) তাৰ পঢ়াৰ লগৰী হ'ল। প্ৰথমে সি অসমীয়া শিকিলে। চিঠি-পত্ৰ লিখিব পৰা হ'ল। এইদৰে ল'ৰাটোৱে নিজৰ অধ্যৱসায়ৰ বলত ক্ৰমশঃ উন্নতি কৰিবলৈ ধৰিলে। ইফালে বিদিচান্দে খিমিয়াং গাঁৱৰে মোগলুম কন্যা এটিৰ পাণি গ্ৰহণ কৰি মোগলুম জোঁৱাই হৈ গাঁৱতে আনন্দমনেৰে থাকিবলৈ ল'লে। কিছুবছৰৰ পিছত দুৰাৰোগ্য ব্যাধিত পৰি সি ইহ-সংসাৰৰ পৰা বিদায় ল'লে। পশ্চিম ভাৰতৰ হাৰিয়ানাৰ পৰা আহি পূব ভাৰতৰ টিৰাপত তাৰ মৃত্যু হ'ল। কথাতে কয় নহয় বোলে চৰণেহে জানে মৰণৰ ঠাই।

অৰুণাচল চৰকাৰে ১৯৬৫ চনৰ জানুৱাৰী মাহৰ পৰা এবছৰৰ কাৰণে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত বি. টি. পঢ়িবৰ কাৰণে অৰুণাচলৰ বেলেগ বেলেগ ঠাইৰ পৰা জে. চি. আচাৰ্য, ধৰ্মনাথ শৰ্মা, জে. ৰয় চোনেজা আৰু মোক নিৰ্বাচন কৰি সেই মাহৰে দ্বিতীয় সপ্তাহৰ পৰা ট্ৰেইনিঙত যোগদান কৰিবলৈ নিৰ্দেশ দিলে। নিৰ্দেশ পাই ৮ জানুৱাৰীৰ দিনা চাংলাং এৰি ১১ তাৰিখে গৈ বিশ্ববিদ্যালয়ৰ বি. টি. শ্ৰেণীত যোগ দিলোঁগৈ। ততাতৈয়াকৈ যাবলগীয়া হোৱাৰ কাৰণে ল'ৰা-ছোৱালীকেইটাৰ পঢ়া-শুনা আৰু পৰিয়ালটোৰ থকা-মেলাৰ বাবে বেলেগ ব্যৱস্থা কৰিব নোৱাৰি পলিটিকেল অফিচাৰলৈ আবেদন কৰি যিটো ঘৰত আছিলোঁ সেই ঘৰটোতে বুলুহঁতক এৰি থৈ আহিলোঁ। তেতিয়া টিৰাপ জিলাৰ পলিটিকেল অফিচাৰ (পিছত ডেপুটি কমিছনাৰ) আছিল মাদাম মিৰিৰ দেওৰেক ৰাজেন পাটিৰ চাহাব। তেখেত পিছলৈ গৈ অৰুণাচল চৰকাৰৰ চীফ্ চেক্ৰেটাৰী হ'লগৈ। তেখেতৰ হিয়াখন যেন কৰুণাৰ সাগৰ। চৰকাৰৰ নিয়ম অনুযায়ী এনে ক্ষেত্ৰত তিনিমাহতকৈ অধিক কাল চৰকাৰী ঘৰ এটা অধিকাৰ কৰি থাকিবলৈ নিদিয়ে। বি টি পঢ়ি থকাৰ সময়ছোৱাৰ ভিতৰতে গ্ৰীষ্মকালীন বন্ধ হোৱাত পৰিয়ালটোৰ সুখ-দুখ, অভাৱ-অভিযোগৰ খবৰ লৈ যাওঁহি বুলি চাংলাঙলৈ আহোঁতে পাটিৰ চাহাবে নিজে আহি আমাৰ ঘৰত পদধূলা দি মোক ক'লে, 'বৰঠাকুৰ, আপুনিতো জানেই আপুনি নিজে নথকাকৈ গোটেই বছৰটো চৰকাৰী ঘৰটো আপোনাৰ নামত ৰাখিব নোৱাৰি। সেইটো কৰিব খুজিলে নানাধৰণৰ খেলিমেলি ওলাব। সেইবাবে সতি-সন্ততিবিহীন শিক্ষক প্ৰতাপ বৰুৱাৰ নামতে ঘৰটোৰ অন্ততঃ এটা কোঠা আবণ্টন কৰি দেখুৱালে আপুনি বেয়া পাবনেকি? দুয়োকুল ৰক্ষা পৰাৰ এইটোৱেই একমাত্ৰ উপায় আছে।'

তেখেতৰ পৰামৰ্শ গ্ৰহণ কৰি মই তেখেতক ক'লোঁ, 'ছাৰ, আপোনাৰ বিচাৰ-বিবেচনাৰে যিটো কাম কৰিব, সেইটো আমাৰ বাবে কেতিয়াও বেয়া হ'ব নোৱাৰে। প্ৰতাপ বৰুৱাক মই ভালদৰে জানো। হ'ব ছাৰ, দিয়ক; মোৰ কোনো আপত্তি নাই।' বি. টি. ট্ৰেইনিং সম্পৰ্কীয় দুই-চাৰিটা কথা পাতি চাহ একাপ খাই পাটিৰ চাহাব গ'লগৈ। তেখেত জিলাৰ সদৰ খুন্‌ছাতহে থাকে। চাংলাঙলৈ টুৰতহে আহিছিল। এইকণ কৃপা তেখেতে নকৰাহ'লে পৰিয়ালটোৱে কিমান যে জুলুম পালেহেঁতেন নক'লেও বুজিব পাৰি।

গুৱাহাটী বিশ্ববিদ্যালয়ত আমাৰ বি. টি. ক'ৰ্চৰ বিষয়বিলাক আছিল এনেধৰণৰ ঃ (1) Principles of Education including Educational Psychology, (2) History of Education, (3) Contents and Methods of Teaching, (4) General Methods, School organisation and School Hygiene, (5) Practice Teaching, (6) Essay and Composition, (7) Additional Subject: Contents and Methods of Teaching ৰ ভিতৰত আছিল Additional Subject (i) Geography, আৰু (ii) Primary and Infant School Subjects. তদুপৰি মোৰ Subject আছিল— Mental Hygiene.এইবোৰৰ উপৰিও Practice Teaching ৰ বাবে সৰ্বমুঠ চল্লিছটা লেছনপ্লেন কৰিবলগীয়া হৈছিল। খোলা-খুলিকৈ ক'বলৈ লাজ নকৰোঁ; মই যেন অথাই সাগৰত পৰিলোঁ। ইয়াৰ প্ৰধান কাৰণ আছিল তেতিয়ালৈকে মই যে কলজেৰ মুখেই দেখা নাছিলোঁ। কলেজৰ শ্ৰেণীকোঠাৰ চাৰিবেৰৰ ভিতৰত প্ৰফেছাৰৰ লেক্‌ছাৰ শুনি খৰধৰকৈ কথাবোৰৰ টোকা তৈয়াৰ কৰি জ্ঞান আহৰণ কৰাৰ অভিজ্ঞতা মোৰ মুঠেই আছিল। মই মহা বিমোৰত পৰিলোঁ। এদিন গধূলি সময়ত বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীৰ অভিমুখে যাওঁতে, গেটৰ ভিতৰত প্ৰৱেশ কৰিবলৈ নৌপাওঁতেই প্ৰফেচাৰ মিছেছ ভি নায়াৰক বিশ্ববিদ্যালয়ৰ সন্মুখৰ মূল পথটোতে লগ পালোঁ। তেখেতে আমাৰ Primary and Infant School Subjects বিষয়টো লৈছিল আৰু আমি তৈয়াৰ কৰি নিয়া Lesson Plan বোৰ পৰীক্ষা কৰিছিল। অলপো সংকোচ নকৰি মোৰ দুৰৱস্থাৰ সকলো কথা তাতেই তেখেতক বিবৰি ক'লোঁ। মোৰ কথা শুনি তেখেতে মোৰ সোঁ-হাতখনত খামোচ মাৰি ধৰি প্ৰায় টানি নিয়াৰ দৰেই মোক লাইব্ৰেৰীৰ ভিতৰলৈ লৈ গ'ল। লাইব্ৰেৰীয়ানজনৰ লগত মোক পৰিচয় কৰাই দি ক'লে, 'এখেতে যেতিয়াই যি কিতাপ-পত্ৰ বিচাৰে দিব।' তাৰ পিছত মোক লাইব্ৰেৰীতে বহি কিতাপ পঢ়িব পৰা ব্যৱস্থা থকা বিৰাট হলটোলৈ লৈ গৈ ক'লে, 'আপুনি ইয়াতে বহি কিতাপ পঢ়িব পাৰিব, টোকা তৈয়াৰ কৰিব পাৰিব। কিবা অসুবিধা পালে মোক ক'ব।' এই বুলি কৈ তেখেত লাইব্ৰেৰীৰ পৰা ওলাই গ'ল। সেইদিনাৰ পৰা গধূলি প্ৰায় প্ৰতিদিনেই মই লাইব্ৰেৰীলৈ গৈ কিতাপ পঢ়িবলৈ ল'লোঁ। দৰকাৰী কথাবোৰ টুকি ল'বলৈ ধৰিলোঁ। শ্ৰেণীকোঠাত একেবাৰে আগৰ শাৰীত বহি প্ৰফেছাৰসকলৰ বক্তৃতাবোৰ অতিশয়

মনোযোগেৰে শুনিবলৈ ধৰিলোঁ। টুকি ল'বলগীয়া কথাবোৰ যিমান পাৰোঁ খৰকৈ টুকি ল'বলৈ অভ্যাস কৰিলোঁ। হোষ্টেলতো পঢ়াৰ সময়খিনিত নিয়মিতভাবে পঢ়াশুনা কৰি, পাঠটোকা তৈয়াৰ কৰি (Lesson Plan) প্ৰফেছাৰক দেখুৱাই Practice Teaching ক্লাছবোৰ বিশ্ববিদ্যালয়ৰ মডেল স্কুললৈ গৈ ল'বলৈ ধৰিলোঁ। মডেল স্কুলৰ প্ৰধান শিক্ষয়িত্ৰীগৰাকীয়েও মোৰ পাঠদান কাৰ্য চাই উৎসাহ দিবলৈ ধৰিলে।

আৰম্ভণিৰ দিনবোৰতে Head of The Depertment প্ৰফেছাৰ কৰ চাহাবে আমাক এখন ৰচনা লিখিবলৈ দিছিল। ৰচনাখনৰ বিষয় আছিল, "My Education as it was and as it aught to have been." সৰুকালৰ পৰা পোৱা মোৰ নিজৰ জীৱনৰ অভিজ্ঞতাৰেই ভালকৈ ভাবি-চিন্তি বৰ যত্ন কৰি সেই ৰচনাখন লিখি উলিয়াই নিৰ্দিষ্ট তাৰিখৰ ভিতৰত তেখেতক দিলোঁ। বি. টি. শ্ৰেণীৰ সকলোৱে বাবে বিষয়টো একেই আছিল। ৰচনাখন চাই শেষৰ ফালে তেখেতে A + দি Remark এটা দিলে, "You stand a good chance." তেখেতৰ এই আশীৰ্বাদসূচক মন্তব্যটো পাই লগতে সকলোৰে পৰা উৎসাহ-উদ্দীপনা পাই লাহে লাহে মোৰ নিজৰ ওপৰত বিশ্বাস গঢ়ি উঠিবলৈ ধৰিলে। এইদৰে প্ৰেৰণা পাই বি টি শ্ৰেণীৰ এজন উপযুক্ত আদৰ্শ ছাত্ৰৰূপে নিজকে গঢ়ি তুলিবলৈ প্ৰাণ-পণে যত্ন কৰিবলৈ ধৰিলোঁ আৰু মোৰ ওপৰত হোৱা ভাল ধাৰণা শেষ পৰ্যন্ত বজাই ৰাখিবলৈ অহোপুৰুষাৰ্থ কৰিলোঁ। প্ৰফেছাৰসকলৰ পৰা পোৱা মৰম-আশ্বাসে মোৰ উৎসাহ দুগুণে বঢ়াই তুলিলে। মই নিজৰ কামবোৰ অতি মনোযোগেৰে কৰি যাবলৈ ধৰিলোঁ। প্ৰফেছাৰ উমেশ মিশ্ৰই আমাৰ Mental Hygiene লৈছিল। তেখেতৰ বয়স কিন্তু আমাতকৈ কম হ'লেও বেছি নহয়। প্ৰফেছাৰ মিশ্ৰ আৰু প্ৰফেছাৰ মিছেছ্ নায়াৰে আমাৰ Practice Teaching চলি থাকোঁতে Demonstration Lesson লোৱাৰ ব্যৱস্থাও কৰি দিছিল। বি. টি. শ্ৰেণীৰ প্ৰশিক্ষাৰ্থীসকলৰ ভিতৰত সকলোতকৈ বেছি (প্ৰায় বিছ বছৰ) শিক্ষকতাৰ অভিজ্ঞতা থকা বুলি জানি মোকেই প্ৰথম প্ৰথম আদৰ্শ পাঠদান কৰিবলৈ দিলে। পঞ্চম মানৰ ভূগোলৰ পাঠদান আমাৰ বি. টি. ক্লাছৰ শ্ৰেণীকোঠাৰ ভিতৰতে হৈছিল। শিক্ষা বিষয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীসকলো সেইদিনা তাত দৰ্শক হিচাপে উপস্থিত আছিল; প্ৰফেছাৰসকলো আছিল। শিক্ষাৰ সঁজুলি আদি নিজে যত্ন কৰি তৈয়াৰ কৰি লৈ সম্পূৰ্ণভাবে প্ৰস্তুত হৈ মই ক্লাছটো ল'লোঁ। সকলোৱে একেমুখে মোক শলাগিলে যদিও এটা কথাত কিন্তু সাংঘাটিক সমালোচনা কৰি থকা-সৰকা কৰিলে। সেই কথাটো হ'ল, 'ছাত্ৰ-ছাত্ৰীবোৰৰ পৰা সক্ৰিয় সহযোগিতা আদায় কৰিবলৈ যত্ন কৰাৰ সলনি শিক্ষকে শ্ৰেণীকোঠাত নিজৰ প্ৰাধান্যহে বেছিকৈ প্ৰদৰ্শন কৰিলে।' দোষটো আঙুলিয়াই দিয়াৰ বাবে সকলোকে ধন্যবাদ জনাই মনে মনে স্থিৰ কৰিলোঁ— ভৱিষ্যতে এনে হ'বলৈ কেতিয়াও নিদিওঁ। ইয়াৰ কিছুদিনৰ পিছত

মোক আকৌ এবাৰ Demonstration দিবলৈ সুযোগ দিয়াত এইবাৰ পূৰ্বৰ দোষ শুধৰাই সকলোৰে প্ৰশংসা বুটলিবলৈ সক্ষম হ'লোঁ। সেই বছৰত বি.টি শ্ৰেণীত মোৰ বাহিৰে আন কাকো Demonstration দিবলৈ বাছনি কৰা নাছিল। Practice Teaching পাঠদান অৱশ্যে সকলোৰে বাবে বাধ্যতামূলক আছিল।

বি. টি. হোষ্টেলত আমাক থাকিবলৈ দিয়া কোঠাটোত অৰুণাচলৰ পৰা যোৱা আমি তিনিজন আছিলোঁ। বি. টি. পঢ়িবলৈ যোৱাসকলে স্নাতকোত্তৰ শ্ৰেণীৰ অন্য কোনো বিষয় পঢ়িবলৈ সুবিধা ল'ব নোৱাৰিব বুলি আমাৰ ওপৰত এটা চোকা নিৰ্দেশ আছিল। কিন্তু সেই নিৰ্দেশ অমান্য কৰি মনে মনে এম. এ. শ্ৰেণীৰ পাঠ গ্ৰহণ কৰা লোকো আছিল। আমাৰ ধৰ্ম শৰ্মাইও. বি. টি. পঢ়াৰ লগতে বুৰঞ্জী বিষয়তো এম. এ. পঢ়িবলৈ লৈ এম. এ. প্ৰিভিয়াছ পৰীক্ষা দিলে। তেখেতে মোকো এইদৰে এম. এ. কৰিবলৈ উদ্‌গনি দিছিল। মই পিছে সেইদৰে লুকাই-চুৰকৈ ক্লাছ কৰিবলৈ ইচ্ছা নকৰিলোঁ। কেনেবাকৈ ধৰা পৰিলে ইকুলো যাব, সিকুলো যাব ভাবি সেই চেষ্টাৰ পৰা বিৰত থাকিলোঁ; বি.টি. কৰিবলৈহে একাণপতীয়াকৈ লাগিলোঁ। অৰুণাচলৰ পৰা যোৱা, আমাৰ লগত একেটা কোঠাতে থকা আনজন, মিঃ চোনেজাই আকৌ বি. টি. ক'ৰ্চ সম্পূৰ্ণ নকৰাকৈয়ে বে'চ্‌-চুপাৰিন্‌টেণ্ডেণ্টৰ পদ পাই কামত যোগদান কৰিবলৈ গুচি গ'ল। ইতিপূৰ্বে তেওঁ বে'চ্ চুপাৰিন্‌টেণ্ডেণ্ট পদৰ বাবে তিনিবাৰকৈ সাক্ষাৎকাৰ দি অসফল হৈছিল। এইবাৰ বি. টি. ত থাকোতেই ছিলঙৰ পৰা সাক্ষাৎকাৰৰ বাবে মাতি পঠোৱাত 'যাওক, এইবাৰ নিশ্চয় পাব' বুলি কৈ মই তেওঁক উৎসাহ দিছিলোঁ। ভাগ্য ভাল, পালে। যাবৰ সময়ত সকলোকে এটা পাৰ্টী দি তেওঁ গ'লগৈ। চোনেজাই অৰুণাচলৰে এগৰাকী মহিলাক বিয়া কৰাইছিল। কিছুবছৰ সুখ্যাতিৰে কাম কৰাৰ পিছত চোনেজা ঢুকাল।

১৯৬৫ চনৰ চেপ্টেম্বৰ মাহত আমি বি. টি. ত থাকোঁতেই ইণ্ডো-পাক যুদ্ধখন আৰম্ভ হ'ল। চাৰিওফালে হুলস্থূল লাগিল। এদিন গধূলি বৃহত্তৰ গুৱাহাটীৰ চাৰিওফালে পাতি থোৱা আৰু শৰাইঘাট দলঙৰ ওঁপৰত সাজু কৰি ৰখা বিৰাট বিৰাট কামানবোৰ হঠাৎ গুৰুম্ গুৰুম্ কৰি গুজৰি উঠিল। সেইবোৰৰ মুখেদি নিৰ্গত হোৱা জুইৰ বল একোটাৰ দৰে ৰঙা ৰঙা গুলীবোৰ আকাশৰ বহু ওপৰলৈকে ছিটিকি পৰিছিল। কামানৰ ধ্বনি শুনি যেয়ে য'তে আছিল সেইভাৱেই বাটৰ কাষৰ শুকান নলা-নৰ্দমাবোৰতে দীঘল দি পৰিল। কিছুসময়ৰ পিছত বিপদমুক্তিৰ চাইৰেণ-ধ্বনিৰ সঙ্কেত শুনি মানুহবোৰ নিজৰ নিজৰ থকা ঠাইলৈ গ'ল। হোষ্টেলত থকাবোৰ হোষ্টেললৈ ঘূৰি আহিল। সেই ঘটনাৰ পিছদিনাখনেই বিশ্ববিদ্যালয়ৰ হোষ্টেলবোৰৰ পৰা প্ৰায়বোৰ ল'ৰা-ছোৱালীয়েই নিজৰ নিজৰ ঘৰলৈ গ'লগৈ। ছোৱালীৰ হোষ্টেল সম্পূৰ্ণ খালীয়েই হৈ গ'ল। আমি থকা বি. টি. হোষ্টেলতো মাত্ৰ কেইজনমানহে থাকিল। থকা কেইজনে লগলাগি সম্ভাব্য বিমান

আক্ৰমণৰ পৰা ৰক্ষা পাবৰ কাৰণে চুপাৰৰ নিৰ্দেশ অনুযায়ী হোষ্টেলৰ চৌহদৰ ভিতৰতে খাল খান্দি উলিয়ালে। এই কাম আমি নিজেই কৰিলোঁহক। একপক্ষ যুদ্ধখন চলাৰ পিছত যুদ্ধ-বিৰতি ঘোষণা হ'ল। ল'ৰা-ছোৱালীবোৰ পুনৰ হোষ্টেললৈ ঘূৰি আহিল। আমাৰ প্ৰেক্‌টিচ্ টিছিং ক্লাছবোৰো আকৌ আগৰ দৰেই পূৰ্ণোদ্যমে চলিবলৈ ধৰিলে। চাওঁতে চাওঁতে ফাইনেল পৰীক্ষাও নিচেই ওচৰ চাপি আহিল। হোষ্টেলৰ পৰা ক্লাছলৈ অহা-যোৱা কৰোঁতে হঠাতে কেতিয়াবা আমাৰ বি. টি. আৰু এম. এ. এডুকেছন বিভাগৰ মুৰব্বী প্ৰফেছাৰ বি. চি. কৰ ছাৰৰ মুখামুখি হ'লেই 'ফাৰ্ষ্ট ক্লাছ নিতে হ'ব' বুলি গুৰু-গম্ভীৰ মাতেৰে যেতিয়া তেখেতে মোক সাৱধান কৰি দিয়ে, মোৰ বুকুখন চিৰিং কৰি যায়। চেষ্টাৰ ত্ৰুটি অৱশ্যে মই অলপো কৰা নাছিলোঁ। তথাপিও পৰীক্ষা বুলি ক'লে কাৰনো বাৰু ভয় নলগাকৈ থাকে? সৰ্বসাধাৰণ পৰীক্ষাৰ্থীৰ ক্ষেত্ৰৰ সাধাৰণতে যিটো ঘটে মোৰো সেইটোৱেই হ'বলৈ ধৰিলে। ভয়-ভূতে মনৰ ভিতৰত বাহ পাতি ল'লে।

কেইদিনমানৰ পিছতে পৰীক্ষাৰ ৰুটিন দিলেই। থিয়ৰি পেপাৰবোৰ লোৱাৰ আগতেই প্ৰেক্‌টিকেল পৰীক্ষা। বিশ্ববিদ্যালয়ৰ মডেল স্কুলতে মই প্ৰেক্‌টিকেল পৰীক্ষা দিব লাগে; তাৰ বাবে নিজেই তৈয়াৰ কৰি লোৱা শিক্ষাৰ সঁজুলিকেইটাৰ লগতে বিশ্ববিদ্যালয়ৰ ভূগোল বিভাগৰ পৰা প্ৰকাণ্ড গ্লোব এটা খুজি লৈ মই প্ৰেক্‌টিকেল পৰীক্ষা দিবলৈ তৃতীয় শ্ৰেণীত সোমালোঁ। ক্লাছত ল'ৰা-ছোৱালীবোৰক বহিবলৈ দিয়াৰ আগতেই কোনেও নেদেখাকৈ ডাঙৰ ব্লেকব'ৰ্ডখনৰ আঁৰত গ্লোবটো লুকুৱাই থৈ ল'ৰা-ছোৱালীবোৰক মাতি আনি শ্ৰেণীকোঠাত বহুৱাই লৈ পাঠদান আৰম্ভ কৰিলোঁ। পৃথিৱীখন যে ঘূৰণীয়া তাৰ প্ৰমাণ শিকাব লাগে। পাঠদান কাৰ্য আগবঢ়াৰ লগে লগে উপযুক্ত সময়ক গ্লোবটো উলিয়াই আনি টেবুলত থৈ মাস্তুল এটাৰে সৈতে নিজে সাজি নিয়া সৰু পুতলা জাহাজখন ল'ৰা এটিৰ হতুৱাই গ্লোবটোৰ বিপৰীতে ফালৰ পৰা প্ৰশান্ত মহাসাগৰৰ ওপৰত চলাই দেখুৱাওঁতে গোটেই ক্লাছটোক প্ৰশ্ন কৰিলোঁ, 'কি দেখিছা?' ছাত্ৰ-ছাত্ৰীবোৰে সমস্বৰে উত্তৰ দিলে, 'একো দেখা নাই।' জাহাজখন আগবাঢ়িবলৈ দি আকৌ সুধিলোঁ, 'এতিয়া কি দেখিছা?' আটাইবোৰে চিঞৰি উঠিল, 'মাস্তুলটো দেখিছোঁ।' ঠিক এনে মুহূৰ্ততে External Examiner যোৰহাট বি. টি. কলেজৰ প্ৰিন্সিপাল মজুমদাৰ ছাৰ Internal Examiner ক লগত লৈ শ্ৰেণীকোঠাৰ দুৱাৰ মুখত থিয় হ'লহি। তেখেতসকলৰ উপস্থিতিক আওকাণ কৰি ল'ৰাটিক জাহাজখন আৰু আগবঢ়াবলৈ দি আকৌ সুধিলোঁ, 'এতিয়া?' গোটেই শ্ৰেণীটোৱে আনন্দত উত্ৰাৱল হৈ ক'লে, 'গোটেই জাহাজখন দেখিছোঁ।' উত্তৰটো শুনাৰ লগে লগে মজুমদাৰ ছাৰহঁত বেলেগ ক্লাছলৈ গ'লগৈ। পৃথিৱীখন যে ঘূৰণীয়া তাৰ কেউটা প্ৰমাণ শিকাই পাঠদান কাৰ্য শেষ হওঁ হওঁ হওঁতেই মজুমদাৰ ছাৰহঁত আকৌ আহি মোৰ ক্লাছৰ দুৱাৰ মুখত থিয় দিলেহি। ঘণ্টাটো বজাৰ

লগে লগে তেখেতসকল আঁতৰি গ'ল। ঘণ্টা পৰাৰ পিছত সেইখন স্কুলত প্ৰেক্‌টিকেল পৰীক্ষা দিয়া এটাইকেউজন পৰীক্ষাৰ্থীয়ে নিজৰ নিজৰ বস্তু লৈ স্কুলৰ বাৰাণ্ডাখনত লাইন পাতি থিয় হৈ মজুমদাৰ ছাৰহঁতক বিদায় দিওঁতে তেখেতে মোৰ ফালে চাই ক'লে, ' যোৱা বছৰো মোৰ হাততেই সৰ্বোচ্চ নম্বৰ উঠিছিল।' কথাষাৰ তেখেতে কিয় ক'লে তাৰ কিবা প্ৰাসংগিকতা বা সংকেত থাকিলেও সেই মুহূৰ্তত মই একো ধৰিব পৰা নাছিলোঁ। তেতিয়া অৱশ্যে সেই বিষয়ে বিশেষ চিন্তাও কৰা নাছিলোঁ।

প্ৰেকটিকেল পৰীক্ষা শেষ হোৱাৰ পিছতে আৰম্ভ কৰা লিখিত পৰীক্ষাবোৰো প্ৰায় শেষ হৈ আহিছে আৰু ইতিমধ্যে যোৰহাটত বৰ মোমায়েকৰ লগত থকা আমাৰ বৰপুত্ৰই সেইবাৰ যোৰহাট চৰকাৰী বহুমুখী বিদ্যালয়ৰ পৰা মেট্ৰিক পৰীক্ষা দি সেই কেইদিন মোৰ লগতে আছিলগৈ। আমাৰ পৰীক্ষাৰ আগে আগে হোষ্টেলৰ ছুপাৰভাইজাৰীয়ে মোক এটা অকলে থাকিব পৰা কোঠা ল'বলৈ দিয়াত ল'ৰাটিকো লগত লৈ থাকিবলৈ মোৰ একো অসুবিধা নহ'ল। বৰং ল'ৰাটি লগত থকাৰ কাৰণে একপ্ৰকাৰে ভালেই লাগিছিল। শেষৰ ফালে মোৰ ভূগোলৰ লিখা পৰীক্ষা আছিল। তাৰ আগদিনা ৰাতি ভাত-পানী খাই শোৱাৰ পিছত হঠাতে দেখোন মই বৰ অসুস্থ অনুভৱ কৰিবলৈ ধৰিলোঁ। দুই তিনি বাৰ হক হক কৰে বহুত বমি হ'ল। ৰাতি সমূলি টোপনি নধৰিলে। ফলস্বৰূপে যিখন পেপাৰত মই অন্ততঃ শতকৰা ৮৫ ভাগ নম্বৰ পাম বুলি বৰকৈ আশা কৰিছিলোঁ, সেইখনেই বেয়া হ'ল। এটা সৰহ নম্বৰ থকা প্ৰশ্নৰ উত্তৰ সম্পূৰ্ণ শুদ্ধ নহ'ল। মনত বৰ আঘাত পালোঁ। কিন্তু মন বেয়া কৰিওতো লাভ নাই, নিজকে বুজালোঁ। এনেতে ৬-১২-৬৫ তাৰিখে ছিলঙৰ ডাইৰেক্টৰৰ পৰা ইউনিভাৰচিটিৰ ক্লাছবোৰৰ চেক্ৰেটাৰীৰ মাৰফত মই এখন টেলিগ্ৰাম পালোঁ,"On completion training report duty Headmaster, Higher Secondary School Changlang.Formal order follows."তেতিয়াৰ দিনত চৰকাৰী হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ প্ৰধানজনক হেড্‌মাষ্টৰেই বুলিছিল। পিছতহে পদটো আপগ্ৰেড কৰি প্ৰিন্সিপাল কৰিছিল।

বি.টি শ্ৰেণীৰ সকলো প্ৰশিক্ষাৰ্থীকে ১৫-১২-৬৫ তাৰিখে পিছবেলা বিশ্ববিদ্যালয়ৰ পৰা বিদায় দিয়া হ'ল। মইও তাৰ পিছদিনাই গুচি আহিলোঁহেঁতেন; কিন্তু বি.টি আৰু এম.এ. এডুকেছনৰ মুৰব্বী প্ৰফেচাৰ বি.চি কৰ ছাৰে বিশ্ববিদ্যালয়ৰ শ্ৰেণীসমূহৰ সচিবলৈ লিখিলে, "I require the services of Shri, A.P. Borthakur, after the completion of his B. T. Examination on 15.12.65 for a few days in connection with preparing some teaching aids, I shall feel much obliged if you would kindly issue his release order on the 20th. December, 1965." গতিকে বিছ তাৰিখলৈকে মই তাতে থাকি,মোক কৰিবলৈ দিয়া কামখিনি শেষ কৰি একৈছ তাৰিখে গুৱাহাটী এৰিলোঁ।

(আঠ)

চাংলাঙলৈ ঘূৰি গৈ ডি.ই.ৰ নিৰ্দেশক্ৰমে মই চাংলাং হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ কামত যোগদান কৰিলোঁগৈ। তেতিয়া তাত হেডমাষ্টৰ আছিল মি.ডি.পি. দেউৰাৰী। সম্পূৰ্ণ এমাহো কাম কৰা হোৱা নাছিল। এনেতে আমাৰ তৃতীয় ভাই হেমৰ (পিছলৈ নাজিৰাৰ অ.এন.জি.চিৰ মেনেজাৰ) বিয়াৰ উপলক্ষে ফেব্ৰুৱাৰী মাহৰ পহিলা তাৰিখৰ পৰা এমাহৰ বাবে আৰ্জ্জিত ছুটীত যাব লগা হ'ল। তাৰ পিছত পুনৰ স্কুলতে যোগদান কৰি তিনিমাহ তাত থাকোঁতেই মোক চাংলাঙৰ শিক্ষক প্ৰশিক্ষণ অনুষ্ঠানটিলৈ বদলি কৰিলে। তেতিয়া সেই অনুষ্ঠানটিৰ প্ৰিন্সিপাল আছিল মাননীয়া মিছ্, এছ্. চুৰেন ডাঙৰীয়াণী। তাত মোক (১) নেফা দৰ্শন (Philosophy for NEFA) (২) বিদ্যালয় সংগঠন (School Organisation) আৰু ভাষা-শিক্ষা পদ্ধতিৰ প্ৰশিক্ষক, Lecturer in Charge হিচাপে সেই সময়ত মই পাইথকা দৰমহাতে কাম কৰিবলৈ দিলে।

তাতে থাকোঁতেই দিল্লীৰ এন.চি. ই. আৰ টি (National Council of Educational Research and Training) ৰ Department of Teacher Education ৰ পৰা ন-মহীয়া এটা ডিপ্লোমা ক'ৰ্চৰ বাবে মোক নিৰ্বাচিত কৰি শীঘ্ৰে যোগদান কৰিবলৈ মাতি পঠাইছিল। কিন্তু মোক তালৈ যাবলৈ দিয়া নহ'ল। ডি.ই এ আপত্তি দৰ্শালে। সেই সময়ত টিৰাপ জিলাৰ ডেপুটি কমিছনাৰ (আগৰ পি.অ.) ৰাজেন পাটিৰ চাহাব খুনছাত আছিল। তেখেতে মোৰ নামটো অনুমোদন কৰি ডাইৰেক্টৰলৈ এখন D.O.Letter দিছিল। সেইখনৰ উত্তৰত ডি. ই. এ লিখিলে,' যেহেতু মোক চৰকাৰী খৰছত বি.টি. ট্ৰেইনিং দিয়াই অনা হৈছে গতিকে দিল্লীলৈ যাবলৈ দিব নোৱাৰি। দিল্লীত পঢ়াৰ খৰছটো NCERT এ বহন কৰিব বুলি জনাইছিল। তথাপিও নিদিলে। পাটিৰ চাহাবে ১১-৮-৬৬ তাৰিখে মোলৈ এখন ব্যক্তিগত চিঠি দি এই বিষয়টোত আৰু অধিক অগ্ৰসৰ নহ'বলৈ পৰামৰ্শ দিয়াত মই চেষ্টা এৰি দিলোঁ। মই ভাবিছিলোঁ, শিক্ষাৰ জগতখনত এজন মানুহৰ জ্ঞানৰ পৰিসৰ যিমানেই বাঢ়ে সিমানেই তেওঁ সমাজখনৰ বাবে, দেশখনৰ বাবে অধিক দক্ষতাৰে সেৱা আগবঢ়াবলৈ সক্ষম হয়। মোৰ নিজৰ ক্ষেত্ৰত তেনে সুবিধা হাততে পাইও হেৰুৱাবলগীয়া হোৱাত কেইদিনমানলৈ মোৰ নিজৰ ওপৰতে ধিক্কাৰ জন্মিছিল। কিন্তু কি হ'ব, চৰকাৰৰ চাকৰ (Government Servant) যেতিয়া ওপৰৱালাৰ নিৰ্দেশ পালন কৰিবই লাগিব। দৰমহা নোলোৱাকৈ ছুটী ল'ব খুজিলেও চাকৰিৰ ধাৰাবাহিকতাত বাধা পৰিব। এইবোৰ কথা ভাবি নিজৰ মনতে নিজে সান্ত্বনা লভিলোঁ। মোৰ ঠাইত পি.চি. ভাট নামৰ সেই অনুষ্ঠানটিৰে অন্য এজন লেক্‌চাৰাৰক দিল্লীলৈ পঠালে। (মই নগ'লেহে তেওঁক পঠাবলৈ NCERT এ নিৰ্দেশ দিছিল) মই বুজিলোঁ, মোৰ ক্ষেত্ৰত ডাইৰেক্টৰে

দেখুওৱা অজুহাতটো প্ৰকৃততে উদেশ্য প্ৰণোদিত আছিল, বাস্তৱসন্মত যুক্তি নাছিল। এনেধৰণৰ পক্ষপাতিতা দেখিলে স্বাভাৱিকতে মানুহৰ উদ্যম সেমেকি যাবলৈ ধৰে।

১৯৬৬ চনৰ মে' মাহৰ পৰা ছেপ্টেম্বৰলৈকে মাত্ৰ চাৰিমাহ শিক্ষক-প্ৰশিক্ষকৰ কাম কৰোঁতেই অক্টোবৰ মাহৰ এক তাৰিখৰ পৰা আকৌ মোক চাংলাং মহকুমাৰ বিদ্যালয়সমূহৰ উপ-পৰিদৰ্শক হিচাপে আগৰদৰেই স্বতন্ত্ৰীয়াভাৱে কাম কৰিবলৈ দিলে। মই এই কামত নথকা কালছোৱাত পুতুলাল চতুৰ্বেদীয়ে বিদ্যালয়সমূহৰ উপ-পৰিদৰ্শকৰ কাম কৰি আছিল। কিন্তু এই পদটোৰ দায়িত্বভাৰ ল'বলৈ অহাৰ আগতে কেইদিনমান জ্বৰ হৈ মোৰ গাত আইয়ে দেখা দিলে, যাৰ ফলত মই আকৌ এমাহৰ ছুটীত থাকিবলগীয়া হৈছিল। এতিয়াৰে পৰা ইটো-সিটো চিন্তা মনৰ পৰা বাহিৰ কৰি একান্ত মনে নিজৰ কামত মনোনিৱেশ কৰিবলৈ ধৰিলোঁ। এনেকৈ থাকোঁতে এদিন গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰফেছৰ উমেশ মিশ্ৰৰ পৰা হঠাতে এখন চিঠি পালোঁ। অতি মৰমেৰে লিখা তেখেতৰ চিঠিখনত আন কথাৰ লগতে মোৰ পৰীক্ষাৰ ফলাফল আশানুৰূপ হোৱাৰ সম্ভাৱনা আছে বুলি তেখেতে জনাইছিল। তৎক্ষণাৎ মোৰ মনত পৰিল ভূগোলৰ পেপাৰখনৰ কথা। ভাবিলোঁ, কিনো আৰু আশানুৰূপ হ'ব; হয়তো কেইটামান ভাল নম্বৰ পাই পাছ কৰিম ছাগে। চিঠিখনৰ উত্তৰ যথাসময়তে দিলোঁ যদিও পৰীক্ষাৰ ফলাফলৰ বিষয়ে একো উল্লেখ নকৰি ফালৰি কাটি গ'লোঁ। অতি দুখৰ কথা, আমাৰ পৰীক্ষাৰ ৰিজাল্ট ওলোৱাৰ মাত্ৰ কেইদিনমানৰ আগতেই এই অতিশয় বহল মনৰ, উদাৰচিতীয়া, সহানুভূতিশীল, দেখনিয়াৰ মানুহজন তেনেই ডেকা বয়সতে ঢুকাল। আমাৰ প্ৰশিক্ষণ-কালছোৱাত তেখেতে আমাৰ প্ৰতি দেখুওৱা সহৃদয়তাই আমাক সকলোকে মুগ্ধ কৰি ৰাখিছিল। এনে গুণী-জ্ঞানী ব্যক্তি সঁচাকৈয়ে বিৰল।

এদিন অফিচত বহি নিজৰ কাম কৰি আছোঁ। দুপৰীয়া ঘৰত ভাত মুঠি খাই আহিবলৈ যাম আৰু ঠিক তেনে সময়তে ছিলঙৰ ডেপুটি ডাইৰেক্টৰৰ পৰা এটি বেঁতাৰ বাৰ্তা পালোঁ। বি. টি. পৰীক্ষাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম শ্ৰেণীৰ প্ৰথমস্থান লাভ কৰি উত্তীৰ্ণ হোৱাৰ বাবে মোক অভিনন্দন জনোৱা খবৰ। সেইদিনা দুপৰীয়া আমাৰ ঘৰত মোৰ সৰুকালৰ সহপাঠী মহেন্দ্ৰ বৰুৱাৰ ককায়েক, কেন্দ্ৰীয় চৰকাৰৰ সচিব দ্বিজেন বৰুৱাৰ মোমায়েক পদ্মকান্ত বৰুৱা আলহী। টেবুলত সকলোৱে বহি ভাত খাওঁতে মোৰ ৰিজাল্টটোৰ কথা ক'লোঁ। সকলোৱে আনন্দৰ ভাগ ল'লে। মোৰ বাৰে বাৰে উমেশ মিশ্ৰ ছাৰলৈ মনত পৰিবলৈ ধৰিলে। তেখেতে নিশ্চয় কিবা আভাস পাইহে মোলৈ তেনেকৈ লিখিছিল। এতিয়া চিঠি এখন দি ধন্যবাদ জনাবলৈকো মানুহজন নাই। তেখেতক সুঁৱৰি মনে মনে ভগৱানলৈকে সেৱা এটি জনালোঁ, তেখেতৰ আত্মাৰ যেন সদ্‌গতি হয়। তাৰ পিছত বিভিন্ন ঠাইৰ, বিভিন্নজনৰ পৰা টেলিগ্ৰাম, চিঠি আদি পাই মন

ভাল লাগিল।

ইতিপূৰ্বেই চতুৰ্থ পাঁচ-বছৰীয়া পৰিকল্পনাৰ আঁচনিসমূহ গৃহীত হৈ পুঁজিৰ আবণ্টন হৈ অহাত আঁচনি অনুসৰি কামবোৰ আগবঢ়াই নিবলৈ যত্ন কৰা হ'ল। অতি সঘনে গাঁওবোৰলৈ গৈ য'ত য'ত নতুন স্কুল দিব লাগে স্কুলঘৰ সাজিব লগা ঠাইবোৰ নিজে বাছি দি ঘৰবোৰ সোনকালে সাজি উলিয়াবৰ কাৰণে প্ৰতিখন গাঁৱৰ ৰাইজক পৰামৰ্শ দি উদ্‌গনি দিবলৈ ধৰিলোঁ। প্ৰতিবাৰ গাঁৱলৈ যাওঁতে ল'ৰা-ছোৱালীবোৰলৈ দুটা দুটা মিঠাই (চক্‌লেট) ৰ টিন লগত লৈ গৈ সিহঁতৰ মাজত বিলাই দি স্কুললৈ সদায় আহিবলৈ ফুচুলাই থৈ আহোঁ। আগতেই সিদ্ধান্ত কৰি থোৱা মতে সকলো স্কুললৈ কাঠৰ বস্তুবোৰ চাংলাঙত থকা চৰকাৰী ক্ৰাফ্‌ট্ চেণ্টাৰত সজাই গাঁৱৰ মানুহৰ দ্বাৰা কঢ়িয়াই নিয়াৰ ব্যৱস্থা কৰিলোঁ। এইদৰে চেষ্টা কৰাৰ ফলতে আগৰ ২৯ খন স্কুলৰ ঠাইত এতিয়া ৪৮ খন স্কুল হ'লগৈ অৰ্থাৎ মহকুমাটোৰ প্ৰায় প্ৰতি তিনিখন গাঁৱৰ মাজত এখনকৈ স্কুল প্ৰতিষ্ঠা কৰা হ'ল। অৱশ্যে ল'ৰা-ছোৱালীৰ অভাৱ হোৱা হেতুকে আগতে প্ৰতিষ্ঠা কৰা কোনো কোনো গাঁৱৰ স্কুল উঠাই নি অন্য গাঁৱত পাতিবলগীয়া পৰিস্থিতিৰো উদ্ভৱ নোহোৱাকৈ থকা নাছিল। প্ৰায়বোৰ এল্‌পি স্কুলত অন্ততঃ দুজনকৈ, এম, ই স্কুলত কমেও ছজনকৈ শিক্ষক দি হাইস্কুল আৰু হাইয়াৰ ছেকেণ্ডাৰী স্কুলকেইখনত পাঠদান কৰিবলগীয়া বিষয় অনুযায়ী অন্ততঃ এজনকৈ শিক্ষক দিয়াৰ ব্যৱস্থা কৰা হ'ল।

চৰকাৰী ক্ৰাফ্‌ট চেণ্টাৰত উত্তম শৰ্মা ছুপাৰ ভাইজাৰ আছিল। তেখেতৰ তত্ত্বাৱধানতে কাঠৰ সামগ্ৰীবোৰ গাঁওবোৰলৈ যাবলৈ ধৰিলে। অন্য লাগতীয়াল সামগ্ৰীসমূহ তিনিচুকীয়া,ডিব্ৰুগড়, গুৱাহাটী আদি বজাৰৰ পৰা পাৰ্ছেজিং ব'ৰ্ড গঠন কৰি কিনিকুটি পঠোৱা হয়। পাঠ্যপুথি আৰু লাইব্ৰেৰীৰ কিতাপবোৰ কেন্দ্ৰীয়ভাৱে ছিলঙৰ অফিছে ক্ৰয় কৰি প্ৰথমে জিলাৰ সদৰ খুন্‌ছালৈ আনি তাৰপৰা ভাগ ভাগ কৰি বিভিন্ন স্কুললৈ পঠোৱাৰ দিহা কৰে। মই গাঁৱলৈ যাওঁতে সেই সকলো বস্তু ঠিক্ ঠিক্ মতে গৈ পাইছেগৈ নে নাই খবৰ লৈ নোপোৱা যেন দেখিলে উপযুক্ত ব্যৱস্থা গ্ৰহণ কৰোঁ।

চাংলাঙৰ পৰা ভিতৰুৱা গাঁওবোৰলৈ যাওঁতে প্ৰায়বোৰ গাঁৱতে মই গাঁওবুঢ়াজনৰ ঘৰতে ৰাতিটো কটাওঁ। ৰাতিটো কটাবৰ কাৰণে চৰকাৰী ব্যৱস্থা নথকা নহয়। কিন্তু গাঁওখনৰ পৰা যথেষ্ট দূৰত থকা আই, বি. (Inspection Bungalow) জাতীয় বাঁহৰ চাংঘৰবোৰত মই থাকি ভাল নাপাওঁ। ইয়াৰ প্ৰধান কাৰণ হ'ল চৰকাৰী ঘৰবোৰৰ ওচৰত গাঁওখনৰ কোনো মানুহৰ ঘৰ নথকাৰ কাৰণে মই বৰ অকলশৰীয়া অনুভৱ কৰোঁ। দ্বিতীয়তে গাঁওবুঢ়া বা মুখীয়ালৰ ঘৰত থাকিলে গধূলি আলহীৰ বিছনাৰ কাষতে জ্বলোৱা জুইকুৰাৰ তাপটো ৰাতি ৰাতিটো পাই থাকোঁ। তৃতীয়তে যিখন গাঁৱলৈকে যাওঁ গাঁৱৰ মানুহবিলাকে আলহী, অৰ্থাৎ আমাৰ কাৰণে মাছ-মাংস কণী-কুকুৰা আদি যিয়ে যিহকে

পাৰে গোটাই-পিটাই আনি গাঁওবুঢ়া বা মুখীয়ালজনৰ ঘৰতে গোট খায়হি। এনেকৈ বস্তু আনিবলৈ মানা কৰিলেও তেওঁলোকে নামানে, কাৰণ অতিথি শুশ্রূষাৰ বাবে এইখিনি কৰাটো তেওঁলোকৰ এটা পৰম্পৰা, আৰু তেওঁলোকে এই কাম তেওঁলোকৰ অৱশ্যে পালনীয় কৰ্তব্য বুলি ভাবে। প্রকৃততে ই এটা তেওঁলোকৰ বহুপুৰণি প্রথা। কিন্তু, এইদৰে গোটখোৱা বস্তুবোৰ নি আই.বি. ত ৰন্ধাই-বঢ়াই অকলে অকলে নিমাও-মাওকৈ থাকি খাবলৈ নাইবা ঘৰলৈকে টোপোলা বান্ধি লৈ আহিবলৈ মোৰ স'ত নাযায়। বৰং তেওঁলোকৰ লগতে একেলগে বহি মিলি-জুলি খাবলৈহে ভাল লাগে। গতিকে তাকে কৰোঁ। আই, বি.ত সেই সুবিধা নাই। চাউল, দাইল, মিঠাতেল, নিমখ , চাহপাত, চেনী আদি অৱশ্যে লগতে লৈয়ে যাওঁ। তদুপৰি, সন্ধিয়াৰ আলহীৰ কাষৰ জুইকুৰাৰ সেই লোভনীয় তাপটো ল'বলৈ গধূলি গধূলি গাঁৱৰ ডেকাবোৰো আহি জুইৰ চৌপাশে বহি লয়হি। সেই সুযোগতে গাঁৱৰ খেতি-বাতি, কাম-কাজ আদিৰো আলোচনা হোৱাৰ লগতে ডেকাহঁতে শুনিবলৈ বিচাৰিলে মই দুই এটা সাধু কথা বা কাহিনী উলিয়াওঁ। এইবোৰৰ ভিতৰত পঞ্চ-পাণ্ডৱৰ স্বৰ্গাৰোহণ (পাহাৰত উঠা-নমা পৰিৱেশত মিলে), দুৰ্যোধন-শকুনিৰ যুধিষ্ঠিৰৰ লগত হোৱা কপট পাশাখেল, আৰব্য উপন্যাসৰ এদিনৰ সম্রাট (The king for A day.), আলিবাবা আৰু দুকুৰি ডকাইত আদি তেওঁলোকে বৰ উপভোগ কৰে। মই অলপ এক্‌টিং কৰিও দেখুৱাওঁ। ফলত, পিছদিনা যিখন গাঁৱলৈ যোৱা হয়, মই গৈ পোৱাৰ আগতেই সেই গাঁৱৰো ডেকাহঁতে সাধু শুনিবলৈ পোৱাৰ মানসিকতাৰে সাজু হৈ গধূলি হোৱাৰ লগে লগে গাঁওবুঢ়াৰ ঘৰৰ আলহীৰ জুইকুৰাৰ কাষত জুম বান্ধেহি। কেৱল ডেকাহঁতেইনে কিবা? বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, ল'ৰা-ছোৱালী নিৰ্বিশেষে সকলোৱেই মোৰ বৰ আগ্রহী শ্রোতা। মই নিজেও তেওঁলোকৰ মাজত বৰ আপোন আপোন অনুভৱ কৰোঁ। সেই জীৱন কিমান যে ৰসাল! কিমান যে মধুৰ! অভিজ্ঞতা নিজৰ নহ'লে কল্পনাইও হাৰ মানিব।

সেইবাৰ চাংলাঙত আমি থাকোঁতেই অৰুণাচলৰ তেতিয়াৰ কমিছনাৰ কৰ্ণেল পি. এন্. লুথ্ৰা, লেফ্টেনেণ্টে গৱৰ্ণৰ কে.এ.এ. ৰাজা, কেন্দ্রীয় চৰকাৰ কৃষি বিভাগৰ মন্ত্রী দাইং ইৰিং চাহাব, অসম আৰু নাগালেণ্ডৰ ৰাজ্যপাল ব্রজ্ কুমাৰ নেহৰু আদি ভি. আই-পি,ভি.ভি. আই পি. সকল চাংলাং ভ্রমণলৈ গৈছিল। লুথ্ৰা চাহাব তালৈ যোৱাৰ কেইদিনমান পূৰ্বে তেখেতৰ জিৰো ভ্রমণৰ এটা টোকা অৰুণাচলৰ সকলো প্রশাসনিক কেন্দ্রলৈ প্রেৰণ কৰা হৈছিল। সেই টোকাত তেখেতে জিৰো স্কুলত আগতে দেখা আপেলৰ বাগিছাখন ধ্বংস কৰি কোনে সেই ঠাইত অডিটৰিয়াম্ (শ্রোতাসকলৰ বহা ঘৰ) আৰু বিজ্ঞানাগাৰটো নিৰ্মাণ কৰালে, বাগিছাখন কিয় ধ্বংস কৰিবলৈ দিয়া হ'ল, ঘৰটো নিৰ্মাণৰ বাবে কিয় বেলেগ স্থান বিচৰা নহ'ল, তাৰ বাবে মুখ্যতঃ কোন দায়ী

আদি কেইটামান গুৰুত্বপূৰ্ণ বিষয় উত্থাপন কৰিছিল। চাংলাঙত তেখেতে চৰকাৰৰ উন্নয়নমূলক কামবোৰ চাই ফুৰোঁতে ছেগ বুজি জিৰো স্কুলৰ সেই আপেলৰ বাগিচাখন মইয়ে পাতি থৈ আহিছিলোঁ বুলি তেখেতক জনোৱাত তেখেতে জানে বুলি ক'লে। এই কথাত এহাতে যেনেকৈ মোৰ মনত ভাল লাগিল আনহাতে বাগিচাখনৰ চিনমোকাম নোহোৱা হ'ল বুলি জানি মনত বৰ আঘাত পালোঁ। ল'ৰা-ছোৱালীৰ উপকাৰৰ কাৰণে এজনে কৰা এটা কাম আন এজনে তেনেকৈ নষ্ট কৰি পেলোৱাটো তেনেই সহজভাৱে ল'ব নোৱাৰি। যিমানেই যি নহওক ক্ষুদ্ৰ স্বাৰ্থৰ দ্বাৰা প্ৰৰোচিত হৈ এনে গৰ্হিত কাম কৰাজনৰ কেতিয়াও কল্যাণ নহয়। দুবছৰমানৰ পিছত চৰকাৰী কামত এবাৰ জিৰোলৈ যাওঁতে সেই কীৰ্তিমানজনৰ কথা গম পালোঁ।

অৰুণাচলৰ লেফটেনেণ্ট গৱৰ্ণৰ কে এ এ ৰাজা এটা সময়ত টিৰাপ জিলাৰ সেই সময়ৰ পলিটিকেল অফিচাৰ (আজিকালিৰ ডেপুটি কমিছনাৰ) আছিল। সেই সময়ছোৱাত তেখেতে জিলাখনৰ বাট-পথ উন্নয়নৰ ক্ষেত্ৰত বিশেষ গুৰুত্ব আৰোপ কৰিছিল আৰু নিজে আগত থাকি সেই কামবোৰৰ তত্ত্বাৱধান লৈছিল। চাংলাঙৰ পৰা জিলাৰ সদৰ খুন্‌ছালৈ পাহাৰৰ মাজে মাজে এটা পথ নিৰ্মাণৰ কাম হাতত লৈ প্ৰায় তেসত্তৰ কিলোমিটাৰ পথ পাহাৰ কাটি উলিয়াওঁতে গাঁৱৰ মানুহবোৰৰ লগত তেখেত নিজে উপস্থিত আছিল। পথৰ ওপৰতে অস্থায়ী শিবিৰ (কেম্প) পাতি লৈ দৈনন্দিন অফিচৰ কামো তাৰ পৰাই চলাইছিল। তেখেতে নিৰ্মাণ কৰোৱা চাংলাং-খুন্‌ছাৰ সেই পথছোৱাইদি সৰু গাড়ীৰে আমি বহুবাৰ অহা-যোৱা কৰিছিলোঁ। বাটছোৱাৰ মাজতে নিমখৰ পুং থকাৰ কাৰণে বনৰীয়া হাতীৰে পাল তালৈ নিমখ খাবলৈ আহে বাবে সেইছোৱা বাট ভয়ে ভয়েহে পাৰ হোৱা যায়। এতিয়ালৈ ছাগৈ সেই পথটোৰ বহুত উন্নতি হ'ল। চাংলাঙৰ পৰা খুন্‌ছালৈ সেইটোৱেই চমু পথ। নহ'লে চাংলাঙৰ পৰা মাৰ্ঘেৰিটা দেওমালী হৈ ঘূৰি-পকি গ'লে বহুত দূৰ হয় আৰু সময়ো প্ৰায় দুগুণমানেই লাগে। ৰাজা চাহাবে কেৱল যে সেই পথটোতে মনোযোগ দিছিল এনে নহয়, খুন্‌ছা-লংডিং, খুন্‌ছা-দেওমালী, খুন্‌ছা-মাৰ্ঘেৰিটা আদি পথবোৰো প্ৰথম প্ৰথম নিৰ্মাণ কৰোঁতে তেখেতৰ আগৰজন পলিটিকেল অফিচাৰেও (নামটো মনত পেলাব নোৱাৰিলোঁ। উপাধিটো বোধহয়, 'বুঢ়াগোহাঁই' আছিল) টিৰাপ জিলাখনৰ বাট-পথবোৰ সুচল কৰাবলৈ যথেষ্ট যত্ন কৰিছিল বুলি আনৰ মুখত শুনিছিলোঁ। টিৰাপৰ নক্তে-ৱাঞ্চু আদি সকলো পাহাৰী জনজাতিয়ে ৰাজাচাহাবক পিতৃতুল্য জ্ঞান কৰিছিল আৰু তেখেতৰ প্ৰতি তেনেদৰেই ভাব-ভক্তি প্ৰদৰ্শন কৰিছিল। তেখেত এফালে যেনেদৰে কঠোৰ শাসক আছিল আনফালে সেইদৰে অতি দয়ালু আছিল।

বৰ্তমান আমাৰ অসমৰ উচ্চখাপৰ প্ৰশাসনীয় বিষয়াসকলেও যদি দেশ গঢ়াৰ মনোভাৱেৰে উঁৱলি যোৱা বাট-পথবোৰৰ পুনৰ নিৰ্মাণৰ কামবোৰত নিজে অলপ চকু

দি তদাৰক কৰিবলৈ লয়, তেনেহ'লে আমাৰ ইয়াৰ যাতায়াতৰ ব্যৱস্থাও উন্নত নোহোৱাকৈ নাথাকে। এইবোৰ কৰিবলৈ লাগে অলপ বহল দৃষ্টি ভংগী, অলপ আন্তৰিক দেশাত্মবোধ আৰু অলপ দূৰদৰ্শিতা। ঠিকাদাৰ নিয়োগ কৰাতকৈ সভা-সমিতি পাতি জৱাহৰ ৰোজগাৰ আঁচনিৰ দৰে কৰ্মমুখী আঁচনিবোৰত গাঁৱৰ ৰাইজক পোনপটীয়াকৈ জড়িত কৰিব পাৰিলে গাঁওবোৰৰ বাট-পথবোৰৰ অৱস্থাও নিশ্চয় উন্নত হ'ব। অন্যথাই এনেকৈছ শতিকাৰ কম্পিউটাৰ-ইণ্টাৰনেটৰে যোগাযোগৰ যুগত, পৃথিৱীৰ উন্নত দেশৰ গাঁও-ভূইবোৰৰ যাতায়াত যোগাযোগ আদিৰ তুলনাত আমাৰ গাঁৱলীয়া অঞ্চলবোৰৰ যাতায়ত যোগাযোগ ব্যৱস্থা এতিয়াৰ দৰেই কেইবা শতিকাও পিছপৰিয়েই যে ৰ'ব তাত কোনো সন্দেহ নাই। এই পৰিস্থিতিৰ পৰা উদ্ধাৰ পাবলৈ হ'লে এতিয়াৰ পৰাই সকলোৱে সমন্বিত প্ৰচেষ্টাৰে আগবাঢ়িবলৈ যত্নপৰ হ'ব লাগিব।

কেন্দ্ৰীয় কৃষিমন্ত্ৰী দাইং ইৰিং চাহাব চাংলাঙলৈ যাওঁতে ভয়-শংকা মিহলি এটা বেছ আমোদজনক পৰিস্থিতিৰ উদ্ভৱ হৈছিল। তেখেতে যিদিনা চাংলাং গৈ পোৱাৰ কথা, তাৰ আগতেই ভিতৰুৱা সকলোবোৰ গাঁৱৰ গাওঁবুঢ়াসকলক খবৰ দি চাংলাঙলৈ মাতি পঠোৱা হ'ল। সেইমতেই তেওঁলোকৰ সকলোটি আহি গোটখোৱাত চাংলাং গাঁওখনতে তেওঁলোকৰ প্ৰায় সকলোৰে বাবে থকা-খোৱাৰ ব্যৱস্থা কৰা হ'ল। দাইং ইৰিং চাহাব দুপৰীয়াতে গৈ পোৱাৰ কথা। চাংলাং গাঁওখনৰ ঠিক তলতে চাংলাং ৰাজহুৱা ভৱনটো অৱস্থিত। তাতেই তেখেতক লগ পাবলৈ ৰাইজ সমবেত হৈছিল। তেখেতৰ আগমনলৈ বাট চাই চাই বৈ থাকোঁ গধূলিয়েই হ'ল। পাহাৰী জনজাতীয় লোকে ফুট গধূলিতে ভাত খায়। দাইং ইৰিং চাহাব তেতিয়ালৈকে আহি নোপোৱাত অধৈৰ্য হৈ ৰাইজ যাবলৈ ওলাল। প্ৰশাসনৰ ফালৰ পৰা গুৰি ধৰোঁতাসকলেও ৰাইজৰ ইচ্ছাত সন্মতি জনাই তেখেত আহি পালে তৎক্ষণাত খবৰ দিয়া হ'ব বুলি কৈ সকলোকে যাবলৈ অনুমতি দিয়াত আমিও ঘৰমুৱা হ'লোঁ। ৰাজহুৱা ভৱনটোৰ পৰা তললৈ নামি আলিটোৰ দুটা কেঁকুৰি ঘূৰিছোঁ মাত্ৰ, এনেতে মন্ত্ৰী মহোদয়ে জীপখনৰ ভিতৰৰ পৰা মোক দেখা পাই ৰাইজ ক'ত গোট খাইছে সুধিলে। ৰাজহুৱা ভৱনটোতে সকলো আহি সমবেত হৈছিল বুলি ক'বলৈ আৰম্ভ কৰি কথাটো শেষ কৰিবলৈ নৌপাওঁতেই জীপখন গৈ সেইখিনি পালেগৈয়ে। মোৰ বুকুৱে ধান বানিবলৈ ধৰিলে। মন্ত্ৰী মহোদয় জীপখনৰ পৰা নামি কোবাকুবিকৈ গৈ ভৱনটোৰ দুৱাৰমুখ পায়েই ভিতৰৰ ফালে নোচোৱাকৈয়ে দুয়োখন হাত ওপৰলৈ তুলি নমস্কাৰ কৰা ভংগীৰে ডাঙৰকৈ ক'লে— 'জয় হিন্দ'। খালী হলটোত তেখেতৰ মাতটো প্ৰতিধ্বনি হ'ল। ভিতৰৰ পৰা তেখেতক প্ৰতি নমস্কাৰ দিবলৈতো হ'লৰ ভিতৰত কোনোৱেই নাই। ভয়ত মোৰ ধাতু উৰি যাওঁ উৰি যাওঁ হ'ল। কি ক'ম এতিয়া? মই মাত মাতিবলৈ নৌপাওঁতেই পৰিস্থিতিটো উপলব্ধি কৰি তেখেতে

হো-হো-হো-হো কৈ যেতিয়া উচ্চস্বৰে হাঁহিবলৈ ধৰিলে তেতিয়াহে মই সাহস গোটাই ক'লোঁ, 'ছাৰ! মানুহবোৰ এতিয়ালৈকে ইয়াত আছিলেই। এই অলপ আগতেহে সকলো গৈছে; আকৌ আহিব।' ইতিমধ্যে ৰাজহুৱা ভৱনৰ কাষত গাড়ীৰ লাইটৰ পোহৰ দেখা পাই এ ডি চি, ই এ চি আদি ওপৰৰ বঙলাৰ পৰা আৰু চাংলাং গাঁৱৰ পৰাও প্ৰায় সকলো ৰাইজ উধাতু খাই আহি পালেহি। দাইং ইৰিং চাহাবে তেখেতৰ দীঘলীয়া মধুৰ ভাষণত পৰিস্থিতিটোৰ কথা ৰাইজৰ আগত নিজেই উল্লেখ কৰি আকৌ এবাৰ প্ৰাণ খুলি হাঁহিলে; আনকো হঁহুৱালে। এনে এটা পৰিস্থিতিক তেনেই সহজভাৱে ল'ব পৰা মানুহজন কিমান যে উদাৰ আৰু বহল মনৰ অধিকাৰী আছিল ভাবিলে এতিয়াও মই অভিভূত হৈ পৰোঁ। ইৰিং চাহাব নহৈ যদি জৱাহৰলালৰ দৰে অন্য কোনোবা এজন হ'লহেঁতেন, সেইদিনা কাৰ কি দশা হ'লহেঁতেন ভাবিবই নোৱাৰি।

অসম আৰু নাগালেণ্ডৰ তেতিয়াৰ ৰাজ্যপাল বি.কে নেহেৰুদেৱে তেখেতৰ সহধৰ্মিনীক লগত লৈ চাংলাং ভ্ৰমণলৈ গৈছিল। তেখেতক আদৰিবলৈ বুলিও সেই অঞ্চলৰ সকলো জনজাতীয় লোক চাংলাঙত সমবেত হৈছিল। তেখেতৰ হাতত অৰ্পণ কৰিবৰ বাবে সদৌ ৰাইজৰ হৈ অভিনন্দন পত্ৰখনো মইয়ে লিখি দিছিলোঁ। মই অৱশ্যে অসমীয়াতহে লিখিছিলোঁ। পিছত সেইখনকে ইংৰাজীলৈ অনুবাদ কৰি এটা ৰংচঙীয়া সুন্দৰ বাঁহৰ চুঙাত ভৰাই তেখেতৰ কৰকমলত অৰ্পণ কৰা হ'ল। ভাবিয়েই ভাল লাগে যে সেইখনত উল্লেখ কৰা ভালেকেইটা ৰাজহুৱা আবেদন পিছত কাৰ্যত পৰিণত হ'ল।

টিৰাপ জিলাৰ নক্তে, ৱাংচু, লুংচাং, মোগলুম আদি পাহাৰী জনজাতিসকলৰ লগত অসমীয়া মানুহৰ কৌটিকলীয়া ভাতৃ ভাৱৰ সম্পৰ্কৰ কথা সুঁৱৰি তেওঁলোকৰ মাজত সম্প্ৰীতি আৰু সদ্ভাৱ বিলোৱাৰ উদ্দেশ্যে, অসমৰ প্ৰখ্যাত শিল্পী গজেন বৰুৱাদেৱ, ৰাজকৃষ্ণ বাঢ়ৈ, ইন্দ্ৰ বণিয়া আদি গৈ কিছুদিন চাংলাঙতে আছিলগৈ। তেখেতসকলক সেই অঞ্চলৰ ভিতৰুৱা গাঁওবোৰলৈ ময়ে লগত লৈ ফুৰাইছিলোঁ। তেখেতসকলৰ সম্বৰ্ধনাৰ্থে গাঁওবোৰত সাংস্কৃতিক অনুষ্ঠান আদিৰো আয়োজন কৰা হৈছিল। গাঁৱৰ মানুহেও সেইবোৰত অংশগ্ৰহণ কৰি আনন্দিত হৈছিল।

ভাৰত-চীন শান্তি মিছনৰ অধ্যক্ষ এম আৰামদেৱে টিৰাপলৈ যাওঁতে তেতিয়াৰ ডেপুটি কমিছনাৰ (পিছলৈ ছীফ্ ছেক্ৰেটাৰী আৰু অৱসৰ গ্ৰহণৰ পিছত ডনি প'ল' মিছনৰ এডভাইজাৰ) পাটিৰ চাহাবে মোক তেখেতৰ লগত দি চাংলাং, খুনছা, ডিগবই, নামপং আদি ঠাইবোৰ দেখুৱাবলৈ গাড়ী এখনেৰে সৈতে পঠাইছিল। তেখেতক সেই ঠাইবোৰ দেখুৱাই যথাসময়ত শ্ৰদ্ধাসহকাৰে বিদায় দিয়া হ'ল।

এই সময়ছোৱাতে আৰু এটা সংক্ষিপ্ত ভ্ৰমণ বৃত্তান্ত এইখিনিতে সংযোগ কৰিবলগা হ'ল। দিনটো আছিল ১৯৬৭ চনৰ ১৫ জানুৱাৰী, দেওবাৰ। চাংলাঙৰ পৰা খোজকাঢ়ি

চাৰিদিনৰ বাটত, ম্যানমাৰ আৰু ভাৰতৰ একেবাৰে সীমাত অৱস্থিত, পাটকাই পৰ্বত শ্ৰেণীৰ এটা ঠালত ভাৰতৰ ফালে থকা এচলীয়া পিঠিটোত তিনিখন গাঁও ক্ৰমে (১) চংখু হাভি (২) জংজি হাভি আৰু (৩) ৰেকাং হাভি। আচলতে তিনিওখন গাঁৱকে একেখন গাঁও হিচাপে ধৰিবলৈ হাভিগাঁও বুলিও কোৱা হয়; আৰু তাত বাসকৰা পাহাৰী উপজাতিটোও 'হাভ' নামেৰেই পৰিচিত। পাটকাই পৰ্বতৰ সেই ঠালটোৰ সিটো ঢালত থকা গাঁওবোৰ ম্যানমাৰৰ ভিতৰত পৰে। সেই যাত্ৰাত ভালেকেইখন গাঁৱৰ বিদ্যালয়বোৰ পৰিদৰ্শন কৰি শেষত চংখু হাভি নামৰ গাঁওখনত থকা বিদ্যালয়খন আগদিনা অৰ্থাৎ ১৪ জানুৱাৰী,.শনিবাৰে গৈ পায়েই পৰিদৰ্শন কৰিলোঁ। পিছদিনা উল্লেখিত দেওবাৰে ৰাতিপুৱাই পাঁচ বজাতে গৰম ভাত এমুঠি তপতে তপটে পেটত ভৰাই লৈ ছটা বজাৰ আগে আগে গাঁওখন এৰি চাংলাংমুৱা হ'লোঁ। মোৰ জীৱনকালত মনত থাকি যোৱাকৈ সেইদিনা দ্বিতীয় আৰু শেষবাৰৰ বাবে মই চাৰিদিনৰ বাট একে দিনাই খোজকাঢ়ি গধূলি ছটা বজাত আহি চাংলাঙৰ ঘৰত সোমালোঁহি। বিছনা-পাটি, বাচন-বৰ্তন, খোৱাবস্তু আদি গাঁৱে গাঁৱে মোৰ লগে লগে কঢ়িয়াই লৈ ফুৰা মানুহ এটা আৰু কামহম (মোৰ ব্যক্তিগত চৰকাৰী পিয়ন)ৰ গাঁৱৰ দুজনী ছোৱালী তিনিদিনৰ বাটতে থাকি আহিল। কামহম মোৰ লগতে আহিল। সেইছোৱা বাট অতিক্ৰম কৰোঁতে তিনিশাৰী পৰ্বত এবাৰ ওপৰলৈ উঠি শিৰটো পাই আকৌ তললৈ নামি মুঠতে তিনিবাৰ উঠা-নমা কৰি চাংলাং পালোঁহি। পাহাৰৰ ওপৰলৈ উঠোতে মই বৰ লাহে লাহে খোজ দিওঁ; টিপিং টিপিংকৈ মৰা চাৰিটা চাৰিটা হৃৎস্পন্দন (Heartbeat) ত এটা খোজ পেলাওঁ। কিন্তু নামিবৰ সময়ত মই যেনিবা পৱনৰ লগতহে ফেৰ মাৰিছোঁ। বেচেৰা কামহমে মোৰ পিচে পিচে দৌৰে। পাহাৰ বগাওঁতে মই প্ৰায়ে এনে কৰোঁ। তেতিয়া মোৰ হাতত নেছনেল পানাছনিক ট্ৰেঞ্জিষ্টৰটো আছিল। দুপৰীয়া সময়ত লাহে লাহে পাহাৰ বগাওঁতে 'মণিমালাৰ বিয়া'খন বৰ উপভোগ কৰিছিলোঁ।

সেইদিনা গধূলি ঘৰ পাই কুহুমীয়া তপত পানীৰে গা-পা ধুই চাহ-জলপান খাই উঠোঁতেই বুলুৱে (পৰিবাৰে) ক'লে— 'আপোনাক ডেপুটি কমিছনাৰে বিচাৰিছিল। তেখেত ডাক বঙলাতে আছেহি। কাইলৈ ৰাতিপুৱা তেখেতক লগ পাবলৈ কৈছে। আপুনি হেনো 'ভাৰত-দৰ্শন'ত যাব লাগে।' ডেপুটি কমিছাৰ মানে ধৰ্মেশ্বৰ বৰুৱাদেৱ, যিজনৰ কথা আগতে জিৰোৰ বৰ্ণনাত উল্লেখ কৰা হৈছে। বৰুৱাচাহাব খুনছাৰ পৰা চৰকাৰী ভ্ৰমণত আহি চাংলাঙত আছিলেহি। পিছদিনা ৰাতিপুৱা ডাক বঙলালৈ গৈ তেখেতক লগ ধৰাত তেখেতে ক'লে—'বৰঠাকুৰ, অৰুণাচলৰ পৰা তিনিকুৰি পাঁচজনীয়া ছাত্ৰ-ছাত্ৰীৰ এটা দল 'ভাৰত-দৰ্শন'ত পঠাবলৈ চৰকাৰে সিদ্ধান্ত লৈছে। দলটোৰ এজন নেতা হিচাপে আপুনিও যাব লাগে। গুৱাহাটীতে সকলোবোৰ একেলগে হ'ব। আপুনি

কাইলৈকে ইয়াৰ পৰা ৰাওনা হওক।' তেখেতৰ কথা শুনি বিনম্ৰভাৱে মই ক'লোঁ, 'ছাৰ, মই চাৰিদিনৰ বাট এদিনতে সম্পূৰ্ণ কৰি কালি গধূলিহে আহি এইখিনি পাইছোহি। মোৰ বিছনাপত্ৰ সকলো বস্তু এতিয়াও দুদিনৰ বাটতে আছে। তদুপৰি কাইলৈকে ৰাওনা হ'ব পৰাকৈ মোৰ হাতত মজুত পা-পইচাও তেনেকৈ নাই। বাট খৰচৰ বাবে যদি মোক কাইলৈ দিনটোৰ ভিতৰতে আগতীয়াকৈ কিছু টকা উলিয়াই দিব পাৰে তেন্তে পৰহিলৈ পুৱাতে মই চাংলাং এৰিব পাৰিম।' মোৰ কথা শুনি তেখেতে চাংলাঙৰ এ ডি চিক এদিনৰ ভিতৰতে মোক লগা টকাখিনি যোগাৰ কৰি দিবলৈ কৈ মোক সাজু হ'বলৈ ক'লে। কামহমক মই পুত্ৰৰ দৰে মৰম কৰিছিলোঁ। তৎক্ষণাত তাৰ কথা মনলৈ অহাত মই এই যাত্ৰাত লৈ যাবলৈ ইচ্ছা থকাৰ কথা ক'লোঁ। তেখেত সেই কথাতো মান্তি হ'ল। তেখেতৰ পৰা সোনকালে বিদায় লৈ ঘৰলৈ আহি দূৰণিবটীয়া এই ভ্ৰমণটোৰ বাবে মই সাজু হ'বলৈ ধৰিলোঁ। কামহমকো খৰখেদাকৈ ওলাবলৈ ক'লোঁ। কোনোদিনেই বাহিৰৰ জগতখনত ভুমুকি মাৰিবলৈ নোপোৱা ল'ৰা কামহমৰ স্ফূৰ্তি চাই কোনে? মোতকৈ আগতেই সি সাজু হ'ল।

১৮ জানুৱাৰী '৬৭ ৰ দিনা আগবেলা ১১ বজাত পৰিয়ালৰ পৰা বিদায় লৈ চৰকাৰী জীপখনেৰে আমি চাংলাং এৰিলোঁ। চংখু হাভিৰ পৰা একেদিনাই চাংলাঙলৈকে খোজকাঢ়ি পাহাৰ উঠা-নমা কৰাৰ ফলত মোৰ প্ৰস্ৰাৱ একেবাৰে বন্ধ হৈ যোৱা দেখি মাৰ্ঘেৰিটাতে এবটল হোমিঅ'পেথিক ঔষধ কিনি ব্যৱহাৰ কৰাত লাহে লাহে বিকাৰটো উপশম হ'বলৈ ধৰিলে। গধূলি পাঁচ বজাত তিনিচুকীয়া পাই ৰাতি চাৰে বাৰ বজাৰ মেইলত উঠিলোঁ। তিনিচুকীয়াৰ পৰা গুৱাহাটীলৈকে ৫১৩ কিলোমিটাৰ দূৰত্বৰ প্ৰথম শ্ৰেণীৰ ভাৰা তেতিয়া আছিল ৪১ টকা ৫৫ পইচা। গোটেই নিশাটো আৰু পিছদিনা গধূলি চাৰে পাঁচ বজালৈ ট্ৰেইনতে কটাই ৰে'লৰ পৰা নামিয়েই এখন প্ৰাইভেট গাড়ী ধৰি ছিলং অভিমুখে ৰাওনা হ'লোঁ। ১০২ কিলোমিটাৰ পথ অতিক্ৰম কৰি ৰাতি চাৰে ন বজাত ছিলং পাই 'হেপিলজ'ত ৰাতি থকাৰ ব্যৱস্থা কৰিলোঁ। তেতিয়া গুৱাহাটীৰ পৰা ছিলঙলৈ প্ৰথম শ্ৰেণীৰ ভাৰা আছিল ১৯.৮০ টকা। পিছদিনা অৰ্থাৎ ২০ তাৰিখে ৰাতিপুৱা শিক্ষাধিকাৰৰ কাৰ্যালয়লৈ গৈ সহঃ শিক্ষাধিকাৰ মুক্তিনাথ বৰদলৈ, ডি ডি ত্ৰিবেদী (বিদ্যালয়সমূহৰ পৰিদৰ্শক) আৰু একে পদবীতে থকা চি কে ভুঞাদেৱকো লগ পালোঁ। শিক্ষাধিকাৰ ছামলাল ছনি তেতিয়া তিনিমাহৰ ছুটীত থকাত লগ নাপালোঁ। বিভাগীয় এজন পৰীক্ষক হিচাপে মোৰ দায়িত্বত পৰা প্ৰশ্নোত্তৰ বহীখিনি পৰীক্ষা কৰি মোৰ লগত লৈ যোৱা বহীৰ টোপোলাটো আৰু নম্বৰৰ তালিকাখন কাৰ্যালয়ৰ অধীক্ষকক (চুৰেণ দাস) চমজাই দি আঢ়ৈ বজাত টেক্সী এখন লৈ গুৱাহাটীলৈ উলটিলোঁ। ৰাতিটো গুৱাহাটীৰ

'হেপিলজ'ত কটালোঁ।

পিছদিনা অৰ্থাৎ ২১ জানুৱাৰীত ৬১ জন ছাত্ৰ-ছাত্ৰী, এজন প্ৰধান নেতা (পি চি ভাটে), তিনিজন উপনেতা আৰু এজন পিয়ন (মোৰ পিয়ন কামহুম)— এই সকলোখিনি একেলগ হৈ ৰাতি এঘাৰ বাজি পাঁচ মিনিট যোৱাত গুৱাহাটীৰ পৰা এ টি মেইলেৰে লক্ষ্ণৌ হৈ দিল্লী অভিমুখী যাত্ৰা আৰম্ভ কৰিলোঁ। লক্ষ্ণৌ হৈ দিল্লীলৈ দূৰত্ব ১৯১৭ কিলোমিটাৰ আৰু তেতিয়াৰ প্ৰথম শ্ৰেণীৰ বাবে এই দূৰত্বৰ ৰে'লৰ ভাৰা আছিল ১২৮.৭৫ টকা। এইদৰেই অৰুণাচল প্ৰদেশৰ সেই বছৰৰ 'ভাৰত দৰ্শন' যাত্ৰা গুৱাহাটীৰ পৰা আৰম্ভ হ'ল।

২২আৰু ২৩ জানুৱাৰী' ৬৭ -দুয়োটা দিন আমি ৰেলেৰে গৈ আছোঁ। আমাৰ এইবাৰৰ যাত্ৰা যথেষ্ট আৰামদায়ক আছিল; কাৰণ আমাৰ এই ৬৬ জনীয়া দলটোৰ ভ্ৰমণৰ বাবে ৮০ খন আসনযুক্ত একেবাৰে নতুন এটা দবা আমাক দিয়া হৈছিল। যাত্ৰাৰ প্ৰথমছোৱা ৰাতিৰ ভিতৰতে পাৰ হ'ল। দিনৰ ভাগত দেখা পালোঁ ৰেলপথৰ দুয়োকাষে বিশাল বিশাল খেতিৰ পথাৰবোৰ আৰু তাত চৰি থকা অসংখ্য ধুনীয়া চৰাই। বিতোপন দৃশ্য। মাজে মাজে একোখন গাঁও। ঘৰবোৰৰ সৰহ ভাগেই মাটিৰে সজা। ৰেল ষ্টেছনবোৰৰ আশে-পাশেও গাওঁবোৰ চকুত পৰিছিল। আটাইতকৈ চকুত লগা দৃশ্য আছিল তলখন সুন্দৰকৈ পৰিষ্কাৰ কৰি ৰখা শাৰী শাৰীকৈ পতা আমবাৰীবোৰ। এনে অনুভৱ হৈছিল যেন আমি গাড়ীৰ পৰা নামি গৈ সেই আমগছৰ উদ্যানবোৰৰ মাজে মাজে ঘূৰি ঘূৰি মনৰ হেঁপাহ পলুৱাম। কিন্তু মনৰ মাজত ভাববোৰে ঢৌ খেলি থাকোতেই ৰেলগাড়ীখন তীব্ৰ বেগেৰে হো হোৱাই গৈয়ে আছে। মেইল ট্ৰেইন বাবে সকলো ষ্টেছনত নাৰাখেও। যি কি নহওক এইদৰে গৈ গৈ ২৪ তাৰিখে ৰাতিপুৱা আঠ বাজি পঞ্চাছ মিনিট যোৱাত আমি দিল্লী পালোঁগৈ। তাতে সকলোৱে গা-পা ধুই ৰেল ষ্টেছনৰ ওপৰ মহলাত থকা এখন হোটেলত ভাত-পানী খাই লোৱা হ'ল। তলৰ মহলাৰ পৰা ওপৰৰ হোটেলখনলৈ লিফটেৰে তুলি নিয়া কৌশলটো অৰুণাচলৰ ছাত্ৰ-ছাত্ৰীসকলে বৰ উপভোগ কৰিলে। আঢ়ৈ বজাত আমাৰ দলটোক দিল্লীৰ পেটেল নগৰলৈ লৈ যোৱা হ'ল। তাৰ আৰ্য সমাজ মন্দিৰত আমাৰ থকাৰ ব্যৱস্থা কৰি খোৱা-বোৱাৰ বাবে ওচৰৰ হোটেল এখন বন্দোৱস্ত কৰা হ'ল।

ভাৰত স্বাধীন হোৱাৰ লগে লগে দেশ বিভাজনৰ ফলস্বৰূপে সৃষ্টি হোৱা পৰিস্থিতিত পশ্চিম পাকিস্তানৰ পৰা যিসকল ভাৰতীয় নাগৰিক ভাগি আহি দিল্লী মহানগৰীত শৰণাৰ্থী হ'লহি, তেওঁলোকক নতুনকৈ ঘৰ-দুৱাৰ সজাই দি এই অঞ্চলতে বসবাস কৰিবলৈ দিলে আৰু ঠাইখনৰ নাম দিলে 'পেটেল নগৰ'। অধিবাসীকলৰ প্ৰায় সকলোৱে পাঞ্জাবী। অতি কম দিনৰ ভিতৰতে এওঁলোকে নিজকে সফলভাৱে প্ৰতিষ্ঠা কৰি সকলো ক্ষেত্ৰতে

উন্নতি কৰিবলৈ ধৰিলে। এতিয়া তেওঁলোকৰ সুন্দৰ সুন্দৰ পকী ঘৰ-দুৱাৰবোৰ দেখিলে কোনেও কল্পনাকে কৰিব নোৱাৰিব যে তেওঁলোক এসময়ত সৰ্বহাৰা শৰণাৰ্থী হৈ আহিছিল। অৰুণাচলৰ দাইং ইৰিং চাহাব তেতিয়া কেন্দ্ৰীয় কৃষি মন্ত্ৰী। ২৫ জানুৱাৰীৰ দিনা পুৱা ন বজাত আমি তেখেতৰ বাসভৱনলৈ গ'লোঁ। তেখেতৰ দুটি ল'ৰাহে তেতিয়া তেখেতৰ লগত আছিল। আমি তেখেতৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিবলৈ যোৱা বুলি জানি তেখেত অত্যন্ত সুখী হ'ল। আমাৰ লগত ঘৰুৱাভাৱে একেলগে বহি অতি আন্তৰিকতাৰে সকলোৰে লগত কথা-বতৰা পাতিলে আৰু চাহ-জলপান খুৱাই প্ৰায় চল্লিছ মিনিট সময় আমাৰ লগত কটালে। তেখেতৰ বাসভৱনৰ সন্মুখৰ প্ৰাঙ্গণত আমাৰ সকলোৰে সৈতে ফটোও তোলা হ'ল। তাৰ পিছত পূৰ্ব নিৰ্ধাৰিত সময় অনুসৰি দহ বজাত ৰাষ্ট্ৰপতি ভৱন পোৱাকৈ আমি তেখেতৰ পৰা বিদায় ল'লোঁ। ৰাষ্ট্ৰপতি ভৱনৰ ভিতৰলৈ প্ৰৱেশ কৰি তাৰ মোগল গাৰ্ডেন, লং গাৰ্ডেন আৰু চাৰ্কুলাৰ গাৰ্ডেন আদি ঘূৰি-পকি চালোঁহঁক। ৰাষ্ট্ৰপতি ভৱনৰ ভিতৰৰ ভাগত প্ৰৱেশ কৰিবলৈ তাত থকা মিলিটেৰী চেক্ৰেটেৰীজনলৈ আবেদন কৰি অনুমতি লৈ একোটা পৰিয়াল গোটেও ৰাষ্ট্ৰপতি ভৱন দৰ্শন কৰিব পাৰে। এই বিশাল ভৱনটোৰ আৰ্কিটেক্ট আছিল ছাৰ এডুইন লুটিয়েন্স। তাৰ পৰা গৈ আমি ৰাজঘাট, শান্তিবন আৰু বিজয়ঘাট দৰ্শন কৰি চুপাৰ মাৰ্কেট চালোঁগৈ। বান্ধি দিয়া সময় হেৰ-ফেৰ কৰিব নোৱৰাৰ বাবে বস্তুবোৰ কেৱল ওপৰে ওপৰে চোৱাহে হ'ল।

২৬ জানুৱাৰীৰ দিনা গণতান্ত্ৰিক দিৱসৰ চৰকাৰী কাৰ্যসূচীত যোগদান কৰি দুপৰীয়া আহাৰৰ পিছত কুটুবমিনাৰ, যন্তৰ-মন্তৰ, পুৰণা দিল্লী, নতুন দিল্লী আদি বিভিন্ন ঐতিহাসিক গুৰুত্বপূৰ্ণ ঠাইবোৰ চাই-চিতি প্ৰায় এশ কিলোমিটাৰ ঘূৰা-পকা কৰি সন্ধ্যা লাগি ভগাত থকা ঠাইলৈ উলটিলোঁ। ২৭ তাৰিখ শুক্ৰবাৰেও দিল্লী মহানগৰীতে থাকি বিৰলা মন্দিৰ, পাৰ্লিয়ামেণ্ট ভৱন, টেলিভিছন ষ্টুডিঅ', অল ইণ্ডিয়া ৰেডিঅ' ষ্টেছন, লাল কিল্লা আদি চোৱা হ'ল আৰু তেতিয়াৰ ভাৰতৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ বাসভৱনলৈ গৈ তেখেতৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি ফটো তোলা হ'ল। সেই দিনাও প্ৰায় আশী-নৱৈ কিলোমিটাৰ ঘূৰা-পকা কৰি ঠাইবোৰ চোৱা হ'ল। তাৰ পিছদিনাই দিল্লী এৰি মাদ্ৰাজ অভিমুখে ৰাওনা হ'লোঁ। দিল্লী-মাদ্ৰাজৰ মাজৰ দূৰত্ব ২১৮৭ কিঃ মিটাৰ আৰু তেতিয়াৰ প্ৰথম শ্ৰেণীৰ ভাৰা আছিল মাত্ৰ ১৪৪ টকা ২৫ পইচা। ২৮ আৰু ২৯ জানুৱাৰী দুয়োদিন ৰেলতে কটাই ৩০ তাৰিখে আমি গৈ মাদ্ৰাজ পালোঁগৈ। ৰেল ষ্টেছনৰ পৰা চাৰি কিলোমিটাৰবো অধিক দূৰত্বত অৱস্থিত চান থিয়েটাৰৰ বিপৰীতে থকা শিখ মন্দিৰত আমাৰ থকা-খোৱাৰ ব্যৱস্থা হ'ল। ৩১ তাৰিখে দুপৰীয়া আহাৰ খাই আমি যাত্ৰীবাহী ৰেলৰ দবা নিৰ্মাণ কৰা আই.চি.এফ (Integrated Coach Factory) চাবলৈ গ'লোঁ। এই বিৰাট ফেক্টৰীটোত ৰেলৰ দবাবোৰ নিৰ্মাণৰত অৱস্থাতে কনভেয়াৰ বেল্ট (Conveyer Belt)

ৰ সহায়ত এমূৰৰ পৰা খুউব লাহে লাহে আগবঢ়াই লৈ যাওঁতেই নিৰ্দিষ্ট স্থানত কৰ্মৰত কাৰিকৰসকলে নিজৰ নিজৰ ভাগৰ কামবোৰ কৰি শেষত আনটো মূৰেদি সম্পূৰ্ণ হোৱা ৰেলৰ দবাটো উলিয়াই দিয়া দৃশ্যটো সঁচাকৈয়ে অতিশয় কৌতূহলপূৰ্ণ আৰু আমোদজনক। তাৰ পৰা ওলাই গৈ আমি গান্ধী মণ্ডপ, কাৱেলিস্বৰম্ মন্দিৰ আৰু সাৰদা ষ্টুডিঅ' চালোঁগৈ। তেতিয়া তাত শ্বুটিং চলি আছিল। পদ্মিনীয়ে সম্পূৰ্ণ মেকআপত ষ্টুডিঅ'ৰ এটা বিভাগৰ কাম শেষ কৰি আন এটা বিভাগলৈ আগবাঢ়ি যাওঁতেই আমাৰ ল'ৰা-ছোৱালীবোৰে দেখি বৰ ফূৰ্তি পালে। কলেজত পঢ়ি থকা এজন ছাত্ৰই পৰম উল্লাসত "আজিহে মোৰ জীৱন সাৰ্থক হ'ল" বুলি চিঞৰিয়েই দিলে। তাৰ পৰা ওলাই সাগৰৰ পাৰলৈ গ'লোঁ আৰু পোতাশ্ৰয় চালোঁগৈ। দিনৰ দিনটো ভাগৰি-যুগৰি ৰাতি এঘাৰ বজাত বিচনাত পৰিলোঁগৈ।

আমাক থাকিবলৈ দিয়া এই শিখ মন্দিৰটোলৈ সেই সময়ত মাদ্ৰাজৰ ৰাজ্যপাল পদবীত থকা মাননীয় উজ্জ্বল সিং মহোদয় সদায় সন্ধিয়া পৰত প্ৰাৰ্থনা কৰিবলৈ আহে। তেখেতে আমাক তাত দেখা পাই পিছ দিনা আবেলি সময়ত তেখেতৰ ৰাজ ভৱনলৈ নিমন্ত্ৰণ কৰিলে। এনেয়েও আমাৰ ভ্ৰমণসূচীত তেখেতৰ তালৈ গৈ শ্ৰদ্ধা নিবেদন কৰাৰ কথা আছিলেই। গতিকে পিছদিনা অৰ্থাৎ ফেব্ৰুৱাৰী মাহৰ এক তাৰিখে ৰাতিপুৱা সোনকালে খাই-বৈ আমি মাদ্ৰাজৰ অশোক মটৰ ৱৰ্কছলৈ গ'লোঁ। সেই কাৰখানাটোতে পৰিবহনৰ বাবে ভাৰতৰ বৰ বৰ লীলেণ্ড গাড়ীবোৰ নিৰ্মাণ কৰে। অৱশ্যে তাত সৰু গাড়ীও নিৰ্মাণ কৰে। ইয়াতো গাড়ীবোৰ কন্‌ভেয়াৰ বেল্টৰ সহায়ত ইমূৰৰ পৰা সিমূৰলৈ গৈ থাকোতেই ঠায়ে ঠায়ে কৰ্মৰত অৱস্থাত সাজু হৈ থকা কৰ্মীবোৰে নিজৰ নিজৰ ভাগৰ কামবোৰ অতিশয় পাৰদৰ্শিতাৰে তৎক্ষণাত কৰে। তৎকালে নকৰিলে উপায় নাই, কাৰণ কনভেয়াৰ বেল্টৰ যোগে নিৰ্মাণ অৱস্থাত থকা গাড়ীখন এটা নিৰ্দিষ্ট গতিৰে গৈ থাকে। এইদৰে অংশ অংশকৈ কামবোৰ হৈ গৈ থাকে আৰু শেষত সম্পূৰ্ণ গাড়ীখন কাৰখানাটোৰ পৰা ওলাই যায়। সেয়া যেন এক বিৰাট যাদুৰ খেলহে। চাই বৰ ভাল লাগে। মনত ভাব হৈছিল— আমাৰ অসমতো যদি এইধৰণৰ উদ্যোগ গঢ়িব পৰা গ'লহেঁতেন! ইয়াৰ পৰা ওলাই আমি লাইট হাউছ চাবলৈ গ'লোঁ। লাইট হাউছৰ ওপৰলৈ উঠি সমগ্ৰ মাদ্ৰাজ মহানগৰীখনৰ বিশাল দৃশ্য উপভোগ কৰি অভিভূত নহৈ নোৱাৰি। তাৰ পৰা গৈ আমি আধুনিক আৰু পৌৰাণিক নানা বস্তুৰে পৰিপূৰ্ণ সুসজ্জিত যাদুঘৰটোত এভুমুকি মাৰি সময় হোৱাত খৰখেদাকৈ ৰাজ্যপাল মহোদয়ৰ তালৈ গ'লোঁ। আমি যোৱা বাছখন গেটৰ ভিতৰলৈ সোমাই যোৱাৰ লগে লগে চাৰিওফালৰ পৰা এজাক হৰিণা পহু ঢাপলি মেলি গাড়ীখনৰ কাষ চাপি আহিল। এই দৃশ্য দেখা পাই অৰুণাচলৰ ল'ৰাই আটাহ পাৰি চিঞৰি উঠিল, "আই ঔ! আমাক যদি এটামান খাবলৈ দিলেহেঁতেন!"

ৰাজ্যপালৰ দেহৰক্ষী বিষয়া গৰাকীয়ে আমাক আগবঢ়াই নিবলৈ আহি মোক দেখিয়েই চিনি পোৱাত মোৰ মন ভাল লাগি গ'ল। তেখেত এটা সময়ত চাংলঙত আছিল। আমাৰ লগত বৰ সম্ভাৱ আছিল। তেখেতৰ মুখেই শুনিলোঁ, ৰাজভৱনৰ সেই সুবৃহৎ চৌহদটোৰ ভিতৰত তেতিয়াও এঘাৰশ হৰিণা থকা বুলি। গাড়ীৰ মাত শুনিলেই হৰিণাবোৰ দৌৰি দৌৰি কাষ চাপি আহে বুলি তেখেতে আমাক ক'লে। ৰাজ্যপালগৰাকীয়ে ভালেখিনি সময় আমাৰ লগত কথা-বতৰা পাতি আমাক চাহ-জলপান খুৱাই বিদায় দিলে।

পিছদিনা অৰ্থাৎ ২ফেব্ৰুৱাৰীত আমি আকৌ সাগৰৰ পাৰলৈকে গ'লোঁ। সাগৰৰ বিৰাট বিৰাট ঢৌ, জোৱাৰ-ভাটাৰ অপূৰ্ব দৃশ্য দেখি বিমোহিত হ'লোঁ। বালিচৰত ল'ৰা-ছোৱালীবোৰে লৰি-ঢাপলি বৰ স্ফূৰ্তি কৰিলে। বালিত লাগি ধৰা এখন পুৰণি অচল জাহাজৰ ফটো লোৱা হ'ল। সাগৰৰ পাৰৰ নানা ৰঙৰ নানা বিধৰ শামুক বুটলি লৈ, যিয়ে যেনেকৈ পাৰিলে সাগৰৰ পানী বটলত ভৰাই লৈ, সাগৰৰ পাৰতে খোৱা-বোৱাও কৰি আমি শিখ মন্দিৰলৈ উলটিলোঁ। সেইদিনা ৰাতি সোনকালে খাই-বৈ নটা বজাত আমি ৰাংগালোৰলৈ যাবলৈ বুলি ৰে'লগাড়ী ধৰিবলৈ মাদ্ৰাজ ষ্টেচনলৈ গ'লোঁ। তাৰ পৰা সাত নম্বৰ ডাউন মেইলত উঠি আমি বাংগালোৰ অভিমুখে ৰাওনা হ'লোঁ। মাদ্ৰাজৰ পৰা বাংগালোৰৰ দূৰত্ব ৩৬৫ কিলোমিটাৰ। প্ৰথম শ্ৰেণীৰ ভাৰা আছিল উনত্ৰিছ টকা, ষাঠি পইচা। তৃতীয় শ্ৰেণীৰ ভাৰা কেৱল দহ টকা। তিনি তাৰিখে পুৱা ৬-৩০ বজাত আমি বাংগালোৰ পালোঁগৈ। বাংগালোৰ ভাৰতৰ অতি সুন্দৰ অতি পৰিপাটি ৰে'ল ষ্টেচনবোৰ ভিতৰতে এটা যেন অনুভৱ হ'ল। অৱশ্যে আমি তেতিয়ালৈকে দেখা মহানগৰীবোৰৰ ভিতৰতে বাংগালোৰেই অতি সুন্দৰ আৰু পৰিপাটি মহানগৰী বুলি আমাৰ মনত ধাৰণা হ'ল। ৰাজ্যখনৰ সহকাৰী শিক্ষাধিকৰ্তা শ্ৰীকৃষ্ণমূৰ্ত্তি আৰু প্ৰৱক্তা মিঃ মূৰ্তিয়ে আমাক আগবঢ়াই নিবলৈ ৰে'ল ষ্টেচনলৈকে আহিছিল। তেখেতসকলে আমাৰ থকা-মেলাৰ ব্যৱস্থা ষ্টেচনৰ পৰা ৫ কিলোমিটাৰ দূৰৈত ইউনাইটেড মিছন হাইস্কুলত কৰিছিল। ৰে'লৰে ৰেষ্টুৰাঁত খোৱা-বোৱা কৰি আমি সকলো তালৈকে গ'লোঁ। এই সুযোগতে মই ক্ষন্তেক সময় উলিয়াই এইছ এম. টিৰ শ্ব' ৰুমলৈ গৈ বুলু, কবিতা আৰু গীতাৰ বাবে তিনিটা 'সুজাতা' হাতঘড়ী কিনিলোঁগৈ। তাৰ পিছত দলটোৰ সৈতে একেলগে ষ্টেট এছেমব্লি হল আৰু চেক্ৰেটেৰিয়েট বিল্ডিং চাবলৈ গ'লোঁ। 'আমাৰ ভাৰত' (Our Indian) প্ৰদৰ্শনীও চালোঁ।

৪ তাৰিখে পুৱা বৰ সোনকালে উঠি আমি সকলোৱে বাংগালোৰৰ 'নেছনেল এৰ'নটিক্স' চাবলৈ গ'লোঁ। তাৰ পৰা ওলাই মহীশূৰ হস্ত-শিল্পৰ মিউজিয়ামৰ প্ৰকাণ্ড শ্ব' ৰুমত থকা নানা বিধৰ শিল্পজাত বস্তু চাই চাবোন তৈয়াৰ কৰা কাৰখানাটো চাবলৈ গ'লোঁ। কৰ্মীসকল

নিজৰ নিজৰ বহা আসনতে থাকে। বিৰাট চুলা (পাগহালি (Furnace) টোৰ পৰা বোৱাই অনা ঘেল্‌ঘেলিয়া উত্তপ্ত চাবোনবোৰ তললৈ বৈ চেঁচা হৈ আহি থাকোঁতেই মেচিনেৰে টুকুৰা-টুকুৰাকৈ কাটি মোহৰ মৰাৰ পিছত কৰ্মীবোৰৰ কোনোবাই জিল্‌জিলিয়া কাগজ মেৰিওৱা, কোনোবাই ওপৰৰ চাবোনৰ নাম থকা ৰঙীণ কাগজ মেৰিওৱা আদি ভাগে ভাগে কৰা কামবোৰ হৈ যোৱাৰ পিছত বজাৰলৈ উলিয়াই দিব পৰা চাবোন-পেকেটবোৰ আপোনা-আপুনি আহি বাকচবোৰত গোট খায়হি। তাৰ পিছতে পেকিং কৰি সেইবোৰ বজাৰলৈ পঠায়। আমাৰ অসমত এই একে পদ্ধতিৰে চাবোন তৈয়াৰ কৰা কাৰখানা আছে যদিও মই নাজানো। কিন্তু এই কামটো যে এইদৰে বহল পৰিসৰত আমাৰ ইয়াতো কৰিব পৰা যাব, সেই বিষয়ে অলপো সন্দেহ নাই। এনেবোৰ কাৰখানা আমাৰ গাঁও অঞ্চলতো দেখোন প্ৰতিষ্ঠা কৰিব পাৰি। ৰাজ্যিক পৰিকল্পনাত এই বিষয়টো অন্তৰ্ভুক্ত কৰি মূলধনৰ ব্যৱস্থা কৰিব লাগে। কাৰখানাৰ কৰ্মীসকলক দেখি মোৰ ধাৰণা হ'ল যে মূল পৰিচালক, সহ-পৰিচালক, হিচাব-ৰক্ষক আদিৰ বাদে বাকীসকল পুৰুষ-মহিলা কৰ্মীৰ শিক্ষাগত অৰ্হতা মেট্ৰিক মানলৈকে হ'লেও যথেষ্ট। বৰ্তমান অসমত মেট্ৰিক পৰীক্ষাত অসফল হোৱা নিবনুৱা ল'ৰা-ছোৱালীবোৰৰ অনেকে এনেদৰে প্ৰতিষ্ঠিত কাৰখানাত বেছ সন্মানেৰে কাম কৰিব পাৰিব বুলি বিশ্বাস হয়। আনহাতে, ভালকৈ চলাব পাৰিলে অসমৰ বজাৰৰ গা-ধোৱা, কাপোৰ-ধোৱা, বাচন-বৰ্তন আদি ধোৱা চাবোনৰ চাহিদা এইদৰে স্থানীয়ভাৱে গঢ়ি তোলা চাবোনৰ কাৰখানাৰ যোগেদিয়েই পূৰণ কৰিব পৰা হ'ব। তাৰ পৰা ওলাই দুপৰীয়া ভাত-পানী খাই আমি আকৌ ওলালোঁ নেছনেল ইনষ্টিটিউট অব ডেইৰি ফাৰ্মিং (Dairy Farming) চাবলৈ। তাত দেখিলোঁ, বিভিন্ন বিধৰ নিপোটল গাইবোৰ আৰু মেচিনেৰে গাখীৰ খীৰোৱা পদ্ধতি। এইদৰে বহল-ভিত্তিক উন্নত ধৰণৰ গো-পালন আৰু গাখীৰ খীৰোৱা পদ্ধতি আমাৰ ইয়াতো নিশ্চয় কৰিব পৰা যায়। তাৰ লগে লগে পাউদাৰ গাখীৰ, টিনৰ গাখীৰ আদি তৈয়াৰ কৰা আনুষংগিক কাৰখানাবোৰ গঢ়ি উঠাৰ সম্ভাৱনাৰ কথাও চিন্তা কৰিব পাৰি। আমাৰ গাঁৱলীয়া অঞ্চলবোৰৰ বাবে কৰা পৰিকল্পনাত এইবোৰ আঁচনি অৱশ্যে অন্তৰ্ভুক্ত হ'ব লাগে। তাৰ পৰা ওলাই নেছনেল টেলিফোন ফেক্টৰী চালোঁগৈ। তাতো দেখিলোঁ কনভেয়াৰ বেল্টত প্ৰথমে টেলিফোনৰ জঁকাটো ওলাই আহে। জঁকাটো আগবাঢ়ি আহি থাকোঁতেই ঠায়ে ঠায়ে থকা কৰ্মীবোৰে তৎক্ষণাতে নিজৰ নিজৰ ভাগৰ কামবোৰ কৰি দিয়ে। শেষত গৈ সম্পূৰ্ণ টেলিফোনটো কনভেয়াৰ বেল্টৰ ইটো মূৰত ওলাই যায়। তাৰ পিছত পেকিং কৰে। এনেবিধৰ কাৰখানাও পাতিব খুজিলে আমাৰ অসমতো নিশ্চয় হ'ব পাৰে। তাৰ পৰা ওলাই আমি লালবাগ আৰু টিপু চুলতানৰ ৰাজপ্ৰসাদ চালোঁগৈ। দিনটোৰ ভ্ৰমণেই প্ৰায় ডেৰশ কিলোমিটাৰ হ'ল।

১৯৬৭ চনৰ ৫ফেব্ৰুৱাৰী দিনা ৰাতিপুৱা বজাত আমি বাংগালোৰ এৰি মহীশূৰ মহানগৰীৰ অভিমুখে ৰে'লত উঠিলোঁ। ১৩৯ কিঃ মিঃ পথ অতিক্ৰম কৰি আবেলি তিনি বজাত গৈ মহীশূৰ পালোঁগৈ। ৰে'লৰ ভাড়া তেতিয়া আছিল ১ম শ্ৰেণীৰ ১১ টকা ৮০ পইচা আৰু তৃতীয় শ্ৰেণীৰ মাত্ৰ চাৰিটকা। সেইখিনি পোৱাৰ পিছতে গধূলি বৃন্দাবন গাৰ্ডেনৰ অপূৰ্ব দৃশ্য উপভোগ কৰিলোঁগৈ। তাৰ পিছদিনা ৬ তাৰিখৰ দিনটো অত্যন্ত ব্যস্ততাৰ মাজেৰে আগবাঢ়িল। মহীশূৰ আৰ্ট গেলেৰিৰ পৰা আৰম্ভ কৰি মহাৰাজাৰ ৰাজপ্ৰসাদ, চামুণ্ডী হিলচ্, প্ৰকাণ্ড শিলৰ ষাঁড়, চিৰিয়াখানা আদি চাই দুপৰীয়াৰ আহাৰ খাই চৰকাৰী ৰেচম শিল্পৰ কাৰখানা, ললিতা মহল, শ্ৰীৰঙ্গপট্টমত থকা টিপু চুলতানৰ ৰাজমহল আৰু তাতে লাগি থকা বন্দীশালটো, য'ত টিপুৱে ইউৰোপীয়ান বন্দীবোৰক থৈছিল, সেইবোৰ চাই আমি মহাৰাজা কলেজলৈ উভতি আহিলোঁ। তাতেই আমাৰ থকাৰ ব্যৱস্থা কৰা হৈছিল। পিছদিনা ৭ তাৰিখে আমি মহীশূৰ এৰি বাংগালোৰ অভিমুখে ৰে'ল ধৰি উলটি আহিবৰ বাবে যাত্ৰা কৰিলোঁ। বাংগালোৰ আহি পায়েই এইবাৰ মাদ্ৰাজ হৈ কলিকতালৈ পোনালোঁ। কলিকতাত নিউ মাৰ্কেটখন চাই ৰাতিটো বেলুৰ মঠৰ ৰামকৃষ্ণ মিছনত কটালোঁ। কলিকতা আহি পোৱালৈকে অৰ্থাৎ ১০ তাৰিখলৈকে এইকেইদিন ৰে'লতেই অতিবাহিত হ'ল। ১১ তাৰিখে ৰাতিপুৱা ৬ বাজি ৪৮ মিনিটত এ. টি. মেইল ধৰি গুৱাহাটীত নামি ১৩ তাৰিখে পোনে পোনেই ছিলং পালোঁগৈ। ১৪ তাৰিখে ছিলঙৰ অসমৰ ৰাজ্যপাল মাননীয় বিষ্ণু চাহায়দেৱক লগ ধৰি শ্ৰদ্ধা জনাই তেখেতৰ লগত কথা-বতৰা পাতি চাহ-জলপান খোৱা হ'ল। তাৰ পিছদিনা গুৱাহাটীত থাকি ফেব্ৰুৱাৰীত আকৌ আসাম মেইলত উঠি ১৭ তাৰিখে আহি তিনচুকীয়া পাই একেদিনাই চাংলাং অভিমুখে ৰাওনা হৈ 'ভাৰত দৰ্শন'ৰ সামৰণি মৰা হ'ল।

(ন)

ইয়াৰ পিছৰ দিনবোৰ কৰ্মব্যস্ততাৰ মাজেৰে পাৰ হৈ যাবলৈ ধৰিলে। এনেতে ১৯৬৮ চনৰ ৪ নৱেম্বৰত উচ্চ বেতন ক্ৰমত পদোন্নতি দি মোক মেব হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ সহকাৰী প্ৰধান শিক্ষক হিচাপে বদলিৰ নিৰ্দেশ দিলে। কিন্তু সেই সময়ত আমাৰ বৰজী কবিতাই হাইয়াৰ ছেকেণ্ডাৰী ফাইনেল আৰু সৰুজী গীতাই পাৰ্ট ৱান পৰীক্ষা দিব লগা হৈছিল। মই আমাৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ ছনি চাহাবলৈ মোৰ বদলিৰ নিৰ্দেশটো অলপ দিনৰ বাবে স্থগিত ৰাখিবলৈ অনুৰোধ কৰি বেতাঁৰ বাৰ্তা প্ৰেৰণ কৰিলোঁ। লগতে পাছিঘাটৰ এ.ডি. চি. কো অনুৰোধ জনালোঁ মোৰ সলনি সহকাৰী বিদ্যালয়ৰ পৰিদৰ্শকৰ কাম পৰিচালনা কৰিবলৈ পঠোৱা পাংগিন এম. ই. স্কুলৰ প্ৰধান শিক্ষক আলেকচান্দক যেন তৎক্ষণাতে তাৰ পৰা এৰি নপঠায়। পাছিঘাটৰ এ.ডি.চি.লৈ কৰা এনুৰোধে কাম দিলে। কিন্তু আমাৰ ডাইৰেক্টৰ ছনিয়ে খণ্ডত টিণ্ডিৰি তুলা হৈ তৎক্ষণাত বেতাঁৰ নিৰ্দেশ দিলে, "Postponing transfer order not possible. Move immediately after Alekchand joins. If yourself not prepared accepting A. H. M. post convey your rejection in clear language enabling us superseding you and promoting next senior inmediately. Either accept A. H. M.post and proceed to Mabo or reject offer and convey willingness being superseded by next teacher." উল্লেখিত নিৰ্দেশটো পাই মই বৰ বিমোৰত পৰিলোঁ। যিহেতু অৰুণাচলৰ সকলো ঠাইতে পৰিয়ালসহ থাকিব পৰাকৈ চৰকাৰী ঘৰ দিয়েই, তেনেস্থলত পৰিয়াল এৰি থৈ গ'ল দুঠাইত দুটা ঘৰ মোৰ অধিকাৰত ৰাখিম কেনেকৈ? আনহাতে পৰীক্ষা দিবলগীয়া দুজনী ছোৱালী মেবলৈ লৈ গ'লে মুৰামুৰি সময়ত সিহঁতে হয়তো পৰীক্ষা দিবলৈকে নাপাব। কথাটো দহকৈ চিন্তা কৰি মইও তৎক্ষণাত বেতাঁৰ যোগে উত্তৰ দিলোঁ, " Offer already accepted. Proceeding Mabo after Alekchand's arrival. appeal to you for postponment may not be considered rejection. Temporary difficulty arises due to children's exam. As A. H. M. post already accepted question of superseding by next teacher need not arise. Moving as soon as reliever joins." এই উত্তৰটো পাই ডি.ই. নিৰৱ হৈ ৰ'ল। কিন্তু এইটো ঠিক যে পাচিঘাটৰ এ. ডি. চি. য়ে মোৰ ওচৰত সেইকণ সহানুভূতি নেদেখুৱা হ'লে অৰ্থাৎ আলেকচান্দক তাৰ পৰা এৰি দিয়া হ'লে মই যাবই লাগিলহেঁতেন।

আমি জিৰোত থাকোতে সোৱণশিৰি জিলাৰ ন্যাপিনত এ.ডি.চি. আছিল মিঃ কে. বি. গুৰুং (খৰ্ক বাহাদুৰ গুৰুং) আই. এ. এছ। ৰাজ্যপাল মাননীয় বিষ্ণু চাহায়দেৱৰ

জিৰো ভ্ৰমণৰ সম্পৰ্কত ন্যাপিনৰ এ.ডি. চি. গুৰুং চাহাবো জিৰোলৈ আহিছিল। জিৰো স্কুলৰ ল'ৰা-ছোৱালীবোৰৰ পঢ়াশুনা, খেতিবাতি, হাতৰ কাম, ছবি আঁকা ইত্যাদি কামবোৰ দেখি তেখেত ইমানেই মুগ্ধ হৈছিল যে সেইদিনাই তেখেতে জিৰো স্কুলৰ উন্নতিৰ কথা উল্লেখ কৰি ছিলঙৰ সচিবালয়লৈ এটা বেতাঁৰ বাৰ্তা প্ৰেৰণ কৰি তাৰে এটা নকল জিৰো স্কুললৈকো পঠাইছিল। গুৰুং চাহাবৰ কথাটো এতিয়াহে বেছি প্ৰাসঙ্গিক হ'ব বুলি ভাবি ইতপূৰ্বে জিৰোৰ কথা লিখোতে মই তেখেতৰ নাম উল্লেখ কৰা নাছিলোঁ। টিৰাপ জিলাৰ ডেপুটি কমিছনাৰ ৰাজেন পাটিৰ (পিছলৈ অৰুণাচলৰ প্ৰধান সচিব) চাহাব বদলি হোৱাৰ পিছত মিঃ গুৰুং তালৈ ডেপুটি কমিছনাৰ হৈ আহিল। এনেতে মহাত্মা গান্ধীৰ ব্যক্তিগত সচিব মহাদেৱ দেশাই (আই.চি. এচ) ৰ পুত্ৰ নাৰায়াণ দেশাইৰ নেতৃত্বত ১৯৬৯ চনৰ১৩ জানুৱাৰীৰ পৰা চাংলাঙত পতা 'অখিল ভাৰত শান্তি সেনা' কেম্পৰ পযেকজোৰা কাৰ্যক্ৰমৰ সংক্ৰান্তত ডেপুটি কমিছনাৰ গুৰুং, আমাৰ ডাইৰেক্টৰ ছামলাল ছনি চাহাব, আৰু টিৰাপ জিলাৰ বিদ্যালয়সমূহৰ তেতিয়াৰ পৰিদৰ্শক লক্ষ্যকুমাৰ চাহাব আহি চাংলাঙত উপস্থিত হ'লহি। টিৰাপ জিলালৈ ডেপুটি কমিছনাৰ হৈ অহাৰ পিছত গুৰুং চাহাব চাংলাঙলৈ এইবাৰেই প্ৰথ ম আহিছে। চাংলাঙৰ ই এ চি মিঃ এছ আৰ দত্ত চাহাবৰ বঙলাতে বহি তেওঁলোকে, বিশেষকৈ ডি ই আৰ ডি আই এছ চাহাবে খুন্‌ছা হাইস্কুলৰ অসন্তোষজনক পৰিস্থিতিৰ কথা উল্লেখ কৰি তাৰ পৰা পদোন্নতি হৈ বদলি হৈ যোৱা আৰ পি ভাদেৰাৰ ঠাইত অতি শীঘ্ৰে এজন সহকাৰী প্ৰধান শিক্ষক লাগে বুলি জোৰ দি ধৰিলে। ডি ই ছনি চাহাবো সেই কথাত মান্তি হ'ল। আলোচনা চলি থাকোঁতেই চাংলাং মহকুমাৰ স্কুলসমূহৰ কথা ওলালত মানুহ পঠাই মোকো অফিচত কাম কৰি থকাৰ পৰাই ই এ চি চাহাবৰ বঙলালৈ মতাই নিলে। গুৰুং চাহাবৰ সৈতে দেখা-দেখি হোৱাৰ মাত্ৰেই মোকে খুন্‌ছা হাইস্কুললৈ পঠাব লগে বুলি মোৰ সন্মুখতে তেখেতে ডি ই চাহাবক নেৰানেপেৰাকৈ ধৰিলে। ছনি চাহাবে মোক ইতিমধ্যে মেব হাইয়াৰ ছেকেণ্ডাৰী স্কুললৈ বদলিৰ নিৰ্দেশ দি থোৱা হৈছে বুলি কোৱাতো ডেপুটি কমিছনাৰ গুৰুং চাহাবে নামানে। অফিচৰ পৰা বদলিৰ অৰ্ডাৰখন অনোৱাই মেবৰ ঠাইত খুন্‌ছা লিখিবলৈ জোৰ কৰাত উপায়-নাপাই ছনি চাহাবে 'Temporarily allowed to join in Khonsa High School' বুলি লিখি শীতকালীন বন্ধ খোলাৰ পিছতে মেবলৈ গৈ তাত যোগদান কৰিবলৈ লাগিব বুলি লিখি, কাট-কুট কৰা অৰ্দাৰখন ই এছ চি চাহাবৰ বঙলাতে পি এৰ হতুৱাই তৎমুহূৰ্ততে টাইপ কৰোৱাই, ছনি চাহাবে চহী কৰি মোক দিব খোজোতেই একেখন ছ'ফাতে বহি থকা গুৰুং চাহাবে তেখেতৰ হাতৰ পৰা কাগজখন (অৰ্দাৰখন) লৈ পঢ়ি চাই 'আৰে আৰে, ইয়ে ক্যা লিখা হে? ইস্‌কো কাটো কাটো' বুলি কৈ ছনি চাহাবৰ হাতৰ পৰাই কলমটো লৈ মোৰ উপস্থিতিতে ওপৰৰ

কথাকেইটা কাটি তাৰ ঠাইত 'Permanently posted to Khonsa High School' বুলি লিখি আকৌ নতুনকৈ টাইপ কৰি আনিবলৈ দিলে। ফলত মই মেবলৈ যাবলগীয়া দুৰ্দশাখিনিৰ পৰা এইবাৰলৈ অব্যাহতি পালোঁ। ভাগ্যদেবীয়ে যেন মোক কাণে কাণে ক'লে, 'মই কৃপা নকৰা হ'লে তুমিনো ক'ত ৰক্ষা পালাহেঁতেন!'

অখিল ভাৰত শান্তি সেনা কেম্পৰ মোৰ দায়িত্বত পৰা কামখিনি শেষ কৰি ২৭ জানুৱাৰী '৬৯ ত ই এ চিৰ অফিচৰ পৰা অব্যাহতি পাই ৪ ফেব্ৰুৱাৰী' ৬৯ তাৰিখত পৰিয়ালটো এৰি থৈ মই অকলে গৈ খুন্ছা হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষক হিচাপে যোগদান কৰিলোঁগৈ। যোগদান কৰা কাগজখনতে পৰিয়ালসহ থাকিব পৰাকৈ মোক এটা চৰকাৰী ঘৰৰ ব্যৱস্থা কৰি দিবলৈ হেড্‌মাষ্টৰ মহোদয়ক অনুৰোধ কৰিলোঁ। তেতিয়া তাত মিঃ টি এন লাহন হেড্‌মাষ্টৰ। ঘৰ এটা নাপাওঁ মানে ডেপুটি কমিছনাৰৰ অফিচৰ কেচিয়াৰ মোৰ পৰিবাৰ বুলুৰ সম্পৰ্কীয় ককায়েক নৰেণ শৰ্মাৰ ঘৰতে থাকিবলৈ ল'লোঁ। তেওঁলোকৰ ঘৰতে এমাহতকৈ অধিক কাল থকাৰ পিছত স্কুলখনৰ নিচেই কাষতে মোৰ নামত এটা সৰু অথচ ভাল ঘৰ আবণ্টিত হ'ল। এতিয়া পৰিয়ালটো তালৈ নি ঘৰটোত প্ৰবেশ কৰিব লাগে। কিন্তু সমস্যাই লগ নেৰা মানুহৰ ওলাল নহয় আৰু এটা নতুন সমস্যা। ইতিপূৰ্বে বৰল'ৰাটিয়ে বেচ সুখ্যাতিৰে হাইয়াৰ ছেকেণ্ডাৰী পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত নাম ভৰ্তি কৰি হোষ্টেলত থাকি বি এছ চি পঢ়ি আছিল। এইবাৰ বৰজী কবিতাইও হাইয়াৰ ছেকেণ্ডাৰীত উত্তীৰ্ণ হোৱাত তাইকো কটনতে দিয়াটো ঠিক কৰা হ'ল। সৰুটো ল'ৰা বিভূতি আমাৰ লগত। লেঠা লাগিল সৰুজনী ছোৱালী গীতাক লৈ। তাই অহাবাৰতে হাইয়াৰ ছেকেণ্ডাৰী ফাইনেল পৰীক্ষা দিব লাগে। খুন্ছা হাইস্কুলত দশম মানলৈহে আছে। লাগিল মহা চিন্তা! কি কৰিম কি নকৰিম গুণাগথাঁ কৰি থাকোতে এদিন হঠাতে খুন্ছাৰ এছ আই বিৰ এৰিয়া আৰ্গেনাইজৰ মিঃ অৰুণ গোস্বামী মোৰ ওচৰ পালেহি। তেখেতক চাংলাঙলৈ বদলি কৰিছে। তেখেতৰ বৰপুত্ৰ প্ৰভাতে (বৰ্তমান আমেৰিকাত মিচৌৰি বিশ্ববিদ্যালয়ত উচ্চ পদবীৰ চাকৰিয়াল) খুন্ছা হাইস্কুলৰ পৰাই অহাবাৰলৈ মেট্ৰিক পৰীক্ষা দিব লাগে। গোস্বামীৰ কোনোবা শুভাকাঙ্খীয়ে প্ৰভাতক আমাৰ লগত থৈ যাবলৈ পৰামৰ্শ দিয়াত তেখেতে আহি মোক কাউ-বাউকৈ ধৰিলেহি। তেতিয়ালৈকে গোস্বামীৰ লগত মোৰ ভালকৈ পৰিচয়েই হোৱা নাই। এই প্ৰথম দুয়োজনে বহি হাৰ্দিক কথা-বতৰা হ'বলৈ সুযোগ পালোঁ। কিছুসময় আলাপ-আলোচনা কৰি মই তেখেতক ক'লোঁ, 'এটা চৰ্তত মই আপোনাৰ ল'ৰাটি আমাৰ লগত ৰাখিব পাৰোঁ। 'ৰাখিব পাৰোঁ' কথাষাৰ শুনিয়েই অত্যন্ত উৎসাহিত হৈ তেখেতে ক'লে, 'এই উপকাৰৰ বাবে আপুনি যিহকে খোজে মই তাকে দিবলৈ সাজু। খৰচ-বৰচ যি লাগে, আপুনি যি বিচাৰে তাকে দিম।' মই ক'লোঁ, ' মোক সেইবোৰ একো নালাগে,

কিন্তু আপোনালোকেও মোৰ সৰু জী গীতাক তাইৰ ফাইনেল পৰীক্ষালৈকে চাংলাঙত আপোনালোকৰ ঘৰত ৰাখিব লাগে।' গোস্বামীৰ ল'ৰা তিনিটা, ছোৱালী এজনী, প্ৰভাতেই ডাঙৰ। ক্ষন্তেক গহীন হৈ চিন্তা কৰি অৱশেষত তেখেতে গাত ল'লে। এইদৰেই আমাৰ দুয়োটি পৰিয়ালৰ মাজত অতি আন্তৰিক সম্ভাৱ গঢ়ি উঠিল আৰু পিছলৈ সেয়ে গৈ ঘনিষ্ঠ সম্পৰ্কত পৰিণত হ'লগৈ। ভাগ্যাই যেন আকৌ এবাৰ শুনালে, 'এইবাৰ মইহে তোমালোকৰ দুয়ো পৰিয়ালকে একেলগে ৰক্ষা কৰিলোঁ।'

ঘৰটো তেতিয়াও লোৱা হোৱা নাছিল। কাৰণ গোস্বামীয়ে তেতিয়াও তেখেতৰ পৰিয়াল চাংলাঙলৈ নিয়া নাছিল। সেই কাৰণে তেখেতৰ পৰিয়ালটো তালৈ নোযোৱালৈকে গীতা আৰু মাকক তাতে এৰি থৈ কবিতা আৰু সৰু ল'ৰাটিক মোৰ লগলৈ আনি ঘৰটো ল'ম বুলি মই চাংলাঙলৈ গ'লোঁ। ঠিক সেই সময়তে ডেপুটি কমিছনাৰ গুৰুং চাহাব দ্বিতীয়বাৰৰ কাৰণে চাংলাঙলৈ গৈছিল। তেখেতে খুন্ছালৈ ঘূৰি আহোতে কবিতা, টিটো আৰু মোকো লগতে লৈ আনিলে। ঘৰটোত সোমাই পইচা-পাতি যা-যোগাৰ কৰি কবিতাক কটন কলেজ হোষ্টেলত থাকি জিঅ'লজী সহ বি এছ চি পঢ়িবলৈ গুৱাহাটীলৈ পঠালোঁ। প্ৰভাতক মোৰ লগত এৰি গোস্বামীৰ পৰিয়াল চাংলাঙলৈ যোৱাৰ লগে লগে গীতাক তেখেতসকলৰ লগত থৈ বুলুক খুন্ছালৈ আনিলোঁ। তেতিয়াহে সকলো থান-থিত লাগি পৰিল।

সাংসাৰিক জা-জঞ্জালবোৰৰ লেঠা মৰাৰ পিছত এতিয়া নিজ কৰ্তব্য আৰু দায়িত্বত নিচিন্তমনে মনপুতি লাগিব লাগে। আমি থকা ঘৰটোৰ পৰা স্কুলখনলৈ এশটা খোজো নামিব নালাগে। স্কুল ঘৰটো ভাগি-ছিগি উৰঁলি গৈছে। কাঠৰ নতুন চাংঘৰ কেইটামান প্ৰায় এক কিলোমিটাৰ দূৰত সাজি থকা অৱস্থাত আছিল। সেইকেইটাৰ কাম সম্পূৰ্ণ হ'লেই স্কুলখন তালৈকে উঠাই নিয়া হ'ব। স্কুলৰ হোষ্টেলটোও নিচেই ওচৰতে। সেই ঘৰকেইটাৰ অৱস্থাও তেনেই জৰাজীৰ্ণ। স্কুল চৌহদত ফুলনি বাৰীও নাই। নতুনকৈ পতাৰ আগ্ৰহো কাৰো নাই। কাৰণ স্থায়ী ঘৰকেইটা সম্পূৰ্ণ হওঁ হওঁ হ'লেই। সেই কেইটা হ'লেই সকলো তালৈ যাবলৈহে আগ্ৰহী। পঢ়া-শুনাৰ ক্ষেত্ৰতো দুবছৰমান একেৰাহে পৰীক্ষাৰ ফলাফল অলপো সন্তোষজনক নাছিল। স্বীকৃতি উঠাই দিয়া হ'ব বুলি ব'ৰ্ডৰ ফালৰ পৰা কঠিন নিৰ্দেশ দি সাৱধান কৰি দিয়া হৈছিল। সাতে-সোতৰেই আমি চিন্তা কৰি সিদ্ধান্ত কৰিলোঁ যে প্ৰথম প্ৰথম শৈক্ষিক দিশটোহে টনকিয়াল কৰি তুলিব লাগে। নতুন শিক্ষা বছৰ আৰম্ভ হৈছিলহে। গতিকে সকলোৱে মিলি আলোচনা কৰি পাঠদান সুচাৰুৰূপে চলাই নিব পৰাকৈ নিত্যক্ৰম (ৰুটিন) এখন বঢ়িয়াকৈ তৈয়াৰ কৰি লৈ পাঠদান কাৰ্যত মনোনিবেশ কৰা হ'ল। মেট্ৰিক ফাইনেল পৰীক্ষাৰ্থী কেইজনৰ প্ৰধান দায়িত্ব হেডমাষ্টৰ মহোদয়ৰ তত্বাৱধানত ৰাখি সমানে সমানে এম ই পৰীক্ষাৰ

পৰীক্ষাৰ্থীখিনিৰ দায়িত্ব মোৰ হাতত লৈ উপযুক্ত ব্যৱস্থা গ্ৰহণ কৰা হ'ল। সেইবাৰ বছৰেকীয়া দীঘলীয়া ছুটীত আমাৰ দুজনৰ কাৰোৰেই যোৱা নহ'ল। বিষয় শিক্ষকো দুজনমান ঘৰলৈ নোযোৱাকৈ ৰৈ গ'ল। ফাইনেল পৰীক্ষাৰ্থীবোৰক ৰাখি লৈ ডেৰমহীয়া বন্ধটোৰ গোটেই সময়খিনিতে দশম আৰু ষষ্ঠ শ্ৰেণীৰ নিয়মিত পঢ়া-শুনা অব্যাহত ৰখা হ'ল। এইদৰে অবিৰাম ভাবে কৰা নেৰানেপেৰা চেষ্টাই আমি আশা কৰাতকৈয়ো অধিক সুফল দিলে ।আগৰ মেট্ৰিক পৰীক্ষাৰ ফলাফল বিছ শতাংশৰ বিপৰীতে এইবাৰ আশী শতাংশ হ'ল। প্ৰভাতে বেছ সুখ্যাতিৰে প্ৰথম বিভাগত পাছ কৰিলে। এম ই পৰীক্ষাতো গোটেইবোৰ ল'ৰা-ছোৱালী উত্তীৰ্ণ হোৱাৰ উপৰিও সমগ্ৰ অৰুণাচলৰ ভিতৰত প্ৰথম পাঁচোটা স্থানৰ লগতে নৱম স্থানটোও খুন্‌ছা হাইস্কুলেই ৰাখিলে। স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰী ছাত্ৰ-ছাত্ৰীকে আৰম্ভ কৰি ডেপুটি কমিছনাৰ গুৰুং চাহাবলৈকে সকলোৰে মনত আনন্দই নধৰা হ'ল। স্কুলখনৰ বাবে ই এক উল্লেখনীয় সাফল্য।

নতুন স্কুলঘৰ আৰু হোষ্টেলৰ ঘৰকেইটা তেতিয়াও সম্পূৰ্ণ হৈ উঠা নাছিল। পুৰণা ভেটিতে স্কুলৰ ক্লাছবোৰ চলি আছিল। এনেতে এদিন হঠাতে খবৰ আহিল বোলে খুন্‌ছা বস্তিৰ ৰজাজন (Chief) ঢুকাল। তেতিয়ালৈকে, আনকি আজিও একোখন গাঁৱৰ মুৰব্বীজনক সকলোৱে 'ৰজা' বুলিয়েই কয়। খবৰটো পোৱাৰ লগে লগেই এখন শোক সভা পাতি গোটেই স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰীসকলৰ তত্ত্বাৱধানত জনজাতি-অজনজাতি আটাইবোৰ ল'ৰা-ছোৱালীয়ে হাতে হাতে একোপাহ ফুল লৈ অতি শৃংখলাবদ্ধভাৱে সুন্দৰকৈ শাৰী পাতি স্কুলৰ সন্মুখত থকা পাহাৰটো বগাই ৰজাৰ ঘৰ পালেগৈ। পাহাৰৰ একা-বেঁকা ঠেক বাটটোৱেদি এটি এটি কৈ ল'ৰা-ছোৱালীবোৰ শাৰী পাতি ওপৰলৈ উঠি যোৱা দৃশ্যটো আটাইৰে চকুত পৰিল। চাংঘৰটোৰ সিটো মূৰে ৰজাৰ মৃতদেহ এখন চাঙৰ ওপৰত শুৱাই থোৱা আছিল। আমাৰ সকলোৱেই হাতত নিয়া ফুল পাহি নীৰৱে শ্ৰদ্ধা জনাই ৰজাৰ শবদেহৰ ওপৰত থৈ লাহেকৈ এটা পাক মাৰি এজন এজনকৈ বাহিৰলৈ ওলাই আহি আকৌ আগৰ দৰে শাৰী পাতি ঘৰমুৱা হ'ল। সকলোৰে মনবোৰ বিষাদেৰে ভৰি পৰিল।

পাহাৰীয়া ঠাইৰ বিভিন্ন অঞ্চলৰ মৃতদেহ সৎকাৰ কৰাৰ পদ্ধতিবোৰ একে নহয়। ইয়াৰে এটা প্ৰথাৰ বিষয়ে এসময়ৰ ভাৰত চৰকাৰৰ জনজাতীয় উপদেষ্টা ডঃ ভেৰিয়াৰ এলুইনে তেখেতৰ A Philosophy for NEFA নামৰ গ্ৰন্থত উল্লেখ কৰিছে এইবুলি— "Among some tribes there is a custom of burying the dead beside the house or even (as among some of the Tangas) beneath it: this is partly to protect the grave from being desecrated by wild animals, partly to keep the ghost in the warmth and shelter of his former home," (pp -249, Second Reprint Edition. 1964) মোৰ মনত পৰে এবাৰ মফচলত

থাকোঁতে এজন গাঁওবুঢ়াৰ ঘৰত আলহী খপিব লগাত পৰিলোঁ। তেওঁলোকৰ পৰিয়ালৰ এজন বয়সিয়াল ব্যক্তিৰ মাত্ৰ কেইদিনমানৰ আগতে মৃত্যু হৈছিল। মোক শুবলৈ দিয়া চাংখনৰ ঠিক তলতে তেওঁৰ মৃতদেহটো পুতি থোৱা হৈছিল। মনটো ডাঠ কৰি ভয়-শঙ্কা অথবা অসন্তুষ্টিৰ ভাব মনলৈ আহিবলৈ নিদি ৰাতিৰ সাঁজ খাই বৈ সুস্থ মনেৰে সেই ৰাতিটো তাতেই কটালো, টোপনিও অৱশ্যে হ'ল।

খুন্‌ছা-বস্তিৰ প্ৰায় নিৰান্নবৈ শতাংশ পাহাৰীয়া লোকেই হিন্দুধৰ্মী। তেওঁলোকে মহাপুৰুষ শঙ্কৰদেৱৰ শিষ্যসকলৰ দ্বাৰা প্ৰচাৰিত নাম-ধৰ্মকে পালন কৰে। গাঁওখনৰ একেবাৰে শীৰ্ষত এটি নামঘৰো আছে। এবাৰ নিমন্ত্ৰণ পাই আমি তাত ভাওনা চাবলৈ যোৱা মনত আছে। এই পাহাৰী বাসিন্দাসকলৰ লগত এতিয়ালৈ আমাৰ সম্বন্ধ ঘনিষ্ঠৰ পৰা ঘনিষ্ঠতৰ হোৱাৰ অতিশয় প্ৰয়োজন আছিল। কিন্তু অতি পৰিতাপৰ বিষয়- আমি সকলোৱেই যেন তেওঁলোকৰ পৰা লাহে লাহে ভাষিক, সামাজিক, সাংস্কৃতিক সকলো দিশতে ক্ৰমান্বয়ে বিচ্ছিন্ন হ'বলৈ ধৰিলোঁহক। এটা জাতিৰ সবল-সুস্থ ভৱিষ্যতটো গঢ়িবৰ বাবে এনেদৰে ঘূণেধৰা পৰিস্থিতি এটা কেতিয়াও শুভলক্ষণ হ'ব নোৱাৰে।

এইখন খুন্‌ছা বস্তিতে বৰ্তমান অত্যাধুনিক সা-সুবিধাযুক্ত বিতোপন পকী ঘৰদুৱাৰেৰে সৈতে সাৰদা মিছনৰ (ৰামকৃষ্ণ মিছনৰে এটা শাখা) এখন বালিকা উচ্চ মাধ্যমিক বিদ্যালয় চালে চকু ৰোৱাকৈ গঢ়ি উঠিছে। স্কুলখনক স্বীকৃতি প্ৰদান কৰাৰ উদ্দেশ্যেৰে CBSE (Central Board of Secondary Education) এ পৰিদৰ্শনৰ বাবে পঠোৱা তিনিজনীয়া দলটোৰ দুজন দিল্লীৰ পৰা আহিছিল আৰু অৰুণাচলৰ পৰা মোক পঠাইছিল। সেই সময়ত মোৰ কৰ্মস্থান অৱশ্যে খুন্‌ছা নাছিল। এইটো কেইবছৰমানৰ পিছৰ কথা, তথাপি স্কুলখনৰ আৰ্থিক অৱস্থা তেতিয়াই অতি উন্নত আছিল। সুন্দৰকৈ সজা ঘৰ-দুৱাৰবোৰৰ উপৰিও স্থানীয় নক্তে ৰাইজৰ বদান্যতাত অনুষ্ঠানটিৰ নামত বেঙ্কত যোল্ল লাখ টকা স্থায়ী জমা আছিল। তাৰ সুতেৰেই শিক্ষয়িত্ৰীসকলৰ দা-দৰমহা আদিৰ খৰচ সুচাৰুৰূপে জোৰা মাৰিব পাৰিছিল। এতিয়া সেইখন স্কুল উচ্চতৰ মাধ্যমিক হ'ল বুলি শুনিছোঁ। ৰামকৃষ্ণ মিছনৰ আন এখন সহশিক্ষাৰ (ল'ৰা-ছোৱালী উভয়ৰে) অনুষ্ঠান টিৰাপ জিলাৰে দেওমালিতো আছে। আমাৰ ইয়াৰ স্কুলবিলাকৰ আৰ্থিক অৱস্থাও কিবা নহয় কিবা উপায়েৰে এনেদৰে টনকিয়াল কৰি ল'ব পাৰিলে বৰ্তমানৰ শোচনীয় পৰিস্থিতিত নিশ্চয় কিছু সকাহ পোৱা গ'লহেঁতেন আৰু স্কুলবোৰৰ পৰিবেশবোৰো অন্ততঃ চাব পৰা কৰি ৰাখিব পাৰিলেহেঁতেন। কিন্তু আমাৰ কোনোৱেই এনেবোৰ কথালৈ একেবাৰে কাণসাৰ নিদিয়ে যেন লাগে দেখোন। শিক্ষাৰ নামত কথমপিহে স্কুলবোৰ বৰ্তি আছে। চৰকাৰৰ কথা নোকোৱাই ভাল। দুৰ্নীতিৰ বাবে অজস্ৰ ধন ওলায়, অথচ শিক্ষকক প্ৰাপ্য দৰমহাৰ টকাকেইটা দিবলৈহে ধন-ভঁৰালৰ তলি উদং। ভাবিও পাৰ

নোপোৱা কথা।

সেই সময়ৰ অৰুণাচলৰ ৰাজ্যপালৰ উপদেষ্টা কৰ্ণেল কে. এ.এ. ৰাজা (পিছলৈ তেখেত নিজেই ৰাজ্যপাল হৈছিলগৈ) আৰু পৰিকল্পনা আৰু উন্নয়ন সচিব পি.পি. শ্ৰীবাস্তৱ (অসম আন্দোলনৰ সময়ত অসমৰ ৰাজ্যপালৰ উপদেষ্টা) চাহাবৰ লগত ৰামকৃষ্ণ মিছনৰ স্বামী চিদাত্মানন্দ আৰু স্বামী লোকেশ্বৰানন্দই ১৯৭০ চনৰ ৬ ফেব্ৰুৱাৰী তাৰিখে খুন্‌ছা উচ্চ মাধ্যমিক বিদ্যালয়ত পদাৰ্পণ কৰে। স্বমীদুজনাই খুন্‌ছা ৰাজহুৱা ভৱনত চৰকাৰী কৰ্মচাৰী, ছাত্ৰ-ছাত্ৰী আৰু সাধাৰণ ৰাইজৰ উপস্থিতিত চেতনা উদ্দীপক ভাষণ প্ৰদান কৰে। জীৱনৰ সকলো ক্ষেত্ৰতে চৰম শ্ৰেষ্ঠতা আৰু উৎকৰ্ষ সাধনৰ ওপৰত গুৰুত্ব আৰোপ কৰি তেখেতসকলে সাৰগৰ্ভ বক্তৃতা দিছিল। দোভাষীৰ কাম মোৰ হতুৱাই কৰাইছিল। ৭ ফেব্ৰুৱাৰীৰ দিনা সকলোৱে লগ হৈ তেখেতসকলক খুন্‌ছাৰ পৰা বিদায় দিয়া হ'ল। প্ৰায় সমসাময়িকভাৱেই ৰামকৃষ্ণ মিছনৰে একালৰ চেক্ৰেটৰী, বিশ্ব পৰিব্ৰাজক, সুবক্তা স্বামী ৰঙ্গনাথনন্দয়ো শ্ৰীবাস্তৱ চাহাবৰ লগত এদিন ততাতৈয়াকৈ খুন্‌ছা স্কুলত চৰণ-ধূলা পেলাইছিল। আবেলি বেলিকা মুকলি আকাশৰ তলত পুৰণা স্কুলৰ সন্মুখৰ বননিখনতে ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী সকলো সমবেত হৈ তেখেতৰ জ্ঞানোদ্দীপ্ত বক্তৃতা শুনিবলৈ তৎক্ষণাত বহি ল'লে। সৃষ্টিৰ ৰহস্য অনুধাৱন কৰিবলৈ, প্ৰকৃতি, জীৱ-জন্তুৰ আৰু মানুহৰ মাজৰ নিবিড় সম্পৰ্ক উপলব্ধি কৰিবলৈ, সন্ধিয়া তৰাভৰা মুক্ত আকাশৰ তলত বহি লৈ আকাশখনৰ বিতোপন সৌন্দৰ্য ক্ষন্তেকলৈ হ'লেও ধ্যানমগ্নতাৰে উপভোগ কৰিবলৈ তেখেতে সকলোকে উপদেশ দিছিল।

নতুন ঠাইত ঘৰ-দুৱাৰবোৰ সম্পূৰ্ণ হৈ উঠাৰ লগে লগে উলাহতে সকলোৱে মন তালৈহে ঢাপলি মেলিলে। গতিকে ১৯৭০ চনৰ ১৩ জুন তাৰিখে ভাগি-ছিগি উঁৱলি যোৱা পুৰণি ঘৰকেইটা পৰিত্যাগ কৰি বয়-বস্তু সকলো কঢ়িয়াই লৈ লৈ নতুন ঘৰত শ্ৰেণীকোঠাবোৰ সজোৱা হ'ল। আৰম্ভণিৰ দিনটোহে ১৩ জুন। সকলো কাম সম্পূৰ্ণ হৈ উঠোঁতে জুলাই পালেগৈ। এই কাম শেষ কৰি উঠি নতুন উদ্যমেৰে অতি উৎসাহেৰে সকলোৱেই স্কুলখনত নিজৰ নিজৰ ভাগৰ কাম নিয়াৰিকৈ কৰিবলৈ ধৰিলে। সেইমতে পঢ়া-শুনা, খেলা-ধূলা সকলো বিষয় নিয়মিতৰূপে আগবাঢ়িল। সেইবাৰ খুন্‌ছা স্কুলৰ তিনিদিনীয়া বিদ্যালয় সপ্তাহ বিভিন্ন খেল-ধেমালি, সাংস্কৃতিক অনুষ্ঠান, তৰ্কসভা, আকস্মিক বক্তৃতা, কবিতা আবৃত্তি আদি কাৰ্যসূচীৰে খুন্‌ছা পেৰেড গ্ৰাউণ্ডত ডেপুটি কমিছনাৰ গুৰুং চাহাবে পতাকা উত্তোলন কৰি শুভাৰম্ভ কৰে। হেড্ মাষ্টৰ মহোদয় মেট্ৰিক পৰীক্ষাৰ্থীসকলক লৈ ডিব্ৰুগড়লৈ যোৱাত বিদ্যালয় সপ্তাহ পালনৰ দায়িত্বভাৰ মোৰ ওপৰতে পৰে। ইয়াৰ উপৰিও ২০ ৰ পৰা ২৩ মাৰ্চলৈ সমগ্ৰ অৰুণাচল প্ৰদেশৰ আন্তঃজিলা টুৰ্ণামেণ্ট টিৰাপ জিলাৰ জয়ৰামপুৰত অনুষ্ঠিত হওঁতেও গুৰুং চাহাবেই

পতাকা উত্তোলন কৰি শুভাৰম্ভ কৰিছিল। প্ৰতিদিন জয়ৰামপুৰৰ অসম ৰাইফল্‌ছৰ প্ৰেক্ষাগৃহত সাংস্কৃতিক সন্ধিয়া আয়োজন কৰি টুৰ্ণামেণ্টৰ কাম অতি সুচাৰুৰূপে পৰিচালনা কৰা হয়।

নতুন ঘৰত পৰম উলাহেৰে সেইবাৰ সৰস্বতী পূজাও পতা হ'ল। পৰীক্ষাবোৰৰ ফলাফলো আগৰবাৰতকৈও উন্নত হোৱাৰ লগতে প্ৰাথমিক বৃত্তি পৰীক্ষাত আমাৰ সৰু ল'ৰাটি (বিভূতি) য়ে সমগ্ৰ অৰুণাচল প্ৰদেশৰ ভিতৰতে প্ৰথম স্থান অধিকাৰ কৰি বৃত্তি লাভ কৰিলে। দেখাত সকলো ঠিকেই আছিল। পিছে, এই সময়তে শিক্ষাৰ মাধ্যমৰ প্ৰশ্নটোৱে আকৌ এবাৰ মূৰ দাঙি উঠি সমগ্ৰ অৰুণাচল কঁপাই তুলিলে। টিৰাপ জিলাৰ ছাত্ৰ প্ৰতিনিধিবৰ্গয়ো ১৯৭০ চনৰ ১৭, ১৮, ১৯ জুনত খুন্‌ছাত একত্ৰিত হৈ শিক্ষাৰ মাধ্যম পৰিবৰ্তন আন্দোলনত জঁপিয়াই পৰিল। মই যিহেতু অসমীয়া বিভাগৰ শিক্ষক আছিলোঁ, তেওঁলোকৰ কেইজনমান ছাত্ৰ-নেতাই আচুতীয়াকৈ মোক লগ ধৰি মোৰ নিজস্ব মতামত জানিবলৈ বিচৰাত মই তেওঁলোকক ক'লোঁ, "চোৱা, অসমীয়া ভাষা সাহিত্যৰ এজন শিক্ষক হিচাপে মই তোমালোকক কোনোপধ্যেই উৎসাহিত কৰিব নোৱাৰোঁ। কিন্তু অসমত শিক্ষিত নিকনুৱাৰ যি দুখলগা পৰিস্থিতিৰ উদ্ভৱ হৈছে, তাৰে চাই তোমালোকৰ দাবীৰ ন্যায্যতা অস্বীকাৰ কৰিব নোৱাৰি। কাৰণ অসম চৰকাৰে অসমত অসমীয়া মাধ্যমেৰে শিক্ষিত হোৱা যুৱক-যুৱতীবোৰকে চাকৰি-বাকৰি দি নাইবা অন্য কিবা উপায়েৰেও সংস্থাপিত কৰাত ব্যৰ্থ হৈছে। তেনেস্থলত অসমীয়া মাধ্যমত পঢ়া-শুনা কৰি ওলাই অহা অৰুণাচলৰ শিক্ষাৰ্থীসকলকো যদি চৰকাৰে উপযুক্ত সংস্থাপনৰ উপায় উলিয়াই দিব নোৱাৰে তেনেহ'লে তোমালোকৰ যুৱক-যুৱতীসকলে আৰু সাধাৰণভাৱে জনসাধাৰণেও অসমীয়া মানুহৰ ওপৰত বিশ্বাস আৰু আস্থা হেৰুৱাই পেলোৱাৰ সম্ভাৱনাই বেছি। তেনে পৰিস্থিতিত হতাশা-নিৰাশাৰ বশৱৰ্তী হৈ পৰস্পৰে পৰস্পৰক শত্ৰুজ্ঞান যে নকৰিব তাৰ কি নিশ্চয়তা আছে? গতিকে তোমালোকৰ এই দাবী ব্যক্তিগতভাৱে মই সময়োপযোগী হৈছে বুলিয়েই বিবেচনা কৰোঁ।" আনহাতে অৰুণাচলৰ কেউখন জিলাতে শিক্ষাৰ মাধ্যম কেৱল ইংৰাজী হ'ব লাগে বুলি তীব্ৰ আন্দোলন গঢ়ি উঠিল। চৰকাৰেও আন্দোলনকাৰীসকলৰ ওচৰত সেও মানিলে, অৰ্থাৎ মাধ্যম পৰিবৰ্তনৰ বাবে চৰকাৰে সিদ্ধান্ত গ্ৰহণ কৰিলে। এই ক্ষেত্ৰত বাহিৰৰ পৰা অহা উচটনিয়েও কাম নিদিয়া নহয়। যি কি নহওক, এইবাৰহে শিক্ষাৰ মাধ্যমৰ গৌৰৱপূৰ্ণ আসন এৰি দি অসমীয়া ভাষা অৰুণাচলৰ শিক্ষাজগতত এলাগী হৈ পৰিল। বেলি মাৰ গ'ল। অসমীয়া মাধ্যমৰ হকে মাত মাতোতা কোনো নোলাল। অসমৰ বাতৰিকাকতবোৰত প্ৰতিবাদৰ সুৰত এটা সামান্য আলোড়নৰ ঢৌ উঠিছিল যদিও সিও বুৰবুৰণিতে মাৰ গ'ল।

এনে এটা পৰিবেশৰ মাজতে ১৯৭০ চনৰ ২১ জুন তাৰিখে এটা অতিশয় শোকাবহ ঘটনা ঘটিল। অৰুণাচলবাসীৰ অতি আদৰৰ, সমগ্ৰ ভাৰতৰ পৰম শ্ৰদ্ধাভাজন নেতা ইউনিয়ন ডেপুটি মিনিষ্টাৰ দায়িং ইৰিং চাহাবে সকলোকে কন্দুৱাই হঠাতে পৰলোকলৈ গমন কৰিলে। অল ইণ্ডিয়া ৰেডিঅ'যোগে তেখেত ঢুকুৱাৰ খবৰটো প্ৰচাৰিত হোৱাৰ লগে লগে সকলোতে হাহাকাৰ লাগিল। সমগ্ৰ অৰুণাচল শোকসাগৰত ডুব গ'ল।

পিছৰ বছৰতে, অৰ্থাৎ ১৯৭১ চনত আকৌ মোৰ বদলিৰ নিৰ্দেশ আহিল। এইবাৰ পদোন্নতি দি দ্বিতীয় শ্ৰেণীৰ ৰাজপত্ৰিত বিষয়া কৰি চাংলাঙৰ বুনিয়াদী শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰৰ সমাজ অধ্যয়ন বিষয়ৰ প্ৰবক্তা হিচাপে মোক যোগদান কৰিবলৈ দিলে।' ৭১ চনৰ ২৮ এপ্ৰিল তাৰিখে ছিলঙৰ পৰা পঠোৱা নিৰ্দেশটো পাই ৭ মে'ৰ দিনা খুনছা হাইস্কুলৰ পৰা মোক অব্যাহতি দিয়াত খুনছা এৰি ১১ মে'ৰ দিনা চাংলাঙৰ বি.এচ. বি. ত লেকচাৰাৰ হিচাপে যোগদান কৰিলোঁগৈ। ডি. চি. গুৰুং চাহাবে মোক এৰি দিব খোজা নাছিল। কিন্তু মই গুচি আহিবলৈ আগ্ৰহ কৰা দেখি বাধা নিদিলে। চাংলাঙৰ বি. এচ. বি. ত তেতিয়া প্ৰিন্সিপাল আছিল মিঃ চি. কে ভূএগ্ৰা। ডি চিৰ উপদেশ নুশুনি পৰিয়াল আৰু বয়বস্তুসহ তালৈ গৈ আকৌ থকা ঘৰৰ সমস্যাত পৰিলোঁগৈ। ভূএগ্ৰা চাহাবে ঘৰ উলিয়াই দিব নোৱাৰি শিক্ষয়িত্ৰী (প্ৰশিক্ষাৰ্থী) সকলৰ হোষ্টেল চুপাৰিনটেণ্ডেণ্টৰ দায়িত্বটোকে দি তেওঁলোকৰ লগতে মোক পৰিয়ালসহ দুটা কোঠাত থাকিবলৈ দিলে। ৰান্ধনি ঘৰ আৰু শৌচাগাৰ উমৈহতীয়া। ভালেমান দিন এনেদৰে থকাৰ পিছত এগ্ৰিকালচাৰ ইন্সপেক্টৰ মিঃ চাক্সেনাৰ বদলিৰ ফলস্বৰূপে খালী হোৱা ঘৰটো যেনিবা আমাক দিয়া হ'ল।

ঘৰটো পোৱাৰ পিছত থকা-মেলাৰ সা-সুবিধাখিনি পোৱাত মন লগাই চৰকাৰী কাম-কাজখিনি কৰাৰ উপৰিও সময় উলিয়াই নিজৰ উন্নতিৰ কাৰণেও অলপ পঢ়া-শুনাৰ চিন্তা কৰাৰ প্ৰয়োজন অনুভৱ কৰিলোঁ। কিন্তু যথোচিতভাৱে পৰিকল্পনা, বিষয়-বাছনি, পদ্ধতি আদি নিৰূপণ কৰি ল'বলৈ পোৱাৰ পূৰ্বেই এছাটি নতুন ধুমুহাই সমগ্ৰ অৰুণাচলৰ কেউখন জিলাৰ পৰা মুঠতে একৈছজন বিষয়াক হঠাতে নি নতুন দিল্লী পোৱালেগৈ। সেই ছাটিয়ে মাধ্যম পৰিবৰ্তনৰ ধুমুহা। অনতিপলমে অৰুণাচলৰ শিক্ষাৰ মাধ্যম অসমীয়া গুচাই ইংৰাজী কৰিবই লাগে। গতিকে আটাইবোৰ শিক্ষক-শিক্ষয়িত্ৰীকে একেলগে প্ৰশিক্ষণ দিব পৰাকৈ প্ৰথমে কেউখন জিলাৰ শিক্ষা বিভাগটোৰ ওপৰৰ বিষয়াসকলক দিল্লীৰ NCERT (National Council of Educational Research and Training) ৰ অধীনত ছসপ্তাহৰ বাবে প্ৰশিক্ষণ জাতীয় জৰুৰী ছেমিনাৰ, আলোচনা-চক্ৰ আদিৰ আয়োজন কৰি তালৈ লৈ যোৱা হ'ল। নিৰ্বাচনত মোৰ নামো উঠাৰ কাৰণে ময়ো যাব লাগে।

বহু ক্ষেত্রত অৰুণাচলৰ কৰ্মজীৱনৰ অভিজ্ঞতাবোৰ আমাৰ ব্যক্তিগত জীৱনৰ দীঘ-বাণিৰ অংশৰ দৰে ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰাৰ কাৰণে, তদুপৰি অৰুণাচলৰ সমাজৰ মাজত বৰ্ধিত আমাৰ জীৱনে আমাৰ জীৱন-পথক গঢ় দি ক্ৰমশঃ উচ্চ স্তৰলৈ উত্তৰণ ঘটোৱাৰ কাৰণেই অনেকখিনি কথা নিতান্ত ব্যক্তিগতগন্ধী যেন লাগিলেও সামূহিক প্ৰক্ৰিয়াটোৰ পৰা সেইখিনি বাদ দি থৈ যাব নোৱাৰি। জোৰ কৰি বাদ দিব খুজিলে আঁত ধৰি থকা জৰীগছ ছিগি যোৱাৰ শংকাত তেনে কৰাৰ পৰা বিৰত থাকিলোঁ।

আৰম্ভণিতে উল্লেখ কৰা হৈছিল যে অৰুণাচলৰ শিক্ষা জগতখনলৈ তাৰ ল'ৰা-ছোৱালীবোৰৰ অনুপ্ৰৱেশ ঘটাবৰ কাৰণে নিচেই সামান্য শিক্ষাৰে আৰু কম বয়সতে আগবাঢ়ি যোৱাৰ প্ৰথম বাঁহীবাদকবোৰ আমিয়েই আছিলোঁ। তথাপিও আমাৰ ক্ষুদ্ৰ জ্ঞানেৰেই মাতৃভূমিৰ সেৱাত নামিছোঁ বুলি ভাবি আমি আমাৰ কৰ্তব্যত নিঃসংকোচে আগবাঢ়িছিলোঁ। সকলো কামৰ মাজতে ল'ৰা-ছোৱালীবোৰক পুথিগত বিদ্যা দিয়াৰ লগতে অলপমান লিখা-পঢ়া কৰি নিজৰ মনৰ ভাব প্ৰকাশ কৰিব পৰাৰ যোগ্য হ'লেই তেওঁলোকক দৈনন্দিন জীৱনৰ দিনলিপি নিয়মিতভাৱে লিপিবদ্ধ কৰিবলৈ উৎসাহ দিয়া হৈছিল। মাদাম মিৰিয়েই প্ৰথমে আমাক এনেবোৰ কামত অনুপ্ৰাণিত কৰিছিল। ছাত্ৰ জীৱনতে শিশুক ডায়েৰী লিখাৰ অভ্যাস কৰালে ভৱিষ্যৎ জীৱনত ইয়াৰ প্ৰভাৱ কিদৰে পৰে, সেইটো এতিয়া বহলাই লিখাৰ প্ৰয়োজন নাই। গছপুলি এটা ৰুই ঘাঁহ-বন নিৰাই সাৰ-পানী দি তাক ঠন ধৰি উঠিব পৰা কৰিবলৈ যিখিনি যত্নৰ প্ৰয়োজন, শিশুক সৰুকালতেই ডায়েৰী লিখিবলৈ শিকাই সৰুকালৰ ভুল-ভ্ৰান্তিবোৰ আঁতৰাই শুদ্ধ পথেৰে আগবাঢ়িবলৈ উদগনি দিয়াটোও সম-পৰ্যায়ৰ যত্নই বুলিব পাৰি। অৰুণাচলৰ ভালেকেইজন শিক্ষকৰ তেনে প্ৰচেষ্টা ফলৱৰ্তীও হৈছিল। শিক্ষাৰ দৃষ্টিকোণৰ পৰা তেনে এটি উদাহৰণ দিব খুজিছোঁ। এইবাৰ দিল্লীলৈ আমাৰ লগত যোৱা সৰু ল'ৰাটিৰ (তেতিয়া তেওঁ চতুৰ্থ শ্ৰেণীৰ পৰা বছৰেকীয়া পৰীক্ষা দি গৈছিল) ডায়েৰীৰ পাতৰ পৰা তেওঁ লিখা ভ্ৰমণ বৃত্তান্তটোৰ অংশ বিশেষ ইয়াত তুলি দিয়া হ'ল। ডায়েৰীখনৰ প্ৰথম উকা পৃষ্ঠাটোত তেওঁ চাৰি শাৰীৰ এটা সৰু পদ্য লিখি থৈছিল ঃ

"হ'ব পাৰে কোনো বীৰ, কোনো কাপুৰুষ
কোনো ধনী, কোনো নিৰ্ধনী;
কোনো শত্ৰু,কোনো বন্ধু
কিন্তু সকলো শুব একে নিয়মত
একেই পৃথিবীত, একেই শয্যাত।"

তেওঁ ভ্ৰমণ বৃত্তান্ত আৰম্ভ কৰিছিল এইদৰে ঃ দিল্লীলৈ যাত্ৰা ঃ ১৯৭১ চনৰ ২৪ ডিচেম্বৰ—মই, মোৰ দেউতা আৰু মা- এই তিনিও দিল্লী অভিমুখে যাত্ৰা কৰোঁ। আমি

ৰাতিপুৱা দহমান বজাত চাংলাং এৰোঁ। কিন্তু বাটত মটৰ দুৰ্ঘটনা হোৱাত মা-দেউতাই বেয়াকৈ আঘাত পায়। মোৰ একো নহ'ল। আমাৰ তাতেই বহুতো সময় নষ্ট হ'ল। তাৰ পিছত প্ৰায় দুটামান বজাত আমি মাৰ্ঘেৰিটা পালোঁহি আৰু মা-দেউতাক হস্পিটেললৈ লৈ গৈ আঘাত পোৱা ঠাইত চিলাই কৰাই দৰৱ লগোৱা হ'ল। আমাৰ গাড়ীৰ (চৰকাৰী) ড্ৰাইভাৰ পুষ্প বৰুৱাই এখন টেক্সি বন্দোবস্ত কৰি দিয়াত আমি তিনিচুকীয়ালৈ গ'লোঁ। গধূলি ছটামান বজাত আমাৰ খুড়াৰ ঘৰ পালোঁগৈ। ৰাতিৰ ভাতমুঠি খাই দহ বজাত ৰে'লত উঠি গুৱাহাটী অভিমুখে ৰাওনা হ'লোঁ।

২৫ ডিচেম্বৰ' ৭১— ৪ টামান বজাত গুৱাহাটী পালোঁগৈ আৰু সাতমান বজাত নুনমাটিৰ মামাৰ ঘৰলৈ গ'লোঁ। আমি তাত তিনিদিন থাকিলোঁ। প্ৰথমদিনা ২৬ তাৰিখে এনেয়ে কটালোঁ। দ্বিতীয় দিনা, ২৭ তাৰিখে চিৰিয়াখানা চাবলৈ গ'লোঁ। তাত প্ৰথমতে কেইবাটাও সুগৰী পহু চালোঁ। এজনী নীলা গাই, দুটা বল্লা হৰিণ, তিনিটা ধনেশ, দুটা অজগৰ, সাতটা নাহৰ ফুটুকী বাঘ আৰু শহাপহু, কেৰ্কেটুৱা আদি চালোঁ। তাতে এডোখৰ বৰ ডাঙৰ ঠাই বেৰি থৈছিল, তাত এষষ্ঠিটা নানা ধৰণৰ নানা বিধৰ হৰিণা পহু আছিল। আমি সিহঁতক কল খাবলৈ দিছিলোঁ। তাৰ পিছত আমি নানাবিধ হাঁহ-কুকুৰা চালোঁ। তাৰ ভিতৰত এজনী উমনি লৈ থকা চীনা কুকুৰা আছিল। বান্দৰবোৰৰ ভিতৰত নেজ নোহোৱা বান্দৰ, বগা বান্দৰ, সোণালী ৰঙৰ বান্দৰ, মুগা ৰঙৰ বান্দৰ, হনুমান বান্দৰ আদি দেখিলোঁ। ম'ৰা, মইনা, ভাটৌ, টুনী, শালিকা, শগুণ, ফেঁচা, হুদু, চিলনী আৰু বহু ধৰণৰ বিদেশী চৰাই দেখিলোঁ। ইয়াৰ পিছত আমি ঘোং চাবলৈ গ'লোঁ। কিন্তু লগত চিৰিয়াখানাৰ মানুহো গৈছিল। কাৰণ, ঘোং অৰ্থাৎ ক'লা বাঘ বৰ ভয়ঙ্কৰ জন্তু। তাৰ পিছত আমি মেচেকা চালোঁ। তাৰ ওচৰতে আগতে এটা ঈগল চৰাই আছিল বোলে, কিছুদিন আগতে সেইটো মৰিল। আমি ঢেকীয়াপতীয়া বাঘ, ভালুক, উট, ম'হ জেব্ৰা, মেথোন, গঁড় আদিও চালোঁ। তাৰ ওচৰতে সিংহৰ ঠাই। আমি সিংহিনীজনী দেখিলোঁ। মতাটো মৰিল। তাৰ পিছত ক'লা ঠোঁটৰ বগলী আৰু উদ চালোঁ। তাতে এটা ঘঁৰিয়ালো দেখিলোঁ। মুঠতে গোটেই চিৰিয়াখানাখন চাই তাৰ পৰা আমি গুচি আহিলোঁ।

২৮ তাৰিখে, তৃতীয় দিনা গুৱাহাটীত আমি কামাখ্যা মন্দিৰ চালোঁ। ই সঁচাকৈয়ে এটা আচৰিত বস্তু। ইয়াৰ বেৰত ৰজা-মহাৰজাৰ মূৰ্তি কটা আছে। কামাখ্যা মন্দিৰ চাই আমি মিউজিয়াম চাবলৈ গ'লোঁ। মিউজিয়ামত বহুদিনীয়া পুৰণি আহোম স্বৰ্গদেৱৰ কাপোৰ, নানা ৰজা-মহাৰজাৰ পইচা বা মোহৰ, বহু আগৰ পোৱা মাটিৰ চিন আদি দেখিলোঁ। ৰজাসকলৰ বৰতোপ, গদাধৰে মোগলক জয় কৰি পোৱা বৰতোপ, ৰাণীৰ অলংকাৰ, জাপানী বোমা আৰু কামান, এটা বিছফুট ডাঙৰ চৰিয়া, ৰামায়ণৰ যুগৰ খুঁটা, ৰামায়ণ-মহাভাৰতৰ চিত্ৰ আদি চালোঁ। তদুপৰি আমি পুৰণিকলীয়া পিতলৰ অৰ্জুন,

দ্ৰোণাচাৰ্য, কৰ্ণ, যুধিষ্ঠিৰ, ভীম, শ্ৰীকৃষ্ণ, বুদ্ধ আদি দেখিলোঁ।

২৯ ডিচেম্বৰ' ৭১— গধূলি ছয় বজাত আমি গুৱাহাটী এৰিলোঁ। বাটত প্ৰথম আমাৰ ৰে'লখনে শৰাইঘাটৰ দলং পাৰ হ'ল। ব্ৰহ্মপুত্ৰখন পাৰ হওঁতে ২ মিনিট ৩ চেকেণ্ড লাগিছিল। তাৰ পিছত মই শুলোঁ। ৰাতিপুৱা দোকমোকালিতে আমি অসমৰ সীমাৰ সোণকোষ নদী পাৰ হ'লোঁ। দিনৰ ভিতৰত প্ৰধানকৈ তিস্তা আৰু কুশা নদী পাৰ হ'লোঁ। দুটা এশ মিটাৰমান দীঘল সুৰঙ্গ পাৰ হ'লোঁ। কাথিয়াৰত দুপৰীয়াৰ ভাত খালোঁ। অৱশেষত ৩০ তাৰিখে ৰাতি ৮ বজাত বাৰাউনি পালোঁগৈ। তাত সেইখন ৰে'ল এৰি দি অন্য এখন ব্ৰড্‌গজ ৰে'লত উঠিলোঁ। ব্ৰড্‌গজ ৰে'লত এটা দবৰ পৰা আন এটালৈ যাবলৈ মাজত বাট থাকে। ৰাতি বাৰাউনিত ভাত খালোঁ। নটা বজাত বাৰাউনি এৰিলোঁ। ৰাতি গংগা নদী পাৰ হ'লোঁ। সেইখন দলঙতো ব্ৰহ্মপুত্ৰৰ নিচিনাকৈ ওপৰেদি গাড়ী আৰু তলেদি ৰে'ল যায়। দলংখন পাৰ হওঁতে প্ৰায় তিনি মিনিট সময় লাগিলে। তাৰ পাছত মই শুলোঁ।

৩১ ডিচেম্বৰ' ৭১— ৰাতিপুৱা এলাহাবাদত মই সাৰ পালোঁ। গোটেই দিনটো খৰাং পথাৰৰ মাজেদি গৈ শেষত ৪ বাজি ৪৫ মিনিটত যমুনা পাৰ হ'লোঁ। পাঁচ বজাত দিল্লী ষ্টেছনত নামিলো আৰু বিৰলা মন্দিৰৰ ওচৰত থকা কালীবাৰীৰ ধৰমশালাত থাকিলোঁ। কালী মন্দিৰত কালী গোঁসানী আৰু দাঁতিত শিৱলিঙ্গ আছে।

১ জানুৱাৰী' ৭২— বিৰলা মন্দিৰ চালোঁ, মন্দিৰটো খুব ডাঙৰ আৰু বৰ ধুনীয়া। তাত সকলো দেৱ-দেৱীৰে মূৰ্তি আছে আৰু সেইবিলাকত ৰং দিয়া আছে। বেৰত যন্ত্ৰ খোদাই কৰা আছে। সেইদিনা তাতে থাকিলোঁ।

২ জানুৱাৰী' ৭২— কিংছুৱে কেম্পত থকা টিৰাপ জিলাৰ DIS (District Inspector of Schools) লক্ষ্য কুমাৰদেৱৰ ভায়েক ডাঃ ৰাৰীন্দ্ৰৰ ঘৰলৈ যাওঁ। সেইদিনা আমি তাতে থাকিলোঁ। দুয়োজন খুড়া, তেওঁলোকৰ দেউতাক, ককা আৰু তেখেতৰ বৰ বোৱাৰী, আমাৰ অৰুণাচলৰ জীয়ৰী 'অতি' খুড়ীয়ে আমাক বৰ আদৰ কৰিলে।

৩ জানুৱাৰী' ৭২— লাল কিল্লালৈ গৈছিলোঁ। তাত দেৱানী আম আৰু দেৱানী খাঁছ দেখিলোঁ। দেৱানী আমৰ ময়ুৰ সিংহাসন থকা ঠাইখন দেখিলোঁ। সেইখন বৰ যত্নৰে ৰাখিছে কাৰণে কাকো তাত উঠি চাবলৈ নিদিয়ে। দেৱানী খাঁচত নানান ৰঙা-নীলা পাথৰেৰে ফুল কটা আছে। সেইবিলাক পাথৰ বৰ মূল্যৱান আৰু আইনাৰ নিচিনা জিলিকি থকা। তাৰে কিছুমান নাদিৰ ছাহে উঠাই লৈ গ'ল। ওপৰত সোণ লগাই ফুল কটা আছে। মাজেদি মাৰ্বলৰ খাল এটা আছে। সেইফালেদি যমুনাৰ পানী বোৱাই আনিছিল। তেতিয়াৰ দিনৰ মাৰ্বলৰ খাট এখনো আছে। ওচৰতে ৰজাৰ দিনৰ বজাৰ এখনো আছে, নাম চান্দনি চৌক। তাত দিল্লীৰ ভিতৰতে বস্তুবোৰ সস্তা।

৪ জানুৱাৰী' ৭২— আমি দেউতাহঁতৰ হোষ্টেল (NIE GUEST HOUSE) লৈ আহোঁ। সেইদিনা ৰাতি পুনৰ লালকিল্লালৈ যাওঁ। তাত শ্ব' হৈছিল, কেৱল শব্দ আৰু পোহৰেৰে দেখুৱাইছিল। কোনো মানুহ তাত দেখুৱা নাছিল। মাত্র মোগলৰ ইতিহাসৰ বৰ্ণনা কৰিছিল। ছাহজাহানে লালকিল্লা বনোৱাৰ পৰা বৃটিছৰ হাতৰ পৰা ভাৰত স্বাধীন হোৱালৈকে দেখুৱাইছিল।

৫ জানুৱাৰী' ৭২— আবেলি অৰবিন্দ স্কুল চাবলৈ যাওঁ। স্কুলখন বেছ ভাল।

৬ জানুৱাৰী' ৭২— দেউতাৰ ভাষা গৱেষণাগাৰ (Language Laboratory) চাবলৈ যাওঁ। তাত ময়ো হেডফোন (Head Phone) লগাইছিলোঁ। সেইটো পিন্ধি ল'লে বাহিৰত কোনোবাই কথা ক'লেও নুশুনে। তাতে এটা কথা কোৱা নলী আছে। তাত কথা ক'লেহে সকলোৱে শুনে। এটা মেচিন আছে। সেইটো অন (on) কৰিলে হেডফোন (Head Phone) পিন্ধি থকাসকলে শুনে। আগত এজন মনিটৰ থাকে। কোনোবাই কিবা কথা বুজি নাপালে তেওঁক সুধিলে কৈ দিয়ে। তেওঁ চুইছ অন কৰিলে সকলোৱে শুনে, কিন্তু নিজৰ নিজৰ টেবুলখনত থকা চুইছটো অন কৰিব লাগে। টেবুলখন ডেস্কখনৰ নিচিনা। মাজত ফুটা থকা টিনৰ ব'ৰ্ড আছে। কোনোবাই কিবা কৰিলে তাত ধৰা পৰে।

৭ জানুৱাৰী' ৭২— আমি কেন্দ্রীয় বিদ্যালয় (Central School) চাবলৈ যাওঁ। তালৈ এজন অন্য স্কুলৰ শিক্ষক (পিচলৈ দিল্লী দূৰদৰ্শনৰ বাতৰি পৰিৱেশক বেদ প্ৰকাশ) আহিছিল। ল'ৰাবোৰে অলপ সময়ৰ ভিতৰতে তেওঁৰ লগত চিনাকি হ'ল। শ্ৰেণীকোঠাৰ বেৰত এখন ছবি আছিল। তাত বেলি উদয় হৈছিল। চৰাইবোৰ উৰি গৈছিল। আকাশত ডাৱৰ আছিল। নদী এখন বৈ গৈছিল। নাৱত উঠি জালোৱাই জাল বাইছিল। ল'ৰাবোৰে খেলিছিল আৰু এটা ল'ৰাই দৌৰিছিল। ল'ৰাবোৰক তেওঁ ইংৰাজীতে কোনে কি কৰিছে সুধিলে। ল'ৰাবোৰে ক'লে আৰু তেওঁ লিখি গ'ল। শেষত সেইখিনি কথাৰেই কবিতা এটা ৰচনা কৰি শিকালে। মোৰ দেখি খুব ভাল লাগিছিল। দুপৰীয়া বাৰ বজাত আমি তাৰ পৰা আহিলোঁ। পিছবেলা শ্ৰৱণ-দৰ্শন সামগ্ৰী (Audio-Visual materials) তৈয়াৰ কৰা ঠাইলৈকো গ'লোঁ। তাত চিনেমা বনোৱা মেচিন আৰু এখন চিনেমাও চালোঁ। তালৈ যাওঁতে দিল্লীত থকা U. N. O. (United Nations Organisation)ৰ ঘৰটোও দেখি গৈছিলোঁ।

৮ জানুৱাৰী' ৭২— আমি বেগমপুৰ নামৰ ঠাই এখনলৈ গৈছিলোঁ। তাত চুলতানা ৰেজিয়াৰ ৰাজধানী আছিল। বেগমপুৰত এটা মচজিদ আছে। তাতে চুলতানা ৰেজিয়াৰ দুৰ্গটোও আছে। ইটাৰ বিয়াগোম দুৰ্গটোৰ ভগ্নাৱশেষে চুলতান ৰেজিয়াৰ বীৰত্ব, সাহস, তেওঁৰ আৰু তেওঁৰ সৈন্যসকলৰ বল-শক্তিৰ কথা আমাৰ মনলৈ আনিছিল। দুৰ্গটো আৰু তেওঁৰ ৰাজ্য ৰক্ষাৰ কাৰণে চুলতানা ৰেজিয়াই মোগলৰ লগত যুদ্ধ দি প্ৰাণ বিসৰ্জন

দিছিল। দুৰ্গটোৰ বেৰখন ইমান কঠিন যে তাৰ অকণমান অংশহে ভাগিছে।

৯ জানুৱাৰী' ৭২— আমি কুটুবমিনাৰলৈ গৈছিলোঁ। তাৰ তলত বৈ ওপৰলৈ চালে মূৰটো কিবা লাগি যায়। পৃথ্বিৰাজৰ মহীষীগৰাকীয়ে তাৰ ওপৰত উঠি যমুনা নদীখন চাইছিল। কুটুবমিনাৰটো তিনিজন ৰজাই বনোৱাৰ কাৰণে তিনিটা অংশ বেলেগ পাথৰৰ আৰু বেলেগধৰণৰ। তাৰ ওচৰত বহুত ভগ্নাৱশেষ আছে। তাত গুলীৰ চিহ্ন দেখিছিলোঁ সেই দুটা কেনেকৈ হ'ল, কোনেও নেজানে। সেইদিনাই কেৰোলবাগ, দাৰিয়াগঞ্জ বজাৰ আৰু যন্ত্ৰ-মন্ত্ৰ চালোঁ। তাত ৰজা জয়সিংহৰ দিনত সময় নিৰ্ণয় কৰিছিল। তাৰ পিছত আমি ৰাজঘাট, শান্তিবন, বিজয়ঘাট চাই গান্ধী মিউজিয়াম চালোঁ। তাত গান্ধীজীৰ মৃত্যুৰ সময়ত পিন্ধা কাপোৰবোৰ দেখি বৰ দুখ লাগিছিল। তাত থকা সকলো বস্তু চালোঁ।

১০ জানুৱাৰী' ৭২— আমি ছেণ্ট টমাছ স্কুললৈ গৈছিলোঁ। তাত কেৱল শিক্ষয়িত্ৰীসকলেহে পঢ়ায়। তাত তিনি-চাৰি বছৰীয়া ল'ৰা-ছোৱালীবোৰৰ ক্লাছটো চাই বৰ ভাল লাগিছিল। সেইদিনা শ্বেখ মজিবুৰ ৰহমান ভাৰতৰ ৰাজধানী দিল্লীলৈ আহিছিল। তেওঁক চাবলৈ আমিও গৈছিলোঁ। কিন্তু অন্য বাটেদি যোৱাৰ কাৰণে নেদেখিলোঁ। মনটো বৰ বেয়া লাগিছিল যদিও গধূলি টেলিভিছনত চাবলৈ পাই ভাল লাগিল।

১১ জানুৱাৰী' ৭২— আমি লেডী আৰউইন স্কুলখন চাবলৈ যাওঁ। তাত মই এটা গান শিকিলোঁ। স্কুলখন বৰ পৰিপাটী কাৰণে চাই বৰ ভাল লাগিল।

১২ জানুৱাৰী' ৭২— আবেলি ইন্দ্ৰপ্ৰস্থ চাবলৈ গৈছিলোঁ। তাৰ দৰ্জাখন বৰ ডাঙৰ। বেৰখনৰ মাজে মাজে কোঠাবোৰ আছে। ৰাতি হোৱাৰ বাবে ভালকৈ নেদেখিলোঁ।

১৩ জানুৱাৰী' ৭২— আমি কণট্ প্লেছত ৰে'লৰ ৰিজাৰ্ভেছন কৰিবলৈ গৈছিলোঁ। কণট্ প্লেছখন দিল্লীৰ কেন্দ্ৰ আৰু বৰ ধুনীয়া। মাজত এখন পাৰ্ক আছে। তাত বহুতো দোকান আছে। ঘূৰি ঘূৰি গোটেইবোৰ চাব পাৰি। পাৰ্ক (নেহৰু পাৰ্ক) খনৰ মাজতে এটা ডাঙৰ ঘৰ আছে। তাতে গোটেই পৃথিবীৰ এখন প্ৰদৰ্শনী (World Fair) হৈছিল। তাত বিদেশী দোকানবোৰ আছে। দিল্লীৰ ভিতৰতে কণট্ প্লেছত বস্তুৰ দাম আটাইতকৈ বেছি। এইখন এখন মনোমোহা বজাৰ।

১৪ জানুৱাৰী' ৭২— দেউতাহঁতৰ কনফাৰেন্স ৰুমত (Conference Room) শিক্ষা সম্বন্ধীয় চিনেমা চালোঁ। সেইকেইখন ইংলেণ্ডৰ পৰা অনা। পিছবেলা ইণ্ডিয়া গে'ট (India gate) চাবলৈ গ'লো। তাত যুদ্ধত নিহত হোৱা জোৱানসকলৰ নাম লিখি থোৱা আছে। ওপৰলৈ উঠি যোৱা চিৰি আছে। একেবাৰে ওপৰত 'ভাৰত-জ্যোতি' জ্বলি থাকে। গে'টখন বৃটিছৰ দ্বাৰা নিৰ্মিত, ১২ ফুট ওখ, ৮০ ফুট বহল। এইখন এছিয়াৰ ভিতৰত দ্বিতীয়।

১৫ জানুৱাৰী ' ৭২—ওপৰলৈ উঠি মোৰ দূৰবীণটোৰে দিল্লীখন চাই চাই ঘৰতে

থাকিলোঁ। কাইলৈ মথুৰা-বৃন্দাবন চাবলৈ যাম।

১৬ জানুৱাৰী'৭২ — ৰাতিপুৱা পাঁচ বজাত উঠিলোঁ। তাৰ পিছত বস্তু-বাহানি ঠিক কৰি সাত বজাত তাজ এক্সপ্রেছেৰে গৈ ন বজাত মথুৰা পালোঁগৈ। এখন টম্ টম্ লৈ মথুৰা চাবলৈ ওলালোঁ। প্রথমে যমুনা ঘাট আৰু তাৰ ওচৰত থকা কৃষ্ণৰ মূর্তিবোৰ চালোঁ। তাৰপৰা বৃন্দাবন চাবলৈ গ'লোঁ। যাওঁতে বাটত বিৰলাই সজোৱা গীতা মন্দিৰ চালোঁ। তাত এটা সুবৃহৎ খুঁটাত গীতাৰ শ্লোকবোৰ লিখা আছে। বৃন্দাবনত উপস্থিত হৈ মীৰাবাঈৰ মন্দিৰ চালোঁ। তাৰ কৃষ্ণৰ মূর্তিজনা বৰ ধুনীয়া। তাৰপৰা নন্দ ৰজাৰ মন্দিৰলৈ গ'লোঁ। তাত নন্দ-যশোদা, কৃষ্ণ-বলোৰামৰ মূর্তি আছে। তাৰপৰা গৈ কালীয়দমন মন্দিৰ আৰু কদম গছ চালোঁ। কদম গছজোপা বোলে কেতিয়াও নমৰে। তাৰ পিছত কুশবন চালোঁ। প্রায় আধা মাইলমান ডাঙৰ বনখন তুলসীৰে ভৰি আছে। তাৰ পিছত ৰজা ৰঙ্গনাথনে সজোৱা মন্দিৰ চালোঁ। তাৰ মাজত এজোপা সোণৰ তালগছ আছে। তাৰ মূর্তিকেইজনাও বৰ ধুনীয়া। মাজতে পুখুৰী এটা আছে। তাত ৰাসলীলাৰ দিনা খেলে। তাৰ পৰা আহি কংসৰ কাৰাগাৰ চালোঁহি। তাত কৃষ্ণ জন্ম হোৱা বেদীখন, দর্জাখন আৰু কোঠাটো আগৰ দৰেই আছে। কিন্তু তাৰ ওপৰত ঔৰংজেবে এটা মছজিদ সজাই দিলে। এতিয়া তাৰ চাৰিওফালে মন্দিৰ সজাইছে। আমি তাৰপৰা দিল্লীলৈ উভতিলোঁ।

১৭ জানুৱাৰী' ৭২— দেউতা এখন স্কুল চাবলৈ গ'ল। মই যাবলৈ নহ'ল।

১৮ জানুৱাৰী'৭২ — ভাষা গবেষণাগাৰলৈ গৈছিলোঁ। সেইদিনা আৰু এটা বস্তু দেখিলোঁ। এগৰাকী মানুহে দেউতাকক পুতলা নচুৱাই খেলাই কেনেকৈ ল'ৰা-ছোৱালীবোৰক শিকাব পাৰি (Puppet Show) দেখুৱাইছিল। চাই মোৰ বৰ ভাল লাগিল।

১৯ জানুৱাৰী' ৭২— আবেলি আমি টি ভি (T.V.) চেণ্টাৰ চালোঁ। এটা এশ ফুটমান ওখ লাইট পোষ্টৰ নিচিনা পোষ্ট (Tower) আছে। সেই পোষ্টটোৰে টি ভিৰ বেভ ৰিলে কৰে। ষ্টুডিঅ'ত বৰ পাৱাৰফুল লাইট (Powerfull Light) বোৰ আছে। তাত কেবাটাও কেমেৰা আছে। কেমেৰা চলোৱা মানুহবোৰে হেড্‌ফোন আৰু পার্টি কৰা মানুহবোৰে Mouth Speaker পিন্ধি থাকে। তাত ৰেকর্ড (Record) কৰে আৰু সময়মতে দেখুৱাই থাকে। কিন্তু এটা কোঠাত কথা ক'লে ইটো কোঠাত নুশুনে। সেইবাবে কেমেৰামেনবোৰে হেড্‌ফোন পিন্ধি কাম কৰে।

২০ জানুৱাৰী' ৭২— কণট্ প্লেছলৈ গৈছিলোঁ। তাৰপৰা কিবা-কিবি কিনি ঘৰলৈ আহিলোঁ। কণট্ প্লেছত আচাম এম্পৰিয়াম চালোঁ। তাত টিৰাপ জিলাৰ গাহৰিৰ দাঁত লগোৱা টুপীটোও দেখিলোঁ।

২১ জানুৱাৰী' ৭২— সন্ধিয়া বাস্তাই বাস্তাই ফুৰিলোঁ। অৱশ্যে এটা বস্তু চালোঁ।

আমাৰ থকা ঠাই (NIE Guest House)ৰ ওচৰতে ইণ্ডিয়ান এম্পৰিয়াম এটা আছিল। তাত বৰ ভাল ভাল বস্তু কিছুমান দেখিলোঁ।

২২ জানুৱাৰী' ৭২— কাইলৈ আগ্ৰালৈ যাব লাগিব। তাৰ কাৰণে সাজু হ'লোঁ।

২৩ জানুৱাৰী' ৭২— ৰাতিপুৱা পাঁচ বজাতে উঠি বস্তু-বাহানি লৈ ন বজাত আগ্ৰালৈ বুলি ওলালোঁ। দুপৰীয়া দুই বজাত আগ্ৰা পালোঁগৈ। তাত আকবৰৰ সমাধি চালোঁ। কোঠাটো আন্ধাৰ। এটা চাকি জ্বলি আছে। তাৰ পৰা আগ্ৰাকিল্লালৈ গ'লোঁ। তাত আকবৰ আৰু ঔৰংগজেব আছিল। সেইটোও লালকিল্লাৰ নিচিনা মূল্যবান পাথৰেৰে সজা। তাতেই 'চিচ্‌মহল' আছে। ঔৰংগজেবে তাতেই চাহজাহানক বন্দী কৰি ৰাখিছিল। তাৰ ওপৰত সোণৰ কলচী আছে। কিন্তু বহুত অংশ ভাগিল। তাৰ পিছত আমি তাজমহল চালোঁ। জিক্‌মিকাই থকা পাথৰেৰে সজোৱা তাজমহলটো চাই বৰ ভাল লাগিল। আমি ভিতৰলৈ সোমাই গৈছিলোঁ। ভিতৰত এবাৰ শব্দ কৰিলে ডেৰ মিনিট সময় শুনি থাকে। তাজমহলটো জ্যামিত্রিকেল (Geometrical); তলত যিমান বহল দেখে ওপৰতো সিমান। তাজমহল পৃথিৱীৰ সাতটা আচৰিত বস্তুৰ ভিতৰত যে এটা স্বীকাৰ কৰিবই লাগিব।

২৪ জানুৱাৰী' ৭২— ফতেহপুৰ চিক্ৰি চাবলৈ গৈছিলোঁ। এইখন সম্রাট আকবৰৰ ৰাজধানী আছিল। কাৰেংটো বৰ যতনেৰে সজাইছিল যদিও তাত পানীৰ অভাবৰ বাবে ১২ বছৰ থাকি গুচি আহিবলগীয়া হৈছিল। তাৰ গে'ট (gate) খন এছিয়াৰ ভিতৰতে বৃহৎ; নামটো বুলন্দ দৰৱাজা। তাৰ ভিতৰত ঘোঁৰাশাল, জটশাল আৰু হাতীশাল চালোঁ। তেওঁৰ গুৰুৰ সমাধিও চালোঁ। তাৰপৰা দুই বজাত আহি বাটত বাছৰ চকা ফুটাত ৰাতি তিনি বজাতহে দিল্লী পালোঁহি। এটা ডাঙৰ দুৰ্ঘটনাৰ পৰা কোনোমতেহে ৰক্ষা পৰিলোঁ। অৰুণাচলৰ পৰা যোৱা গোটেইবোৰ মানুহ এই যাত্ৰাত আছিল।

২৫ জানুৱাৰী' ৭২— মাত্র কেৰলবাগত বজাৰ-সমাৰ কৰিলোঁ।

২৬ জানুৱাৰী' ৭২— গণতন্ত্র দিৱস। ৰাতি তিনি বজাতে উঠি ৰাতিপুৱা পাঁচ বজাত গণতন্ত্র দিৱস পালন কৰা ঠাই পালোঁহি। হাতীৰ দৰে সজোৱা দুখন হেলিকপ্টাৰে ফুল ছটিয়ালে। গণতন্ত্র দিৱসৰ এই অনুষ্ঠান ৰাষ্ট্ৰপতি ভৱন আৰু ইণ্ডিয়া গে'টৰ মাজৰ ঠাইখনত হৈছিল। ইণ্ডিয়া গে'টৰ পৰা ইন্দিৰা গান্ধী ৰাষ্ট্ৰপতিৰ ভৱনলৈ গৈছিল। তাৰ পিছত ঘোঁৰা বাহিনী, ঘোঁৰা গাড়ী, উটৰ গাড়ী আহিছিল। তাৰ পিছত হাতী। হাতীবোৰৰ আগত সোণৰ নিচিনা ঢালৰ দৰে বস্তু লগাইছিল। তাৰ পিছত টেঙ্ক আৰু চক্ৰপোৱা মানুহবোৰ, বিক্ৰমন্ত জাহাজৰ মডেল, gnat বিমানৰ মডেল, ৰকেট বোমা, আৰ্মী-নেভি, পাইলট আৰু বিভিন্ন স্কুলৰ ল'ৰা-ছোৱালীবোৰ। পুতলা ঘোঁৰা, পুতলা ম'ৰা, যুঁজাৰু বিমান, কামান আৰু যুঁজাৰু গাড়ী আহিছিল। এইবোৰ চাই আমি থকা ঠাইলৈ ঘূৰিলোঁ।

২৭ জানুৱাৰী' ৭২— আমি ৰাষ্ট্ৰপতি ভৱন আৰু ত্রিমূৰ্তি ভৱন চালোঁ। ত্রিমূৰ্তি

ভৱন হৈছে নেহৰুৰ ঘৰ। তাত বস্তুবোৰ আগৰ দৰেই আছে। তেওঁৰ বিছনাখন, হাতঘড়ী, কিতাপবোৰ, উপহাৰ পোৱা বস্তুবোৰ সকলো আগৰ দৰেই আছে। তালৈ গ'লে এনেকুৱা লাগে যেন নেহৰু খুড়া ফুৰিবলৈ ওলাই গৈছে, আহিব। তাত 'জৱাহৰ জ্যোতি' জ্বলি থাকে। তাৰ পৰা নেছনেল মিউজিয়াম চাবলৈ গৈছিলোঁ। কিন্তু মিউজিয়ামটো বন্ধ আছিল বাবে বাহিৰটোহে চালোঁ। তাত এটা মাটিৰ মূৰ্তি, আশোকৰ শিলালিপি আৰু এখন মূৰ্তি থকা ৰথ চালোঁ।

২৮ জানুৱাৰী' ৭২— দিল্লীক নমস্কাৰ কৰি আমি ঘৰমুৱা হ'লোঁ।

— বিভূতিৰ ডায়েৰীৰ কথাৰেই এইবাৰৰ দিল্লী যাত্ৰাৰ বিবৰণ ইমানতে সামৰা হ'ল। নিজৰ নিজৰ ঠাইলৈ ঘূৰি গৈ সকলোৰেই এতিয়া ইংৰাজী প্ৰথম ভাষা (First Language) হিচাপে গণ্য কৰি নতুন পদ্ধতিৰে শিকোৱা কাম আৰম্ভ কৰিবগৈ লাগে। টিৰাপ জিলাৰ সকলোবোৰ শিক্ষক-শিক্ষয়িত্ৰীক একত্ৰিত কৰি চাংলাঙৰ প্ৰশিক্ষণ কেন্দ্ৰত মিঃ লক্ষ কুমাৰৰ তত্ত্বাৱধানত প্ৰশিক্ষণ দিবলৈ লোৱা হ'ল। মিঃ কু মাৰৰ লগত প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যক্ষ আৰু ময়ো আছিলোঁ। প্ৰশিক্ষণ কাৰ্য ৰাতিপুৱা ন বজাৰ পৰা মাজত খোৱাৰ বিৰতি দি ৰাতি ন বজালৈকে চলিবলৈ ধৰিলে। Listening > Speaking > Reading > Writing, ভাষা এটা শিকাৰ এই স্বাভাৱিক প্ৰক্ৰিয়াৰে প্ৰতিদিনে আগবেলাতে শিকোৱা কথাখিনি Demonstration School ৰ ছাত্ৰ-ছাত্ৰীৰ শ্ৰেণীত লগে লগেই প্ৰয়োগ কৰিবলৈ দি প্ৰায় তিনিমাহ মানৰ ভিতৰতে শিক্ষক-শিক্ষয়িত্ৰীসকলক ইংৰাজী মাধ্যমেৰে শিক্ষাদানৰ উপযুক্ত কৰি তোলা হৈছিল। ইয়াৰ উপৰিও ৰেকৰ্ড-প্লেয়াৰ ব্যৱহাৰ কৰি বি বি চি ৰ ইংলিছ ক'ৰ্ছৰ ন-শিকাৰুক ইংৰাজী শিকোৱাৰ ছিৰিজটোৰ কথিত ইং ৰাজীৰ ২১ খন ৰেকৰ্ড ৰাতি ন বজালৈকে বজাই শুনাই উচ্চাৰণ আৰু প্ৰকাশ ভংগী যিমান পৰা যায় শুদ্ধ ৰূপত প্ৰয়োগ কৰিবলৈ উদগনি দিয়া হ'ল। ভাষা শিকোৱাৰ পুৰণি পদ্ধতি (বৰ্ণমালা> শব্দ > বাক্য)ৰ পৰিবৰ্তে সৰ্বাধুনিক পদ্ধতি (বাক্য > শব্দ > বৰ্ণ) প্ৰয়োগেৰে শিশু এটিয়ে মাতৃভাষা শিকাৰ যিটো স্বাভাৱিক গতি সেইটো অনুসৰণ কৰি, প্ৰথমে আৰম্ভণিৰ কথাবোৰ শুনিবলৈ দি, তাৰ পিছত মুখে মুখে সেই কথাখিনি ক'বলৈ দি তাৰ পিছতহে, উচিত সময়ত পঢ়িবলৈ আৰু লিখিবলৈ সাজু কৰা হয়। এই প্ৰথাৰে অতি কম সময়ৰ ভিতৰতে শিশুইতক ভাষা বঢ়িয়াকৈ শিকাব পাৰি; কওঁতে বা পঢ়োতেও খোকোজা নালাগে, লিখাটো সহজে আয়ত্ত কৰিব পাৰে। ভাষা শিক্ষাৰ ক্ষেত্ৰত এইটোৱেই অতি উৎকৃষ্ট আৰু বিজ্ঞানসন্মত পদ্ধতি; লাগিলে সেয়া মাতৃভাষাই হওক নাইবা ইংৰাজীৰ দৰে বিদেশী ভাষাই হওক। সেইদৰে নিম্ন শ্ৰেণীত প্ৰথমে ব্যাকৰণৰ নিয়মবোৰ মুখস্থ কৰাৰ ওপৰত অধিক গুৰুত্ব নিদি, শিক্ষকে পাঠ শিকাওঁতে নিজে কিন্তু ব্যাকৰণৰ নিয়ম প্ৰণালী কঠোৰভাৱে মানি চলি পাঠদান কৰাৰ ওপৰত বিশেষ জোৰ

দিয়া হয়। ইয়াৰ ফলত ল'ৰা-ছোৱালীবোৰৰ ভাষা জ্ঞান বৈয়াকৰণিক উপায়েৰেই আপোনা-আপুনি শুদ্ধ হয়। যেনেকৈ শিশু এটাই মাতৃভাষাত প্ৰথমে ব্যাকৰণৰ নিয়মবোৰ নিশিকাকৈয়ে ভাষাটো শুদ্ধকৈ ক'বলৈ শিকে, ঠিক তেনেকৈ।

এইদৰে Intensive Training ৰ সুব্যবস্থা কৰি শিক্ষিক-শিক্ষয়িত্ৰীসকলৰ মনত আত্মবিশ্বাস আৰু 'পাৰিম-কৰিম' জাতীয় আত্মপ্ৰত্যয় জগাই তোলা হ'ল। এই অনুক্ৰমে দলে দলে শিক্ষক-শিক্ষয়িত্ৰীসকলক চাংলাঙত প্ৰশিক্ষণ দিয়া কাৰ্য চলি থাকিল। অৰুণাচলৰ আন কেইখন জিলাৰ সদৰ ঠাইবোৰতো একেধৰণে ইংৰাজী ভাষাৰ প্ৰশিক্ষণ দিয়াৰ কাম পূৰ্ণোদ্যমে চলিবলৈ ধৰিলে। মুঠতে যুদ্ধকালীন ব্যৱস্থাৰে শিক্ষাৰ মাধ্যম পৰিৱৰ্তনৰ কাম ক্ষিপ্ৰগতিৰে অতি কম দিনৰ ভিতৰতে সম্পূৰ্ণ কৰা হ'ল। একুৰি চাৰি বছৰতকৈও অধিককাল সগৌৰৱে অধিকাৰ কৰি থকা এটা ভাষাৰ মাধ্যমৰ সিংহাসন প্ৰচণ্ড শক্তিৰে এটা বিদেশী ভাষাই মাত্ৰ তিনিমাহৰ ভিতৰতে অধিকাৰ কৰি ল'লে।

এনেবোৰ পৰিৱৰ্তনৰ প্ৰচেষ্টা অব্যাহত থাকোঁতেই ১৯৭৪ চনত ভূঞা চাহাবক বদলি কৰি মিঃ এম. এচ. ত্যাগী (মালখন সিং ত্যাগী) ক আনি চাংলাঙৰ শিক্ষক-প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যক্ষৰ আসনত অধিষ্ঠিত কৰা হ'ল। অৰুণাচলৰ শিক্ষাৰ মাধ্যম সলনি হোৱাৰ ফলত সৃষ্টি হোৱা পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত আমি নিজৰ কথাও চিন্তা কৰিবলগীয়া হ'ল। খৰখেদাকৈ অলপ কিতাপ-পত্ৰ যোগাৰ কৰি প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে ইংৰাজী বিষয়ত এম. এ. টো কৰিবলৈ মন মেলিলোঁ। ইফালে ইংৰাজী বিষয়ৰ কিতাপ পাবলৈয়ে নাই। থাকোঁ অৰুণাচলৰ ভিতৰুৱা ঠাইত। লাগ বুলিলেই কিতাপ এখন কিনি লোৱাৰ কোনো উপায় নাই। অনেক ভাবি-চিন্তি তেতিয়া ছিলঙত এচিষ্টেণ্ট ডাইৰেক্টৰ হৈ থকা লক্ষ কুমাৰদেৱলৈ এখন চিঠি লিখিলোঁ। চিঠিখন পোৱাৰ লগে লগেই তেখেতে কেইখনমান কিতাপ দোকানত অৰ্ডাৰ দি মোৰ নামত ভি. পি. পি. কৰোৱাই পঠালে। আৰু কেইখনমান গুৱাহাটীৰ পৰা অনালোঁ। তথাপিও এখন পেপাৰৰ দৰকাৰী কিতাপ এখনো নাপালোঁ। কিনো কৰিম! মন পেলাই নিদি অভিজ্ঞতা এটাকে হওকচোন বুলি গুৱাহাটী বিশ্ববিদ্যালয়লৈ গৈ পৰীক্ষাত বহিলোঁগৈ। প্ৰিভিয়াছটো কোনোমতে পাৰ হ'লোঁ যদিও ফাইনেলত মাত্ৰ এটা নম্বৰ কম হ'ল। মন ভাগিবলৈ নিদি পৰীক্ষালৈ কেইদিনমান থাকোতেই গুৱাহাটীলৈ গৈ আমেৰিকান ইংলিছৰ পেপাৰখনৰ বাবে বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীৰ পৰা কেইখনমান কিতা সৰুজনী জী গীতাই আনি দিয়াত তাকে পঢ়ি পৰীক্ষাটো আকৌ দিলোঁ। সেইবাৰতে আমাৰ বৰপুত্ৰ জ্যোতিয়ে এম. এছ. চি, বৰজী কবিতাই এম. এছ চি আৰু গীতাই এম. এ দিবলগীয়া হোৱাত জ্যোতিয়ে পিছৰ বছৰত দিব বুলি ক'লে। ছোৱালী দুজনী আৰু মই উত্তীৰ্ণ হ'লোঁ। কবিতা প্ৰথম শ্ৰেণীৰ প্ৰথম (First Class First) হ'ল। গীতাৰ বিষয় (এডুকেছন) ত

সেই বছৰত প্ৰথম শ্ৰেণীত উত্তীৰ্ণ হোৱা কোনো নাছিলেই আৰু মোৰ ইংৰাজী বিষয়ত ২৩৪ জন মুঠ প্ৰাৰ্থীৰ ভিতৰত ১৯৫ জনে পৰীক্ষা দিছিল, তাৰে ৩৬ জনে পাছ কৰিলে যদিও মাত্ৰ ওঠৰজনেহে Clear pass percentage লৈ পাছ্ কৰিছিল, মই এই ওঠৰজনৰ ভিতৰতে আছিলোঁ। এয়া ১৯৭৫-৭৬ চনৰ কথা। ইতিমধ্যে মিঃ ত্যাগী বদলি হোৱাত ত্ৰিবেদী চাহাবে পুনৰ প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যক্ষৰ পদত যোগদান কৰিলেহি। কিন্তু ১৯৭৬ চনৰ ৩০ জানুৱাৰীৰ পৰা ১৫ এপ্ৰিললৈকে তেখেতো আৰ্জিত ছুটীত যাবলৈ ওলোৱাত প্ৰশিক্ষণ কেন্দ্ৰটোৰ অস্থায়ী অধ্যক্ষ হিচাপে কাৰ্যভাৰ ল'বলৈ মোক নিৰ্দেশ দিলে। তেখেত ঘূৰি অহাৰ পিছত সেই বছৰৰ ৯ ডিচেম্বৰলৈকে পুনৰ প্ৰৱক্তা হিচাপে মই তাতে থাকিলোঁ।

এইচোৱা সময়ৰ ভিতৰতে NCERT (National Council of Educational Research and Training) এ পৰিচালনা কৰা সৰ্বভাৰতীয় ভিত্তিৰ শ্ৰৱণ-দৰ্শন শিক্ষা, ছেমিনাৰ আৰু প্ৰশিক্ষণ (Audio Visual Education, Seminar and Training) এটাৰ বাবে চাৰিসপ্তাহৰ কাৰণে আকৌ এবাৰ মোক দিল্লীলৈ পঠাইছিল। সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ পৰা একমাত্ৰ মইহে গৈছিলোঁ। এইবাৰ দিল্লীৰ পৰা ই চৰকাৰী ভ্ৰমণত আম্বালা, অমৃতচৰ, চণ্ডীগড়, পিঞ্জোৰ গাৰ্ডেন (পঞ্চপাণ্ডৱৰ অজ্ঞাত বাসৰ ঠাইখন) আদি ঠাইবোৰ চাবলৈ পোৱাৰ উপৰিও ছেগ চাই NIE Guest House ৰ মোৰ ৰূম মেট মিঃ অৰুণাচলমৰ লগত হৰিদ্বাৰ আৰু হৃষিকেশ চাই আহিলোঁগৈ। হৃষিকেশতে গঙ্গানদীৰ জলত আমাৰ পৰলোকগত পিতৃৰ সংৰক্ষিত অস্থি বিসৰ্জন দিয়া হ'ল। অস্থিৰ পেকেটটো পাৰ্ছেল কৰি মোলৈ পঠাইছিল নাজিৰাত থকা আমাৰ ৩য় ভাই হেমই।

কওঁ বুলি ভাবি থকা কিছুমান কথা নোকোৱাকৈ থাকিলে সেই কথাবোৰ নোকোৱাকৈয়ে ৰৈ যায়। ত্যাগী চাহাব প্ৰিন্সিপাল হৈ থকা দিনৰ পৰা শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰটোৰ লাইব্ৰেৰীটোৰ পৰিচালনাৰ ভাৰ মোৰ ওপৰত আছিল। এদিন মোৰ ক্লাছ কেইটা শেষ কৰি পিছবেলা লাইব্ৰেৰীতে বহি কিবা-কিবি কৰি আছো। ক্লাছবোৰ চলি থকাৰ কাৰণে লাইব্ৰেৰীৰ দুৱাৰখন বন্ধ আছিল যদিও এটা গুণ-গুণনি শুনি থাকিবলৈ পাইছিলোঁ। কিছু সময়ৰ পিছত দেখোন গোটেই প্ৰশিক্ষণ কেন্দ্ৰটো নিজম পৰি গ'ল। কেনিও একো সাৰ-সুৰ নাই। চাৰিওফালে কেৱল নীৰৱতা বিৰাজ কৰিছে। লাইব্ৰেৰীটোৰ দুৱাৰখন অৱশ্যে মইয়ে জপাই থৈছিলোঁ। ঘড়ীটোলৈ চাই দেখো ছুটী হ'বলৈ তেতিয়াও প্ৰায় এঘণ্টাই বাকী আছে. কি বা হ'ল? একো তত্ ধৰিব নোৱাৰি কাম সামৰি দুৱাৰখন খুলি লাহেকৈ বাহিৰলৈ ওলাই আহিলো। সেইখিনি সময়ত লাইব্ৰেৰীটোৰ একেবাৰে কাষতে লাগি থকা আমাৰ প্ৰশিক্ষণ কেন্দ্ৰটোৰ কোঅ'পাৰেটিভ দোকাখনৰ পৰিচালনাৰ

দায়িত্বত থকা স্কুল অৰগেনাইজেচন বিষয়ৰ প্ৰবক্তা যতীন্দ্ৰ নাথ তালুকদাৰে প্ৰায়ে তাতে কাম কৰি থাকে। সেইফালে চালো, দুৱাৰ বন্ধ। তাৰ পিছত বাৰাণ্ডাইদি আহি দেখো এটাও ক্লাছ নাই। কেনিও কোনো নাই। প্ৰিন্সিপালৰ অফিচত প্ৰিন্সিপালো নাই। ক্ৰমন ৰুমত কোনো শিক্ষক নাই। ক্ৰাফ্‌ট্‌চেণ্টাৰতো কোনো নাই। পিয়ন-চকীদাৰ কোনোৱেই নাই। ভাবিলোঁ— কিবা কাৰণত মই গম নোপোৱাকৈয়ে সকলোবোৰ ওলাই গ'ল। এখোজ দুখোজকৈ মই ঘৰৰ ফালে আগবাঢ়িলো। ঘৰলৈ আহি টিটো ক'লৈ গ'ল বুলি বুলুক সোধাতহে জানিব পাৰিলো যে তেৰ দিন ধৰি নিখোজ হৈ থকা চিয়াং জিলাৰ পৰা অহা জুনিয়ৰ প্ৰশিক্ষাৰ্থীজনক হেলিপেদৰ ফালে হাবিৰ মাজৰ ডাঙৰ গাঁত এটাৰ মাজত মৰোঁ মৰোঁ অৱস্থাত বিচাৰি পাই সকলোবোৰ তালৈকে দৌৰিছে। টিটো আৰু ছাছিবাই (কাৰপেণ্ট্ৰি ইন্‌ট্ৰাক্টৰ মিঃ আওৰ তৃতীয়টো পুতেক) হস্পিতেলৰ পৰা ষ্ট্ৰেছাৰ এখন লৈ তালৈকে দৌৰি গৈছে। আচৰিত হৈ বুলুৱে মোক সুধিলে, 'আপুনিনো ইমান সময় ক'ত আছিলে? ইমানবোৰ মানুহ ওলাই যাওঁতেও আপুনি গম পোৱা নাছিলনে? মানুহে বাৰু আপোনাক কি বুলি ভাবিব কওকচোন?' যি কি নহওক, শিক্ষকজনক মুমুৰ্ষু অৱস্থাত ষ্ট্ৰেছাৰত তুলি পোনে পোনেই হস্পিতেললৈ লৈ যোৱাত মইও খৰধৰকৈ তালৈকে গ'লোঁ।

সেই সময়ত প্ৰশিক্ষণ কেন্দ্ৰটোক ছিনিঅ'ৰ-জুনিয়ৰ শিক্ষকৰ দুটা গোটে প্ৰশিক্ষণ লৈ আছিল। তেৰদিন সন্ধানহীন হৈ থকা জুনিয়ৰ শিক্ষকজনৰ নামটোহে এতিয়া মোৰ মনত স্পষ্ট হৈ উঠা নাই; আঙ্গং টায়েং নেকি এনে এটা নাম অস্পষ্টভাৱে মনলৈ আহিছে। সৰুকালত এসময়ত তেওঁ মোৰ ছাত্ৰও আছিল। তথাপি নামটো নিশ্চিতভাৱে মনত পেলাব নোৱাৰি মই বৰ অস্বস্তিবোধ কৰিছো। তেওঁ হোষ্টেলৰ পৰা নিখোজ হোৱাৰ দিনা দুপৰীয়া ভাত মুঠি খাই বেগাবেগীকৈ ঘৰৰ পৰা (ঘৰটো নিচেই ওচৰতে) ওলাই আহোতে গেটখনৰ ওচৰতে বাটতে মই তেওঁক লগ পালো। সুধিলোঁ, 'হোষ্টেললৈ যোৱা নেকি?' তেওঁ ক'লে, 'হয় ছাৰ'। মই ভাবিলোঁ, বহী-কিতাপ কিবা হোষ্টেলত এৰি থৈ আহিছে চাগৈ তাকে আনিবলৈ গৈছে হ'বলা। কিয় গৈছে সুধিবলৈ নহ'ল। মইতো কল্পনাও কৰা নাছিলোঁ যে তাৰ পিছৰ পৰাই, অৰ্থাৎ সেই আবেলিটোৰ পৰাই তেওঁ হেৰাই যাব! পিছদিনা পুৱাৰে পৰা হোষ্টেলবাসী সকলোৱেই ক্লাছ-ছাছ কৰিবলৈ বাদ দি হাবিয়ে-জংঘলে, পাহাৰৰ টিলাবোৰৰ ওপৰত, হো-হোৱাই বৈ থকা টিৰাপ নদীৰ পাৰে পাৰে গোটেইখনতে তেওঁক বিচাৰি চলাথ কৰিলে। এদিন দুদিনকৈ পাচঁ-ছদিন এনেকৈয়ে পাৰ হোৱাত প্ৰিন্সিপাল ত্যাগী চাহাবে ক্লাছ কৰি বাকী পুৱাবেলা আৰু পাছবেলা অনুসন্ধান চলাই থাকিবলৈ অনুমতি দিলে। ইতিমধ্যে শিক্ষকজনৰ ঘৰলৈ আৰু চিয়াঙৰ ঘৰলৈ আৰু চিয়াঙৰ পলিটিকেল অফিচাৰলৈকো জৰুৰী বাৰ্তা প্ৰেৰণ কৰা হ'ল ।আনফালে

অনুসন্ধানৰ কামো চলি থাকিল।

পাটকাই পৰ্বতৰ ফালে খিমিয়ং নামৰ এখন বস্তিৰ তৰুণ দাস নামৰ কামৰূপৰ ফালৰ পঁচিছ বছৰমান বয়সীয়া অবিবাহিত এজন ডেকা শিক্ষকে ঘটনাটো গম পাই নিজে চাংলাঙলৈ নামি আহিল। কবিতা লিখিছিল বাবে সকলোৱে তেওঁক কবি দাস বুলি কৈছিল আৰু মঙ্গল চাব জানে বুলি তেওঁৰ এক প্ৰকাৰ সুখ্যাতিও আছিল। তেওঁ মঙ্গল চাই প্ৰথমে চাংলাঙৰ পশ্চিম দিশত হাবিৰ মাজত বিচাৰিবলৈ ক'লে। সেইমতে আকৌ তিনি-চাৰি দিন তন্ন-তন্নকৈ বিচৰা সত্ত্বেও তেওঁৰ একো সন্ধেদ উলিয়াব নোৱাৰিলে। কবি দাস পিছদিনা পুৱাই নিজৰ কামকৰা স্কুললৈ ঘূৰি গ'ল। এইদৰে বিচাৰোঁতে বিচাৰোঁতে তেৰদিন পাৰ হৈ গ'ল। চৈধ্য দিনৰ দিনা শিক্ষকজনৰ পৰিবাৰে তেওঁলোকৰ গাঁৱৰে আৰু দুজন মানুহক লৈ জিয়াং জিলাৰ পৰা আহি চাংলাং পালেহি। ইফালে, কবি দাসক প্ৰশিক্ষাৰ্থীসকলে আকৌ এবাৰ মঙ্গল চাই দিবলৈ অনুৰোধ কৰি তেওঁৰ গাঁৱৰ পৰা মতাই অনাত চৈধ্যদিনৰ দিনা দুপৰীয়া বাৰমান বজাত (দুপৰীয়া খোৱাৰ ছুটীৰ সময়ত) দাসে মংগল চাই ক'লে, 'পূবফালে হাবিৰ মাজত দুটা বজাৰ আগতে পালে জীয়াই জীয়াই পাব, তাতকৈ পলম হ'লে প্ৰাণহীন দেহটোহে পাব।' দাসে কোৱাৰ লগে লগেই শিক্ষকজনৰ পৰিবাৰে হেলিপেদখনৰ ফালে পূবলৈ গৈ হাবিৰ মাজত ঘূৰি ঘূৰি তেওঁৰ স্বামীৰ নাম ধৰি (তেওঁলোকে গিৰিহঁতক নাম কাঢ়িয়েই মাতে) আতুৰ কণ্ঠে মাতোতে এটা অতি ক্ষীণ স্বৰ তেওঁৰ পৰা কেইখোজমান আগলৈ শুনিবলৈ পালে। মাতটো শুনি উধাতু খাই গৈ দেখে দ গাঁত এটাৰ ভিতৰত ডিঙিলৈকে সোমাই থকা নৰ-কংকাল সদৃশ সেয়া আন কোনো নহয়— তেওঁৰেই স্বামী। মানুহ গৰাকীৰ লগত থকা দুজনে ঢপলিয়াই আহি চিএৰি চিএৰি হোষ্টেলত খবৰ দিয়াৰ লগে লগেই গোটেইবোৰ গৈ শিক্ষকজনক ষ্ট্ৰেচাৰত তুলি দুই বাজিবলৈ দহ মিনিট থাকোতেই হস্পিতেলত ভৰ্তি কৰালেহি। সিমানদিন আহাৰ-পানী পেটত নপৰাত মানুহজনৰ গাৰ হাড়বোৰত শোটোৱা-শোটোৰ পৰা ছালখন মাত্ৰ লাগি আছিল, বুকুৰ হাড়বোৰ এডাল এডালকৈ গণিব পৰাকৈ ওলাই পৰিছিল আৰু অতি ঘন-ঘনকৈ উশাহ লৈ তেওঁ কথমপি বাচি আছিল। ডাক্তৰসকলৰ অবিৰত চেষ্টাৰ ফলত তেওঁ আৰোগ্য হৈ পত্নীৰ সৈতে ঘৰলৈ গ'ল। মানসিক ভাৰসাম্য হেৰোৱাৰ ফলতে বোধহয় তেওঁ তেনেকৈ কাকো একো নোকোৱাকৈ হাবিৰ মাজলৈ গুচি গৈছিল। উল্লেখনীয় যে তেওঁক বিচাৰি পোৱাৰ দিনা ৰাতিলৈ এজাক দবাপিটা বৰষুণ হৈছিল। গাঁতটোতে সেই ৰাতিও থাকিবলগীয়া হোৱা হ'লে পিছদিনা নিশ্চয় তেওঁক জীৱিত অৱস্থাত পোৱা নগ'লহেঁতেন। নিজৰ ঘৰ গৈ পোৱাৰ পিছত হোষ্টেলবাসী সকলোকে ভালকৈ খুৱাবৰ কাৰণে কৃতজ্ঞতাৰ চিনস্বৰূপে তেওঁলোকে দুশ কি তিনিশ টকা পঠাই দিছিল। অৰুণাচলত কটোৱা জীৱন

কালৰ এইটো মোৰ অতি বৈচিত্র্যপূর্ণ অভিজ্ঞতা বুলি মই ভাবোঁ।

ইতিমধ্যে ১৯৭৬ চনৰ জুলাই মাহত আমাৰ বৰজী কবিতাক বিশ্বনাথ চাৰিআলিৰ নিবাসী, ডিব্রুগড় বিশ্ববিদ্যালয়ৰ এপ্লাইড, জিয়'লজী বিভাগৰ অধ্যাপক ডঃ সুশীল গোস্বামীলৈ বিয়া দিয়া হ'ল। বিয়াখন আমাৰ চাবুৱাৰ খুড়াদেউ ৰাধানাথ বৰঠাকুৰৰ ঘৰত পতা হ'ল। অতি উদাৰ মনেৰে খুড়া-খুড়ী আৰু তেখেতসকলৰ কেউটি পুতেক-বোৱাৰীয়েকে সহায় কৰি দিয়াত আৰু আমাৰ বৰপো জ্যোতিয়েও ভালেখিনি জঞ্জাল মাৰি দিয়াত মাত্র পাঁচ দিনৰ আকস্মিক ছুটী (Casual Leave) ৰ ভিতৰতে অতি খৰখেদাকৈ বিয়াখন সম্পন্ন হৈ গ'ল। মইও কামত যোগদান কৰিলোঁগৈ।

আগতে যে কৈছিলোঁ— বাদ দিব নোৱাৰা এটা স্বপ্ন-বাস্তৱৰ অভিজ্ঞতাৰ কথা যথাস্থানত সোঁৱৰণ কৰিবই লাগিব বুলি, তাকে ইয়াত ক'বলৈ ওলাইছোঁ। এয়া ১৯৭৬ চনৰ ছেপ্টেম্বৰ মাহৰ কথা। এদিন সন্ধিয়া গাটো জ্বৰ জ্বৰ লগাত ৰাতিৰ সাজ ভাত নোখোৱাকৈয়ে বিছনাত পৰিম বুলি বুলুক কওঁতেই গুৱাহাটীত থকা সৰু ল'ৰাটোৰ পৰা (তেতিয়া তেওঁ ককায়েকৰ লগত থাকি ছেণ্ট্রেল স্কুলৰ সপ্তম শ্রেণীত পঢ়ে, ডাঙৰটোৱে এল. এল. বি পাছ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ এম. এছ. ছি ফাইনেল ইয়েৰত আছিল আৰু অল্ ইণ্ডিয়া ৰেডিঅ'ত ইঞ্জিনিয়াৰিঙৰ এটা পদত চাকৰি কৰি আছিল) ককায়েকক অচেতন অৱস্থাত হস্পিতেলত ভর্তি কৰা হৈছে বুলি বায়াৰলেছ মেছেজ পালোঁ। খবৰটো পাই মোৰ জ্বৰ ক'ৰবালৈ উৰি গ'ল। ৰাতিপুৱাই বুলু-মই দুয়ো গুৱাহাটীলৈ যাবলৈ সাজু হৈ প্রিন্সিপাল ডি. ডি. ত্রিবেদীক (ত্যাগী বদলি হোৱাত আকৌ আহিল) খবৰটো দিলো। ত্রিবেদী চাহাবে ৰাতিপুৱাই আমি যাব পৰাকৈ সেই ৰাতিয়েই গাড়ী এখনৰ ব্যৱস্থা কৰিলে। বয়-বস্তু সকলো গোটাই-পিটাই বিছনাত পৰোঁতে ৰাতি ভালেখিনি হ'ল। শেহৰাতি পর্যন্ত আমাৰ দুয়োৰে চকুত টোপনি নাই।

মই সপোন নেদেখোৱেই বুলি ক'লেও একো বঢ়াই কোৱা নহয়। কিন্তু, সেইৰাতি প্রায় উজাগৰেই কটাই ৰাতি পুৱাওঁ পুৱাওঁ হওঁতে চিল-মিলকৈ টোপনি আহোঁতেই এটা সপোন দেখিলোঁঃ বুলু, মই লগত আৰু কেইগৰাকীমান মানুহেৰে সৈতে যাত্রীবাহী বাছ এখনেৰে ক'ৰবালৈ যাবলৈ ওলাইছোঁ। আমাৰ লগত বৰপুত্র বুবুল (জ্যোতিক ঘৰত মতা নাম) যাব। তেওঁ ঘৰতে এৰি থৈ অহা কিবা এপদ বস্তু লৈ আহোঁগৈ বুলি বাছ ষ্টেণ্ডতে আমাক থৈ তৎক্ষণাতে ঘূৰি আহিব বুলি কৈ গ'ল। ইতিমধ্যে টিকেট লোৱা হৈছিলেই। বাছ এৰিবৰ সময় হ'ল। যাত্রীসকলৰ লগতে আমি দুয়ো বাছত উঠিলোঁ। মই যিফালে বহিলোঁ তাৰ বিপৰীত ফালে দুগৰাকী মহিলাৰ মাজত বুলুও বহিল। বুবুল আহিব আহিব বুলি বাৰে বাৰে মূৰ উলিয়াই বাহিৰলৈ চাইছোঁ, মাকেও চাইছে। তেওঁ আহি পোৱাহি নাই। আৰু বেছি সময় তাত ৰখাই থ'ব নোৱাৰে বুলি কৈ ড্রাইভাৰে বাছ

এৰি দিলে। পিছৰখন বাছতে তেওঁ আহি ওলাবহি বুলি আমি নিজৰ মনকে সান্ত্বনা দিলোঁ। বহুদূৰ বাট অতিক্ৰম কৰি বাছখন এঠাইত ৰখোৱা দেখি বুলু আৰু তেওঁৰ লগৰ মহিলা দুগৰাকী অলপ হাত-মুখ ধুই আহো বুলি বাছৰ পৰা নামি ওচৰৰে ঘৰ এটালৈ গ'ল। তেওঁলোকে পলম কৰা দেখি ড্ৰাইভাৰে হৰ্ণ বজালে। মই বৰ উদগ্ৰীৱ হৈ খিৰিকীৰে মূৰ উলিয়াই বাহিৰলৈ চাই দেখোঁ— তিনিওগৰাকী মহিলা ঘৰটোৰ পৰা ওলাই আহিছে। কিন্তু বুলুৰ কাপোৰ-কানি সকলো তেনেই তিতা। গা-পা ধুই তিতা গাৰেই তেওঁ বাছত উঠিবলৈ আহিছে। ইফালে বুবুল আহিব আহিব বুলি আশা কৰি বাট চাই থকা পিছৰখন বাছো ইমানপৰেও আহি নাপালেহি। জিকাৰ খাই ঘপ্‌কৰে টোপনিৰ পৰা সাৰ পালোঁ। সপোনটোৰ কথা সেই সময়ত কাকো নক'লো, বুলুকো ক'বলৈ নহ'ল। ৰে'লত আমাক তুলি থৈ আহিবলৈ ত্ৰিবেদী চাহাবে কৈ থোৱা গাড়ীখন ৰাতিপুৱা সময়মতেই আহিল। ত্ৰিবেদী, তেওঁৰ পৰিবাৰ, হোষ্টেলত থকা প্ৰশিক্ষাৰ্থীসকল, ওচৰৰ ঘৰকেইটাত থকা শিক্ষক-শিক্ষয়িত্ৰীসকল সকলোৱেই সৰু ল'ৰাটোৱে পঠোৱা বায়াৰলেছ মেছেজটোৰ কথা গম পাই আমাক সাহস দিবৰ কাৰণে আমাৰ পদুলি-মূৰত গোট খালেহি। তেখেতসকলৰ পৰা বিদায় লব'ৰ সময়ত হঠাতে মোৰ বুকু ফাটি কান্দোন ওলাই আহিল। মই নিজকে চম্ভালিব নোৱাৰা হ'লোঁ। ত্ৰিবেদী, মিছেছ ত্ৰিবেদীৰ লগতে সকলোৱেই অনেক বুজাই-বঢ়াই আমাক বিদায় দিলে। এক ফাৰ্লংমান গৈয়ে এঢলীয়াকৈ কটা পাহাৰটোৰ কাষৰ খালটোত সোঁফালৰ আগচকা-পিছচকা দুয়োটা সোমাই গাড়ীখন বৈ গ'ল। বহুত চেষ্টাৰে যেনিবা উঠোৱা হ'ল। আকৌ মাৰ্ঘেৰিটা পোৱাৰ আগতেই এখন ভঙা কাঠৰ দলং ঠিক-ঠাক কৰি গাড়ীখন পাৰ কৰোঁতে তাতে দুঘণ্টামান ৰ'ব লগা হ'ল। তথাপিও ৰাতিৰ ৰে'লেৰে তিনিচুকীয়া এৰি পাছদিনা গৈ গুৱাহাটী পায়েই লৰালৰিকৈ হস্পিটেলগৈ গ'লো। আমি গৈ পোৱাৰ আগে আগে নগৰবেৰা কলেজত তেতিয়া কাম কৰি থকা সৰুজনী ছোৱালী (গীতা) আহি পাইছিলেহি।

বুবুলৰ হেপাটাইটিছ বি হৈছিল। প্ৰথমতে টাইফয়ড বুলি সন্দেহ কৰি চিকিৎসা কৰোঁতে ৰোগীৰ অৱস্থা ক্ৰমশঃ বেয়ালৈহে গ'ল। ছয়াল্লৰে ঘণ্টা অচেতন (কমা) অৱস্থাত থাকি সংজ্ঞা ঘূৰি অহাৰ পাছত অনেক বাধা দিয়া সত্ত্বেও কোনো কথা নামানি আমাৰ থকা-মেলাৰ কিবা অসুবিধা হৈছে নেকি, আঠুৱা পাইছোঁনে নাই, খোৱা-বোৱা ক'ত কৰিছোঁ, আগৰ মাহৰ দৰমহা পাই ক'ত থৈছে, এ. ছি. এছ, (আসাম ছিভিল ছাৰ্ভিছ) পৰীক্ষা দি তাৰ ইণ্টাৰভিউত খুউব ভাল কৰিছে ইত্যাদি অনেক কথা ৰাতিপুৱাৰ পৰা গধূলিলৈকে অনৰ্গল কৈ কৈ ছয় ছেপ্টেম্বৰৰ দিনা গধূলি ছয় বজাত আমাৰ সকলোৰে হিয়া ভাঙি সাতাইছ বছৰ বয়সত আমাৰ বৰপুত্ৰই চিৰদিনৰ বাবে আমাৰ পৰা বিদায় ল'লে। ককায়েকৰ মৃতদেহৰ ওচৰত থিয় হৈ সৰুটোৱে প্ৰতিজ্ঞা কৰিলে— জীৱনত

ডাক্তৰ হৈ ৰোগীৰ সেৱা কৰিব বুলি (প্ৰতিজ্ঞা ব'ল)। বুলু আৰু ছোৱালী দুজনী কান্দি কান্দি লেবেজান হৈ গ'ল। আমাৰ যেন সকলো শেষ হৈ গ'ল। ভাই মহেন্দ্ৰ, দুৰ্গেশ্বৰ, মাধব, ৰৰজোঁৱাই সুশীল, খুলশালী ছিমেন ওচৰৰ আৰু অল ইণ্ডিয়া ৰেডিঅ'ৰ মানুহখিনিয়ে পুত্ৰৰ প্ৰাণহীন দেহটো শ্মশানলৈ নি সৎকাৰ কৰিলেগৈ। ভায়েকে মুখাগ্নি কৰিলে। সকলোৰে সহযোগত আদ্যশ্ৰাদ্ধভাগ তাতে কৰি আমি চাংলাঙলৈ গুচি আহিলোঁ।

স্বপ্ন-বাস্তৱৰ এই আকস্মিক সংযোগ মোৰ জীৱন-স্মৃতিৰ কোনোকালেই মচিব নোৱাৰা সাঁচ হৈ ৰ'ল।

## (দহ)

পাছিঘাটৰ দৰেই চিয়াং জিলাৰ সদৰ ঠাই আলং এখন সৰু অথচ মনোৰম চহৰ। চাৰিওফালে চিৰ সেউজীয়া পৰ্বত-ৰাজিয়ে আগুৰি থকা প্ৰায় সমতল ভূমিতে চহৰখন অৱস্থিত। অধিবাসীসকল গালং নামে পৰিচিত। হৃষ্ট-পুষ্ট, ওখ-পাখ, পৰিশ্ৰমী, বগা বৰণীয়া সাহসী আৰু উদ্যোগী মানুহবোৰ দেখিলেই ভাল লাগে। তেওঁলোকৰ তিৰোতাসকলো বেছ শুৱনি। বোৱা-কটাও জানে। গণতন্ত্ৰৰ দৃঢ় ভেটিত তেওঁলোকৰ সমাজ-ব্যৱস্থা প্ৰতিষ্ঠিত। মানুহবোৰে খেতি-বাতি কৰি জীৱ-জন্তু পালন কৰাৰ লগতে আজি-কালি ফল-মূলৰ বাগিচাও খুলিবলৈ লৈছে। মাটি কঠাল প্ৰচুৰ পৰিমাণে উৎপাদন হয় আৰু সৰহভাগ বাহিৰৰ বজাৰলৈ পঠায়। দনিপ' তেওঁবিলাকৰ পূজ্য দেৱতা।

চাৰিওফালে পাহাৰ থকা কাৰণে, বিশেষকৈ পশ্চিমদিশে ওখ ওখ পাহাৰ থকা কাৰণে আলঙত সোনকালে বেলি ডুব যোৱা যেন লাগে। শীতকালত দিনৰ ভাগত বেলিৰ তাপ আৰু পোহৰ সৰহ সময় পোৱাৰ আশা কৰিব নোৱাৰি। দুপৰীয়া এঘাৰ-চাৰে এঘাৰমান বজালৈকে বেলিৰ মুখ দেখিবলৈকে পোৱা নাযায়। কুৰঁলীয়ে আবৰি ৰাখে। ঠাইখন কিন্তু বেছ স্বাস্থ্যকৰ। তালৈ যাবলৈ ডিব্ৰুগড়ৰ পৰা ব্ৰহ্মপুত্ৰ পাৰ হৈ চিলাপথাৰেদি লিকাবালি হৈ যাব লাগে। দূৰত্ব প্ৰায় দুশ-চল্লিছ কিলোমিটাৰ হ'ব। মাজতে ডাপোৰিজোলৈ এটা বাট ফাটি গৈছে। ৰাস্তা পকা।

সেইখন আলঙলৈকে ১৯৭৬ চনৰ ৪ ডিচেম্বৰ তাৰিখে ইটানগৰৰ শিক্ষা সচিবে পঠোৱা বেতাঁৰ প্ৰেৰিত জৰুৰী নিৰ্দেশ এটাৰ যোগে হঠাতে মোক পুনৰ পদোন্নতি দি উচ্চতৰ দৰমহাৰ হাৰত একেই দ্বিতীয় শ্ৰেণীৰ ৰাজ পত্ৰিত বিষয়া হিচাবেই আলং গৱৰ্ণমেণ্ট হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ প্ৰিন্সিপাল পদটোৰ বিপৰীতে প্ৰধান শিক্ষক (হেড্‌মাষ্টৰ) কৰি বদলি কৰিলে। পিছত স্কুল পৰিদৰ্শন কৰিবলৈ যাওঁতে ডি. পি. আই. য়ে মোক মুখেৰে প্ৰিন্সিপাল বুলি লিখিবলৈ কৈছিল যদিও অৰ্দাৰখনত হেড্‌মাষ্টৰ বুলি উল্লেখ থকাৰ কাৰণে মই সেইটোহে লিখিছিলোঁ। হঠাতে অহা বদলিকৰণৰ নিৰ্দেশনাটোৰ অন্তৰালত থকা অব্যক্ত পৰিস্থিতিটোৰ বিষয়ে অনুষ্ঠানটিৰ পৰা মোক আনুষ্ঠানিকভাৱে অব্যাহতি নিদিয়ালৈকে মই গমেই পোৱা নাছিলোঁ। তেতিয়ালৈকে ডি. পি. আইৰ (ডি. ই. ৰ পৰা ডি. পি. আই. হ'ল) কাৰ্যালয় ছিলঙতে আছিল। একে সময়তে ছিলঙৰ পৰা, ইটানগৰৰ চেক্ৰেটেৰিয়েটৰ পৰা আৰু আলঙৰ ডি. চি. ৰ পৰাও মোক তৎক্ষণাতে আলঙলৈ পঠাবলৈ বি. এচ. বি. ৰ প্ৰিন্সিপাললৈ ঘনে ঘনে ৱায়াৰলেছ মেছেজ, টেলিগ্ৰাম আদি আহি আছিল বুলি প্ৰথমে মোক জনোৱা নাছিল। ৭ তাৰিখে পিছবেলা লৰালৰিকৈ বিদায় সভাখন আহ্বান কৰি মোক এৰি দিয়াৰ পিছত তাৰপৰা ওলাই আহোঁতে বাটতে

প্ৰিন্সিপাল ত্ৰিবেদী চাহাবে মোক ক'লে, 'বৰঠাকুৰ চাহাব, (মোক তেখেতে সদায় সেইদৰেই সম্বোধন কৰিছিল) আপোনাক এৰি দিব লগীয়া হোৱাত মই বৰ দুখ পাইছো। আলঙলৈ গৈ আপুনি অতিশয় সাৱধানে কাম কৰিবগৈ লাগিব। তাত কিবা গণ্ডগোলৰ কাৰণে প্ৰায় তিনিশ ছাত্ৰ আৰু এজন ছিনিয়ৰ শিক্ষকক কোৱাৰ্টাৰ গাৰ্ডত সুমুৱাই থৈছে। পৰিস্থিতি অত্যন্ত উত্তপ্ত। আপুনি যিমানে পাৰে সোনকালে তালৈ যাওক। আশা কৰিছোঁ আপোনাৰ সুদীৰ্ঘ শিক্ষক-জীৱনৰ অভিজ্ঞতাৰে এই পৰিস্থিতি চম্ভালি ল'ব পাৰিব।'

ছেপ্টেম্বৰ মাহৰ ৬ তাৰিখে আমাৰ বৰপুত্ৰক হেৰুওৱা তেতিয়া মাত্ৰ তিনিমাহহে হৈছিল। মোৰ মানসিক অৱস্থা তেতিয়াও সুস্থ হৈ উঠিছিল বুলি ক'ব নোৱাৰি। ত্ৰিবেদী চাহাবৰ কথা শুনি ক'ব নোৱাৰাকৈ আৱেগিক সুৰত ফট্‌কৰে মোৰ মুখৰ পৰা ওলাই গ'ল ঃ 'ঠিক আছে ছাৰ, হ'ব। মই বয়-বস্তু সকলো লৈ কাইলৈকে ইয়াৰ পৰা যাম। মই এইটো (বদলিৰ নিৰ্দেশটো) এটা প্ৰত্যাহ্বান (Challenge) হিচাবে লৈছোঁ। ভৱিষ্যতে ঘটিব লগীয়াটো নিশ্চয় ঘটিব। সকলো ভগৱানৰ ইচ্ছা।' পিছদিনা ওচৰৰে ডিম্বেশ্বৰ হাজৰিকাৰ ঘৰত তপতে তপতে সোনকালে ভাত এমুঠি খাই সকলো বয়-বস্তু ট্ৰাক্‌ এখনত উঠাই বুলু আৰু পিকুক লৈ আগবেলা দহবজাতে চাংলাং এৰিলোঁ। বাটে বাটে ইটো-সিটো কিবা-কিবি কৰি, দুই-এপদ বস্তুও কিনি-কুটি লৈ সন্ধিয়া ছটা বজাত ডিব্ৰুগড় বিশ্ববিদ্যালয়ত (আমাৰ বৰ জোঁৱাই ডঃ সুশীল্‌ গোস্বামীৰ ঘৰত) খাই-বৈ ৰাতিটোৰ বাবে তাতে জিৰণি ল'লোঁ।

পিকু বুলি যে ক'লোঁ— ছেপ্টেম্বৰৰ প্ৰথম পষেকতে এমহীয়া পিকুক আমাৰ লগত এৰি মাকজনী মৰি থাকিল। সেইদিনাৰ পৰা পিকুৰ সম্পূৰ্ণ দায়িত্ব বুলু আৰু মোৰ ওপৰত ন্যস্ত হ'ল। গতিকে আলঙলৈ যাওঁতে পিকুও আমাৰ লগতে গ'ল। পিছদিনা অৰ্থাৎ ৯ ডিচেম্বৰ '৭৬ ৰ পুৱা আঠ বজাতে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ চৌহদৰ পৰা ওলাই চান্দমাৰি ঘাটত দুপৰীয়া ডেৰটা বজাত ফেৰীত উঠি ব্ৰহ্মপুত্ৰ পাৰ হৈ আবেলি চাৰে তিনি বজাত সোণাৰি ঘাট পালোঁগৈ। বয়-বস্তুবোৰ অন্য এখন প্ৰাইভেট ট্ৰাকত তুলি সন্ধিয়া ছয় বজাত লিকাবালি পাই হোটেল এখনত ৰাতিটো কটালোঁ। মাতৃহাৰা পিকু ৰাতি মোক কাষতহে শুলে। তাৰ পিছদিনা অৰ্থাৎ দহ ডিচেম্বৰ '৭৬ তাৰিখে ৰাতিপুৱা খাই বৈ চাৰে নটা বজাত লিকাবালি এৰিবলৈ সাজু হ'লোঁ। আমি গৈ আছোঁ বুলি চাংলাঙৰ পৰা আলঙৰ ডি.চি. লৈ ৱায়াৰলেছ মেছেজ যোগে খবৰ পঠোৱাত আমাক নিবলৈ চৰকাৰী গাড়ী এখন আগৰাতিয়েই লিকাবালিলৈ আহি বৈ আছিল। তাতে বয়-বস্তুবোৰ উঠাই পিকুক মোৰ কোলাত লৈ অকোৱা-পকোৱা বাটেৰে ৰিগা, বাছাৰ আদি পাৰ হৈ আবেলি চাৰে চাৰিটামান বজাত আলং পালো গৈ। সেই সময়ত আলং হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ দায়িত্বত থকা সহকাৰী প্ৰধান শিক্ষক বি.কে. (বসন্ত কুমাৰ) দাস

প্ৰমুখ্যে প্ৰায় আঠাইকেউজন শিক্ষক-শিক্ষয়িত্ৰী আৰু হোষ্টেলত থকা ল'ৰাবোৰ স্কুলৰ ওচৰতে আছিল। ল'ৰাবোৰেই গাড়ীৰ পৰা বয়-বস্তুবোৰ নমাই আমাৰ বাবে ৰখা ঘৰটোত সুমুৱাই সহায় কৰি দিলে। ডেপুটি কমিছনাৰ এচ. চি. (সুভাষ চন্দ্ৰ) শৰ্মা আই. এ. এচ্. আৰু চিয়াং জিলাৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক মিঃ ডি. পি. দেউৰাৰী দুয়োজন তেতিয়া মফচলত। তেখেতসকল মফচলৰ পৰা উলটি অহালৈ অপেক্ষা নকৰি আমি গৈ পোৱাৰ এঘণ্টামানৰ ভিতৰতে সেইদিনাই গধূলি মই স্কুলখনৰ দায়িত্বভাৰ লওঁ।

পিছদিনা মাহৰ দ্বিতীয় শনিবাৰ, অফিছ বন্ধ। ডি. চি. আৰু ডি. আই. এছ. দুয়ো মফচলৰ পৰা ঘূৰি আহিল বুলি খবৰ পাই বুলুক লগত লৈ গধূলি সময়ত প্ৰথমে ডি. চি.ৰ বঙলালৈ গৈ তেখেতক দেখা কৰিলোঁ। ডেকা মানুহ, চেহেৰা-পাতি বেছ দেখনিয়াৰ। কোলাত কেচুৱা এটি লৈ তেখেতৰ পৰিবাৰেও বুলুৰ ওচৰতে বহি ল'লে। স্কুলখনৰ প্ৰসঙ্গ উলিয়াই ডি. চি. য়ে নিজেই গোটেই পৰিস্থিতিটো মোক চমুকৈ ক'লে আৰু কাম কৰোতে কিবা অসুবিধা পালে টেলিফোনযোগে তৎক্ষণাত তেখেতক জনাবলৈ ক'লে (তেনে কৰাৰ প্ৰয়োজন অৱশ্যে নহ'ল)। মোৰ ফালৰ পৰা একপ্ৰকাৰ নিশ্চয়তা প্ৰদান কৰি মই তেখেতক ক'লো ঃ 'ছাৰ, আপুনি মোৰ ওপৰত নিৰ্ভৰ কৰিব পাৰে। মই আপোনাৰ সুনাম ঘূৰাই আনিবলৈ আহোপুৰুষাৰ্থ কৰিম। কিন্তু মই আপোনাক আজিয়েই এটা বিশেষ অনুৰোধ জনাব খুজিছোঁ ছাৰ! কামত মনপুতি লাগিলে মই যেহেতু বৰকৈ ওলাই মেলি নুফুৰোঁ, স্কুলখনকে মোৰ বুলি ভাবি অনবৰতে তাতেই কিবা নহয় কিবা এটা কৰি থাকোঁ, তাকে দেখি কোনো লোকে মোৰ বিষয়ে আপোনাক মানুহজন অসামাজিক (Unsocial) বুলি ক'বও পাৰে। এনেক্ষেত্ৰত মোৰ অনুৰোধ— আপুনি যেন আনৰ কথালৈ কাণ নিদি আপোনাৰ যেতিয়াই সময় আৰু সুবিধা হয়— মোক নজনোৱাকৈ স্কুলখনৰ ফালে পাক একোটা মাৰি চাই আহে যেন।' মোৰ কথাৰ প্ৰতি অলপো সঁহাৰি প্ৰদৰ্শন নকৰি তেখেত মনে মনে থাকিল। 'মৌনেন সম্মতি' ভাবি চাহ-মিঠাই খাই দুয়োকে ধন্যবাদ জনাই আমি তেখেতৰ বঙলাৰে পৰা ওলাই বাহিৰে বাহিৰে দেউৰাৰী চাহাবৰ বঙলাত ক্ষন্তেক বহি কথা-বতৰা পাতি ঘূৰি আহিলোঁ।

পিছদিনা দেওবাৰ। দেউৰাৰী চাহাবে দুপৰীয়াৰ ভাতসাজ তেখেতসকলৰ সৈতে একেলগে খাবলৈ অনুৰোধ কৰাত আমি তালৈ গ'লোঁ। তেখেতক পাছিঘাট, চাংলাং আদি ঠাইত লগপোৱাৰ কথা ইতিপূৰ্বে উল্লেখ কৰা হৈছে। তেখেতসকল উত্তৰপ্ৰদেশৰ গাৰোৱাল অঞ্চলৰ মানুহ। তেনেই সৰল স্বভাৱৰ নিৰহঙ্কাৰী ব্যক্তি। তেখেতৰ পৰিবাৰো একেবাৰে নিমাখিতী। ল'ৰা-ছোৱালী কেইটিও বৰ মৰমলগা। স্নাতকোত্তৰ আৰু বি.টি. ডিগ্ৰীধাৰী দেউৰাৰী চাহাব অৰুণাচলত প্ৰথমে এজন গ্ৰেজুৱেট টিচাৰ হিচাবে পাছিঘাট হাইস্কুলত যোগদান কৰি শেষত আকৌ গৈ পাছিঘাট হাইয়াৰছেকেণ্ডাৰীৰে প্ৰিন্সিপাল

হৈ থাকোঁতে তাতে চুকায়। তেখেতৰ সৰলতাত মই বৰ মুগ্ধ হৈছিলোঁ। সেইদিনা তেখেতৰ ঘৰত খাবলৈ যাওঁতে অনেক কথাই ওলাল। আলঙৰ পৰিস্থিতিৰ প্ৰসঙ্গত তেখেতে ক'লে, 'আৰে মিঃ বৰঠাকুৰ, কি ক'ম? পাহাৰী ছোৱালী এজনীক সামৰিক বাহিনীৰ লোকে অশালীনভাৱে অসৎ ব্যৱহাৰ কৰা বুলি অভিযোগ উত্থাপন কৰি আলং হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ ল'ৰাবোৰ অতিকৈ উত্তেজিত হৈ পৰিল। সিহঁতক বৰকৈ উচতাই দিলে স্কুলৰে ৰসায়ন (কেমিষ্ট্ৰি) বিষয়ৰ ছিনিয়ৰ টিচাৰ এচ্. চি. ছাটাৰ্জীয়ে। মাৰ-পিট হুলস্থূল হৈ প্ৰাণহানি হোৱা বুলি বাতৰি মুখ বাগৰাৰ লগে লগে ল'ৰাবোৰ জাঙুৰ খাই উঠিল। আইন-শৃংখলাৰ পৰিস্থিতিৰ এনেদৰে অৱনতি ঘটিবলৈ ধৰিলে যে কোনো এজন শিক্ষকেই ল'ৰাবোৰৰ সন্মুখীন হ'বলৈ সাহ নকৰা হ'ল। স্কুলখন প্ৰায় বন্ধ হোৱাৰ উপক্ৰম হ'ল। ছাটাৰ্জীৰ বাদে আনবোৰ শিক্ষক-শিক্ষয়িত্ৰীয়ে ল'ৰাবোৰৰ পক্ষ নলৈ ঘৰৰ ভিতৰতে সোমাই থকাৰ অজুহাত তুলি ৰাতি ৰাতি চিএৰ-বাখৰ হুলস্থূল কৰি ল'ৰাবোৰে প্ৰত্যেকজন শিক্ষকৰ ঘৰৰ টিনৰ ওপৰত শিলগুটি দলিয়াবলৈ ধৰিলে। শিক্ষক-শিক্ষয়িত্ৰীসকল স্কুললৈহে নালাগে ঘৰৰ বাহিৰলৈ ওলাবলৈ ভয় কৰা হ'ল। ল'ৰাবোৰে কাৰো বুজনি নমনা হ'ল। মুঠতে স্কুলখনত সম্পূৰ্ণ এক অৰাজকতা বিৰাজ কৰিবলৈ ল'লে। শেষত ডি. চি. য়ে প্ৰায় দুশৰো ওপৰ ল'ৰাক ধৰাই নি কোৱাৰ্টাৰ গাৰ্ডত ভৰোৱাই দিলে। লগতে ছিনিয়ৰ শিক্ষক ছাটাৰ্জীকো।' পিছত অৱশ্যে সকলোকে এৰি দিয়া হ'ল। কিন্তু ছাটাৰ্জীক প্ৰথমে নিলম্বিত (Suspend) কৰি পিছত বৰখাস্ত কৰিলে। এনেবোৰ পটভূমিতে চাবলৈ গ'লে সাময়িকভাৱে ডেপুটি কমিছনাৰজনৰ বদনামেই হৈছিল। জনজাতীয় অনুভূতিতো আঘাত হনাৰ দৰে কাম হৈছিল। সেই কাৰণেই ডি. চি. উদ্বিগ্ন হৈ পৰিছিল। আৰু চাংলাঙৰ বি. এচ. বি. ৰ প্ৰিন্সিপাললৈ টেলিগ্ৰাম কৰিছিল।

তাৰ পিছদিনা ১৩ ডিচেম্বৰ, সোমবাৰ। শুকুৰবাৰে গধুলি দায়িত্বভাৰ লোৱাৰ পিছত এয়া প্ৰথম মই স্কুলখনৰ চৌহদত প্ৰৱেশ কৰিছোঁ। মূল পথৰ পৰা সোমাই যোৱা দীঘলীয়া পকা বাটডোখৰ দুয়োফালে দুশাৰী ওখ ওখ জাকাৰাণ্ডা গছৰ মাজেদি স্কুলৰ দুৱাৰমুখৰ খট্‌খটীটোলৈকে ঘূৰি আছে। ক্লাছ ছিক্সৰ পৰা টুৱেলভলৈকে শ্ৰেণীকোঠাবোৰ, প্ৰিন্সিপালৰ কাৰ্যালয়, সহঃ প্ৰঃ শিক্ষকৰ কোঠা, লাইব্ৰেৰী আদি দীঘলীয়া বাৰাণ্ডাটোৰ সৈতে এইছ পেটাৰ্ণৰ এটা ধুনীয়া প্ৰকাণ্ড কাঠৰ চাংঘৰৰ অংশ হিচাবে সুন্দৰকৈ সজোৱা। এইছটোৰ দুয়োফালৰ বাহুদুটাক লগলগোৱা অংশটো শিক্ষক-শিক্ষয়িত্ৰী সকলৰ সমূহীয়া কোঠা। পকা মজিয়া আৰু মঞ্চৰে সৈতে সুবৃহৎ প্ৰেক্ষাগৃহটো (Assemlly Hall) নামটো-ৰমণ হ'ল, এইছ পেটাৰ্ণৰ ঘৰটোৰ বাৰাণ্ডাটোৰ আনটো মূৰত খট্‌খটী এটাৰে লগলগোৱা। তাতে স্কুলৰ পঢ়া-শুনা আৰম্ভ কৰাৰ আগতেই সমূহীয়া প্ৰাৰ্থনাৰে ৰাষ্ট্ৰীয় গীত গোৱা হয়। ফিজিক্স, কেমিষ্ট্ৰি আৰু বায়'লজীৰ শ্ৰেণীকোঠাৰে সৈতে পকা লেবৰেটৰীৰ ঘৰটো

স্কুলখনৰ পিছফালে অৱস্থিত। স্কুলৰ খেল পথাৰখন এচেমব্লি হলটোৰ নিচেই কাষতে। এইবোৰৰ উপৰিও সামৰিক বাহিনীৰ দ্বাৰা পৰিত্যক্ত, লোহাৰ গ্ৰীল দিয়া তিনিকুঠলীয়া পকা মজবুত এটা ডাঙৰ ঘৰত স্কুলখনৰ সমবায় (Co-operative) দোকানখন, এন. চি. চি. ৰ আৰু বিভিন্ন ধৰণৰ বস্তুৰে ভৰি থকা গুদামটো। তাৰ পিছফালে অনতিদূৰত এফালে ছোৱালীবোৰৰ পকা হোষ্টেল আৰু আনফালে প্ৰধান শিক্ষকৰ বাসগৃহৰ ওচৰতে ডেৰশমান ল'ৰাক একেলগে থাকিবলৈ দিব পৰাকৈ ল'ৰাবোৰৰ হোষ্টেল। তাৰো পিছফালে শিক্ষক-শিক্ষয়িত্ৰী, কেৰাণী, লেবৰেটৰী এচিষ্টেণ্ট আদিৰ বাবে শাৰী শাৰীকৈ সজা চৰকাৰী পকী ঘৰবোৰ। মূল পথটোৰ কাষতো কেইজনমান শিক্ষক-শিক্ষয়িত্ৰীৰ ঘৰ আছে। মুঠতে এটা অতি সুন্দৰ উপযুক্ত পৰিবেশত আলঙৰ এই হাইয়াৰ ছেকেণ্ডাৰী স্কুলখন অৱস্থিত। কোনো ধৰণৰ প্ৰতিকূল পৰিস্থিতিয়ে সহজে এই শিক্ষানুষ্ঠানটিৰ ওপৰত প্ৰভাৱ পেলাব পৰাৰ সম্ভাৱনা থকা যেন নালাগে। তথাপিও তাৰ মাজতে ওপৰত উল্লেখ কৰাৰ দৰে একো-একোটা অনাকাঙ্খিত কাৰণ উদ্ভৱ নোহোৱাকৈ থকা নাছিল। এনেবোৰ ক্ষেত্ৰত বিদ্যালয় একোখনৰ হৃৎপিণ্ড স্বৰূপ প্ৰধান শিক্ষকজনৰ ভূমিকা নিশ্চয় গুৰুত্বপূৰ্ণ বুলি শিক্ষাজগতৰ লগত জড়িত সকলোৱেই অনুভৱ কৰে।

আলং চৰকাৰী হাইয়াৰ ছেকেণ্ডাৰীস্কুলৰ প্ৰধান শিক্ষক ৰূপেশ্বৰ লাহনক কিছুদিনৰ আগতে পদোন্নতি দি অন্য এখন জিলাৰ বিদ্যালয়ৰসমূহৰ পৰিদৰ্শক হিচাবে বদলি কৰাত বিদ্যালয়খনৰ দায়িত্বভাৰ সহকাৰী প্ৰধান শিক্ষক বি. কে. দাসৰ হাতত অৰ্পণ কৰা হয়। দাসৰ শিক্ষাগত অৰ্হতা আছিল— বি. এ. বি. টি.। আনহাতে তাত কামকৰা ডেকা ডেকা দহজন বিষয় শিক্ষক (Senior Teacher, অসমত বিষয় শিক্ষকক Subject Teacher বুলি কোৱা শুনো) এম. এ; এম. এচ. চি. ; এম. এ. বি.টি; এম. এছ. চি.; বি. এড, আদি ধৰণৰ উচ্চখাপৰ শিক্ষাগত অৰ্হতাৰ অধিকাৰী আছিল। স্বাভাৱিকতে বিদ্যালয়খনৰ মুৰব্বীৰ দায়িত্বত থকা ব্যক্তিজন দেখ দেখকৈ কম অৰ্হতাসম্পন্ন হোৱাৰ কাৰণে সকলোতকৈ বয়সিয়াল হ'লেও কিছু পৰিমাণে (প্ৰকাশ্যে নহ'লেও) অৱজ্ঞাৰ পাত্ৰ হৈছিল। এই অৱজ্ঞাৰ ভাৱটোৱে ছাত্ৰ-ছাত্ৰীৰ ওপৰতো কম-বেছি পৰিমাণে অবাঞ্চিত প্ৰভাৱ পেলাইছিল বুলি যুক্তি দৰ্শোৱাৰ থল নোহোৱা নহয়। ইয়াৰ লগতে অন্য এটা কাৰণেও বিদ্যালয়খনৰ অনুশাসন ভঙ্গৰ ক্ষেত্ৰত বিশেষভাৱে ইন্ধন যোগাইছিল। তেতিয়া তাত নতুন আৰু পুৰণা দুয়োটা পদ্ধতিয়েই প্ৰচলিত হৈ আছিল। পুৰণা একাদশ পদ্ধতিৰ ১৯ জন ছাত্ৰৰ অনুশাসনহীনতা-উচ্ছৃংখলতাৰ উৎপাতে সীমা চেৰাই যোৱা বুলি অভিযোগ তুলি আলঙৰ ৰাম-কৃষ্ণ মিছনৰ বিদ্যালয়খনৰ পৰা উলিয়াই পঠিওৱাত expel হোৱা সেইখিনি ছাত্ৰকো স্থানীয় প্ৰশাসনে চৰকাৰী বিদ্যালয়খনতে নাম ভৰ্তি কৰিবলৈ অনুমতি দিলে। এই কাৰ্যৰ পৰিণতিও হিতে বিপৰীত হ'ল। ফলস্বৰূপে বিদ্যালয়খনৰ

প্ৰশাসনীয় ক্ষেত্ৰত বি. কে. দাস নিশ্চয় অসুবিধাৰ সন্মুখীন হৈছিল। তেখেতৰ বিষয়ে আৰু কিছু কথা ক'বলৈ আছে। যথাস্থানত কোৱা হ'ব।

য'তেই নাথাকোঁ লাগে বিদ্যালয় এখনৰ মুৰব্বী হৈ থাকোঁতে বিশেষ কিবা জৰুৰী কামে বাধা নিদিলে মই সদায় স্কুললৈ নিৰ্দিষ্ট সময়তকৈ নিচেই কমেও এঘণ্টামান আগতে পোৱাকৈ যাওঁ। সেই দিনাও (আলং স্কুলত প্ৰথম দিনা) ঘৰৰ পৰা এঘণ্টামানৰ আগতে ওলাই মই স্কুলৰ অফিচত বহিলোঁগে। ল'ৰা-ছোৱালী, শিক্ষক-শিক্ষয়িত্ৰীসকল তেতিয়াও তেনেকৈ অহা নাই। সময় আগবঢ়াৰ লগে লগেই এটি দুটিকৈ সকলো আহিবলৈ ধৰিলে। সোমোৱা বাটটোৰ খট্‌খটীয়েদি প্ৰবেশ কৰি অফিচৰ কাষেদি বাৰাণ্ডাটো ঘূৰি নিজৰ নিজৰ শ্ৰেণীকোঠাত বেগবোৰ থৈ আটাইবোৰ প্ৰাৰ্থনা কৰা হলটোলৈ আগবঢ়াৰ শব্দ শুনি আছোঁ। কাঠৰ চাংখনৰ ওপৰত বুটজোতা পৰিহিত মিলিটেৰীয়ে গিৰিপ্-গিৰিপ্ কৰি যোৱাৰ দৰে অহৰহ সেইফালে যোৱা সকলৰ অদ্ভুত এটা ভৰিৰ শব্দ মোৰ কাণত বাজি আছে। সেয়া যেন যুদ্ধ জিনি অহা এক বীৰত্বৰ পৰিচায়ক শব্দহে। প্ৰাৰ্থনা-ঘণ্টা মৰাৰ লগে লগে মই অফিচৰ পৰা ওলাই সহকাৰী প্ৰধান শিক্ষক বি. কে. দাসক লগত লৈ কমন ৰুমৰ দুৱাৰ মুখত আমাৰ কাৰণে অপেক্ষা কৰি থকা শিক্ষক-শিক্ষয়িত্ৰীসকলৰ সৈতে এচেম্ব্লি হলত সোমোলোঁগে। মন কৰিলোঁ— শিক্ষক-শিক্ষয়িত্ৰী, সকলৰ মুখবোৰ শুকান। ভয়ে ভয়ে তেওঁলোক আমাৰ পিছে পিছে গৈ হলটোত প্ৰবেশ কৰি নিৰ্দিষ্ট ঠাইত থিয় হ'লগৈ। ইতিপূৰ্বে কেইদিনমান পুৱাৰ প্ৰাৰ্থনা সভা অনুষ্ঠিত হোৱাই নাছিল বোলে। সেইদিনা নতুন হেড্‌মাষ্টৰ আহিছে বুলি খবৰ পাইহে সকলো আহিছিল। ৰেহ্-ৰূপ চাবলৈ। যি কি নহওক— সেইদিনা (আৰু তাৰ পিছদিনাও) আলেখ-লেখ চাই প্ৰত্যক্ষ অভিজ্ঞতা লাভ কৰোঁ বুলি মিঃ দাসকে প্ৰাৰ্থনা সভা পৰিচালনা কৰিবলৈ এৰি দি মই নীৰৱে চাই থাকিলোঁ। দাসে সৰ্বপ্ৰথমে সকলোকে শ্ৰেণীকোঠালৈ যাবলৈ নিৰ্দেশ দিলে। ল'ৰা-ছোৱালীবোৰ দুৱাৰ মুখৰ খট্-খটীয়েদি উঠি হলটোৰ পৰা ওলাই যাওঁতেহে দেখিলোঁ প্ৰায় নব্বৈ শতাংশ ল'ৰাৰে চুলিবোৰ দীঘল দীঘল-একেবাৰে কান্ধলৈকে ওলমি পৰা, সাক্ষাৎ হিপ্পি (Hippy)। উভয়ৰে প্ৰায়বিলাকৰে হাই-হিলৰ জোতা। এচেম্ব্লি হললৈ অহাৰ আগমুহূৰ্তলৈকে শুনি থকা বীৰৰ পদধ্বনিৰ ৰহস্য উদ্‌ঘাটন হ'বলৈ সৰহ সময় নালাগিল।

স্কুলখনৰ ষষ্ঠ, সপ্তম আৰু নৱম শ্ৰেণীত দুটাকৈ শাখা। অষ্টম শ্ৰেণীত শাখা নাই (ল'ৰা ২৬ ছোৱালী ২৩ , মুঠতে ৪৯); দশম শ্ৰেণীতো শাখা নাই (ল'ৰা ২৫+ছোৱালী ৫ মুঠতে ৩০, (একাদশ শ্ৰেণী দুটা, এটা পুৰণি একাদশ পদ্ধতিৰ ফাইনেল পৰীক্ষাৰ্থী (বিজ্ঞান ২০+কলা ৩০, মুঠতে ৫০), আনটো নতুন পদ্ধতিৰ ১০+২... পেটাৰ্ণত সজোৱা (ল'ৰা ১৭+ছোৱালী ৩, মুঠতে ২০ )। নতুন দ্বাদশ শ্ৰেণী পিছৰ বছৰত খোলা হ'ব। ষষ্ঠ

শ্ৰেণীৰ পৰা একাদশ শ্ৰেণীলৈকে সকলো মিলাই স্কুলখনত তেতিয়া ল'ৰা ২৯৬+ছোৱালী ১৫১, সৰ্বমুঠ ৪৪৭ জন ছাত্ৰ- ছাত্ৰী।

সেইদিনা পঢ়া শুনা আৰম্ভ হোৱাৰ কিছুসময়ৰ পিছতে ডেপুটি কমিছনাৰে লগ পাবলৈ বিচাৰিছে বুলি গাড়ী এখন আহি ওলোৱাত মই গ'লোঁ। অস্থায়ীভাবে নিৰ্মাণ কৰা ডি. চি.ৰ কাৰ্য়ালয়ৰ ঘৰটো ভাগি-ছিগি উঁৱলি গৈছে। সাজি থকা নতুন বিল্ডিংটো সম্পূৰ্ণ হওঁ হওঁ হৈছে । ডি.চি.ৰ কোঠাত তেওঁ অকলে বহি আছিল। মোক বহিবলৈ কৈ চাহ দুকাপ অনোৱাই তেৰেঁই কথা আৰম্ভ কৰিলে। স্কুলখনৰ সম্পৰ্কে অনেক কথা তেওঁ মোক বিৱৰি ক'লে - যিখিনি কথাৰ সাৰাংশ ইতিপূৰ্বে দেউৰাৰী চাহাবৰ মুখে মই শুনিলোঁৱেই ।কথা শেষ কৰি টেবুলৰ দেৰাজৰ পৰা চীল কৰা এখন গোপন প্ৰতিবেদন মোৰ হাতত দি সেইখন খুলি পঢ়ি চাই তাত থকা নিৰ্দেশ মৰ্মে পৰিস্থিতি পৰ্যবেক্ষণ কৰি সোনকালে উত্তৰ দিবলৈ তেওঁ মোক ক'লে। উল্লেখকৰা প্ৰয়োজন যে ঘটনাবোৰ ঘটি থাকোঁতেই (মই আলং গৈ পোৱাৰ আগতেই) ছিলঙৰ ডাইৰেক্টৰেটৰ এজন প্ৰতিনিধিয়ে আকস্মিকভাৱে পৰিদৰ্শন কৰি স্কুলখনৰ শোচনীয় অৰাজক অৱস্থাৰ বিৱৰণ দি প্ৰতিবেদনযোগে অন্যান্য পৰামৰ্শৰ লগতে অনতিপলমে তাৰ পৰা সাতজন শিক্ষকক বদলি কৰিব লাগে বুলি গোপনে নিৰ্দেশ দিছিল। তদুপৰি ছাত্ৰ-ছাত্ৰী, শিক্ষকৰ ভিতৰত গঢ়ি উঠা কিছুমান অশোভনীয় সম্পৰ্কৰ বিষয়েও তাত উল্লেখ আছিল। চীলকৰা গোপন খামটো হাতত লৈ প্ৰতিবেদনখন ভালকৈ পঢ়ি গোটেই পৰিস্থিতিটো অধ্যয়ন কৰিহে ডেপুটি কমিছনাৰলৈ উত্তৰ দিম বুলি মনতে স্থিৰ কৰি মই তেখেতৰ পৰা বিদায় লৈ ওলাই আহিলোঁ।

তৃতীয় দিনাৰ পুৱাৰ প্ৰাৰ্থনাসভা অনুষ্ঠিত কৰাকে আৰম্ভ কৰি স্কুলখনৰ প্ৰতিটো খুটি-নাটি বিষয়কে মই তন্ন-তন্নকৈ চাবলৈ ধৰিলোঁ। পুৱাৰ প্ৰাৰ্থনা সভাত অনুপস্থিত থকা ছাত্ৰ-ছাত্ৰীহে নালাগে শিক্ষক-শিক্ষয়িত্ৰীৰ নামো মোৰ টোকা বহীত লিখি ৰাখি যিদিনাই তেওঁলোকক দেখোঁ সেইদিনাই কাৰ্যালয়লৈ মতাই নি কৈফিয়ৎ বিচাৰিবলৈ ধৰিলোঁ। ফলত অনুপস্থিতিৰ সংখ্যা দ্ৰুত গতিৰে কমিবলৈ ধৰিলে। সেইদিনাৰ পৰা আৰম্ভ কৰি প্ৰতিদিনে পুৱাৰ সভাত নিয়মানুবৰ্তিতা, নীৰৱতা, শৃংখলাবদ্ধতা, চাফ্‌চিকুণতা, সজ-আচৰণ, শিষ্টাচাৰ, সহনশীলতা, স্পষ্টবাদিতা, নিৰ্ভীকতা, সাহসিকতা, আত্মনিৰ্ভৰ শীলতা, শালীনতা, পৰোপকাৰ, সত্যবাদিতা আদি বিভিন্ন ধৰণৰ নিৰ্দিষ্ট একোটা বিষয়ৰ ওপৰত উদাহৰণ দাঙি ধৰি দুই মিনিটমান সময় কথা ক'বলৈ ধৰিলোঁ। লক্ষ্য কৰিলোঁ— ল'ৰা-ছোৱালীবোৰে ক্ৰমান্বয়ে অধিক মনোযোগেৰে কথাকেইটা কাণপাতি শুনিবলৈ ধৰিছে। ফলশ্ৰুতিত প্ৰথম প্ৰথমে ল'ৰা-ছোৱালীবোৰে শব্দ কৰা ভৰিৰ জোতাবোৰ ক্ৰমে সলনি কৰি শব্দহীন জোতা পৰিধান কৰি অহা দেখিবলৈ পালোঁ। তাৰ লগে লগে

ল'ৰাইঁতৰ কান্ধলৈকে ওলমি পৰা দীঘল দীঘল চুলিবোৰ ক্ৰমশঃ চুটি হ'বলৈ ধৰিলে। হুলস্থুলীয়া পৰিবেশ প্ৰায় লোপ পালে। শিক্ষক-শিক্ষয়িত্ৰীসকলৰ আচৰণতো পৰিবৰ্তন চকুত নপৰাকৈ নাথাকিল। শ্ৰেণীলৈ যাওঁতে অথবা শ্ৰেণীৰ পৰা ওলাওঁতে অযথা কোনেও পলম নকৰা হ'ল। স্কুল ছুটীৰ ঘণ্টা নপৰালৈকে বিনাকাৰণত কোনেও স্কুল-চৌহদৰ পৰা ওলাই নোযোৱা হ'ল। কোনো শিক্ষকৰ অনুপস্থিতিত ছিনিয়ৰ শিক্ষকসকলকো তলৰ শ্ৰেণীত ক্লাছ ল'বলৈ দিলে আপত্তি নকৰা হ'ল (মই নিজেও তেনে ক্লাছ লওঁ)। স্কুলখনৰ চৌপাশে, চৌহদৰ ভিতৰত নাইবা কমনৰূমত ক'তো চুৰটৰ গন্ধ নোপোৱা হ'লোঁ। মুঠতে পৰিবৰ্তনৰ এটা সুস্থ বাতাবৰণ নিচেই কম দিনৰ ভিতৰতে স্পষ্ট ৰূপত জিলিকি উঠিল।

তথাপি কেইদিনমানৰ পিছত এদিন দেখিলো ওপৰ শ্ৰেণীৰ এজন ল'ৰাৰ চুলি তেতিয়াও গলধনলৈকে (আগতকৈ সামান্য চুটি) ওলমিয়ে আছে। সেইজন আকৌ এজন মিনিষ্টাৰৰ ভায়েক। যি কি নহওক তেওঁক অফিচলৈ মতাই নি ছাত্ৰ অৱস্থাত এনে অস্বাভাৱিক দীঘল চুলি শোভা নাপায় বুলি ভালকৈ বুজাই দিয়াত সেইদিনাই যেনিখা তেৰোঁ চুলিখিনি কটাই পেলালে। আৰু দীঘল চুলিৰ পৰ্ব ইমানতে অন্ত পৰিল।

আন এদিন (২৭ জানুৱাৰী'৭৭) প্ৰাৰ্থনা সভাত এটা বিষয়ৰ ওপৰত আলোচনা আগবঢ়াব খোজোঁতে এচেম্‌ব্লি হলত মোৰ সন্মুখত থিয় হোৱা দ্বিতীয় শাৰীৰ ওপৰৰ শ্ৰেণীৰ আঠজনমান ল'ৰাৰ পাছৰ পৰা হঠাতে এটা বিকৃত শব্দ শুনা পালোঁ। তৎক্ষণাত মই কথা কোৱা বন্ধ কৰি, 'কাৰোবাৰ কিবা ক'বলগীয়া আছে যদি আগলৈ ওলাই আহি কোৱাহি' বুলি দুবাৰ কোৱাতো কোনো নহা দেখি মই নিজে দুয়োটা শাৰীৰ মাজলৈ সোমাই গৈ যিডোখৰ ঠাইৰ পৰা শব্দটো শুনা যেন লাগিছিল তাতে থিয় হৈ 'কোনে কি ক'বলৈ মন আছিলে কোৱা' বুলি আকৌ দুবাৰ কোৱাতো কোনো নোলোৱাত মোৰ ঠাইলৈ আহি 'সৎসাহস'ৰ ওপৰত দুটামান কথা কৈ সভা সামৰিলোঁ। অফিচলৈ গৈ চকীখনত বহিছোঁহে মাত্ৰ এনেতে এজন ল'ৰাই টুম্‌কেন বাগ্ৰা নামৰ আন এটাক হাতত ধৰি টানি নি মোৰ ওচৰ পোৱালেগৈ আৰু ক'লে, 'ছাৰ এইটো ল'ৰাই চিঞৰটো মাৰিছিল। ই মোৰ নিজৰ ভাই। ছাৰ আপুনি ইয়াক কি শাস্তি দিয়ে দিয়ক' বুলি কৈ সেই ল'ৰাজন নিজৰ শ্ৰেণীলৈ গ'লগৈ। দশম শ্ৰেণীৰ দুষ্ট ল'ৰটোক অৱশ্যে শাৰীৰিক দণ্ড দিয়া নহ'ল। সি নিজৰ দোষ স্বীকাৰ কৰি ভৱিষ্যতলৈ কেতিয়াও তেনে অশোভনীয় আচৰণ নকৰে বুলি লিখিত প্ৰতিশ্ৰুতি দিয়াত ভালকৈ বুজাই-মেলি তাক ক্লাছলৈ পঠাই দিলোঁ। পিছলৈ সেই ল'ৰাটিৰ সজ আচৰণ দেখি সকলো শিক্ষক-শিক্ষয়িত্ৰীয়ে তাক প্ৰশংসা কৰিবলৈ ধৰাত মই বৰ সন্তোষ পাইছিলোঁ। এইবোৰ প্ৰকৃততেই প্ৰাণৰ পৰশ পাই জীপ লৈ উঠা পাহৰিব নোৱাৰা অভিজ্ঞতা।

মই দায়িত্বভাৰ গ্ৰহণ কৰাৰ প্ৰথম সপ্তাহতে চাৰিওফালে ঘূৰি-পকি দেখিলোঁ— ইমান সুন্দৰ সুন্দৰ ঘৰ-দুৱাৰেৰে সমৃদ্ধ স্কুলখনৰ কাঠৰ চাংখনৰ তলত ল'ৰা-ছোৱালীয়ে দুপৰীয়া ছুটীৰ সময়ত খাবলৈ জলপান মেৰিয়াই অনা অসংখ্য ফটা কাগজৰ টুকুৰা আৰু জাবৰৰ দ'ম। তদুপৰি স্কুলৰ চৌহদটোৰ বেৰাখনৰ অস্তিত্ব প্ৰায় লুপ্ত হওঁ হওঁ। ভাবি-চিন্তি এখন ষ্টাফ্ মিটিং পাতি কথাবোৰ মুকলিকৈ আলোচনা কৰি প্ৰথম শনিবাৰটোতে স্কুল চৌহদৰ ভিতৰতে চাফাইকাম কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰা হ'ল। কামৰ শেষত বিলাবলৈ কেইপেকেটমান মিঠাইও অনা হ'ল। সেইমতে সকলোৱে মিলিজুলি কাম কৰি স্কুলখনৰ ভিতৰ আৰু বাহিৰৰ সকলো ঠাই সম্পূৰ্ণকৈ চাফচিকুণ কৰি চালে চকুৰোৱা কৰি তোলা হ'ল। পিছে ভাল বেৰা এখন নহ'লে কামটো কৰা নকৰা একে হ'ব যেন দেখি পুনৰ অনুসন্ধান কৰি দেখিলোঁ ইতিপূৰ্বে উল্লেখ কৰা সামৰিক বাহিনীৰ লোকে এৰি থৈ যোৱা স্কুলৰ পিছফালৰ গুদাম ঘৰটোত সাতটামান তাঁৰৰ বেৰাৰ নুৰা কেইবাবছৰো অবহেলিত হৈ পৰি আছিল। একোটা নুৰাৰ দীঘ প্ৰায় ডেৰশ ফুট। গতিকে বেৰাখন সম্পূৰ্ণ হৈ যাব যেন দেখি স্থানীয় চি. পি. ডব্লিউ. ডি. (চেণ্ট্ৰেল পাব্লিক ৱৰ্কছ ডিপাৰ্টমেণ্ট)ৰ সহকাৰী ইঞ্জিনিয়াৰ মিঃ পি. পি. বৰঠাকুৰক অনুৰোধ কৰিলোঁ কাঠৰ খুটাবোৰ যেনে-তেনে যোগাৰ কৰি দিবলৈ। তেখেতে গাড়ীৰে খুটাবোৰ কঢ়িয়াই অনাই দিয়াত এদিন আকৌ সকলোৱে মিলি স্কুল চৌহদৰ বেৰাখন সম্পূৰ্ণকৈ সাজি উলিওৱা হ'ল।

ইতিমধ্যে মোৰ অনুৰোধৰ প্ৰতি 'মৌনেন সম্মতি'ৰ চিন স্বৰূপে আলঙৰ ডেপুটি কমিছনাৰ এছ. চি. শৰ্মা ডাঙৰীয়াই কাকো একো খা-খবৰ নিদিয়াকৈ দুবাৰমান পুৱাবেলাতে আৰু এবাৰ নে দুবাৰ স্কুলখনলৈ পিছবেলা আহি চাৰিওফালে ঘূৰি-পকি চাই-চিতি গ'লহি। মই তেখেতক কোৱা কথাৰ সত্যাসত্য নিৰূপণ কৰাৰ উদ্দেশ্যেৰেই যে তেখেতে এইদৰে আকস্মিকভাৱে আহি গৈছিল সেইকথা নক'লেও বুজিব পাৰি।

নতুন শিক্ষাবৰ্ষ আৰম্ভ হোৱাৰ লগে লগে ছাত্ৰ-ছাত্ৰীৰ সংখ্যা যথেষ্ট বাঢ়িব বুলি এটা আভাস আগতীয়াকৈ পালোঁ। কাৰণ আলঙৰ আশে-পাশে থকা ৰুংগং-কম্ব-দাৰকাং কাম্বা-বাগ্ৰা-পৰদি-পায়ুম-লিৰোমেবা-জিনিং এম্ ই. স্কুলৰ পৰা কমেও ৪০ জন ছাত্ৰ-ছাত্ৰী আলং হাইয়াৰ ছেকেণ্ডাৰীত নাম ভৰ্তিৰ বাবে আহিব। লগতে আলং চহৰখনৰ ভিতৰতে থকা পাঁচ-ছখন মান প্ৰাইমেৰী স্কুলৰ পৰাও কিছুসংখ্যক আহিব। এনেকৈ আহা গোটেইবোৰক বহিবলৈ দিবলৈ যথেষ্ট ডেস্ক-বেঞ্চ স্কুলখনত নাই। চৰকাৰলৈ সময়মতে প্ৰপ'জেল (Proposal) পঠালে এবছৰৰ মূৰত ধন মঞ্জুৰ হৈ অহাৰ সম্ভাৱনা থাকে। কিন্তু আলং হাইয়াৰ ছেকেণ্ডাৰীৰ ক্ষেত্ৰত এই ব্যৱস্থা ল'ব নোৱাৰি, কাৰণ এই স্কুলখনৰ ষ্টকৰেজিষ্টাৰত ডেস্ক-বেঞ্চৰ সংখ্যা বহুত আছে অথচ শ্ৰেণীকোঠাত বহিবলৈ

দিবলৈহে নাই। এইটো এটা মিলাব নোবাৰা অংক হ'ল; ষ্টক্ বুকত আছে, ক্লাছ ৰূমত দিবলৈ নাই। ইয়াৰ প্ৰধান কাৰণ হৈছে— চৰকাৰে বস্তুবোৰৰ বাবে ধন মঞ্জুৰ কৰিব পৰাকৈ প্ৰত্যেকবিধ বস্তুৰে আয়ু (Life) বান্ধি দিয়া থাকে। কাঠৰ ডেস্ক-বেঞ্চবোৰৰ বাবে এই আয়ু দহ বছৰ। অৰ্থাৎ কিনি আনি অথবা মিস্ত্ৰিৰ হতুৱাই সজাই লৈ ষ্টক্ বুকত তাৰিখ লিখি ভৰাই লোৱাৰ দিনৰ পৰা দহ বছৰ পৰ্যন্ত বস্তুবোৰ ব্যৱহাৰৰ উপযোগী হৈ থাকিব লাগিব। দহ বছৰৰ ম্যাদ পাৰ হ'লেহে সেইবোৰৰ ঠাইত নতুন ডেস্ক-বেঞ্চ আদি কিনিব পাৰিব বা কৰাই ল'বলৈ ধন মঞ্জুৰ হ'ব। এইটোৱেই চৰকাৰী নিয়ম। সমস্যাটো এইখিনিতে হ'ল। এতিয়া কি উপায় কৰা যায়? স্কুলখনত এই কাঠৰ বস্তুবোৰ যোগান ধৰা দহ বছৰ হোৱাই নাই। গতিকে ষ্টক ৰেজিষ্টাৰৰ পৰা সেইবোৰ অৱলোপন (Writing off) কৰিব নোৱাৰিলে নতুন ডেস্ক-বেঞ্চ ল'ব নোৱাৰি। উপায় অৱশ্যে একেবাৰেই নোহোৱা নহয়। আছে। তাকে কৰিবলৈ চৰকাৰী উচ্চ-পদস্থ বিষয়াৰে গঠিত এখন ব'ৰ্ড লাগিব। সেইদৰে গঠিত ব'ৰ্ডে বস্তুবোৰ ষ্টক ৰেজিষ্টাৰৰ পৰা অৱলোপন কৰিবলৈ অনুমোদন কৰিলেহে উপায়ুক্তই অনুমতি দিব। এইটো অতি দীঘলীয়া সময় সাপেক্ষ ব্যৱস্থা। ইফালে স্কুলখনক লাগে অতি শীঘ্ৰে। ভাবিলোঁ— ভাগি-ছিগি যোৱাবোৰতো ক'ৰবাত থাকিবই লাগিব। সাধাৰণতে সেইবোৰ পোৱা নাযায়। কাৰণ ঠাণ্ডা দিনত যেয়ে-সেয়ে সেই ভগা-ছিগা টুকুৰাবোৰ নি জুইত পোৰে। তথাপিও হতাশ নহৈ পুৰণা বস্তু থোৱা গুদাম ঘৰটোলৈ গৈ অনেক বিচাৰ-খোচাৰ কৰি কমেও পোন্ধৰ যোৱামান চাৰিজনকৈ বহিব পৰা ভগা-ছিগা ডেস্ক-বেঞ্চ গুদাম ঘৰটোৰ এচুকত দ'ম কৰি থোৱা পোৱা গ'ল। তেতিয়াহে মুখলৈ অলপ পানী আহিল।

সেইকালত অৰুণাচলৰ স্কুলবোৰত চৰকাৰৰ ফালৰ পৰা কৰত-বাগুা-হাতুৰী-বটালী আদি কাঠমিস্ত্ৰীৰ সঁজুলিৰ একোটা গোট যোগান ধৰা হৈছিল। চকীদাৰে সেইখিনি উলিয়াই দিয়াত, স্বইচ্ছাৰে আগবাঢ়ি অহা দহ-বাৰজন ল'ৰাৰ লগত নিজেও লাগি ডেস্ক-বেঞ্চখিনি মজবুতকৈ মেৰামত কৰি ঠিকাদাৰৰ হতুৱাই সেইখিনি কাম কৰোৱাহ'লে কিমান টকাৰ আৱশ্যক হ'লহেঁতেন তাৰ এটা হিচাব উলিয়াই ডেপুটি কমিছনাৰক জনাই দিয়া হ'ল।

আলঙৰ ডেপুটি কমিছনাৰ শৰ্মা চাহাবৰ বিষয়ে ইতিপূৰ্বে অলপ কৈ থৈছিলোঁ যে স্কুল-চৌহদৰ পৰা মই বৰকৈ ওলাই-সোমাই নুফুৰোঁ কাৰণে কোনোৱে হয়তো মোক অসামাজিক ব্যক্তি বুলিহে ভাবিব পাৰে, অৰ্থাৎ মই এজন unsocial মানুহ। পিছে বাস্তৱ ক্ষেত্ৰত মোৰ এই ধাৰণাটো ভুল বুলি প্ৰমাণিত হ'বলৈ সৰহ দিন নালাগিল। আলঙৰ প্ৰশাসনিক বিষয়াসকলৰ গোটটোৰ মুৰব্বী ডি. চি. ৰ লগতে ছিনিয়ৰ এ. ডি.চি (ডেভেলপমেণ্ট) আছিল মিঃ এইচ. সিং। আদহীয়া বয়সৰ এজন

পাঞ্জাবী ভদ্রলোক; তেখেতে পত্নীসহ তাত আছিল আৰু ডিব্ৰুগড় চহৰত মাটি কিনি অৱসৰ গ্ৰহণৰ পিছত স্থায়ীভাৱে থাকিবলৈ সুন্দৰ পকীঘৰ নিৰ্মাণ কৰাই লৈছিল। এতিয়া তেখেতসকল কেনে আছে অৱশ্যে নাজানো। ই. এ. চি. এজন আছিল বি. চি. মুখাৰ্জী, গহীন-গম্ভীৰ বঢ়িয়া মানুহ। ই.এ.চি. (হেড্ কোৱাৰ্টাৰ) আছিল মিঃ চি. ডি. হাজৰিকা। বৰ অমায়িক লোক। পিছত তেখেত বদলি হৈ মোহনবাৰীলৈ গৈছিল। যোগান বিভাগৰ ছাৰ্কোল অফিছাৰ আছিল মিঃ চৌধুৰী। তেখেতৰ পৰিবাৰ এগৰাকী শিক্ষয়িত্ৰী আছিল। ইতিপূৰ্বে চাংলাঙৰ পৰা বিদ্যালয় পৰিদৰ্শন কৰিবলৈ যাওঁতে এই যুঁটীটিক মই মিয়াওত লগ পাইছিলোঁ। আৰু এজন ছাৰ্কোল অফিছাৰ আছিল মিঃ কাৰ্কেন ৰিবা। এসময়ত তেওঁ আমাৰেই ছাত্ৰ আছিল। প্ৰাক্তন শিক্ষকৰ প্ৰতি শ্ৰদ্ধাৰ চিন স্বৰূপে তেওঁ মোক উপহাৰ দিয়া এখন সুন্দৰ ডায়েৰীত এইদৰে লিখিছিল "Presented to Shri, A. P. Borthakur, Headmaster, govt. H.S. school, Along as a token of love and fatherly respect." এইদৰেই অতি বিনয়ী ভাবেৰে তেওঁলোকে নিজৰ শিষ্টাচাৰ প্ৰকাশ কৰিছিল।

ওপৰত উল্লেখ কৰাসকলৰ উপৰি পলিটিকেল এচিষ্টেণ্ট আছিল মিঃ বকেন এতে। তেখেতৰ বৰজীয়েকক বিয়া দিছিল অৰুণাচলৰ ছিফ ছেক্ৰেটাৰী আই. এ. এছ. অফিছাৰ টাকাপ ৰিঙুলৈ। এসময়ত এওঁও আমাৰেই ছাত্ৰ আছিল। এইজন টাকাপ ৰিঙু বৰ উদাৰ মনৰ বিষয়া আছিল। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে এওঁৰেই ভতিজী য়াবিনক আমাৰ ভতিজা ছিনিয়ৰ ই.এ.চি. ৰুদ্ৰ প্ৰসাদ বৰঠাকুৰে বিয়া কৰাইছে। অৱসৰৰ পিছত এতিয়া তেওঁলোকে অৰুণাচলৰ ৰাজধানী ইটানগৰতে ধুনীয়া অট্টালিকা সজাই সপৰিয়ালে আছে। তেওঁলোকৰ ছজনী কন্যা। এটি বঢ়িয়া পৰিয়াল। আলঙত থাকোতে এইসকলে আমাক বৰ মৰম-চেনেহৰ ডোলেৰে বান্ধি ৰাখিছিল। সকলোৰে পৰা আদৰ-চেনেহ পাই আমিও নিজকে ধন্য মানিলোঁ।

সেইবছৰৰ আগন্তুক গণতন্ত্ৰ দিবস (২৬ জানুৱাৰী'৭৭) উদ্‌যাপন কৰিবলৈ বিস্তৃত কাৰ্যসূচীৰ ৰূপ দিবৰ কাৰণে ৭-১-৭৭ তাৰিখে ডি.চি.ৰ কাৰ্যালয়ত আহ্বান কৰা সভাখনতে অৰুণাচল প্ৰদেশৰ উপ-ৰাজ্যপাল (লেফ্টেনেণ্ট গৱৰ্ণৰ) মাননীয় কে.এ এ. ৰাজা চাহাবে এপ্ৰিল মাহৰ প্ৰথম সপ্তাহতে ভ্ৰমণলৈ ওলাই আহোঁতে আলঙলৈকো আহিব বুলি সংশ্লিষ্ট সকলোকে আগতীয়াকৈ জনাই দিয়া হ'ল। সেইমতে সকলোকে সাজু হৈ থাকিবলৈ, অনুষ্ঠান অফিচ আদি আটাইবোৰ ঠিক-ঠাক কৰি ৰাখিবলৈ সেই মিটিঙতে ডি.চি.য়ে সকলোকে নিৰ্দেশ দিলে। সভা ভগাৰ পিছত ডি.চি.য়ে মোক অলপ সময়ৰ বাবে ৰ'বলৈ ক'লে। বিভিন্ন বিভাগৰ

প্ৰতিনিধিসকল আঁতৰি যোৱাৰ লগে লগে ডি.চি. য়ে মোক আলং হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ ইংৰাজী বিষয়-শিক্ষক (Senior Teacher) এম্.এন. হুছেইনৰ বিৰুদ্ধে দুজনী ছোৱালী সম্পৰ্কীয় এটা গোচৰ অনুসন্ধান কৰি সোনকালে এটা ৰিপৰ্ট দিবলৈ ক'লে। তেখেতৰ হাতৰ পৰা ফাইলটো লৈ আহি যিমান পৰা যায় শীঘ্ৰে সংশ্লিষ্ট কেউজনকে পৃথকে পৃথকে মতাই আনি পৰীক্ষা কৰি দেখা গ'ল যে প্ৰকৃততে হুছেইনৰ বিৰুদ্ধে থিয় কৰোৱা অভিযোগটো সত্যৰ ওপৰৰ ভিত্তি কৰি দিয়া গোচৰ নহয়। গতিকে উপায়ুক্ত (D.C) মহোদয়ক জনাই গোচৰটোৰ সিমানতে ওৰ পেলোৱা হ'ল। হুছেইন বৰ দক্ষতা থকা ইংৰাজী শিক্ষক আছিল। ছাত্ৰ-ছাত্ৰীয়ে তেওঁৰ পৰা খুউব ভালকৈ ইংৰাজী ক'বলৈ আৰু লিখিবলৈ শিকিছিল।

ইতিপূৰ্বে ১৮-১২-৭৬ ত অৰ্থাৎ স্কুলখনৰ দায়িত্ব মই লোৱাৰ মাত্ৰ এসপ্তাহৰ পিছতে 'Knowledge is greater than wealth' বিষয়টোৰ ওপৰত এখনি তৰ্কসভা স্কুলৰ 'ৰমণ হল'ত অনুষ্ঠিত কৰা হ'ল। বিষয়টোৰ ওপৰত নিজ নিজ পক্ষৰ সমৰ্থনত ছাত্ৰ-ছাত্ৰীসকলে আগবঢ়োৱা যুক্তি-তৰ্কবোৰ বেছ সজীৱ হৈ পৰিছিল। আলঙৰ ল'ৰা-ছোৱালীবোৰৰ বুদ্ধি-বৃত্তি সঁচাকৈয়ে শলাগিবলগীয়া। আনহাতে সেই একেদিনাই স্কুলৰ সমূহীয়া কোঠা (common room) ত এখন ষ্টাফ্ মিটিং আহ্বান কৰি (১) নিয়মানুবৰ্তিতা, (২) আগন্তুক পৰীক্ষা, (৩) শ্ৰেণীকোঠাবোৰৰ শৃঙ্খলা, পৰিষ্কাৰ-পৰিচ্ছনতা, (৪) সমূহীয়া কোঠাৰ শৃঙ্খলা ৰক্ষাৰ ক্ষেত্ৰত সমূহীয়া দায়িত্ব আৰু (৫) বিদ্যালয়ৰ যাদুঘৰ (museum)– এইকেইটা বিষয়ৰ ওপৰত খৰচি মাৰি আলোচনা কৰি কাৰ্যকৰী ব্যৱস্থা লোৱাৰ বাবে সৰ্বসন্মত সিদ্ধান্ত লোৱা হ'ল। তাৰো আগত ১৫-১২-৭৬ তাৰিখে স্কুলৰ এন. চি. চি. আৰু গাৰ্লছ্ গাইডৰ কাম-কাজবোৰ পৰিদৰ্শন কৰা হ'ল। তাৰ পিছদিনা কিমঠি উপাধিৰ জ্যেষ্ঠ শিক্ষকজনৰ শ্ৰেণী পৰিদৰ্শনৰ কৰি, প্ৰদৰ্শনী এখনৰ আয়োজন কৰিবলৈ লুম্মেৰে (DIPRO) বিচৰা ধৰণে সহায় আগবঢ়াবলৈ নিকেন ললেন (দশম), ডলী লায় (দশম) আৰু টুমজম দৰজি (নৱম) নামৰ ছাত্ৰ তিনিজনক নিৰ্বাচিত কৰি বুজাই-বঢ়াই পঠোৱা হ'ল।

এইখিনিতে উল্লেখ কৰিব পাৰি যে সেই সময়ত অৰ্থাৎ ১৯৭৬ চনৰ শেষৰ ফালে সমগ্ৰ চিয়াং জিলাখনত বিদ্যালয়ৰ সংখ্যা আছিল এনে ধৰণৰ (১) এইচ্ এচ্ এছ.-১খন, (২) এম্ ই ১৮ খন (৩) এল্ পি ১০০ খন আৰু (৪) প্ৰি-প্ৰাইমাৰী-১খন, সৰ্বমুঠ ১২৩ খন। জিলাখনৰ বিদ্যালয় পৰিদৰ্শকজনে আৰু তেখেতৰ অনুপস্থিতিত মই এই স্কুলসমূহ পৰিদৰ্শন কৰিবলগীয়া হৈছিল আৰু লগতে তেখেতৰ কাৰ্যালয়ৰ দায়িত্বও বহন কৰিবলগীয়া হৈছিল।

এইদৰে এটাৰ পিছত এটাকৈ কাম নিয়াৰিকৈ সম্পন্ন হৈ থকাৰ ফলশ্ৰুতিত স্কুলখনে সুদৃঢ় পদক্ষেপেৰে ক্ৰমান্বয়ে অগ্ৰসৰ হ'বলৈ ধৰিলে। মই আলং গৈ পোৱাৰ পূৰ্বে হৈ যোৱা বিশৃংখল পৰিস্থিতিৰ বিষয়ে আলোচনা কৰিবলৈ ২৭-১২-৭৬ তাৰিখ সোমবাৰে আলঙৰ স্থানীয় এম. এল. এ মিঃ ৰিবা আমাৰ ঘৰলৈ আহি কথা প্ৰসঙ্গত মোক জনালে যে মোক আলঙলৈ বদলি কৰাই লৈ যোৱাৰ মূলতে তিনিজন মানুহ আছিল। তাৰে এজন তেখেত নিজে আৰু এজন টাম ৰিবা (পিছত কিছুদিনৰ বাবে মুখ্যমন্ত্ৰী হৈছিল) আৰু আন এজন আছিল টাদাক বাছাৰ (তেতিয়া লোকসভাৰ সদস্য)। পিছৰ দুয়োজন একালত পাছিঘাটত আমাৰ ছাত্ৰ আছিল। তেওঁলোক তিনিও হেনো স্কুলখনৰ ছাত্ৰ-ছাত্ৰীবোৰক কৈছিল, 'বৰঠাকুৰ ছাৰে আহি যদি তোমালোকক সন্তুষ্ট কৰিব নোবাৰে তেন্তে বুজিব লাগিব— সকলো দোষ তোমালোকৰে, আন কাৰো নহয়।' কথাষাৰ মোৰ বাবেও পৰোক্ষভাৱে এটা সংকেত ধ্বনি যেনেই হৈছিল। মিঃ ৰিবাই চাহ একাপ গ্ৰহণ কৰি বিদায় লৈছিল।

৩০-১২-৭৬ তাৰিখে পুনৰ এখন ষ্টাফ্ মিটিং আহ্বান কৰি সেইবাৰ ৰয়িঙত পাতিবলগীয়া আন্তঃজিলা টুৰ্ণামেণ্টৰ বিষয়ে বিশদ আলোচনা কৰি আমাৰ স্কুলখনৰ পৰা কোনটো টিমে অংশ গ্ৰহণ কৰিব আৰু লগত কোন কোন শিক্ষক যাব আদি সিদ্ধান্ত গ্ৰহণ কৰা হয়।

এইখিনিতে দেখাত নিচেই সামান্য যেন লগা অথচ শিক্ষামূলক অনুশাসনৰ দৃষ্টিৰে চালে বিশেষ গুৰুত্বপূৰ্ণ এটা বিষয় উল্লেখ নকৰাকৈ থাকিব নোৱাৰিলোঁ। জিলাখনৰ বিদ্যালয়সমূহৰ পৰিদৰ্শকৰ কাৰ্যালয়ত কাম কৰি থকা প্ৰতাপ সিং বাল্মিকী নামৰ এজন চাফাই-কৰ্মীয়ে আলং হাইয়াৰ ছেকেণ্ডাৰী স্কুলতো ছাত্ৰী আৱাসটোৰ চাফাই কাম কৰিছিল। এদিন ৰবিবাৰে দহমান বজাত আমি থকা চৰকাৰী ঘৰটোৰ সন্মুখৰ বননিডৰাত দেউৰাৰী চাহাব আৰু মই কথাপাতি বহি আছোঁ। এনেতে ছাত্ৰী আৱাসৰ ছোৱালী দুজনীয়ে প্ৰতাপ সিঙৰ বিৰুদ্ধে গোচৰ দিলেহি যে প্ৰতাপে ছজনী ছোৱালীৰ ভিতৰৰ এজনীৰ ৩০ টকা, চাৰিজনীৰ প্ৰত্যেকৰে পৰা দহ টকাকৈ আৰু এজনীৰ পাঁচ টকা মুঠতে ৭৫ টকা চুৰ কৰিলে। তাৰে ভিতৰত ধৰা পৰি শেষৰজনীৰ পাঁচ টকা ঘূৰাইও দিলে। এইদৰে ধৰা পৰাত প্ৰতাপে গোটেই টকাখিনি ঘূৰাই দিবলৈ বাধ্য হ'ল। কিন্তু অন্য এদিন দেউৰাৰী চাহাবেই দিয়া দুহাজাৰ আঠশ মান টকা ব্ৰীফকেছ এটাত ভৰাই লৈ কাৰ্যালয়লৈ নিবলৈ বুলি মই ওপৰৰ ছেল্ফ্ এটাত তুলি থওঁতেই কেনেবাকৈ প্ৰতাপৰ চকুত পৰিল। দেউৰাৰী চাহাবৰ সৈতে চাহ একাপত মুখ দি হঠাতে মই ভিতৰলৈ যাব লগা হোৱাত গৈ দেখোঁ— প্ৰতাপে ব্ৰীফ্‌কেছটো খুলি টকাখিনি উলিয়াই নিবলৈ লৈছে। হাতে-লোটে ধৰা পৰাত

বিদ্যালয়খনৰ কামৰ পৰা প্ৰতাপক তৎক্ষণাৎ আঁতৰাব লগাত পৰিলোঁ। নিতান্ত এৰাব নোৱাৰা পৰিস্থিতিত এই কাম কৰি মই মনতে দুখ পাইছিলোঁ যদিও নকৰি উপায়ো নাছিল। প্ৰতাপৰ ঠাইত অন্য এজন চাফাই কৰ্মী লগে লগে লোৱা হ'ল। এনেদৰে হঠাতে উদ্ভৱ হোৱা এই সমস্যাটো শীঘ্ৰ সমাধান কৰিব লগা হ'ল।

আলং স্কুলত যোগদান কৰাৰ পিছৰে পৰা মোৰ দিনবোৰ অতিশয় ব্যস্ততাপূৰ্ণভাবে অতিবাহিত হ'বলৈ ধৰিলে। ব্যস্ততাপূৰ্ণ বুলি কোৱাৰ কাৰণটো হ'ল তেতিয়া মোৰ কাম কেৱল আলং হাইয়াৰ ছেকেণ্ডাৰী স্কুলখনতে সীমাবদ্ধ হৈ নাথাকিল। তাত যোগদান কৰাৰ মাত্ৰ কেইদিনমানৰ পিছতেই নিজৰ কামৰ উপৰি জিলাখনৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক কাৰ্যালয়ৰ টকা-পইচাসহ সম্পূৰ্ণ দায়িত্বও মই চম্ভালিবলগীয়া হৈছিল। তদুপৰি দায়িত্ব লোৱাৰ এমাহ সম্পূৰ্ণ হওঁ কি নৌ হওঁতেই আলং-লিকাবালি তাঁত-বাটি কৰি থকা প্ৰদেশ কংগ্ৰেছ সেৱাদলৰ প্ৰধান কে. টাইপদীয়াই ১০।১।৭৭ তে মোক আহি জনালে যে ২৫ জানুৱাৰী'৭৭ ৰ পৰা ২৯ জানুৱাৰী পৰ্যন্ত আলঙত তেওঁলোকৰ সেৱাদলৰ কেম্প হোৱাৰ কথা আৰু 'কেম্পলৈ মুখ্য মন্ত্ৰী আহি'ব বুলি কৈ তেওঁ আমাৰ সহযোগিতা বিচাৰি অনুৰোধ কৰিলে। ইফালে ২২ জানুৱাৰী '৭৭ৰ পৰা ২৮ জানুৱাৰীলৈকে আলঙত অনুষ্ঠিত হোৱা নেচনেল ফিজিকেল এফিচিয়েন্সি ড্ৰাইভ (এন. পি. ই. ডি) ৰ কামো হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ খেল-পথাৰতে পৰিচালনা কৰা হ'ল। ইয়াৰ মাজতে ২৪-১-৭৭ তাৰিখে সৰস্বতী-পূজাও পতা হ'ল। মাহটোৰ শেষত ৩০ জানুৱাৰীৰ দিনা 'গান্ধী জয়ন্তী' অনুষ্ঠিত কৰি পিছদিনা অৰ্থাৎ ৩১ জানুৱাৰীৰ দিনা আমাৰ ইয়াত বহাগীক বিদায় দিয়াৰ নিচিনাকৈ বিশেষ কাৰ্যসূচীৰ আয়োজন কৰি এমাহ পলমকৈ ১৯৭৬ চনটোক বিদায় দিয়া হ'ল।

ওপৰত উল্লেখিত কংগ্ৰেছ সেৱাদলৰ কেম্পত মুঠতে দুশজন প্ৰশিক্ষাৰ্থীয়ে অংশ গ্ৰহণ কৰিছিল। তাৰে ষাঠি গৰাকী মহিলা আছিল। অৰুণাচলৰ শিক্ষামন্ত্ৰীয়ে কেম্প মুকলি কৰিছিল। আমাৰ স্কুলৰ পৰ সক্ৰিয়ভাবে এই কেম্পত যোগদান কৰা হোৱা নাছিল যদিও কে.টাইপদীয়াৰ অনুৰোধ মৰ্মে যথাসাধ্য সহায়-সহযোগিতা অৱশ্যেই আগবঢ়োৱা হৈছিল।

মোৰ বিশ্বাস আমি প্ৰায় সকলোৱেই এটা কথা ভালকৈ জানো যে কেৱল আমাৰ অসমৰ অথবা অৰুণাচল প্ৰদেশৰে নহয় বৰং সমগ্ৰ পৃথিৱীৰে পাহাৰী বাসিন্দাসকলে আমি চাহপানী খোৱাৰ দৰে আৰু ঘৰলৈ আলহী-দুলহী আহিলেও চাহপানীৰেই আপ্যায়িত কৰাৰ দৰে অৰুণাচলৰ পাহাৰী বাসিন্দাসকলে আপং, খাম, জু বা সাজপানী নিজৰ ঘৰতে তৈয়াৰ কৰি নিজেও খায় আৰু অতিথি-

অভ্যাগতলৈকো তাকেই পৰম শ্ৰদ্ধাৰে আগবঢ়াই নিজকে কৃতাৰ্থ মানে। কিন্তু সেইদৰে ঘৰে ঘৰে খাই নিচাৰ বশৱৰ্তী হৈ অনেকেই (পাহাৰীসকলে নহয়, আমাৰ বোৰেহে) নকৰিবলগীয়া কাম কৰি নক'বলগীয়া কথা কৈ তাৰ অবশ্যম্ভাৱী পৰিণাম ভোগে। আলঙত থকা শিক্ষকসকলৰ মাজতো এনেলোকৰ অভাৱ নাছিল। এনে শিক্ষক দুই এজনৰ অবাঞ্ছিত আচৰণৰ বিষয়ে অৱগত হৈ ডি.চি. চাহাবে এদিন মোক ক'লে, 'আপোনাৰ তত্ত্বাবধানত থকা শিক্ষকসকলৰ বিষয়ে মই যেন এনে অভিযোগ কদাচিতো শুনিবলৈ নাপাওঁ।' উপায়ুক্তজনৰ এই উচিত পৰামৰ্শৰ কথা যথাসময়ত সকলোকে অৱগত কৰোৱা হ'ল যদিও তাৰ ফল বা কিমান ধৰিলে মোৰ মনত সন্দেহ বৈ গ'ল।

আমাৰ জীৱন-পৰিধিৰ মাজলৈ পিকুৰ আকস্মিক আগমনৰ কথা আগতেই উনুকিওৱা হৈছে। তেতিয়া আলঙত পিকুক লগত লৈ বুলু আৰু মইহে আছিলোঁ। দিনৰ দিনটো মই স্কুলখনৰ কামত ব্যস্ত থকা সময়খিনিত বুলুৱে ইটো-সিটো কাম কৰি পিকুৰ লগতে খেলি-ধুলি সময়বোৰ কটায়। নাগিনা নামৰ পিয়নজন আহি পুৱাৰ চাহ-জলপান কৰি আমাক দি নিজেও খাই কামলৈ যায়গৈ। আকৌ দুপৰীয়া পানীখোৱা ছুটীত ঘৰলৈ গ'লে ভাত-মুঠিও ৰান্ধি-বাঢ়ি যোগান ধৰে নাগিনাই। আবেলিৰ চাহ-জলপান আৰু ৰাতিৰ সাজ ভাত ৰন্ধাৰ ক্ষেত্ৰতো বুলুক সহায় কৰি দিয়ে নাগিনায়ে। সেই সূত্ৰে নাগিনাও আমাৰ ক্ষুদ্ৰ পৰিয়ালটোৰ এজনৰ দৰেই হৈ পৰিছিল। অৱশ্যে নাগিনাও নিজৰ কামত ব্যস্ত থকা সময়খিনিত বুলুৰ একমাত্ৰ লগ আছিল পিকু। দুপৰীয়া খাই-বৈ মই স্কুললৈ ওলাই যোৱাৰ পিছত বুলুৱে ক্ষন্তেক বিছনাত বাগৰ দিওঁতেও পিকুৱে তেওঁৰ শয্যাৰ নিচেই কাষৰ খিৰিকীখনৰ চৌকাঠতে বহি লৈ তেওঁকে নিৰীক্ষণ কৰি কৰি অধীৰ আগ্ৰহেৰে অপেক্ষা কৰি থাকে। আবেলি স্কুল ছুটীৰ পিছত মই ঘৰলৈ আহি চাহ-জলপান খাই সন্ধিয়াৰ ফালে বুলু আৰু মই প্ৰায় প্ৰতিদিনেই আলঙৰ চিভিল হস্পিটেলখনলৈ যাওঁ। আমাৰ স্কুল অথবা হোষ্টেলৰ ল'ৰা-ছোৱালী কাৰোবাৰ অসুখ-বিসুখ হৈ হস্পিটেলত ভৰ্তি হ'লে খবৰ লোৱাও হয় আৰু লগতে স্কুলৰ ওচৰৰ গাঁৱৰ পৰা অহা ৰোগীসকলকো সহানুভূতিসূচক একোষাৰ মাত দিয়াও হয়। সৌ সিদিনা বৰপুত্ৰক হেৰুৱাই অহা শোক পাতলোৱাৰ ক্ষেত্ৰত এই কাৰ্যই অজানিতে বুলু আৰু মোৰ হৃদয়ত নীৰৱে সান্ত্বনাৰ প্ৰলেপ সানিছিল। চাওঁতে চাওঁতে লাহে লাহে এই কাৰ্য আমাৰ দৈনন্দিন জীৱনৰ অৱশ্যে পালনীয় কৰ্তব্যৰ ৰূপ লৈছিল। ৰোগশয্যাত পৰি থকা ৰোগীসকলেও অযাচিতে মৰমৰ এষাৰ মাত পালে ৰোগ-যন্ত্ৰণা লাঘৱ হোৱা যেন পাইছিল। জীৱনৰ ৰস এনেকৈয়ে নিগৰি নিগৰি এটা পাত্ৰৰ পৰা অন্য এটা পাত্ৰলৈ বাগৰে। ৰোগীৰ

মুখত হাঁহি বিৰিঙি উঠা দেখিলে আমাৰো মন ভাল লাগে।

এনেকৈয়ে প্ৰতিদিনে মোৰে সৈতে ওলাই যাবলৈ বুলুৰে পিন্ধিথকা কাপোৰসাজ সলাবলৈ লোৱা দেখিলেই পিকুৰ তত্ হেৰায়। বুলুৰ আগেদি কত্তাৰ যে দৌৰা-দৌৰি কৰি সি অগা-ডেৱা কৰে তাৰ হিচাপ নাই। তাৰ পিছত আমি গেইটখন পাৰ হৈ ৰাস্তালৈ ওলোৱাৰ লগে লগেই পিকু দৌৰমাৰি আমাতকৈ আগবাঢ়ি কিছু দূৰ গৈ আকৌ থমকি ৰৈ আমালৈ অপেক্ষা কৰে। আমি গৈ তাৰ ওচৰ পাওঁ পাওঁ হ'লেই আকৌ দৌৰ মাৰি পিকু আগবাঢ়ে। এনেকৈয়ে আমাৰ লগত ধেমালি কৰি কৰি গৈ দক্ষিণপল' মন্দিৰটোৰ ওচৰ পালেই পিকু চুপ-চাপ্ আমাৰ পৰা আঁতৰি মন্দিৰটোৰ চৌপাশে লগোৱা কাঁটা-গছৰ জোপোহাৰ আঁৰত লুকাই পৰে। পিকু আমাৰ পৰা আঁতৰি যোৱাৰ পিছত আমি দুয়ো সেই ঠাইৰ পৰা দক্ষিণপল' মন্দিৰৰ আগেদি যোৱা পকী পথটোৰে আগবাঢ়ি গৈ ওপৰত উল্লেখিত হস্পিটেলখনলৈ গৈ ৰোগীসকলৰ খবৰ লৈ তাৰপৰা বাহিৰে বাহিৰেই ইঞ্জিনিয়াৰ পাৰ্বতি প্ৰসাদ বৰঠাকুৰৰ চৰকাৰী বাসভৱনলৈ যাওঁ। ইঞ্জিনিয়াৰ বৰঠাকুৰৰ লেখত ল'বলগীয়া এই পৰিয়ালটিৰ লগত আমাৰ আকস্মিক পৰিচয়ৰ মুহূৰ্তটোও এক আমোদজনক স্মৃতি। আলঙৰ সমবায় সমিতিখনৰ দ্বাৰা পৰিচালিত দোকানখনতনো কি কি বস্তু পোৱা যায় চাই থাকোঁতে পিছফালৰ পৰা মোৰ পিঠিত কোনোবা এজনৰ বন্ধুত্বসুলভ হাতৰ স্নেহৰ পৰশ পাই পিছলৈ ঘূৰি চাওঁতেই ধুনীয়া মুখখনেৰে ভদ্ৰলোকজনে চক্ খাই ক'লে, 'ক্ষমা কৰিব, মোৰ ভুল হৈছিল; মই আপোনাক লাইফ ইন্সিওৰেঞ্চৰ ডেভেলপ্‌মেণ্ট্ অফিচাৰ কৃষ্ণ অধ্যাপক বুলি ভাবিছিলোঁ।' (কৃষ্ণ অধ্যাপক নামৰ মানুহজনৰ লগত মোৰ চেহেৰাৰ মিল থকাটো সঁচা) বৰঠাকুৰৰ কথাৰ উত্তৰত মই হাঁহি হাঁহি কলোঁ, 'ভালেই হ'ল দিয়ক, এনেকৈয়ে আমাৰ পৰিচয় ঘটিল।' সেইদিন ধৰি আমাৰ দুয়োটা পৰিয়ালেই আৰু উলটি চাবলগীয়া নহ'ল। দুয়োটা পৰিয়ালৰ মাজত ক্ৰমশঃ এনেহে ঘনিষ্ঠতম সম্পৰ্ক গঢ়ি উঠিল যে অচিৰে আমাৰ দুয়োটা পৰিয়াল সহোদৰ ককাই-ভাইৰ পৰিয়ালৰ দৰেই হ'লগৈ। তেওঁ আৰু তেওঁৰ পত্নী নীৰুৱে মোক দাদা, বুলুক 'বা' বুলি মাতিবলৈ ল'লে। তেওঁলোকৰ আলং ৰামকৃষ্ণ মিছন স্কুলত পঢ়ি থকা ল'ৰা-ছোৱালী বীতা-মুন-মুন্না তিনিওটিয়ে 'বৰদেউতা 'বৰমা' সম্বোধনেৰে আমাৰ মন তেনেই মুহি পেলালে। পৰিয়ালটিৰ কেউটিয়ে অকৃত্ৰিম মৰম-চেনেহৰ জৰীডালেৰে আমাক একেবাৰে কট্‌কটীয়াকৈ বান্ধি পেলালে। জীৱনৰ অন্তঃসলিলা মাধুৰিমাই আমাৰ মৰহি যাবলৈ ধৰা হৃদয়স্থল ওপচাই পেলালে। সঁচাকৈয়ে জীৱনৰ ৰস অতি অনুপম। ফলশ্ৰুতিত এনে হ'লগৈ যে চিভিল হস্পিটেলখনৰ পৰা ওলাই গৈ তেওঁলোকৰ ঘৰত সোমালে ৰাতিৰ

সাজ ভাত তেওঁলোকৰ তাত নোখোৱাকৈ আমি গুচি আহিব নোৱাৰোঁ। এনে কৰোঁতে প্ৰায় সদায়েই ৰাতি দহটা-চাৰে দহটা বাজে। আচৰিত কথাপিকু সেই পৰ্যন্ত দঞ্জিপল' মন্দিৰটোৰ প্ৰাঙ্গনতে আমাৰ কাৰণে অধীৰ অপেক্ষাত থাকে আৰু আমি আহি সেইখিনি পোৱাৰ লগে লগে সি দৌৰি আহি আগৰদৰে আমাৰ আগে আগে দৌৰিবলৈ ধৰে। আমি দুয়ো বাটত খোজকাঢ়ি আহি থাকোঁতে কথা পাতি পাতি আহোঁ কাৰণে পিকুৱে আমাৰ মাত শুনিহে দৌৰ দি আহি আমাক লগ ধৰেহি বুলি আমাৰ মনত এটা ভ্ৰান্ত ধাৰণাই ক্ৰিয়া কৰি আছিল। কথাটো হয়নে নহয় প্ৰমাণ চাবৰ কাৰণে এদিন ৰাতি চিপ্ চিপিয়া বৰষুণ পৰি থাকোঁতে মুখেৰে আৰু ভৰিৰেও একেবাৰে শব্দ নকৰাকৈ সেইখিনি পাই দেখো পিকু আমাৰ সন্মুখত হাজিৰ। ক'ব পৰা কেনেকৈনো আমি আহিছোঁ বুলি গম পায় ভাবিবই নোৱাৰি। সি তাৰ এই মৰম লগা আচৰণেৰে আমাৰ অন্তৰত এখন সুকীয়া আসন তৈয়াৰ কৰি ল'লে। প্ৰাণে প্ৰাণক চিনি পোৱা হ'ল।

৯-২-৭৭ তাৰিখে অৰুণাচল প্ৰদেশৰ মাননীয় শিক্ষামন্ত্ৰী ৰাংফা লৌৰাঙে লগত ডেপুটি স্পীকাৰ পাদি য়ুবেক লৈ আলং হাইয়াৰ ছেকেণ্ডাৰী স্কুল পৰিদৰ্শন কৰি সন্তুষ্ট হৈ সমূহ ছাত্ৰ-ছাত্ৰীকে একেলগে লগ ধৰি কিছু সময় ধৰি এটি সময়োপযোগী বঢ়িয়া ভাষণ দি ছাত্ৰ-ছাত্ৰীসকলক উৎসাহিত কৰিলে। তেখেতৰ ভাষণ শুনি আমিও অনুপ্ৰেৰণা লাভ কৰিলোঁ। লগতে সেই সময়ত মোৰ দায়িত্বতে থকা আৰু স্কুলখনৰ নিচেই গাতে লাগি থকা আলং জিলাৰ বিদ্যালয়সমূহৰ পৰিদৰ্শকৰ কাৰ্যালয়টোতো এভুমুকি মাৰি, আমাৰ স্কুলৰ গাৰ্লছ-গাইড শাখাটোৰে আৰম্ভ কৰা হবি চেণ্টাৰটো মুকলি কৰিলে। এই কাৰ্যৰ আঁত ধৰিলে গাৰ্লছ-গাইডৰ শিক্ষয়িত্ৰী জ্যোতি হাজৰিকাই। ইয়াৰ লগতে জ্যেষ্ঠশিক্ষক মিঃ জেকবৰ পত্নী মিছেছ জেকবৰ দ্বাৰা পৰিচালিত প্ৰি-প্ৰাইমাৰী ক্লাছটো দেখিও আনন্দ প্ৰকাশ কৰিলে। ইয়াৰ পিছতে বিজ্ঞানাগাৰটো, ছোৱালী হোষ্টেলটো আৰু কে.জি. স্কুলখন পৰিদৰ্শন কৰি তেওঁলোক গ'লগৈ। প্ৰসঙ্গক্ৰমে জনাব খুজিছোঁ ৰাংফা লৌৰাংও সৰুকালতে আমাৰ বৰ প্ৰিয় ছাত্ৰ আছিল।

আলং হাইয়াৰ ছেকেণ্ডাৰী স্কুলত তেতিয়া পুৰণা একাদশ আৰু নতুন (১০+২...) দ্বাদশ পদ্ধতি চলি আছিল। এইকথা ইতিপূৰ্বেই উল্লেখ কৰা হৈছে। তাৰে পুৰণা একাদশ শ্ৰেণীটোৰ পৰীক্ষাৰ্থীসকলক স্কুলখনৰ ছাত্ৰ একতা সভাৰ তৰফৰ পৰা আয়োজিত এখন সভাত হাৰ্দিক বিদায় সম্বৰ্ধনা জনোৱা হ'ল। প্ৰকৃততে এইখন এখন গুৰুত্বপূৰ্ণ বিদায় সভা আছিল, কাৰণ C.B.S.E. ৰ অধীনৰ পুৰণা পদ্ধতিৰ একাদশ শ্ৰেণীটোৰ এইবাৰৰ পৰাই বিলোপ সাধন হ'ল।

অন্যহাতে, পূৰ্বতে বিভাগীয়ভাবে পৰিচালনা কৰা এম. ই. ফাইনেল পৰীক্ষা পদ্ধতি কেইবছৰমান আগৰে পৰা বন্ধ কৰি ৰখা হৈছিল। ২৮-৩-৭৭ ৰ পৰা সেই পদ্ধতি পুনৰ প্ৰচলন হ'ব লাগে বুলি ডি. পি. আইৰ পৰা একবিশেষ বেতাঁৰ বাৰ্তা পোৱাত সেইমতে ল'ৰা-ছোৱালীবোৰক পাঠ্যক্ৰম অনুযায়ী পৰীক্ষাত বহি'ব পৰাকৈ মানসিকভাবে সাজুকৰি তুলিবলৈ আমাৰ স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰীসকলক আৱশ্যকীয় নিৰ্দেশ দিয়া হ'ল। তাৰো আগতে এখন ষ্টাফ্ মিটিং পাতি ৭-৩-৭৭ তাৰিখৰ পৰা স্কুলৰ বাৰ্ষিক প্ৰমোচন পৰীক্ষা পাতিবলৈ জৰুৰী সিদ্ধান্ত লোৱা হ'ল।

মাননীয় শিক্ষামন্ত্ৰী বাংফা লৌৱাঙে স্কুল পৰিদৰ্শন কৰি যোৱাৰ দুদিনৰ পিছতে ডেপুটি কমিছনাৰৰ কাৰ্যালয়ত এখন সভা বহিছিল। সভাৰ বিষয় বস্তু আছিল— 'পৰিয়াল পৰিকল্পনা' (Family Planning)। ফেব্ৰুৱাৰী' ৭৭ ৰ গোটেই মাহটো পৰিয়াল পৰিকল্পনাৰ মাহ বুলি ধৰিলেও ইয়াৰ ভিতৰতে ২১ফেব্ৰুৱাৰীৰ পৰা ২৬ ফেব্ৰুৱাৰীলৈকে এই সপ্তাহটোত আলঙৰ বাবে বিশেষ কাৰ্যসূচী লোৱা হৈছিল। সেইমতে যদিহে কোনোজনে এই ক্ষেত্ৰত আপত্তি দৰ্শাই এনে ব্যৱস্থাত বাধা জন্মায় তেন্তে তেনেজনৰ নামত ৰেচন কাৰ্ড দিয়া বন্ধ হ'ব আৰু থাকিবলৈ চৰকাৰী ঘৰ দিয়া নহ'ব। এই ব্যৱস্থা কিমান সফল হৈছিল অৱশ্যে জানিব পৰা নগ'ল। কাৰণ গাঁৱৰ জনজাতীয় ৰাইজৰ বাবে এইটো বৰ বেছি গভীৰ সমস্যা নাছিল আৰু ৰেচন কাৰ্ড বন্ধ কৰা, থাকিবলৈ চৰকাৰী ঘৰ নিদিয়া আদি ব্যৱস্থাবোৰে প্ৰধানতঃ চৰকাৰী বিষয়া-কৰ্মচাৰী সকলকহে স্পৰ্শ কৰিছিল, অৰুণাচলী জনজাতীয লোকক নহয়। অৱশ্যে উদ্দেশ্য সফল কৰি তুলিবলৈ নিম্নতম এশ টকাকৈ আৰ্থিক উদগনি দিয়াৰ ব্যৱস্থা ৰখা হৈছিল।

অৰুণাচলৰ স্কুলবোৰত পৰীক্ষাৰ ফলাফল ঘোষণা কৰিবলৈ ৭ টা পইণ্ট স্কেল অৱলম্বন কৰিবলৈ চি.বি.এছ. ই. ৰ পৰা নিৰ্দেশ আহিল।Central Board of Secondary Education এ এই Grade System আগতেও অনুসৰণ কৰিছিল। কিন্তু সেয়া আছিল 5 points Scale । এইবাৰ তাৰ ঠাইত 7points Scale গ্ৰহণ কৰিবলৈ Board ৰ পৰা অহা নিদেৰ্শনাটো যেনে আছিল ঠিক তেনেকৈয়ে তলত উদ্ধৃতি দি দেখুওৱা হৈছেঃ The Governing Body of the Board at its meeting held on 21st.August, 1976 has decided that the Board should adopt the 7-point scale in place of 5 points scale given in the prospectus for the Secondary School Examination, 1977 so as to be in conformity with the policy of the University Grants Commission. The ratings on the 7Points Scale shall be as follows :-

| | |
|---|---|
| A- Excellent – | 75 and above |
| B- Very good– | 60 to 74 |
| C- good – | 50 to 59 |
| D- Average– | 40 to 49 |
| E - Fair– | 30 to 39 |
| F- Marginal– | 20 to 29 |
| G- Poor– | 0 to 19 |

On the basis of 7Point Scale a criterion for admission to class xi has been decided and the same is given below for information and guidance of all the member schools. This criterion will come into force from the next academic session of class xi (under the new pattern) i.e. 1977-78.

(i) Students should obtain at least grade E in each subject of study in classes ix & x. However, exemption from getting grade E may be granted in not more than two subjects either of external examination, provided one gets at least grads B in one or two subjects as the case may be. In case of two candidate should haye obtained at least B grade.

(ii) Fulfilling the conditio'ıs laid down in (i) above, the students in order to be eligible for admission to class xi should obtain.

(a) At least grade D in the basic subject(s) for admission to courses other than Sciences.

(b) At least grade C in Sciences for study of Physics, Chemistry and Life Sciences.

আলং স্কুলৰে এজন বিষয় শিক্ষক (Senior Teacher) আৰু স্কুলখনৰ এন. চি.চি. অফিচাৰ আৰ.টি সিঙৰ বিৰুদ্ধে এন.চি.চিৰ সা-সাৰঞ্জাম, সাজ-পোছাক আদিৰ হিচাবত খেলিমেলি থকা বুলি ইতিপূর্বে নাম উল্লেখ কৰা ইংৰাজী বিষয়-শিক্ষক এম্ এন্ হুছেইনে দাঙি ধৰা এটা ৰিপ'র্ট চাই দেখা গ'ল যে গোচৰটোৰ সত্যতা অস্বীকাৰ কৰিব নোৱাৰা বিধৰ। গতিকে অতি শীঘ্রে শুদ্ধ হিচাব-পত্র দাখিল কৰি দোষ-মুক্ত হ'বলৈ সিঙক নির্দেশ দি সেইমতে উচিত ব্যৱস্থা গ্রহণ কৰা হ'ল। অৱশ্যে সিং আছিল বেছ গভীৰ পানীৰ মাছ। এই কথাৰ প্রমাণ পোৱা গ'ল তেতিয়াহে যেতিয়া আগতীয়াকৈ একো জাননী নিদিয়াকৈ হঠাতে সিঙে চাৰিদিনমানৰ আকস্মিক ছুটী (C.L.) লৈ শ্বিলঙলৈ গৈ পাছিঘাট কলেজলৈ বদলিৰ নির্দেশ উলিয়াই আনি স্কুলখনৰ এন. চি. চিৰ দায়িত্বৰ পৰা নিজকে উদ্ধাৰ কৰি ল'বলৈ সমর্থ হ'ল। এনে কার্যই উদঙাই দেখুৱাই দিয়ে— বিভাগীয় মুৰব্বীসকলৰ লগত গোপন বুজা-বুজি থকা লোকৰ বাবে এনে পৰিস্থিতি অতিক্রম কৰা সহজ।

ইতিমধ্যে দিল্লীৰ C.B.S.E ৰ অধীনত হৈ যোৱা All India Higher

Secondary School Leaving Examinationৰ ফলা-ফল বাহিৰ হ'ল, আলং হাইয়াৰ ছেকেণ্ডাৰীৰ ৰিজাল্ট Science Group 90.5 Pc. আৰু Arts group 80% হোৱাত সকলোৰেই আনন্দিত হ'ল। সেই একে সময়তে বিদ্যালয়খনৰ আলোচনী 'য়ম্‌গা' (Yomga) ছপা আকাৰত প্ৰকাশ হৈ ওলাল। এইটোও এটা সোণত সুৱগা চৰোৱাৰ দৰে কথা হ'ল। ফলত অৰুণাচলৰ পাছিঘাটৰ পিছতে দ্বিতীয় প্ৰধান হাইয়াৰ ছেকেণ্ডাৰী স্কুলখনৰ মুখ উজ্জ্বল হৈ পৰিল। মোৰ বিশেষভাৱে ভাল লাগিল এটা কথাত যে আলঙৰ অধিবাসীসকলে মোৰ ওপৰত যি গভীৰ আস্থা ৰাখিছিল— সেই কথাৰ সন্মান ৰক্ষা পৰিল। স্কুলখনৰ অতীত ঐতিহ্য পুনৰ প্ৰতিষ্ঠিত হ'ল। অনেকজনৰ কথাত আৰু লেখাত পৰম সন্তুষ্টি প্ৰকাশ পোৱাত মই নিজকে ধন্য মানিলোঁ। সৎ-ভাব সৎ-চিন্তা সৎ-কাৰ্যৰ ফল কেতিয়াও অথলে নাযায়। ইফালে মেট্ৰিক পৰীক্ষাৰ ফলাফলো 70% লৈ উঠিল।

এইবাৰ আকৌ চি. বি. এছ. ই. ৰ (চেণ্ট্ৰেল বৰ্ড অৱ ছেকেণ্ডাৰী এডুকেশ্যন) অধীনত পাছিঘাট কেন্দ্ৰত পাতিবলগীয়া হাইস্কুল লিভিং চাৰ্টিফিকেট্ আৰু হাইয়াৰ ছেকেণ্ডাৰী স্কুল লিভিং চাৰ্টিফিকেট পৰীক্ষা পৰিচালনা কৰিবলৈ মোকেই যাবলৈ নিৰ্দেশ দিলে— ডি. পি. আইয়ে। আনহাতে পূৰ্বতে কিবা অনিয়মৰ ফলত বন্ধ হৈ পৰা বাছাৰ পৰীক্ষা কেন্দ্ৰটো মোৰ পৰা পোৱা আনুষ্ঠানিক অনুৰোধমৰ্মে খুলিবলৈ দি তাতো পৰীক্ষা পৰিচালনা কৰিবলৈ পঠালে। মই অনুৰোধ কৰিবলগীয়া কাৰণটো হ'ল— বছৰে বছৰে পৰীক্ষাৰ্থীৰ সংখ্যা বাঢ়ি যোৱাৰ ফলত আলং কেন্দ্ৰতে কেউখন স্কুলৰ পৰীক্ষাৰ্থীৰ বাবে ঠাইৰ অনাটন। যি কি নহওক বাছাৰৰ কেন্দ্ৰ পুনৰ খোলা হ'ল। আনহাতে চিয়াং জিলাৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক দেউৰাৰী চাহাব মফচ্ছল (টুৰ) ত যাওঁতে আৰু আৰ্জিত ছুটীলৈ (Earned Leave) যাওঁতে বেছ দীঘলীয়া সময়ৰ বাবে মইয়ে তেখেতৰ ঠাইত দায়িত্ব লৈ কাম চলাব লগা হ'ল। দুঠাইত দুখন ভৰি থৈ আগবাঢ়িবলৈ যথেষ্ট কষ্টকৰ হ'লেও যেনে-তেনে চম্ভালি লোৱা হ'ল।

এইখিনিতে উল্লেখ কৰা প্ৰয়োজন যে ১০-৩-৭৭ তাৰিখে ওলোৱা অৰুণাচল প্ৰদেশৰ উপ-ৰাজ্যপালৰ নিৰ্দেশ অনুযায়ী তেতিয়াৰ পৰা পাছিঘাট কলেজৰ প্ৰিন্সিপাল, চাংলাঙৰ বি. এছ. বিৰ প্ৰিন্সিপাল আৰু হাই/হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ প্ৰধান শিক্ষক আৰু প্ৰিন্সিপালসকলৰ সেৱা Non-Vacation Department লৈ ৰূপান্তৰ কৰা হ'ল। Order খনৰ কথাখিনি আছিল এনে ধৰণৰ— Government of Arunachal Pradesh Department of Education. Dated Itanagar, the 10th. March, 1977 (Notification)

The Lt. Governor, Arunachal Pradesh, under Provison of F.R

82 of the compilation of F.R. and S.R. Vol.I is pleased to order that the undermentioned officers serving in the Department of Education, Arunachal Pradesh, will be treated as officers serving in the Non-Vacation Department.

1. Principal, J.N. College, Pasight.
2. Principal, B.S.B.Changlang.
3. Principal, Headmaster/Headmistress, High or Higher Sec ondary Schools.

The Lt. Governor, A.P. is further pleased to order that the above mentioned officers will hitherto, for the purpose of leave became subject to rules under the Central Civil Services (Leave) Rules, 1972, as mentioned from time to time and as applicale to persons serving in Non-Vacation Department under the government of A.P. with effect from the date of issue of this Notification.

**Sd/- M. N. Lal.**
Secretary Education
Government-of A. P. Itanagar.

ইয়াৰ প্ৰায় লগে লগেই ১৩-৪-৭৭ তাৰিখে ওলোৱা আন এখন order ত Uniform Pattern of Vacation in School of A.P. কথাখিনি আছিল—

Govt. of A.P. (Dptt. Edu.) D.P. I.No ED. 2/5/69-70 V.II (p)
Dated Shillong, the 13th. April '77

**Addressed. to** : 1.The Deputy Commissioner, Khonsa/ Tezu/ Along/Ziro/Bomdila

2. Addl. Deputy Commissioner, Pasighat/Anini/ Daporijo/ Seppa/Tawang.

**Subject :-** Uniform Pattern of Vacation in Schools of Arunachal Pradesh.

Govt of A.P. have decided to implement uniform pattern of vacations in all the Schools of A.P.w.e.f. the academic session commencing from June/July,1977 every year as follows :-

1. All the schools located at lower altitude areas 45 days from 11th. May to 24th. June.
2. All the Schools located at higher altiude areas 45 days from 20th December to 2nd. February.
3. School Session commences from Ist. of April to 31st of March next year.

DC/Adcs are requested to submit list of schools located in higher Altitude areas latest by 30th. April '77.

Director of Public Instruction, Arunachal Pradesh.

চাওঁতে চাওঁতে CBSE ৰ দ্বাৰা পৰিচালিত ফাইনেল পৰীক্ষাবোৰ ওচৰ চাপি আহিল। পাছিঘাট কেন্দ্ৰৰ পৰীক্ষা পৰিচালনা কৰিবৰ কাৰণে বুলুকো লগত লৈ২০-৩-৭৭ তাৰিখে তালৈ যাবলৈ ওলালোঁ। পৰীক্ষা আৰম্ভ কৰিবগৈ লাগিব ২৪-৩-৭৭ তাৰিখৰ পৰা। আলং চেন্টাৰলৈ পাছিঘাটৰ পৰা মিছেছ মলিনা গগৈ আহিব। আমাৰ সমস্যা হ'ল পিকুক লৈ। পিকু তেতিয়া অলপ ডাঙৰ হৈছে। ভাবিলোঁ— মিছেছ গগৈ থাকিব যেতিয়া বিশেষ চিন্তা নাই। কাৰণ, মিছেছ গগৈৰ থকাৰ ব্যৱস্থা আমি থকা চৰকাৰী ঘৰটোতে কৰা হৈছিল। পিকুক এৰি থৈয়ে আমি পাছিঘাটলৈ গ'লোঁ। আমি ঘূৰি অহালৈ সময়ৰ ব্যৱধান এমাহেই হ'ল। যিদিনা পৰীক্ষাৰ কাম শেষ কৰি আমি আলং অভিমুখে ঘূৰি আহিছোঁ সেই দিনাই মিছেছ গগৈও পাছিঘাটলৈ বুলি ৰাওনা হ'ল। আমি আহি ঘৰটোত চাওঁ পিকু নাই। মনটো হাহাকাৰ লাগি গ'ল। নাগিনাক (অফিচৰ পিয়ন) সুধিও একো সদুত্তৰ নাপালোঁ। চাংলাঙৰ পৰা গৈ প্ৰথম আলং পোৱাৰ দিনা ট্ৰাকখনৰ পৰা নামোতে পিকু হোষ্টেল মনিটৰ মজি বাগ্ৰাৰ কোলাত আছিল। ভাবিলোঁ, হোষ্টেলটোতে পিকুক বিচাৰি পাম নেকি? হোষ্টেললৈ গৈ পিকু পিকু বুলি মাতোতে দেখিলোঁ পিকু মহা আৰামত শুই আছে। তাক টোপনিৰ পৰা জগাই কোলাত তুলি ঘৰলৈ লৈ আহিলোঁ। পিছতহে শুনিলোঁ— পিকুৱে মিছেছ গগৈৰ দামী শাৰী এখন খণ্ডৰ ভমকত ফালি পেলালে।

পাছিঘাটত থকা কেইদিনত আমাৰ পুৰণা ছাত্ৰ-ছাত্ৰী ভালে কেইজনক লগ পাই বৰ ভাল লাগিল। মাটিন টাংগু তেতিয়া তাৰ এ. ডি.চি, বৰমতী ইৰাং প্ৰিন্সিপাল, চুতেম টাছু সমাজকৰ্মী আদি অনেকজন। আমি নামতহে চাৰ্কিট হাউছত আছিলোঁ; কাৰ্যতঃ সেই প্ৰায় এমাহ সকলোৰে মৰম-চেনেহৰ মাজত ডুব গৈ ঘৰে ঘৰে নিমন্ত্ৰণ ৰক্ষা কৰি ফুৰোঁতেই অতিবাহিত হ'ল। গধূলি গধূলি প্ৰায় সদায়েই মাটিন-আৰতিৰ ঘৰত খোৱা, কেতিয়াবা বৰমতী ইৰাঙৰ ঘৰত। তদুপৰি তেতিয়া তাত চি. পি. ডব্লিউ ডিৰ এক্‌জিকিউটিভ্ ইঞ্জিনিয়াৰ কৃষ্ণ বৰঠাকুৰ (সম্পৰ্কত আমাৰ মাম) আছিল। তেখেতৰ ঘৰতো আমাক মাতি মাতি নি খুৱাইছিল। এইবোৰ নিঃস্বাৰ্থ মৰমে আমাক আপোন-পাহৰা কৰি ৰাখিছিল। তেতিয়া পাছিঘাটৰ ডি.চি. আছিল মিছেছ সিং। সুন্দৰ ব্যৱহাৰ। বৰ বঢ়িয়া মানুহগৰাকী। পাছিঘাটত পৰীক্ষাৰ কাম সমাপ্ত কৰি ঘূৰি অহাৰ পিছত সেই সকলোবোৰ আকৌ পাহৰিব নোৱাৰা নতুন স্মৃতিত পৰিণত হ'ল। এইদৰেই আমাৰ এনেক অতীত স্মৃতি বিজড়িত পাছিঘাট এৰি থৈ আহি মনটো বাৰে বাৰে আকৌ তালৈকে উলটি যাব খোজে। ইমানেই মোহনীয় আছিল সেই অতীত স্মৃতিবোৰ!

ইতিপূৰ্বে উনুকিয়াই অহা সদৌ অৰুণাচল প্ৰদেশ এম্. ই. পৰীক্ষাত হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ পৰা বহুদিনৰ মূৰত এইবাৰ পৰীক্ষাত বহা পৰীক্ষাৰ্থীৰ সংখ্যা আছিল মুঠতে ৪৭ জন। তাৰে ২৭ জন উত্তীৰ্ণ হ'ল। শতকৰা ৫৭.৪ শতাংশ। এইটো একো গৌৰৱ কৰিব পৰা বিধৰ ফলাফল নহয়। বিশেষকৈ আলঙৰ নিচিনা এখন গৌৰৱমণ্ডিত স্কুলৰ বাবে। যি কি নহওক ল'ৰা-ছোৱালীবোৰৰ কাৰণে এইটো এটা বিশেষ লেখত ল'বলগীয়া অভিজ্ঞতাই হ'ল, লগতে শিক্ষক-শিক্ষয়িত্ৰীসকলৰ বাবেও। ২৮ মাৰ্চ ৭৭ত আৰম্ভ হোৱা এম্. ই পৰীক্ষা ১এপ্ৰিল'৭৭ ত অন্ত পৰিছিল। পৰীক্ষাৰ ফলাফল ঘোষণা কৰাৰ দিন ২৩-৬-৭৭ লৈ প্ৰায় তিনিমাহেই লাগিল। তথাপিও পৰীক্ষা অনুষ্ঠিত কৰাটো প্ৰশংসনীয় কামেই হ'ল। আশাকৰা হৈছিল আলং স্কুলে নিশ্চয় ইয়াতকৈ ভাল ফল দেখুৱাব পাৰিব। পিছে আশাৰ মূৰত চেঁচাপানী পৰিল।

সেইবছৰৰ অৰ্থাৎ ১৯৭৭ চনৰ জুলাই মাহটোৰ ভিতৰতে কেবাটাও গুৰুত্বপূৰ্ণ সামাজিক কাম সকলোৱে মিলি সম্পন্ন কৰা হয়। তাৰ ভিতৰত ৫-৭-৭৭ তাৰিখে আলঙৰ ৱাজহুৱা ভৱনত আয়োজন কৰা সাংস্কৃতিক সন্ধিয়াটো বিশেষ উল্লেখযোগ্য। এই সাংস্কৃতিক অনুষ্ঠানত আমাৰ স্কুলৰ ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী সকলোৱে অতি উৎকৃষ্ট মানৰ গীত-মাত-নৃত্য প্ৰদৰ্শন কৰি আটাইৰে প্ৰশংসা বুটলিবলৈ সমৰ্থ হৈছিল। এনেবোৰ সাংস্কৃতিক প্ৰদৰ্শনে স্কুলখনৰ গৌৰৱ বঢ়োৱাত যথেষ্ট অৰিহণা যোগায়। এই কাৰ্যৰ দুদিন পিছতে অৰ্থাৎ ৭-৭-৭৭তাৰিখে বন-মহোৎসৱ উপলক্ষে স্কুলখনে হাতত লোৱা কাৰ্যসূচী আৰু অধিক লেখত ল'বলগীয়া বিধৰ আছিল। সেইদিনা নিচেই পুৱাৰে পৰা নেৰা-নেপেৰাকৈ বৰষুণ দি আছিল। স্কুললৈ যোৱাৰ সময়লৈ বৰষুণৰ কোব চৰি একেবাৰে কলহৰ মুখে ঢলাদি ঢালিবলৈ ধৰিলে। এনেকুৱা বৰষুণীয়া বতৰকো আওকাণ কৰি ছাত্ৰ-ছাত্ৰী শিক্ষক-শিক্ষয়িত্ৰী সকলোৱেই বৃক্ষৰোপণ কাৰ্যত যোগদান কৰিবলৈ আগবাঢ়ি আহিল। এইক্ষেত্ৰত সেই সময়ৰ আলং বন-সংমণ্ডলৰ বন বিষয়াসকলৰ সক্ৰিয় সহায়-সহযোগিতা আৰু বহুমূলীয়া পৰামৰ্শই আমাক অধিক উৎসাহিত কৰিছিল। তেখেতসকলেই আমাক বিভিন্ন মূল্যবান গছৰ পুলিও যোগান ধৰিছিল। তদুপৰি এই বিষয়ত স্কুলখনৰ ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী সকলোৱে আন্তৰিকতাপূৰ্ণ উৎসাহ-উদ্দীপনা-আগ্ৰহ সচাঁকৈয়ে শলাগিবলগীয়া আছিল। ষষ্ঠশ্ৰেণীৰ এ-ছেক্সনৰ ৩৮ জন, বি-ৰ ৩৪ জন, সপ্তম শ্ৰেণীৰ৪০ জন, অষ্টম শ্ৰেণীৰ ৩৫ জন, নৱম শ্ৰেণীৰ ৩৯ জন আৰু দশম শ্ৰেণীৰ ৩৫ জন (একাদশ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীবোৰ ফাইনেল পৰীক্ষা দি গ'ল) মুঠতে২২১ জন ছাত্ৰ-ছাত্ৰীয়ে হাতে হাতে একোটা গছপুলি, মুখত একোটা বিমল হাঁহি বিৰিঙাই

শাৰী পাতি সমদল কৰি আলং বন বিভাগৰ কাৰ্যালয়ৰ পৰা ওলাই অহা দৃশ্য অতি চমকপ্ৰদ আছিল। ওপৰৰ পৰা ধাৰাসাৰে বৰষুণ পৰি আছে; অথচ তেওঁবিলাকৰ তালৈ ভ্ৰূক্ষেপ নাই। নিজৰ নিজৰ ভাগৰ গছপুলিবোৰ ৰুবৰ কাৰণে আৱশ্যকীয় গাঁতবোৰ তেওঁলোকে আগতেই খান্দি সাৰ-জাবৰ দি সম্পূৰ্ণ সাজু কৰি থৈছিল। এনেবোৰ কাম সাধাৰণতে শনিবৰীয়া সমাজ-সেৱাৰ কাৰ্যসূচীত কৰা হৈছিল। সেই বন-মহোৎসৱৰ দিনা বৰষুণত তিতি-বুৰি হ'লেও পুলিবোৰ ৰোৱা কাৰ্য শেষ কৰা হ'ল। জুলাই (আহাৰ) মাহৰ অনুকূল বতৰ পাই আম, কঠাল, লিচু, বকুল, নাহৰ, সোণাৰু, আমলখি, জাকাৰান্দা, কৃষ্ণচূড়া, শিৰীষ আদি (আটাইবোৰ গছৰ নাম এতিয়া মনত নাই) গছপুলিবোৰ অতি কম দিনৰ ভিতৰতে সজীৱ ৰূপ ধৰি লহ্‌পহকৈ বাঢ়ি আহিবলৈ ধৰা দেখি আমাৰ মন পৰম সন্তুষ্টিৰে ভৰি পৰিল। কিন্তু বৰ দুখৰ কথা, এই সৌন্দৰ্যবোধৰ সন্তুষ্টি সৰহদিন নিটিকিল। সেই সজকামৰ এই ধৰণৰ শোকাবহ পৰিণতিৰ কাৰণ দৰ্শোৱাৰ আৱশ্যকতা নাই যদিও সকলোৱে উপলব্ধি কৰা এটা সত্য কথা উল্লেখ কৰাটো সমীচীন বুলি ভাবিছোঁ। সাধাৰণতে আমাৰ চৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠানবোৰত দেখা যায় যে কাৰোবাৰ দিনত এঠাইত এটা সজকাম হৈ উঠাৰ পিছত সেই ঠাইলৈ আন এজনে দায়িত্ব ল'বলৈ আহি পূৰ্ববৰ্তীজনে বহুকষ্টেৰে কৰাই থৈ যোৱা কামবোৰৰ প্ৰতি সম্পূৰ্ণ পিঠি দি অৱহেলা কৰে। ফলত কি হয় নক'লেও হয়। আলঙৰ পৰা বদলি হৈ যোৱাৰ দুবছৰমানৰ পিছত এবাৰ তালৈ যাওঁতে দেখিলোঁ— সেই দুশ একৈশজোপা গছৰ মাত্ৰ কেইজোপামানহে গছ অৱশিষ্ট ৰৈছেগৈ। যত্নৰ অভাৱত সৰহখিনি গছেই জীয়াই থাকিবলৈ অসমৰ্থ হৈ মৃত্যুৰ মুখত পৰিল। কেৱল ছাত্ৰী আৱাসটোৰ বিল্ডিংটোৰ সন্মুখৰ গছখিনি এজোপাও নষ্ট নোহোৱাকৈ ডাঙৰ হ'ল। তাৰ প্ৰধান কাৰণ হ'ল হোষ্টেলটোত থকা ছোৱালীখিনিয়ে গছপুলিখিনি ৰোৱাৰ পিছৰ পৰাই সদায় সযতনে তদাৰক কৰি থকাটো। তেতিয়াই লগোৱা বাকীবোৰ ঠাইত অ'ত এজোপা ত'ত এজোপা ছেগা-চোৰোকাকৈ জীয়াই থকা আমাৰ চকুত পৰিল। এনে আওকণীয়া ভাবে আমাৰ সামাজিক সচেতনতা আৰু দায়িত্ববোধৰ অভাৱৰ দৃষ্টান্তকে উদঙাই দেখুৱায়। মূল্যবান গছ-গছনিবোৰ আমাৰ ৰাষ্ট্ৰীয় সম্পদ। সেইবোৰক সুৰক্ষা দি মৃত্যুৰ মুখৰ পৰা বচাই প্ৰতিপালন কৰাটো প্ৰতিজন দেশৰ নাগৰিকৰে অৱশ্য পালনীয় কৰ্তব্য। এনে সম্পদ ধ্বংস হ'বলৈ এৰি দিয়াবোৰ দেশৰ শত্ৰু। সেইবোৰ দায়িত্বজ্ঞানহীন মানুহে উপযুক্ত শাস্তি পোৱা উচিত। কিন্তু আজি-কালি কোনে কাৰ কথা ভাবে? সকলো গাই-গোটীয়া স্বভাৱৰ হ'ল। সমজুৱা দৃষ্টিভঙ্গী বিকৃত হ'বলৈ ধৰিলে।

অৰুণাচলৰ তেতিয়াৰ স্কুলবোৰৰ এটা বৰ ভাল নিয়ম আছিল। স্কুলবোৰ লাগিলে প্ৰাথমিকেই হওক বা মজলীয়াই হওক, নাইবা উচ্চ মাধ্যমিক অথবা উচ্চতৰ মাধ্যমিকেই হওক প্ৰতি সপ্তাহৰ সোমবাৰৰ পৰা শুকুৰবাৰলৈকে এই পাঁচোটা দিন শিক্ষক-শিক্ষয়িত্ৰী, ছাত্ৰ-ছাত্ৰী সকলোৱেই শ্ৰেণীকোঠাৰ চাৰিবেৰৰ মাজত আবদ্ধ থাকি, পাঠদান পাঠগ্ৰহণ কাৰ্যত লিপ্ত হৈ থাকি শনিবাৰটো সামাজিক উপকাৰত লগা কিবা কাম কৰিবলৈ আছুতীয়াকৈ স্কুল ৰুটিনতে ধৰি দিয়া হয় আৰু সেই অনুসৰি কাম কৰাও হয়। অনুকূল বতৰত কেতিয়াবা কেতিয়াবা স্কুল-সমাজখনৰ সকলোটিয়েই হাতে হাতে দা-কোৰ-কুঠাৰ-কটাৰী-জবকা আদি লৈ ওচৰৰ একোখন গাঁৱত সমাজ সেৱা আগবঢ়োৱা হয়। স্থানীয় ৰাইজৰ সহযোগত কেতিয়াবা ৰাজহুৱা কামতো যোগদান কৰা হয়। এটা শনিবাৰে কৰি শেষ কৰিব নোৱাৰা কাম পিছৰ শনিবাৰটোত সম্পূৰ্ণ কৰা হয়। আন্তৰিকতাৰে কৰা এনেবোৰ ৰাজহুৱা কামে স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ মনলৈ নতুন প্ৰেৰণা আনে। সমাজ একোখনৰ প্ৰতি যে তেওঁলোকৰ এটা দায়বদ্ধতা আছে সেই ভাব জগাই তোলাত সহায় কৰে। একতাৰ ভাব দৃঢ় হয়।

সেইবাৰ পিছৰ মাহৰ আগন্তুক পোন্ধৰ আগষ্ট, স্বাধীনতা দিৱস পালনৰ উপলক্ষে প্ৰয়োজন হোৱা বিদ্যালয়ৰ খেল পথাৰখন আৰু উপায়ুক্ত (D.C.) ৰ কাৰ্যালয়ৰ সমীপৱৰ্তী পেৰেড গ্ৰাউণ্ডখন খেল-ধেমালি আৰু পতাকা উত্তোলনৰ বাবে সাজু কৰি উলিয়াবৰ কাৰণে সেই জুলাই মাহৰ২৩ আৰু ৩০ তাৰিখে (দুয়োটা দিনেই শনিবাৰ) সমাজ সেৱাৰ (Social Service) আঁচনি লৈ আলংবাসী সকলোৰে সক্ৰিয় সহযোগিতাৰে কামখিনি সম্পূৰ্ণ কৰা হ'ল।

ইতিপূৰ্বে এটা কথা উল্লেখ কৰা হৈছিল যে CBSE এ পৰীক্ষাবোৰৰ ফলাফল নিৰ্ণয় কৰোঁতে প্ৰথমে পাঁচটা গ্ৰেডত, যোগ্যতা বিচাৰ কৰিব লাগে বুলি নিৰ্দেশ দি আকৌ পিছত সেইটোকো সলনি কৰি সাতটা গ্ৰেড্‌হে গ্ৰহণ কৰিব লাগে যাতে ইউনিভাৰ্চিটি গ্ৰাণ্টছ কমিছনৰ পৰীক্ষা নীতিৰ সমপৰ্যায়ত ৰাখিব পৰা যায় বুলি নতুন নিৰ্দেশনা পঠালে। এতিয়া আকৌ দিল্লীৰ পৰা ১৬-৬-৭৭ তাৰিখত (চিঠিখন পাওঁতে বহুত দিন লাগিল) চিঠি দি জনালে যে গ্ৰেড্‌ চিষ্টেমৰ ঠাইত পুনৰ আগৰ দৰেই মাৰ্ক চিষ্টেমতে মূল্যায়ন কৰিব লাগে। একেবাৰে ওপৰ মহলাত এইদৰে ঘনে ঘনে সলনি কৰি থাকিবলগীয়া হোৱা পৰীক্ষাৰ মূল্যায়ন নীতিয়ে শিক্ষা-ব্যৱস্থাত অনিশ্চয়তাই বিৰাজ কৰাৰ উদাহৰণহে দাঙি ধৰে। বিশেষকৈ পৰীক্ষাৰ ফলাফলৰ ক্ষেত্ৰত এনে হোঁহকা-পিছলা নীতি অলপো বাঞ্ছনীয় নহয়।

২৯-৭-৭৭ তাৰিখে সৰ্ব-ভাৰতীয় উচ্চতৰ মাধ্যমিক চূড়ান্ত পৰীক্ষাৰ (C.B.S.E

ৰ অধীনত) ফলাফল ঘোষণা কৰা হ'ল। আলং উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ফলাফল বিস্তৃতভাৱে তলত দেখুওৱা ধৰণৰ হ'ল।

| Subject with the name of the teacher who taught | Total appeared | Total passed | Distingtion | Credit | Failed |
|---|---|---|---|---|---|
| English– M.N. Hussain | 51 | 47 | – | 18 | 4 |
| Hindi– G.S. Tewari | 43 | 38 | – | 8 | 5 |
| History– A.K. Sahu | 30 | 24 | – | 7 | 6 |
| Geography– R.C. Singh | 30 | 28 | – | 19 | 2 |
| Economics– C.S. Jacob | 30 | 26 | – | 9 | 4 |
| Maths.(Adv.)– A.D. Mazumder | 9 | 9 | – | 6 | nil |
| Chemistry– S.C. Chatterjee G.C. Pant | 21 | 20 | 1 | 13 | 1 |
| Biology– M.R. Das | 20 | 18 | – | 8 | 2 |
| Physics– S.P. Kimothy | 21 | 18 | 1 | 6 | 3 |

৩০-৭-৭৭ তাৰিখে আগন্তুক স্বাধীনতা দিবস উদযাপনৰ কাৰ্যসূচী নিৰ্ধাৰণৰ উদ্দেশ্যে ডেপুটি কমিছনাৰৰ অফিচত এখন জৰুৰী সভা অনুষ্ঠিত হয়। সেই কাৰ্যসূচী অনুযায়ী ৰাতিপুৱা ৬ বজাৰ পৰা ৭ বজাৰ ভিতৰত প্ৰভাত ফেৰী। ৭ বজাত কাৰ্যালয় আৰু শিক্ষা অনুষ্ঠান আদিত জাতীয় পতাকা উত্তোলন, ৮ বজাত আনুষ্ঠানিকভাবে সমূহীয়া পতাকা উত্তোলন। ৰাম-কৃষ্ণ মিছনৰ দ্বাৰা প্ৰদৰ্শনীৰ আয়োজন কৰা আৰু তাতে আলং হাইয়াৰ ছেকেণ্ডাৰীৰ ছাত্ৰ-ছাত্ৰীসকলেও নিজৰ নিজৰ বস্তু প্ৰদৰ্শন কৰিব। দুয়োখন বিদ্যালয়ৰ সহযোগিতাত খেল-ধেমালি অনুষ্ঠিত হ'ব আৰু গধূলিলৈ ৰাম-কৃষ্ণ মিছন স্কুলৰ দ্বাৰা চলচ্চিত্ৰ প্ৰদৰ্শন হ'ব। সামূহিক পতাকা উত্তোলনত ৰাম-কৃষ্ণ মিছনৰ বেণ্ড-বাদন হ'ব। এয়াই আছিল ১৯৭৭ চনৰ আলঙৰ স্বাধীনতা দিৱসৰ কাৰ্যাসূচী।

ডেপুটি কমিছনাৰৰ কাৰ্যালয়ত ওপৰত উল্লেখ কৰা সভাখন অনুষ্ঠিত হোৱাৰ এদিনৰ পিছতেই অৰ্থাৎ ১-৮-৭৭ তাৰিখে বুলুকো লগত লৈ মই ইটানগৰত হ'ব লগীয়া প্ৰধান শিক্ষকসকলৰ কন্‌ফাৰেন্সত যোগ-দান কৰিবৰ উদ্দেশ্যে যাবলৈ ওলালোঁ। ইয়াৰ বাবে বেলেগ চৰকাৰী গাড়ী নিবিচাৰি সেইদিনাই উত্তৰ লক্ষীমপুৰ অভিমুখে যাত্ৰা আৰম্ভ কৰিবলৈ স্থিৰ কৰা এৰিয়া অৰ্‌গেনাইজাৰ মিঃ এ.আৰ. ফুকনৰ গাড়ীতে সহযাত্ৰী হ'বলৈ মন মেলিলত তেখেতে অতি সন্তোষ মনেৰে আমাকো উত্তৰ লক্ষীমপুৰলৈকে উঠাই ল'লে। তেখেতে অৱশ্যে আমাক বান্দৰদেৱালৈকে লৈ গ'ল। তেখেতক আন্তৰিক ধন্যবাদ জনাই বান্দৰদেৱাৰ পৰা বুলু আৰু মই অৰুণাচল বাছ-সেৱাৰ সহায়ত ইটানগৰ অভিমুখে ৰাওনা হ'লোঁ। বান্দৰদেৱাৰ পেট্ৰ'ল পাম্পটোৰ পৰা অমেম দেউৰী (ৰাজ্যসভাৰ সদস্যা) লৈ ফোন কৰি গম

পালোঁ— বান্দৰদেৱা আৰু ইটানগৰৰ মাজৰ পথছোৱাত পাহাৰ খহি পথ বন্ধ হৈ আছে। তেওঁ গাড়ী পঠাব নোৱাৰি দুখ প্ৰকাশ কৰি আমাক বাছতে যাবলৈ ক'লে। বাছত গ'লেও পাহাৰ খহি থকা অংশত নামি খোজকাঢ়ি পাৰ হৈ সিফালে আকৌ হয় বাছতে নহয় কাৰবাৰ গাড়ীতে উঠি যাব লাগিব বুলি জনালে। সেইমতে গৈ পাহাৰ খহি থকা অংশত দেখিলোঁ— ওপৰৰ পৰা শিলবোৰ তেতিয়াও খহিয়ে আছে। ওপৰৰ পৰা খহি পৰি এটা নিচেই সৰু শিলগুটিয়েও আনকি ডাঙৰ বিপদ ঘটাব পাৰে। কাৰণ শিলগুটি এটা ওপৰৰ পৰা খহি আহোঁতে এটাৰ সৈতে আন এটাই ঠেকা খাই হৰ, হৰ, হৰ হৰকৈ অসংখ্য শিল পৰিবলৈ ধৰে। এনেদৰে পাহাৰ খহি কিছুদিন আগতে ট্ৰাকৰ ওপৰত বহি যোৱা সাতজন ঠিকাদাৰৰ বনুৱাৰ মৃত্যু হোৱা বুলি শুনি বৰ দুখ পালোঁ। ভয়ে ভয়ে খোজকাঢ়ি আন আন বাছ যাত্ৰীৰ লগতে আমিও সেই বিপদজনক পথছোৱা অতিক্ৰম কৰি গৈ ইটানগৰৰ এম্. এল. এ হোষ্টেলৰ এটা কোঠা ল'লোঁগৈ। অন্যান্য প্ৰধান শিক্ষকসকলৰো থকাৰ ব্যৱস্থা সেই এম্. এল. এ হোষ্টেলতে হৈছিল। ইটানগৰক তেতিয়াও অৱশ্যে নিউ ইটানগৰ বুলিহে কয়। আমি থকাখনৰ আচল নাম নাহৰলগনহে। তাত থকা উচ্চ পদস্থ বিষয়া সকলৰ ভিতৰত জিকম ৰিবা, টাকাম বিংগু, লুম্বেৰ দাই আদি এসময়ত আমাৰেই ছাত্ৰ আছিল। অমেম দেউৰীও এসময়ত আমাৰ ছাত্ৰী আছিল। এইসকলক লগ পাই বৰ ভাল লাগিল।

ইতিমধ্যে ১৯৫৭ চনত মাদাম ইন্দিৰা মিৰিয়ে নেফা এৰি যোৱাৰে পৰা একেৰাহে প্ৰায় বিশ্ বছৰ অৰুণাচলৰ শিক্ষাধিকাৰৰ ৰাজপাটত থকা ছ্যমলাল ছনিয়ে বিদায় ল'ব লগা হোৱাত নতুন ডি. পি. আই. জি. চি. ভেট্ছ (জ্ঞান চন্দ্ৰ ভেট্ছ) ডাঙৰীয়াই সেই পদ দখল কৰিলেহি। এই ব্যক্তিজনো ওখ-পাখ, বগা, বৰ-বেছি শকতো নহয়, ক্ষীণো নহয়। ব্যৱহাৰ ছ্যমলাল ছনিতকৈ সামান্য নৰম, সহজে ওচৰ চাপি নিজৰ মতা-মত দাঙি ধৰিব পৰা বিধৰ ব্যক্তি। ইটানগৰৰ বিদ্যালয়ৰ মুৰব্বীসকলৰ এইখন কনফাৰেন্সলৈ তেৰেঁই আহিছিল। আমি ইটানগৰ গৈ পোৱাৰ পিছত কনফাৰেন্স আৰম্ভ হ'বলৈ মাজতে আৰু দুদিন সময় আমাৰ হাতত আছিল। এই দুটা দিনতো এডুকেচন চেক্ৰেটাৰী মিঃ এম্. এম লাল আৰু ডি. পি. আই ভেট্ছৰ লগত বহি আলোচনা কৰিবলগীয়া কেইটামান জৰুৰী কথা আছিল। যেনে অল্ ইণ্ডিয়া ছেকেণ্ডাৰী আৰু অল ইণ্ডিয়া হাইয়াৰ ছেকেণ্ডাৰী পৰীক্ষাত কম্পাৰ্টমেণ্টেল পোৱা পৰীক্ষাৰ্থীসকলক চৰকাৰী খৰচত ৰেচন (Stipend) ৰ সুবিধা দিব লাগিবনে নালাগে। দ্বিতীয়তে যিসকল ছাত্ৰ-ছাত্ৰীয়ে একাদশ শ্ৰেণীত নাম ভৰ্তিৰ বাবে নিজৰ যোগ্যতা দেখুৱাব নোৱাৰিলে, আনফালে কম্পাৰ্টমেণ্টেল পৰীক্ষাতো বহিবলৈ দিয়া

নহ'ল; অথচ তেওঁলোকক পাছ কৰা বুলিও দেখুওৱা নাই, ফেইল কৰা বুলিও ৰিজাল্ট ছিটত দেখুওৱা নাই, সেইসকলৰ ভৱিষ্যত কি হ'ব? তেওঁলোকক পুনৰ ক্লাছ টেনত নাম ভৰ্তি কৰিবলৈ দিয়া হ'বনে, যদি দিয়া হয় তেওঁলোকে চৰকাৰী খৰচত ৰেচন (ষ্টাইপেণ্ড) পাবনে বা দিয়া হ'বনে? এনেবোৰ সমস্যা নতুন ১০+২ পদ্ধতি প্ৰচলন কৰিবলৈ লওঁতে উদ্ভব হোৱা সমস্যা। তৃতীয়তে নতুন পদ্ধতি অনুযায়ী জুলাই মাহৰ ('৭৭ৰ) পহিলা তাৰিখৰ পৰাই নতুন একাদশ শ্ৰেণীৰ পাঠদান আৰম্ভ হ'বই লাগিছিল, কিন্তু তাৰ বাবে পাঠ্যপুথি তেতিয়াও পোৱা নাই। আনহাতে প্ৰথম ছেমিষ্টাৰ নবেম্বৰ' ৭৭ তে পাতিব লাগে। পাঠ্যপুথি অবিহনে কি উপায় হ'ব? তদুপৰি ক্ৰেডিট (Credits) দিয়াৰ নীতি-নিয়ম বা কি হ'ব? ইত্যাদি কথাবোৰ তন্ন-তন্নকৈ আলোচনা কৰিবলৈ লোৱা হৈছিল, কিন্তু তৎকালিক সমাধান সূত্ৰ উলিয়াব নোৱাৰাত এইকেইটা বিষয় কনফাৰেন্স হৈ যোৱাৰ পিছত আনুষ্ঠানিক উত্তৰ ৰ বাবে ডি.পি. আইৰ ছিলঙৰ কাৰ্যালয়লৈ লিখিবলৈ নিৰ্দেশনা হ'ল।

৪-৮-৭৭ তাৰিখে কনফাৰেন্সৰ মূল সভাৰ কাম আৰম্ভ কৰিলে শিক্ষা সচিব এম. এম. লাল ডাঙৰীয়াই। তাৰ পিছতে অৰুণাচলৰ শিক্ষামন্ত্ৰী ৱাংফা লৌৱাং ডাঙৰীয়াই ক'লে— প্ৰধান শিক্ষকজন যেনে স্কুলবিলাকো তেনে হয়। পৰীক্ষাবোৰৰ ফলাফল উন্নত কৰিব পাৰে বিদ্যালয়ৰ মূৰব্বীজনৰ দায়িত্ববোধ, পৰিচালনা-চাতুৰ্য আৰু প্ৰশাসনীয় কাৰ্যদক্ষতাৰে। বিদ্যালয়-প্ৰধানজন প্ৰকৃত গুণী-জ্ঞানী-অভিজ্ঞ ব্যক্তি হ'লে শিক্ষাৰ মান নিশ্চয় উন্নত হ'ব।

পুৱা দহ বজাৰ পৰা চাৰেদহ বজালৈ মূল সন্মিলনখন উদ্বোধন কৰি অৰুণাচলৰ মাননীয় উপৰাজ্যপাল কে. এ. এ. ৰাজা চাহাবে তেখেতৰ বহুমূলীয়া ভাষণত অৰুণাচলৰ শিক্ষা প্ৰকৃত মানুহ গঢ়ি তোলাৰ শিক্ষা— 'Man making education' হ'ব লাগে বুলি কৈ প্ৰধান শিক্ষকসকলৰ সমাজখনৰ প্ৰতি দায়বদ্ধতা থাকিব লাগে, তেওঁলোক প্ৰকৃত পথ-প্ৰদৰ্শকৰূপে জনমানসত প্ৰোথিত হ'ব পৰাকৈ একো একোজন গুণবান ব্যক্তি হ'ব লাগে বুলি কৈ সমাজখনে তেওঁলোকৰ পৰা 'Whole time dedication to the profession' দাবী কৰে বুলি বাৰে বাৰে দোহাৰিলে। তেওঁৰ মতে 'The Heads of Institutions should try to imbibe the basic qualities of being straightforward and truthful.' শিক্ষানুষ্ঠানৰ মূৰব্বীসকলৰ সন্মিলন অৰুণাচলত এইবাৰেই প্ৰথম পতা হৈছে বুলি কৈ উপৰাজ্যপাল গৰাকীয়ে কয়, 'The Headmaster should be able to assess the pupils. They are responsible for maintenance of discipline among the students. Headmasters should love and lead the students and teachers in proper line. বিদ্যালয়বোৰৰ বিষয়ে তেওঁ কয়,

'I consider the schools as temples of learning and so there can't be any indiscipline in them. But there are instances of teachers indulging in instigating the pupils to act in an indisciplined manner. Headmasters should set perfect examples of good teachers with real spirit of sacrifice. They should discharge their duties with farm determination. Students under their care should concentrate with all their efforts in their studies. They should develop a sense of self respect in them. While doing so the cultural heritage of the people must be kept in mind. Self respect and sense of proudness in their own cultural heritage should be cultivated in the mind of the young pupils.' প্ৰায় চল্লিছ মিনিট জোৰা সাৰুৱা বক্তৃতাৰে তেওঁ সকলোকে মুগ্ধ কৰি ৰাখিছিল।

সভাপতিৰ ভাষণত সেইসময়ৰ মুখ্যমন্ত্ৰী মাননীয় পেমখান্দু থুংগন ডাঙৰীয়াইও অনেক সাৰগৰ্ভ পৰামৰ্শদানেৰে প্ৰধান শিক্ষকসকলক উৎসাহিত কৰিছিল। তেওঁৰ দৰে তেতিয়াৰ অৰুণাচলৰ ছীফ্ চেক্ৰেটাৰী মিঃ পি. পি. শ্ৰীবাস্তৱেও তেওঁৰ ভাষণত ৰাজনীতিৰ প্ৰভাৱ পৰি ছাত্ৰ-ছাত্ৰীসকল কেতিয়াবা বিপথে পৰিচালিত হোৱা দেখা যাঁয় বুলি কৈ সেইক্ষেত্ৰত প্ৰধান শিক্ষকসকলক সাৱধানতা অৱলম্বন কৰিবলৈ পৰামৰ্শ আগবঢ়ায়। তেওঁৰ মতে,Expectations unfulfilled become grievances. Difficulties should not be made reasons for creating indiscipline.' সেই সন্মিলনতে উপৰাজ্যপাল গৰাকীয়ে স্বাধীনতা দিবসৰ দিনা সুশিক্ষকসকলক সজকামৰ বাবে পুৰষ্কৃত কৰা হ'ব বুলি ঘোষণা কৰে। সামৰণিত শলাগৰ শৰাই আগবঢ়াই ডি. পি. আই. মিঃ. ভেট্‌ছে কয়, 'Let the temples of learning remain' temples in the real sense of the words.' তাৰ পিছত আগন্তুক বৰ্ষত ১৫% অধিক পৰীক্ষাৰ ফলাফল দেখুৱাবলৈ প্ৰধান শিক্ষকসলক অনুপ্ৰাণিত কৰি সভাত উপস্থিত থকাৰ বাবে আটাইৰে শলাগ লয়। এইদৰেই ইটানগৰত অনুষ্ঠিত সন্মিলনখনিৰ অন্ত পৰে।

পিছদিনা বিভাগীয় উচ্চ-পদস্থ বিষয়াসকলৰ সৈতে এম.এল. এ হোষ্টেলতে বিভিন্ন বিষয়ৰ আলোচনাত অতিবাহিত কৰি আমি আমাৰ কৰ্মস্থান আলং অভিমুখে ৰাওনা হওঁ ৬-৮-৭৭তাৰিখে। পুনৰ ১২-৮-৭৭ ত আলঙৰ চাৰ্কিট হাউচত তেতিয়াৰ অৰুণাচলৰ ৰেভিনিউ কমিছনাৰ আৰ. কে. পাটিৰ চাহাবৰ লগত এখন সভাত যোগদান কৰি কাৰ্যালয় পৰিচালনাৰ বিভিন্ন বিষয়ত তেখেতে আগবঢ়োৱা পৰামৰ্শসমূহ টুকি ৰখা হয়।

ইয়াৰ পিছতে আহিল ১৫ আগষ্টৰ স্বাধীনতা উৎসৱ পালনৰ দিন। ইতিপূৰ্বে উল্লেখিত কাৰ্যসূচী অনুযায়ী অতি উলহ-মালহেৰে আলঙৰ সমূহ ৰাইজে মিলি

এই দিবস উদ্‌যাপন কৰে। এই উপলক্ষে আয়োজন কৰা ফুটবল ফাইনেল খেলখন হৈছিল ১৯-৮-৭৭ তাৰিখে আলং হাইয়াৰ ছেকেণ্ডাৰী স্কুল 'A' টিম আৰু CRPF টিমৰ মাজত। হঠাতে লাগিল হুলস্থূল। শেষত গৈ আমাৰ স্কুলৰ সাতটি ল'ৰাৰ ওপৰত অভিযোগ উত্থাপিত হ'ল। ডেপুটি কমিছনাৰে বিচাৰ অনুষ্ঠিত কৰি সেই সাতজনক জবাবদিহি কৰি ভৱিষ্যতে এনে ব্যৱহাৰ নকৰে বুলি লিখাই লৈ এৰি দিলে। এটা সম্ভাব্য বিপদৰ পৰা স্কুলখন কথমপি ৰক্ষা পৰিল। ইয়াৰ বিপৰীতে আকৌ আমাৰ এই আলং হাইয়াৰ ছেকেণ্ডাৰী স্কুল টিমেই দিল্লীত অনুষ্ঠিত আন্তঃৰাজ্যিক সুব্ৰত মুখাৰ্জী জুনিয়ৰ ফুটবল টুৰ্ণামেন্টত সেইবাৰ ছেমি ফাইনেল খেলত বিজয়ী হৈ কাপ অৰ্জন কৰি স্কুলখনৰ নাম উজ্জ্বল কৰিলে। আলঙৰ ল'ৰা-ছোৱালী সঁচাকৈ অতিশয় উৎসাহী, সাহসী আৰু কোনো ক্ষেত্ৰতে পিছুৱাৰ দৃঢ় মানসিকতাৰে উদ্বুদ্ধ। কিন্তু অন্যায় তেওঁলোকে নসহে।

সেইদিনাই অৰ্থাৎ ১৯-৮-৭৭ তাৰিখে নতুনকৈ ক্লাছ এইট্ আৰু ইলেভেনৰ কাৰণে অনা ফাৰ্নিছাৰবোৰ স্কুলখনৰ এজন বিশ্বস্ত পাৰদৰ্শী শিক্ষক হিৰণ্য হাজৰিকাই পেইণ্টেৰে মাৰ্কিং কৰিলে। কেৱল সেয়ে নহয় সেইকেইদিনতে তেওঁ স্কুলখনৰ সমস্ত ফাৰ্নিছাৰ মাৰ্কিং কৰা কাম সম্পূৰ্ণ কৰিলে। তেওঁ এজন বিচক্ষণ, গুণী শিক্ষক আছিল। (পিছত গৈ তিনিচুকীয়াৰ আশে-পাশে গঢ়ি উঠা এখন উন্নত মানৰ স্কুলত তেওঁ প্ৰিন্সিপাল হৈ আছিল) তেওঁৰেই পত্নী জ্যোতি হাজৰিকাই (ইতিপূৰ্বে উল্লেখিত) স্কুলখনৰ গাৰ্লছ গাইডসকলক প্ৰশিক্ষণ দিছিল (তেওঁ ঢুকাল)। স্কুলখনত তেতিয়া ছাত্ৰ-ছাত্ৰীৰ সংখ্যা আছিল—

| | | | |
|---|---|---|---|
| Class | VI (A) | = | 38 |
| ,, | VI (B) | = | 37 |
| ,, | VII | = | 45 |
| ,, | VIII | = | 45 |
| ,, | IX | = | 42 |
| ,, | X | = | 38 |
| ,, | XI | = | 8 |
| সৰ্বমুঠ = | | | 253 জন। বিগত বছৰতো ইমানেই আছিল। |

উল্লেখযোগ্য, ২২-৮-৭৭ তাৰিখে স্কুলখনৰ ছাত্ৰ-ছাত্ৰীৰ একতা সভাৰ নিৰ্বাচন হয় আৰু তলত দেখুৱাৰ দৰে ১৬ গৰাকী সদস্য-সদস্যাৰে এই সভা গঠিত হয়। (নামবোৰ অসমীয়া উচ্চাৰণেৰে প্ৰকাশ কৰাত অসুবিধা হোৱাত ইংৰাজীতে লিখা হ'ল)

| Post. | Name of Elected members (both boys & girls) |
|---|---|
| 1. General Secretary – | Doly Loyir |
| 2. Asstt. General Secretary- | Miss Nyapi Lollen |
| 3. Chief Editor- | Takap Tagu |
| 4. Games and Sports Secretary- | Moge Doji |
| 5. Games and Sports Captain | - Tadam Gamlin |
| 6. Health nad Hygiene Secretary- | Emar Ete. |
| 7. Asstt. Health and Hygiene Sectary- | Dore Ete (Boys) |
| 8. Do Do | -Miss Tasen Potom (girls) |
| 9. Asstt. Games & Sports Captain | -Miss Gumsen Pakan. |
| 10. Cultural Secretary - | Goto Ete. |
| 11. Asstt. Cultural Secretary - (Girls) | Miss Kenyum Pakan. |
| 12. Do ,, Do - | Moki Loyi (Boys) |
| 13. Sub-Editor-(English) - | Tagi Zirdo |
| 14. Sub-Editor- (Hindi) - | Miss Mangom Riba |
| 15. Sub-Editor - (Adi) - | Horsen Ete. |
| 16. Treasurer - | Taso Tali |

**Total 11 boys and 5 girls = 16 members.**

ইয়াৰ উপৰি—

Boys Hostel Hd. Monitor- Toli Basar; Second Monitor-Mege Nacho Girls Hostel Hd. Monitor– Miss Ilayoti Doley; Second Monitor– Miss Toji Ete.

প্ৰকৃততে সমগ্ৰ আদি সমাজখন এনেয়েও গণতান্ত্ৰিক পদ্ধতিৰেই অতীজৰে পৰা চলি আহিছে।

ভাৰতীয় পাৰ্লিয়ামেণ্টৰ সদস্য মাননীয় তাদাক বাছা ৩১-৮-৭৭ তাৰিখে আগতে উল্লেখ কৰা ১৯-৮-৭৭ তাৰিখৰ ফুটবল খেলখনৰ সংক্ৰান্তত আলং স্কুল পৰিদৰ্শন কৰি সন্তুষ্টি প্ৰকাশ কৰাৰ লগতে গধুলি ৮ বজাৰ পৰা ৯ বজালৈকে এঘণ্টা সময় আমাৰ বাসভৱনতে বহি সমস্ত বিষয়টোৰ খৰচি মাৰি আলোচনা কৰাৰ অন্তত একাপ চাহ খাই বাহিৰে বাহিৰেই ডি.চি. চাহাবৰ সৈতে দেখা কৰিবলৈ যায়। ইয়াৰ পিছতে সেই বিষয়টোৰ শেষ সিদ্ধান্ত আগতে উনুকিয়াই অহাৰ দৰে হয় আৰু ডি. চি. চাহাবৰে দেখা কৰি সাংসদ গৰাকীক টেলিফোনেৰে জনোৱা হয় দুই তাৰিখে।

ইয়াৰ পিছদিনা ১-৯-৭৭ তাৰিখে আলং চহৰত এটা অতি দুখজনক ঘটনা ঘটে। তাৰ State Bank of India ৰ মেনেজাৰজন নিচেই ডেকা বয়সতে হঠাতে হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ ঢুকাল। তেতিয়া পুৱাৰ সময় মাত্ৰ ৫ বাজি৩০ মিনিট গৈছিল।

আগদিনা গধূলিলৈকে তেওঁ ডি. চি. আৰু অন্য দুই এজন অফিছাৰৰ লগত বেড্‌মিণ্টন খেলি আছিল। হস্পিটেলৰ শয্যাত শুৱাই থোৱা চফল ডেকা মানুহজনৰ প্ৰাণহীন মৃতদেহটো দেখি আমাৰ মনত বৰপুত্ৰক হেৰুওৱা শোকে পুনৰ খুন্দামাৰি ধৰিলে। জীৱন যেন সঁচাই 'কচুপাতৰ পানী!'

স্কুলখনৰ ফিজিক্স-কেমিস্ত্ৰী-বায়োলজী (বিজ্ঞান)-গণিত-পৌৰবিজ্ঞান-অৰ্থনীতি আদি বিষয়ৰ বিষয় শিক্ষকসকল, ক্ৰমে এছ. পি. কিমথী, জি. চি. পণ্ট, এম আৰ দাস, এ. ডি. মজুমদাৰ, মিনজুম বাগ্ৰা, চি. এছ জেকব আদিসকলৰ সৈতে লেবৰেটৰী সহায়ক আৰ এছ. ভট্টাচাৰ্য আৰু বিজ্ঞান বিষয়ৰ-ছাত্ৰ-ছাত্ৰী সকলোটিয়ে লগলাগি এটি অতিশয় গৌৰৱ কৰিবলগীয়া উৎকৃষ্ট কাম সম্পন্ন কৰিলে। তেওঁলোক সকলোৱে মিলি স্কুলত এটি Science Club খুলিলে ২-৯-৭৭ তাৰিখে। এই কাৰ্যৰ ফলত স্কুলখন আৰু এখোজ আগবাঢ়ি গ'ল।

এইমাহৰ ১৪ তাৰিখ পৰ্যন্ত (১৪-৯-৭৭) স্কুলৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বাঢ়ি তলত দেখুওৱাৰ দৰে হ'লগৈ—

| | BOYS | | GIRLS | | Total |
|---|---|---|---|---|---|
| Class | Tribal | Non-Tribal | Tribal | Non-Tribal | |
| VI (A) | 10 | 10 | 10 | 9 | 39 |
| VI (B) | 14 | 23 | 11 | 3 | 51 |
| VII | 11 | 10 | 14 | 10 | 45 |
| VIII | 19 | 9 | 12 | 5 | 45 |
| IX | 31 | 3 | 4 | 5 | 43 |
| X | 23 | 6 | 2 | 7 | 38 |
| XI | 8 | – | – | 1 | 9 |
| **Total** | **116** | **61** | **53** | **40** | **270** |

**23-9-77 Points discussed with D.C.**

1. Formation of the Committee to control Stipend (Ration Money)
2. C.M.'s visit in the first Week of October, 1977; His programme and Variety show.
3. About the Post of Principal H.S. Schools.
4. About my accepting C.B.S.E. Governing Body's Membership.

ডেপুটি কমিছনাৰৰ অফিছতে ওপৰৰ বিষয়কেইটাৰ আলোচনাৰ অন্তত মই ঘৰলৈ ঘূৰিলোঁ। 30-9-77 সেইদিনা- I was extremely shocked to have received the telegram from the Secretary, University Classes, Gauhati University informing us about the sudden demise of our

most beloved Asstt. Hd.Master, Mr. B. K. Das (Basanta Kumar Das) While appearing in his M.A.Examination. এইজন দাসক মইহে বেপি বেপি এম. এ. পৰীক্ষাটো দি শিক্ষা বিভাগত প্ৰমোচনৰ পথটো মুকলি কৰি ল'বলৈ বৰ জোৰকৈ লাগি আছিলোঁ। অতি সৰল মনৰ এই মানুহজনক মই সঁচাকৈয়ে অন্তৰেৰে ভাল পাইছিলোঁ আৰু তেখেতৰ আশু উন্নতি কামনা কৰিছিলোঁ। তেখেতৰ লগৰ দুই এজনে (যাৰ হাত দীঘল আৰু তোষামোদ কলাত পাৰ্গত) গ্ৰেজুৱেট হৈয়ে প্ৰমোচনৰ জখলাত উঠি গেজেটেড ৰেঙ্ক পাইছিল। তেখেতৰ হকে মাতোতা কোনো নোহোৱাত পুৰণি শিক্ষক হৈও পিছপৰি ৰোৱা দেখি মোৰ মনত বৰ দুখ লাগিছিল। অৰুণাচলৰ শিক্ষা-বিভাগত প্ৰথম দহজন শিক্ষকৰ ভিতৰৰে এজন মই আছিলোঁ যদিও গ্ৰেজুৱেট শিক্ষকৰ তালিকাত তেখেত মোতকৈ ভালেখিনি ওপৰত আছিল। মই আলঙৰ প্ৰিন্সিপাল পদটোৰ বিপৰীতে হেড্‌মাষ্টৰ হৈ যোগদান কৰাত একেখন স্কুলতে তেখেত মোৰ তলত বৈ গ'ল। এই কথাটোৱে মোৰ মনত বৰকৈ আঘাত দি আছিল। সেইবাবে প্ৰায় প্ৰতিদিনেই মই তেখেতক এম.এ. টো দি মুকলি হৈ ল'বলৈ কৈছিলোঁ। ইংৰাজীত মানুহজনৰ বেছ বঢ়িয়া হাত আছিল। তাকে দেখি মই তেখেতক 'পৰীক্ষাত এবাৰ বহিলেই আপুনি পাছ কৰি যাব' বুলি উচতাই আছিলোঁ। ইতিমধ্যে এম. এ. কোৰ্চৰ কেইখনমান কিতাপ তেখেতৰ হাতত গোট খাইছিলেই। শেহত মোৰ খেচ্‌খেচনিত থাকিব নোৱাৰি তেখেত পৰীক্ষাত বহিবলৈ গ'ল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ হোষ্টেলতে থাকি তেখেতে পৰীক্ষা দি আছিল। মছলা-চাদা মিহলাই পান খোৱা তেখেতৰ এটা চখ আছিল। পৰীক্ষা নথকা দিনত জালুকবাৰীৰ পৰা গুৱাহাটী মহানগৰীলৈ এবাৰ আহোঁতে বহিথকা ৰিক্সাখন পানদোকানৰ সন্মুখত ৰখাই ভালকৈ মছলা-তছলা দি পান এখন মুখত ভৰাই পুনৰ আহি ৰিক্সাখনত বহিলহি। ইতিমধ্যে ৰিক্সাৱালাজনেও কিবা দৰকাৰী বস্তু ল'বলৈ দোকান এখনলৈ গৈ ঘূৰি আহি দেখে তেওঁৰ যাত্ৰীজন (দাস) ৰিক্সাখনতে হাউলি পৰি আছে। জোকাৰি জোকাৰি মাতিছেহে মাতিছে। অসাৰ। প্ৰাণহীন দেহ পৰি আছে। বেচেৰা ৰিক্সাৱালাজন মহা বিমোৰত পৰিল; কি কৰিব, ক'লৈ নিব? শেষত বিচাৰোঁতে খোচাৰোঁতে দাসৰ জেপত বিশ্ববিদ্যালয়ৰ এম. এ পৰীক্ষাৰ Admit Card খন ওলোৱাত তেখেতৰ প্ৰাণহীন দেহটো নি বিশ্ববিদ্যালয় পোৱালেগৈ। তাতে কেনেবাকৈ আলং হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ ঠিকনাটো পাই মোলৈ অৰ্থাৎ হেড্‌মাষ্টৰলৈ টেলিগ্ৰাম কৰিলে। এই মৰ্মান্তিক খবৰটোৱে আমাৰ হিয়াত শেলে বিন্ধাদি বিন্ধিলে। দাসৰ ঘৰ নগাঁৱত আছিল। খৰধৰকৈ পুতেক এটিৰে সৈতে তেখেতৰ পত্নীক আলঙলৈ মতাই আনি কেইদিনমানৰ ভিতৰতে মানুহজনৰ

পাবলগীয়া পা-পইচাখিনি উলিয়াই দিব পৰাতহে মনটো কিঞ্চিৎ পাতল হ'ল। কথাতে কয় নহয় বোলে 'চৰণেহে জানে মৰণৰ ঠাই'। অদৃষ্টৰ ওপৰত কাৰো হাত নাই! দাসৰ শোকাবহ ঘটনাটোৱে তাকেই প্ৰমাণ কৰিলে।

৩-১০-৭৭ তাৰিখে ডি. চি. চাহাবে মোক টেলিফোন যোগে জনালে যে আলঙৰ পৰা দেউৰাৰী চাহাব প্ৰমোছনসহ প্ৰিন্সিপাল হৈ জিৰোলৈ যাব আৰু মেৰ হাইস্কুলৰ হেড্‌মাষ্টৰ যশোৱন্ত সিং ত্যাগী দেউৰাৰীৰ ঠাইত আলঙলৈ আহিব। মিঃ দেউৰাৰীয়ে নেফালৈ আহোঁতে প্ৰথম প্ৰথম গেজুৱেট টিছাৰ হৈ পাছিঘাট হাইস্কুলত যোগদান কৰিছিল।

১৮-১০-৭৭ তাৰিখে একেদিনাই তিনিটা বিশেষ বিষয়ৰ তিনিখন চিঠি শ্বিলঙৰ ডি. পি. আই অফিছৰ পৰা আহিল। চিঠিকেইখনৰ নম্বৰ, তাৰিখ আৰু বিষয় কেইটা তলত দিয়া ধৰণৰ আছিল

1.No. ED. 3/51/77(NP) dt.3.10.77

**Subject** :– Construction of Buildings under Non-Plan Schemes for Education Departmant during 1977-78

2. No. ED/SC/111/75 dt.6.10.77

**Subject** :– National talent Search/NSTS Examination.

3. No.ED./Sc/170/77 dt.7.10.77

**Subject** :– Remedial Classes in Science and Maths for weak Students.

মনত পৰে প্ৰথমটোৰ বাহিৰে দ্বিতীয় আৰু তৃতীয় বিষয় দুটাৰ ওপৰত স্কুল বিলাকত যথেষ্ট ব্যৱস্থা লোৱা হৈছিল। প্ৰথমটোৰ ক্ষেত্ৰত অৱশ্যে প্ৰিন্সিপাল, হেডমাষ্টৰ, ডি.আই.এছ এইসকলে নিজে কৰিব পৰা কাম নাছিল। কাৰণ Building Construction ৰ কামবোৰ C.P.W.D ৰ যোগেদিহে কৰোৱা হৈছিল। অৱশ্যে ঘৰ-দুৱাৰবোৰ সোনকালে সাজি উলিয়াই দিবলৈ তেওঁলোকক অনুৰোধ কৰি তাগাদা দি চিঠি লিখিব পৰা গৈছিল।

এইবাৰ আহিল ভাৰতৰ তেতিয়াৰ প্ৰধানমন্ত্ৰী মাননীয় মুৰাৰজী দেশাইৰ আলং ভিজিটৰ প্ৰসঙ্গ। দিল্লীৰ পৰা এই বিষয়ে খবৰ পোৱাৰ লগে লগে আলঙৰ ডেপুটি কমিছনাৰে ২৭-১০-৭৭ তাৰিখে তেওঁৰ কাৰ্যালয়ত এখন জৰুৰী সভা পাতি সকলো বিভাগৰ আনুষ্ঠান-প্ৰতিষ্ঠানৰ মুৰব্বী বিষয়া সকলক গোটাই লৈ প্ৰধান মন্ত্ৰীৰ আলঙৰ কাৰ্যসূচী তৈয়াৰ কৰিলে। প্ৰথমে ৬-১১-৭৭ তাৰিখে প্ৰধান মন্ত্ৰী আহিব বুলি প্ৰগ্ৰাম তৈয়াৰ হৈছিল। পিছত আকৌ সেই তাৰিখ আগুৱাই ৪-১১-৭৭ তহে আলঙলৈ তেখেত আহিব বুলি জনালে। সেইমতে আমাৰ স্কুল পৰিদৰ্শনৰ সময় আছিল সেইদিনা আগবেলা এঘাৰ বজাৰ পৰা এঘাৰ বাজি পঁচিছ মিনিট পৰ্যন্ত। এঘাৰ বাজি

চল্লিছ মিনিটত তেখেতক লৈ প্লেন উভতি যোৱাৰ কথা আছিল। আমি মানে আমাৰ স্কুলৰ ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী সকলোৱেই পৰম আগ্ৰহেৰে কামত বুৰ গৈ স্কুলখনৰ সকলোখিনি ভালকথা, ভালকাম প্ৰধানমন্ত্ৰীক দেখুৱাবলৈ উঠি পৰি লাগিলোঁহঁক। আলঙৰ ইঞ্জিনিয়াৰিং বিভাগটোৱেও আমাক যিমান পাৰে সিমান সহায় কৰিবলৈ আগবাঢ়ি আহিল। ল'ৰা-ছোৱালী সকলোৱেই স্কুলখনৰ শ্ৰেণীকোঠাবোৰ, বাহিৰ, ভিতৰ, বিজ্ঞানৰ লেবৰেটৰিকেইটা, গোটেই স্কুলৰ চৌহদটো সাৰি-পুচি, মেপ-ছবি, চাৰ্ট আদি য'ত যি সজ্জাৰ লাগে সজাই-পৰাই, ধূলি-মাকতি গুচাই পৰিষ্কাৰ -পৰিচ্ছন্ন কৰি চালে চকুৰোৱা কৰি পেলালে। আলঙৰ মানুহে হেনো ইতিপূৰ্বে আলং স্কুলৰ ছাত্ৰ-ছাত্ৰীয়ে এনেকৈ হিয়াঢালি কাম কৰা কেতিয়াও দেখা নাছিল। পিছে কি হ'ব! ভাল কামৰ বাটত কণাবিধি থকাৰ কথাটো আমিবোৰে বিশ্বাস কৰোঁৱেই। পিছৰখিনি কথা নক'লেও হয়। অৰুণাচল আহি পোৱাৰ আগতেই অসমৰ মাটিতেই প্ৰধান মন্ত্ৰী অহা উৰাজাহাজখনৰ কি দশা হ'ল বাতৰি কাকত পঢ়া সকলোৱেই জানে। এতিয়া সেইটো ঘটনা ইতিহাস হ'ল। আমাৰ স্কুলৰ ছাত্ৰী-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী, আলঙৰ সমূহ জনসাধাৰণৰ মন বিষাদে আগুৰি পেলালে। এই বিষয়ে আলঙৰ ডেপুটি কমিছনাৰে আমালৈ দিয়া চিঠিখন কিতাপখনৰ শেষৰফালে দিয়া হৈছে। ইতিমধ্যে ২-১১-৭৭ ত এ. আই. এছ. কমপাৰ্টমেণ্টেল ৰিজাল্ট ওলাল। আমাৰ স্কুলৰ ১৩ জন উত্তীৰ্ণ হ'ল। ভাল ফল।

এই বছৰটোৰে নৱেম্বৰ মাহটোৰ মাজভাগ অতিক্ৰম কৰোঁতে ১৭-১১-৭৭ তাৰিখে Government of India ৰ Planning Commission ৰ Education ৰ Chief Dr. J.L. Azad মহোদয় আলং পৰিভ্ৰমণলৈ আহে। তেখেতৰ ভ্ৰমণৰ উদ্দেশ্য আছিল— এই অঞ্চলৰ বিদ্যালয়বোৰ পৰিদৰ্শন কৰাৰ লগতে অঞ্চলটোত অনানুষ্ঠানিক শিক্ষা ব্যৱস্থা কিদৰে পৰিচালিত হৈছিল তাৰ এটা চাক্ষুস আভাস গ্ৰহণ কৰা। ময়েই তেখেতৰ লগত 'গৈ এই অনুষ্ঠানবোৰ দেখুৱাই ফুৰিছিলো। অনানুষ্ঠানিক শিক্ষাকেন্দ্ৰৰ কাম-কাজ যেহেতু সন্ধিয়া ভাগতহে হয়, সেইবাবে ময়ো তেখেতক সেই সময়খিনিতে গাওঁ-ভূঁইলৈ নি সেইবোৰ দেখুৱাই আনিছিলোঁ। ভ্ৰমণৰ অন্তত তেখেতে আমাৰ কাম-কাজবোৰ ভাল লাগিলে আৰু নতুন দিল্লীলৈ উভতি গৈ ৩০ নৱেম্বৰ, ১৯৭৭ ত মোলৈ এখন বঢ়িয়া চিঠি দিলে। তেখেতৰ সেই বহুমূলীয়া চিঠিখনো এই কিতাপখনৰ শেষৰ ফালে পাঠকৰ জ্ঞাতাৰ্থে সংলগ্ন কৰা হৈছে।

এতিয়াৰ পৰা আকৌ কিছুদিন একেৰাহে মই D.I.S. ৰ ছাৰ্জত থাকি তেখেতৰ কাৰ্যালয়ৰ কাম-কাজো চাবলগীয়া হৈছিল। এই সময়ছোৱাতে আলং ট্ৰেজাৰীত আমাৰ দুইলাখ, আঢ়ৈ লাখ, তিনি লাখ পৰ্যন্ত টকাৰ লেন-দেন হৈছিল। পিছত

নতুন D.I S যশোৱন্ত সিং ত্যাগী আহি কামত যোগদান কৰি মুঠ 2.41,740.31 (Rupees two laks forty one thousand forty and paise thirty only) নগদ ধন মোৰ পৰা চমজি লোৱাতহে মই সেই গধুৰ দায়িত্বৰ হাত সাৰিলোঁ। ত্যাগীক এই নগদ ধন ৰাশি লোহাৰ চন্দুকৰ চাবিৰে সৈতে চমজাই দিয়া হ'ল ১৬ ১-৭৮ তাৰিখে দিনৰ এক বাজি চল্লিছ মিনিট যোৱাত। সেই দিনাই জিলা পৰিষদৰ মিটিং বহিছিল। পিছে সেই মিটিঙত শিক্ষা সম্পৰ্কীয় কোনো কথা আলোচিত হোৱা নাছিল।

এই দিয়া-লোৱা কাৰ্যৰ প্ৰায় এমাহৰ পূৰ্বেই আমি দহদিনৰ কাৰণে ১৫-১২-৭৭ৰ পৰা ২৪ ১২-৭৭ লৈ চাংলাঙলৈ যাবলগীয়া হৈছিল। সেই দহদিনত চাংলাঙত Orientation Programme in Educational Planning and Administration for Heads of Schools and Education officers of Arunachal Pradesh শীৰ্ষক এখন দীঘলীয়া বৈঠক বহিছিল। এই বৈঠকখন বহিছিল— Jointly organised by Directorate of Public Instruction, Arunachal Pradesh and National Staff College for Educational Planners and Administrators, New Delhi. Orientation Programme ৰ ইংৰাজীতে লিখা গোটেইখিনি সাৰ অংশ ইয়াত উদ্ধৃত কৰা হৈছে—

The National Staff College for Educational Planners and Administrators at the request of and in collaboration with the Directorate of Public Instruction, Arunachal Pradesh, organized a two week Orientation Programme in Educational Planning and Administration for Heads of Schools and Education Officers of Arunachal Pradesh from December 15-24,1977.

The venue of the programme was BSB, Changlang.

## OBJECTIVES OF THE PROGRAMME

The programme was designed in consultation with the Directorate of Public Instruction, Arunachal Pradesh, to meet the professional needs of the Heads of Schools and Education Officers of the Union Territory Administration The Programme was also discussed with the participants in the Introductory Session on December 15,1977 and modified in the light of suggestions made by them. The main objectives of the programme were:

1. To acquaint the participants with some of the important concepts and techniques of educational planning and administration.

2. To familiarise them with new educational trends and programme of qualitative improvement; and
3. To enable them to improve their effectiveness as educational supervisors.

## THEMES FOR DISCUSSION

The programme covered the following themes:
i. New pattern of education : Its philosophy and problems of implementations;
ii. Non formal education : The concepts and methods
iii. Universalisation of primary education
iv. Work experiences : The concepts and activities
v. Educational planning in India- An overview
vi. Basic concepts and techniques
vii. Educational planning at the block/ district level
viii. Basic data needed for educational planning
ix. Education of women
x. Institutional planning
xi. Vocationalisation of higher secondary education
xii. Improvement of science education at the school level
xiii. Examination reform
xiv. School building
xv. Supervisory role of heads of School
xvi. In-service training of teachers- role of Education Officers and Heads of Schools
xvii. Personnel management
xviii. Modern management techniques and their application in educational administration- PERT
xix. Wastage and stagnation
xx. Adult education
xxi. Inspection and supervision
xxii. Education for rural development and
xxiii. Modernisation of educational administration in Arunachal Pradesh.

## ORIENTATION METHOLOGY

Apart from the Faculty of the National Staff College, resource persons for the programme included officers of the Union territory administration of Arunachal pradesh having intimate knowledge of the administration's educational problems and a faculty member

of the Central Building Research Institute, Roorkee.

The Programme mainly consisted of lecture discussions and panel discussions on the themes mentioned in the previous section. As the programme had been planned essentially as a seminar of equals, each officer participated in the discussions without any reservations and expressed his views freely and frankly.

On the basis of statistical information indicating the trends in educational development in the Union Territory of Arunachal pradesh, 7 charts had been prepared specially for this programme. The charts were displayed at the venue of the programme, i.e. BSB, Changlang.

The participants conducted a field survey on Monday, the 19th December 1977, as a part of the Orientation Programme, to identify nonformal education needs of non attending children, drop out and adults in Changlang village. The survey was conducted on the basis of a proforma developed by the Non Formal Education Survey Proforma Committee. The purpose of giving this field experience to the participants was to enable them to conduct similar surveys in the area of their posting and to develop suitable curricula to meet the non formal education needs of these three target groups.

The participants were provided training through practical exercises in preparing institutional plans for which the proforma had been developed by the Proforma Committee for institutional and district level planning. The idea to provide this type of experience to the participants was to help them to prepare future plans of institutions and districts in which they were posted.

## PARTICIPANTS

The programme was attended by a group of 29 participants consisting of 18 heads of secondary and higher secondary schools and 11 education officers of the rank of DEO and above of Arunachal Pradesh.

## RESOURCE PERSONS

The following resource persons helped in the conduct of the Programme

**(a) From Arunachal Pradesh**

1. Shri Wangpha Lowang,

Hon'ble Education Minister

2. Shri M. M Lal
   Secretary (Education)
3. Shri G.C. Vats,
   Director of Public Instruction
4. Shri R.P Rai
   D.C Tirap Dist.
5. Shri N. C Bajpei,
   D.C Lohit Dist.
6. Shri A.P Srivastava
   Deputy Director of Public Instruction

**(b) From other Institutions**

Shri V. K Mathur
Scientist,
Central Building Research Institute. Roorkee.

**(c) From National Staff College**

1. Prof. M V Mathur, Director
2. Shri C. L Sapra, Fellow
3. Dr. N. M Bhagia, Fellow
4. Shri T K D Nair, Research Associate

## INAUGURATION

The orientation programme for heads of schools and education officers of Arunachal Pradesh was formally inaugurated at the auditorium of BSB, Changlang, on the 16th December 1977. Shri K A A Raja, Lt. Governor of Arunachal Pradesh, inaugurated the programme. In his inaugural address, the Lt. Governor recalled that prior to independence, there were only three or four lower primary schools in the whole territory. Development of education in the Territory since independence is significant as there are at present more than 800 schools including 29 high/ higher secondary schools, he added. The Lt. Governor reminded the Education officers and Heads of institutions that they were holding the sacred responsibility of moulding the children into really good citizens through the process of education while assuring all possible steps to improve the condition of the teaching community at large in providing proper education to the growing generation. Indiscipline in any form is not to be tolerated in any form, he said. Personally he would blame the school if by chance any school boy or girl misbehaves inside or outside the school. The Lt. Governor thought

that probably the teachers and the doctors were the only professionals who could not afford to make a single mistake, for such mistakes would lead to far-reaching and irreparable consequences. The Lt. Governor also stressed the necessity for ensuring the qualitative improvement along with quantitative expansion that is taking place in the field of education.

Earlier welcoming the Chief Guest, Mr. G. C. Vats, Director of Public Instruction, Arunachal Pradesh, expressed his gratitude to Prof. M. V. Mathur, Director, National Staff College for Educational Planners & Administrators, who had agreed to organize the Training Programme which is the first of its kind ever held in the Territory. He thanked the Governor for spared some his valuable time for associating himself with the Orientation Programme.

Shri C.L. Sapra, Fellow, National Staff College and the Programme Coordinator, gave the highlights of the programme.

Shri I.P. Gupta, Chief Secretary, Arunachal Pradesh, in his presidential remarks, also stressed the need for qualitative improvement and the teacher becoming an example for the taught. According to him, there was no need of increasing the number of middle or secondary schools in the Territory, though it may be necessary to open some primary schools in the remote areas. Shri Gupta also emphasised the need for orienting the teachers and the educational administrators to the culture of the people. It would not be possible or desirable that the people cannot be uprooted from the tradition in which they have been living for centuries.

Dr. N. M. Bhagia, Fellow, National Staff College, proposed a vote of thanks.

## VALEDICTION

Valedictory function was held on December 24, at 3.00 PM in the auditorium of BSB, Changlang. Prof. M.V. Mathur, Director, National Staff College chaired the function. The function started with a welcome address by Shri G.C. Vats, Director of Public Instruction, Arunachal Pradesh. This was followed by presentation of report by Shri S.L. Sapra, Fellow, National Staff College and the programme Coordinator of the present programme. Two participants, namely, Mrs K. Namchoom and Shri R.P. Vadera gave their impressions about different aspects of the programme and

the utility of the Programme to improve their functioning as educational supervisors. Shri Wangpha Lowang, Hon'ble Education Minister, Arunachal Pradesh, then delivered the valedictory address.In this address he pointed out that there has been phenomenal expansion of education in Arunachal Pradesh during the post independence period as in other parts of the country. From three lower primary schools in 1747-48 the total number of educational institutions of various categories have now risen to 916 in the territory. The total number of students at present is about 51,000 and of teachers is 2,200, he added. Highlighting the problems and the priorities in the field of education in the Territory, the Hon'ble Minister stated that special efforts are to be made to increase the enrolment rate of girls in schools so as to achieve the target of universalisation of primary education for the age group 6-11 in the next 5 years. Other problems on which the educational administration in the Territory need to focus their attention are: (i) eradication of illiteracy among adults, and (ii) vocationalisation of eduction at the +2 stage. The Hon'ble Minister pointed out that the problem of school buildings, hostels and teachers' quarters was so acute in the Territory that it could only be solved if large funds were allocated and a huge executive machinery provided for this purpose. The Hon'ble Minister also laid stress on the need for qualitative improvement of education in the Territory. He specially emphasised the character building role of education in schools. He expressed his happiness at the initiative taken by the director of public Instruction, Arunachal Pradesh, in organising the present course in collaboration with the National Staff College. He desired that such training should become a regular feature of the Directorate's programme for improving the competency of the field officers. At the end, he thanked the Director, National Staff College for agreeing to run this course at Changlang and the Faculty Members of the College for having come here to conduct the Programme in spite of personal discomforts and inconveniences.

The function concluded with a vote of thanks by Shri A.P.Srivastava, Deputy Director of Public Instruction, Arunachal Pradesh.

নতুন বৰ্ষৰ প্ৰথম দিনটোত অৰ্থাৎ ১৯৭৮ চনৰ পহিলা জানুৱাৰীৰ দিনটোত আমি আমাৰ মাজত অৰুণাচলৰ মাননীয় উপৰাজ্যপাল কে. এ. এ. ৰাজা চাহাবক

পাই আনন্দিত হ'লোঁহঁক। তেখেতক আমি আন আন অফিচাৰসকলৰে লগ হৈ আলঙৰ চাৰ্কিট হাউচত নতুন বছৰৰ বাবে আমাৰ শ্ৰদ্ধাপূৰ্ণ হাৰ্দিক অভিনন্দন জনাই শুভেচ্ছা জ্ঞাপন কৰিলোঁগৈ। আলঙৰ হাড়কঁপোৱা শীতৰ বতৰৰ মাজতে সেইদিনা ৰ'দালিৰ ৰ'দ কাঁচলিত চাৰ্কিট হাউচৰ সন্মুখৰ মুকলি ল'নখনত বহি নানা ৰং-ৰহইচৰ কথাৰে পৰস্পৰে আলিংগন কৰি নতুন বছৰৰ প্ৰথম দিনটোক আদৰণি জনোৱা হ'ল। এইবাৰ উপৰাজ্যপাল গৱাকীয়ে বিশেষ কাৰ্যসূচী লৈ আলং ভ্ৰমণলৈ যোৱা নাছিল। আলঙৰ মনোৰম পৰিৱেশ তেখেতক ধৰাকৈ আকৰ্ষিত কৰাত তাতে নতুন বছৰৰ নতুন দিনটো উদ্‌যাপন কৰি সকলোকে আনন্দিত উৎফুল্লিত কৰি লগতে ৰাজ্যপাল হিচাবে তেখেতৰ নিজৰ কামো কৰি ইটানগৰলৈ উলটিল।

৫-১-৭৮ তাৰিখৰ এটা ভালখবৰ যেনেদৰে টুকি ৰখা হৈছিল সেইদৰেই উদ্ধৃত কৰিলোঁ। 'The following temporary posts of headmaster have been created vide No. ED. 3 / 7 / 76–II(P) dt. 23rd. Dec'77 under the Scale of Pay of Rs 650 – 30 – 740 – 35 – 810 – ED – 35 – 35 – 880 – 40 – 1000 – ED – 40 – 1200/P.M. from the dates of filling up the posts and till end of February, 1978. The expenditure is debitable to the Major Head of Account "277" B. 2 (2) (1)– Govt.

Sec. School B. 2 (2) (1) (1) – Salaries (Plan)

| | | |
|---|---|---|
| 1. Subansiri– | Nyapin– | 1 (one) |
| 2. Siang – | Rumgong– | 1 (one) |
| 3. Pasighat– | Pangin | 1 (one) |
| 4. Lohit– | Mahadevpur | 1 (one) |
| 5. Debong Valley– | 1. Anini | 1 (one) |
| | 2. Dambuk | 1 (one) |
| 6. Tirap– | 1. Nampong | 1 (one) |
| | 2. Miao | 1 (one) |

**Total = 8 posts and 10 (ten) Posts of GTs** (Graduate Teachers) against (√ ) marked School– 2 each.

১৮-১-৭৮ তাৰিখে D.C. চাহাবৰ কাৰ্যালয়ত আগন্তুক গণৰাজ্য দিবস উদ্‌যাপনৰ কাৰ্যসূচী তৈয়াৰ কৰিবলৈ সকলো বিভাগ-অনুষ্ঠান-প্ৰতিষ্ঠানৰ মুৰব্বীসকলক লৈ এখন জৰুৰী সভা অনুষ্ঠিত হয়। যাৰ ভাগত যি দায়িত্ব অৰ্পণ কৰা হৈছিল সেইমতেই যাতে সকলো চৰকাৰী কাৰ্য সুকলমে পালন কৰা হয় তাৰবাবে অনুৰোধ জনাই একাপ চাহেৰে সকলোকে আপ্যায়িত কৰি ডি. চি. চাহাবে সকলোকে বিদায় দিলে। এনেবোৰ দিবসৰ চৰকাৰী কাৰ্যসূচীত একো বিশেষ নতুনত্ব নাথাকে। পাৰ

হৈ যোৱা বছৰৰ দৰেই প্ৰভাত ফেৰী, আনুষ্ঠানিক পতাকা উত্তোলন, খেলা-ধুলাৰ আয়োজন. ডকুমেণ্টৰী ফিল্ম শ্ব', গধূলিলৈ বন্তি প্ৰজ্বলন আদিৰেই সাধাৰণতে দিনটো বিদায় দিয়া হয়। অৱশ্যে প্ৰদৰ্শনীখন এই দিৱসৰ এটা মূল অংগ।

এই মাহত আকৌ এবাৰ ২১-১-৭৮ তাৰিখৰ পৰা ২৫-১-৭৮ লৈ দৈমুখ (আলচতে দুই মুখ, কিন্তু অপভ্ৰংশ হৈয়ে দৈ মুখ হ'ল) ত Five days Programme for Supervisory Staff and Hds. of Schools under UNICEF Assisted Training Programme ৰ বাবে এটা পাঁচদিনীয়া কেম্পলৈ আমাকো মাতি পঠোৱাত তালৈকো গৈ যোগদান কৰিলোঁগৈ। এই কেম্পত বিশেষভাবে জানিবলগীয়া, গ্ৰহণ কৰিবলগীয়া, অথবা বিশেষভাবে অনুকৰণ কৰিবলগীয়া তেনেকুৱা বিষয় চকুত নপৰিল। অন্যসকলে কিদৰে ভাবিছিল নাজানো। মোৰ কিন্তু কথাবোৰ চৰ্বিত-চৰ্বণ যেনহে লাগিল। এইটোও হ'ব পাৰে যে মাত্ৰ কেইদিনমান (প্ৰায় এমাহ) ৰ আগতে চাংলাঙত বিস্তৃতভাবে হোৱা আলোচনাবোৰৰ পিছত হয়তো ইয়াত নতুনত্ব দেখা নাপালোঁ। তথাপিও তাত পাঁচদিন সম্পূৰ্ণ কৰিহে আলঙলৈ উলটিলোঁ। চাংলাঙ আৰু ইয়ালৈ মোৰ পৰিবাৰ বুলু মোৰ লগত যোৱা নাছিল। তেওঁ অকলে অকলে আলঙতে থাকিলে।

বাছাৰৰ পৰীক্ষা চেণ্টাৰটো মহেই recommend কৰি পুনৰ আৰম্ভ কৰিবলৈ লিখিছিলোঁ বুলি আগতেই উল্লেখ কৰিছিলোঁ। এইবাৰ তালৈ মোকে পঠালে পৰীক্ষা পাতিবলৈ। All India Secondary Examination, 1978. Centre No. 329: BASAR. C.B.S.E. ৰ পৰা (New Delhi) তলত দিয়া ধৰণে পৰীক্ষাৰ বহী আদি Centre 329 লৈ পঠালে ঃ-

(a) Answer Books from No. 275001 to 275800
(b) Continuation Sheets (Supplimentary ans./Books) = 800
(c) Absentees Roll Nos- 118170, 118178
118180, 118188
118189, 118191
118260, 118262

পৰীক্ষা পৰিচালনা কৰিবলৈ যিখিনি বস্তুৰ প্ৰয়োজন হয় সেই সকলোবোৰ কিনি-কুটি Voucher dt. আদি সকলো নিয়াৰিকৈ ৰাখি, invigilator আদি appoint কৰি 2.3.78 ৰ পৰা Programme মতে পৰীক্ষা আৰম্ভ কৰি 16.3.78 তাৰিখে শেষৰ দিনা পৰীক্ষা সমাপ্ত কৰি আলঙলৈ উলটিলোঁ। সেই যি বন্ধ হৈ থকা বাছাৰ চেণ্টাৰ পুনৰ আৰম্ভ হ'ল, এতিয়ালৈকে নিৰ্বিঘ্নে চলি আছে।

লেফ্‌টেনেণ্ট গৱৰ্ণৰ কে. এ. ৰাজা চাহাব ছীফ্ ছেক্ৰেটাৰী আই. পি. গুপ্তৰে

সৈতে আকৌ এবাৰ আলঙলৈ আহি'ব বুলি খবৰ অহাত ২৮-৩-৭৮ তাৰিখেৰ বজাত ডি.চি. চাহাবৰ অফিচতে এখন মিটিং আহ্বান কৰি Chalk out কৰি থোৱা এখন প্ৰগ্ৰাম সকলোকে পঢ়ি শুনাই সেইমতে সাজু হ'বলৈ সকলোকে সচেতন কৰি দিয়া হ'ল। প্ৰগ্ৰাম অনুসৰি ৪-৪-৭৮ ৰ পৰা ৬-৪-৭৮ লৈ L. G. আৰু ছীফ্‌চেক্ৰেটাৰী আলঙত থকাৰ কথা।

ইতিমধ্যে The Institutional Plan for 1978-79 along with a copy of the staff-position of government Higher Secondary School, Along has been handed over to Shri J.S. Tyagi, District education Officer, Siang District, Along by myself accompanied by Shri C.S.Jacob personally in his (D.E.O) office room on Ist. of April, 1978, with a request to discuss it at Itanagar with D.P.I.

ইয়াৰ পিছতে ৪-৪-৭৮ তাৰিখে মুখ্য সচিবসহ উপৰাজ্যপাল গৰাকী আগতে ঘোষণা কৰি থোৱা প্ৰগ্ৰাম মতেই আলং আহি পালেহি। সেইদিনা তেখেতৰ লগত সাংসদ তাদাক বাছাৰো আছিল। আলঙৰ দক্ষিণপাল মন্দিৰটোৰ সম্মুখত মানৱ-নিৰ্মিত ক্ষুদ্ৰ হ্ৰদটোৰ পাৰে পাৰে L.G. ৰ ওচৰে ওচৰে তাদাক বাছাৰৰ কাষতে মইও একেশাৰীতে আছিলোঁ। বাছাৰে কথাই কথাই মৌলৈ আঙুলিয়াই L.G. ক ক'লে তেৰোঁ এসময়ত মোৰ ছাত্ৰ আছিল বুলি। কথাটো শুনি ধেমালিৰ সুৰেৰে এল জীয়ে মোক ক'লে, 'চাবা, সাৱধান হ'বা- তোমাৰ ছাত্ৰবোৰক এওঁৰ নিচিনা পলিটিকেল লীডাৰ নবনাবা।' তেখেতৰ কথা শুনি বাছাৰে হাঁহিলে, মইও হাহিলোঁ। বেচেৰা তাদাক বাছাৰ নিচেই কম বয়সতে ঢুকাই থাকিল। উপৰাজ্যপালগৰাকীয়ে তেওঁক বৰ ভাল পাইছিল বাবেই তেনেকৈ ধেমালি কৰিছিল। উপৰাজ্যপালগৰাকী মুখ্য সচিব, ব্যক্তিগত সচিব টি. খাউণ্ড আদিৰে সৈতে কাম্বাং বস্তিলৈ গৈ ৫ আৰু ৬ এপ্ৰিল তাৰিখে মপিন উৎসৱত যোগদান আৰু অন্যান্য কাম সম্পূৰ্ণ কৰি ৭তাৰিখে পুৱাৰ জলপান গ্ৰহণ কৰি আলং এৰি গ'ল। মই আলঙত থকা সময়ছোৱাত তেখেতৰ এইটো অন্তিম ভিজিট আছিল।

২৫-৪-৭৮ ৰ কথা। আনদিনৰ দৰেই মই ৰাতিপুৱা চাহ-জলপান খাই সোনকালে ওলাই গৈ স্কুলৰ অফিচত বহিলোঁগৈ। ক্ষন্তেক পিছতে অফিচৰ পিয়নজনে ডাকঘৰৰ পৰা অনা চিঠি-পত্ৰবোৰ চাবৰ কাৰণে মোৰ টেবুলত থ'লেহি। চিঠিবোৰ খুলি এখন এখনকৈ পঢ়ি যাওঁতে মাজতে এখন চিঠি পঢ়িবলৈ লৈ নিচেই ওপৰত দেখিলোঁ। IMMEDIATE. তাৰ তলত UNDER POSTAL CERTIFICATE-দুয়োটা underlined কৰা। তলৰছোৱা নৌ-পঢ়োতেই লাগিল ভয়- ক'ত বা কাৰ কি জগৰ লগালোঁ! চকুদুটা মুদি এক মুহূৰ্ত চিন্তা কৰি ভাবিলোঁ— নাই, ভয় খাবলৈ কিটো

আছে। মইতো জানি-বুজি কাৰো একো অনিষ্ট কৰা নাই; ঠগ-প্ৰবঞ্চনা কৰা নাই। সকলোৰে লগত মিলা-প্ৰীতিৰে থাকিবলৈকে যত্ন কৰোঁ। সন্দেহ হোৱাত চিঠিখনৰ ওপৰৰ ঠিকনাটো চাই দেখো হয় মোৰেই চিঠি। Address টোত লিখিছে Shri A.P. Borthakur, Headmaster, Govt. Higher Secondary School, Along, Siang District, Arunachal Pradesh. Address টোৰ কাষত পথালিয়ে ষ্টাম্প মৰা আছে ৰাম নৰায়ণ শৰ্মা (হিন্দীত)। তাৰ তলতে ইংৰাজীৰে চহীটো R.N. Sharma, Section Officer. তাৰ তলৰখিনি পঢ়িব নোৱাৰি অস্পষ্ট। আকৌ খুলি চালোঁ। নম্বৰ দিয়া আছে– NO. F.I.– 12/78-Sch.5, Government of India, Ministry of Education & S.W., Deptt. of Education, New Delhi, the April 15, 1978. বাওঁফালে আছে Girdhari Lal. Deputy Secretary Tele. No. 383789. মোকে সম্বোধি লিখিছে— Dear Shri Bothakur, I am very glad to inform you that you have been selected for a National Award for the year 1977. Please accept my sincere congratulatutions on your selection................ With best wishes, Yours Sincerely,তেখেতৰ চহীটো আৰু তলত ব্ৰেকেটৰ ভিতৰত নামটো— (Girdharli Lal)। চিঠিখন পঢ়ি বুজিলো আমাৰ ফালৰ ওপৰৰ কোনোৱাই নিশ্চয় মোৰ নামটো পঠাইছে। নহ'লে দিল্লীৰ গিৰধাৰীলাল নামৰ ব্যক্তিজনে কেনেকৈ পালে। যি কি নহওক, চিঠিখন পঢ়ি মনটো ভাল লাগিল। ভাত খাবলৈ যাওঁতে বুলুক দেখুৱাবলৈ লৈ গ'লোঁ।

এদিন আমি আলং স্কুলৰ সমূহ ছাত্ৰ-ছাত্ৰী শিক্ষক-শিক্ষয়িত্ৰী একেলগে আলংচহৰৰ নাতিদূৰত 'পাকাম' নামৰ এখন বস্তিত গাঁওবাসীসকলৰ সহযোগিতাৰে সমাজসেৱাৰ কামত ধৰিলোঁ। আমাৰ স্কুলত সেইগাঁৱৰ কেইগৰাকীমান ছাত্ৰ-ছাত্ৰী পঢ়ে। তেওঁলোকৰ যোগেদিয়ে আগতীয়াকৈ গাঁওবাসীলৈ খবৰ পঠোৱা হৈছিল। গাঁৱৰ মানুহবোৰ আমাক দেখি বৰ আনন্দিত হ'ল আৰু ৰংমনেৰে গাঁওখনৰ প্ৰত্যেকঘৰ মানুহৰ বাহিৰ-ভিতৰ চাংতল আদি সাৰি-পুচি জাবৰ-জোঁঠৰবোৰ দূৰত গোটাই-পিটাই জুই দি পুৰি পেলোৱাত পূৰ্ণ সহযোগিতা আগবঢ়ালে। এবেলা পূৰা এইদৰে সমূহীয়া কাম কৰি তেওঁলোকৰ আতিথ্য গ্ৰহণ কৰাৰ পিছত আমি গাঁওখনৰ পৰা বিদায় ল'লোঁ। বিদায়ৰ সময়ত তেওঁলোকে আমাক ধন্যবাদ জনালে। ওলোটাই আমিও তেওঁলোকক ধন্যবাদ জনাই চৌদিশে পৰিষ্কাৰ হৈ পৰা গাঁওখন এৰি আহিলোঁ। গাঁৱৰ জীৱন বৰ সৰল, বৰ মধুৰ। তাত কোনো কৃত্ৰিমতা নাই। ঈৰ্ষা-হিংসা নাই।

এতিয়া এজন বিদেশী ভ্ৰমণকাৰীৰ কথালৈ আহোঁ। খবৰ আহিল২৭-৪-৭৮

তাৰিখে। General Saiyud Kerdphol, Chief of Army of Thailand accompanied with Shri N.F. Suntook, Director R and A.W, cabinet Secretariate and Chief Secretary, Arunachal Pradesh will visit along on 29th. April, 1978 and shall leave on 30-4-78. এই বিশিষ্ট ভ্ৰমণকাৰী অতিথিগৰাকীক আমাৰ স্কুলখন দেখুৱাবলৈকো লৈ অনা হ'ল। স্কুলখন চাই তেখেতে বৰ সন্তোষ প্ৰকাশ কৰিলে। ইটো-সিটো দেখুৱাই ইফালে-সিফালে লৈ ফুৰাওঁতে মই ভাবিলোঁ- এই ছেগতে আমাৰ চীফ্ চেক্ৰেটাৰীগৰাকীক মোক নেচনেল এবাৰ্ড দিওৱাৰ কাৰণে ধন্যবাদ এটা দি চাওঁচোন, কি কয়। তেখেতক ধন্যবাদটো দিওঁতে তেখেতে আকৌ মোক ক'লে— এহ! You deseve it Mr. Borthakur ! মই মনে মনে থাকিলোঁ। পিছদিনা অতিথিসকল আলং এৰি গ'লগৈ।

আলঙৰ ৰাম-কৃষ্ণ মিছনৰ স্বামী গৌতমানন্দজীৰ সৈতে মোৰ কিছু সম্ভাৱ গঢ়ি উঠিছিল। এই বছৰটোৰ নতুন দিনটোত অৰ্থাৎ পাৰ হৈ যোৱা জানুৱাৰীৰ এক তাৰিখত মোৰ দিনলিপিৰ প্ৰথম পাতটোত ইংৰাজীতে এইদৰে লিখা আছিল The Lt. Governor, the Chief Sectary and the personal Secrtary of the Lt. governor were in Along Circuit House where all local officers met and wished a very happy New Year to one-another.

A visit was paid to Rama-Krishna Mission school where the holy Birth Day of Mother Sarda Devi was clebrated with great devotion and solemnity. Special Prayers were held on the accasion and a meeting under the Presidentship of Mrs. Neelam Sharma was organised. (এই গৰাকী মিছেছ্ নীলম শৰ্মা কোন আছিল পাহৰিলোঁ; আলঙৰ ডি.চি,এছ. চি. শৰ্মাৰ পৰিবাৰেই নেকি! নহ'বও পাৰে) দিনটোৰ বিষয়ে দিনলিপিৰ পাতটোত আছে— The day passed very peacefully.

ইয়াৰ পিছৰ দিনটোত অৰ্থাৎ দুই জানুৱাৰীৰ পৃষ্ঠাটোত আছে Went to R.K. Mission at about 10.30. Met Swami Gautamanandaji in his office and had a discussion about the All India Secondary and Higher Secondary Examination as desired by director of Public lustruction AP.

Swamiji expressed his difficulties holding the Centre in his School which was conveyed to D.P.I. by a w/t message sent in his name. Mention was also about his other request informing him that his son Alok could not be kept in the Mission as because the child might not get suitable diet there.

এইজন স্বামী গৌতমানন্দজী সময় পালে কাচিৎ আমাৰ চৰকাৰী বাসভৱনলৈকো আহিছিল। তেনেকৈ আহিব পাৰিলে মোৰ লগত কথা পাতি তেখেত প্ৰায় দুঘণ্টামান

আমাৰ ঘৰত বহিছিল। মই আগতেই কৈছোঁ, তেখেতৰ সৈতে মোৰ অলপ আত্মীয়তাৰ ভাব গঢ়ি উঠিছিল। সেই আপাহতে মই তেখেতক সুধি পেলালোঁ- 'স্বামী-জী, জীৱনৰ এই পথটোলৈ আপুনি কেনেকৈ আকৃষ্ট হ'ল।' তেখেতে সামান্য চিন্তা কৰি মোক ক'লে তেখেতৰ কিশোৰ কালত এজনী নিচেই কণমানি ছোৱালীয়ে তেখেতৰ লগ বৰকৈ লৈছিল আৰু তেখেতেও তাইক বৰ মৰম কৰিছিল। এবাৰ হঠাতে টান নৰিয়াত পৰি ছোৱালীজনী ঢুকাই থাকিল। ঘটনাটোৱে তেখেতৰ মনত সহিব নোৱাৰা আঘাত দিলে। তেখেতে মনত বৰ বেজাৰ পালে আৰু লাহে লাহে সাংসাৰিক জীৱনটোৰ প্ৰতি তেখেতৰ অনীহা জাগি উঠিল। বৈৰাগ্যৰ ভাবে মন ছানি ধৰিলে। ঘৰত সমূলি মন নবহাত ঘৰৰ লগত সম্পৰ্ক ছিঙি বৈৰাগ্য অৱলম্বন কৰিলে। স্বামীজী এজন অতি উচ্চমনৰ উচ্চ-শিক্ষিত ব্যক্তি। ক্ষন্তেক তেখেতৰ সান্নিধ্যত কটাব পাৰিলে মনত পৰম শান্তি পোৱা যায়।

পঢ়া-শুনা, খেল-ধেমালি, নাচ-গান, এন, চি. চি. বয় স্কাউট. গাৰ্লছ্-গাইড, আন্তঃজিলা টুৰ্ণামেণ্ট, ৰাষ্ট্ৰীয় পৰ্যায়ৰ টুৰ্ণামেণ্ট, স্কুল কো-অপাৰেটিভ, বিভিন্ন পৰীক্ষা, হোষ্টেল পৰিচালনা, সমাজসেৱা, ভাৰত দৰ্শন আদি সকলো কাম নিৰ্ধাৰিত সময়ত সুন্দৰকৈ সম্পাদিত হৈ থকাৰ ফলত কঁকাল ভাগি নিশকতীয়া হৈ পৰা স্কুলখন অতিকম দিনৰ ভিতৰতে ঠন ধৰি টনকিয়াল হৈ পৰিল। এইদৰে স্কুলখনৰ কথাকে চিন্তাকৰি সৰ্বক্ষণতে কামত ব্যস্ত থকাৰ ফলত বৈষয়িক দুখ-বেদনা আলৈ-আহুকালবোৰে ভাৰাক্ৰান্ত কৰি মনটোক গিলি পেলাব নোৱাৰা হ'ল। এইবোৰৰ মাজতে শান্তিৰ পথ বিচাৰি পাবলৈ চেষ্টা কৰিলো। ১৯৭৬ চনৰ ডিচেম্বৰ মাহৰ ১০ তাৰিখৰ পৰা ১৯৭৮ চনৰ মে' মাহৰ ১৬ তাৰিখলৈকে এই এবছৰ পাঁচ মাহ আঠদিন মোৰ চাকৰি জীৱনৰ অতি ব্যস্ততাপূৰ্ণ এটা অধ্যায় আলঙত পাৰ হ'ল। পাৰ হ'ল বুলি এই কাৰণেই ধৰি লৈছোঁ যে মোৰ আকৌ বদলিৰ নিৰ্দেশ আহিল। এইবাৰ আলঙৰ পৰা প্ৰায় ২৭৫ কি.মি. দূৰত্বত অৱস্থিত সোৱণশিৰি জিলাৰ সদৰ ঠাই দাপৰিজোলৈ।

## (এঘাৰ)

দাপৰিজো এসময়ত অতি দুৰ্গম ঠাই আছিল। চাকৰিয়ালসকলৰ কাৰোবাক তালৈ বদলি কৰিলে শাস্তি প্ৰদান কৰিবলৈ বদলি কৰা বুলিহে মানুহে কোৱা শুনিছিলোঁ। মোকো তালৈ সেই উদ্দেশ্যেৰেই বদলিৰ নিৰ্দেশ দিলে নেকি? অৰুণাচলৰ য'লৈকে পঠাওক মই অৱশ্যে যাবলৈ সাজু আছিলোঁ। মাত্ৰ এবাৰ কামেং জিলাৰ টোবাঙলৈ বদলি কৰোতে সেই সময়ৰ এবাৰ নোৱাৰা পৰিস্থিতিয়ে বদলিৰ নিৰ্দেশ স্থগিতকৰণৰ বাবে কৰ্তৃপক্ষক অনুৰোধ জনাবলৈ বাধ্য কৰিছিল। এই বিষয়ে খুন্ছাৰ প্ৰসঙ্গত উল্লেখ কৰা হৈছে। দাপৰিজোলৈ যাবলৈ এতিয়া অৱশ্যে আগতকৈ বাট-পথ অনেক উন্নত হৈছে। তথাপিও ঠাইখন প্ৰায় সকলো ক্ষেত্ৰতে অৰুণাচলৰ আনবোৰ ঠাইৰ তুলনাত বহুত পিছপৰা। অৱশ্যে মানুহে তালৈ যাবলৈ ভয় কৰাৰ একমাত্ৰ কাৰণ সেইটো নহয়। আমিবোৰনো কিমান উন্নত ঠাইৰ মানুহ? আচল কথাটো হৈছে সেই অঞ্চলটো অতি দুঃসাহসিক টাগিনসকলৰ বাসস্থান। তেওঁলোক দুৰ্দান্ত-উগ্ৰ-জংগী মানুহ বুলি আচিৰমূড়িত হোৱা ভয়ানক হত্যা-কাণ্ডটোৱে সেইসময়ৰ পৰা মানুহৰ মনত তেওঁলোক সঁচাকৈয়ে তেনেকুৱা বুলি এটা ভয়-শংকাৰ ভাব সুমুৱাই দিলে। এতিয়াও অনেক লোকে তেওঁলোকক তেনে স্বভাৱৰ মানুহ বুলিয়েই ভাবে। এই বিষয়ে অধিক জানিবলৈ আগ্ৰহ থকা পাঠকে মাদাম ইন্দিৰা মিৰি (অৰুণাচলৰ প্ৰথম গৰাকী শিক্ষা সঞ্চালিকা) ৰ 'মই আৰু নেফা' নামৰ গ্ৰন্থখন পঢ়ি চাব পাৰে। এতিয়া মোক তালৈকে বদলিৰ নিৰ্দেশ দিয়াত মানুহেও চাগৈ নিশ্চয় চৰকাৰে মোক  কিবা অপকৰ্ম কৰাৰ বাবে শাস্তি বিহাৰ উপায় উলিয়ালে বুলি ভাবিব। কথাটোৱে মোৰ মনতো বৰকৈ খুন্দিয়াই থাকিবলৈ ধৰিলে। যেয়ে দেখে সেয়ে মোৰ কামবোৰ শলাগি থকাৰ ফল কি এইটোৱেই হ'ল? দূৰ্গম ঠাই দাপৰিজোলৈ বদলি! আকৌ মই নিজৰ কথাবোৰ চিন্তা কৰিবলৈ ধৰিলোঁ। মই নিশ্চয় ক'ৰবাত কিবা ভুল কৰি আহিছোঁ। মনটো মোৰ আকৌ আলঙলৈ ঘূৰি গৈ তাৰ ডেপুটি কমিছনাৰ এছ.চি. শৰ্মাৰ ওচৰ পালেগৈ।

অৰুণাচলৰ শিক্ষা-বিভাগ আৰম্ভ কৰা দিনৰে পৰা আমি শিক্ষক হৈ একেৰাহে ত্ৰিশ্-একত্ৰিশ বছৰে আন্তৰিকতাৰে জনসেৱা কৰি আহিছোঁ। লগতে পঢ়া-শুনাও কৰি নিজৰ যোগ্যতা বঢ়াবলৈ অহোপুৰুষাৰ্থ কৰি আহিছোঁ। তথাপিও চাকৰিৰ পদোন্নতিৰ ক্ষেত্ৰত আমিহে পিছ পৰি ৰওঁ। এই অঞ্চললৈ পিছত, বহুত পিছত বাহিৰৰ পৰা অহাবোৰকহে আগে-ভাগে পদোন্নতি দি ওপৰলৈ তুলি নি থাকে। C.B.S.E. ৰ

অধীনৰ A.I.S, A.I.H.S. ফাইনেল পৰীক্ষাবোৰত এটিও ছাত্ৰ-ছাত্ৰীক সফলতাৰ মুখ দেখুৱাব নোৱাৰা হেড্‌মাষ্টৰ একোজনো পদোন্নতিৰ জখলাত উঠি ওপৰলৈ গৈ থাকে। এনেধৰণৰ কাণ্ডবোৰ নিজ চকুৰে দেখিও নীৰৱে থাকিব নোৱাৰি আলঙত থাকোতে ডেপুটি কমিছনাৰৰ যোগেদি এখন নিবেদন (representation) মই অৰুণাচলৰ উপৰাজ্যপাললৈ প্ৰেৰণ কৰিছিলোঁ। তাৰে এটা আগতীয়াকৈ কপি (Advanced Copy) ও পঠাইছিলোঁ। এতিয়া মনতে ভাবিছো দাপৰিজোলৈ বদলিৰ কাৰণ এইটোৱেই হ'ব চাগে।

আলঙৰ ডেপুটি কমিছনাৰ শৰ্মা মানুহজনৰ লগত মোৰ বেছ ভাল ভাব আছিল। তেখেতৰ লগত বা তলত কামকৰা বিষয়াবৰ্গক উৎসাহিত কৰি ৰাখিবলৈ আলঙত তেখেতে এটা 'অফিচাৰ্ছ ক্লাব' খুলিছিল। মাজে-সময়ে তাত আমি সকলোৱেই ডি.চি.ৰে সৈতে লগ লাগি এসাজ খাওঁ আৰু কিবা ভাল চলচ্চিত্ৰ থাকিলে উপভোগ কৰোঁ। খোৱা-বোৱাৰ পিছত শৰ্মা চাহাবৰ নিচেই কাষতে থিয় হৈ আনে নুশুনাকৈ মই মোৰ representation খন forward কৰিলে নেকি বুলি সোধোতে তেখেতে মোক ক'লে Advanced Copy পঠাই আপুনি বেয়া কাম কৰিলে নহয়। ক'ববাত আনে শুনিব বুলি মই আৰু একো কথা নক'লোঁ; মনে মনে থাকিলোঁ। পিছত এয়া দাপৰিজোলৈ মোক বদলি কৰা নিৰ্দেশটোৰ গুৰিকথা সেইটোৱেই বুলি মোৰ মনত ধৰিলে। যি কি নহওক মনত এটা আঘাতৰ দাগ লৈ বুলু আৰু তেতিয়া আমাৰ লগতে থকা টিটো (বিভূতি) আৰু পিকুক লৈ আলং এৰি ১৭-৫-৭৮ তাৰিখে দাপৰিজো হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ হেড্‌মাষ্টৰ হিচাবে যোগদান কৰিলোঁগৈ। অবুজন মনৰ গধুৰ বোজাটো কিন্তু মনৰ বোকোচাতে উঠি গ'ল।

দাপৰিজোলৈ যোৱাৰ কথা কৈ আছোঁ হয়, পিছে আলঙৰ এইহেন মনোমুগ্ধকৰ শিক্ষানুষ্ঠানটি কাৰ হাতত তুলি থৈ গ'লোঁ, আমি যাবৰ সময়ত তাত যিসকলক লগপাই গৈছিলোঁ, যিসকলে আলং এৰি ওলাই যাবৰ সময়ত আমাক এবাৰ মধুৰ মাতেৰে বিদায় দিবলৈ আহিছিল, এইখিনি কথা নোকোৱাকৈ থ'লে মোৰ লেখা আধৰুৱা হৈয়ে থাকিব। এই প্ৰসঙ্গত প্ৰথমেই নাম লোৱা উচিত হ'ব আলঙৰ শাসনকৰ্তা জিলাধিপতি এছ. চি শৰ্মাৰ কথা। আমাৰ লগত নিবলগীয়া বয়-বস্তুবোৰ গাড়ীত তোলাই যাবলৈ সাজু হওঁতেই তেখেতে আহি আমাৰ বাসগৃহৰ সন্মুখৰ বাৰাণ্ডাতে ক্ষন্তেক থিয় হৈ আমাৰ দীঘলীয়া যাত্ৰা শুভ হোৱাৰ কামনা কৰি বিদায় সম্ভাষণেৰে কৰমৰ্দন কৰি নিজৰ বঙলালৈ গ'লগৈ। ইতিমধ্যে বদলিৰ নিৰ্দেশটো পাই আলঙৰ গণ্য-মান্য নাগৰিকসকলৰ ঘৰলৈ বুলুৰে-ময়ে নিজে গৈ বিদায় লৈ আহিলোঁ। যিসকলৰ ঘৰলৈ আমি আগতেও গৈছোঁ, এসাজ খাই আহিছোঁ, যিসকলে

আমাক একাপ চাহ আৰু জা-জলপানেৰে আপ্যায়িত কৰি পঠাইছিল সেইসকল সকলোৰে পৰা বুলুৱে মেয়ে ইতিমধ্যে গৈ বিদায় লৈ আহিছিলোঁ। এইসকলৰ ভিতৰত আমাৰ স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰীসকলৰ পৰিয়ালবৰ্গও আছিল।

আলং স্কুলখনৰ দায়িত্বভাৰ গ্ৰহণ কৰিবলৈ সম্পূৰ্ণ পদ-মৰ্যাদাৰে প্ৰিন্সিপাল হৈ আহিছিল সেইসময়ৰ অৰুণাচলৰ বিধানসভাৰ সচিবালয়ৰ সচিব এসময়ৰ প্ৰখ্যাত ফুটবল খেলুৱৈ ইন্দ্ৰজিৎ নামচুমৰ পত্নী, অৰুণাচলৰ খামতি জনজাতিৰ জীয়ৰী মিছেছ কে. নামচুম। তেওঁ মোৰপৰা স্কুলখনৰ দায়িত্বভাৰ চম্‌জি লোৱাৰ সময়ত বাৰে বাৰে মোক অনুৰোধ কৰিছিল— আলং হাইয়াৰ ছেকেণ্ডাৰী স্কুলতে থাকি যাবলৈ। তেওঁৰ স্বামীৰ চৰকাৰী পদ-মৰ্যাদাৰ প্ৰভাৱ খটুৱাই মোৰ বদলিৰ নিৰ্দেশটো স্থগিত কৰোৱাই আলঙতে তেওঁ মোক ৰাখিব পাৰিব বুলি মোক কথা দি তাতে থাকি যাবলৈ তেওঁমোক একপ্ৰকাৰ জোৰ কৰিছিল। কি ভাবি তেওঁ মোক এইদৰে টানি অনুৰোধ কৰিছিল- সেইটোহে মই বুজিব পৰা নাছিলোঁ। একেখন বিদ্যানুষ্ঠানতে এগৰাকী প্ৰিন্সিপাল আৰু সম্পূৰ্ণ পদ মৰ্যাদাৰে কাম কৰি থকা এজন প্ৰধান শিক্ষকক চৰকাৰে কেনেকৈ একেটা পদতে অধিষ্ঠিত কৰি ৰাখিব সেইটোৱেই মোৰ মগজুৱে ঢুকি পোৱা নাছিল। প্ৰিন্সিপালৰ দা-দৰমহা অৱশ্যেই হেড্‌মাষ্টৰতকৈ ওপৰ স্কেলত। তথাপিও দুজন মূৰব্বী একেখন বিদ্যালয়ত চৰকাৰে কেনেকৈনো ৰাখিব পাৰিব সেইটো মই বুজি পোৱা নাছিলোঁ। সকলো কথা খোলা-খুলিকৈ বুজাই কোৱা সত্বেও তেওঁ মোক অন্ততঃ তিনিমাহমানৰ কাৰণে হ'লেও থাকিবলৈ কৈছিল। যিখন স্কুল মূমূৰ্ষু অৱস্থাৰ পৰা দেহে-কেহে খাটি এজন মানুহে পূৰ্বৰ গৌৰৱোজ্জ্বল অৱস্থালৈ ঘূৰাই আনিলে তেওঁ কেনেকৈ আন এগৰাকী মূৰব্বীৰ অধীনত নিজকে খাপ খুৱাব ভাবিব নোৱাৰি বিনম্ৰতাৰে মই তেওঁৰ অনুৰোধ প্ৰত্যাখ্যান কৰিলোঁ। আনকি বয়সৰ ফালৰ পৰাও তেওঁ আমাৰ বৰজী প্ৰয়াত ডঃ কবিতা গোস্বামীৰ সমবয়সীয়া অথবা সৰু, তেনে। তেওঁৰ পৰা বিদায় লৈ এতিয়া আমি সঁচাকৈয়ে দাপৰিজোলৈ যাবলৈ ওলালোঁ।

গাড়ীখনত উঠিবৰ সময়ত আলং স্কুলৰ সকলো ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী আহি গাড়ীখনৰ ওচৰত থিয় হৈ আমাক বিদায় দিবলৈ ওলোৱাত বুলু আৰু মোৰ হিয়াত শোকে খুন্দা মাৰি ধৰিলে। চল্‌চলীয়া চকুৰে, থোকা-থুকি মাতেৰে সমবেত সকলোৰে পৰা বিদায় লৈ আমি মানে বুলু আৰু মই লগত পুত্ৰ টিটো আৰু অতি মৰমৰ পিকুৰ সৈতে আলং চিৰকাললৈ এৰি আহিলোঁ। উঃ! হৃদয়স্পৰ্শী কি বিচিত্ৰ জীৱন!

আলঙৰ পৰা দাপৰিজোলৈ যোৱা গোটেই পথছোৱা লানি নিছিগা ওখ-চাপৰ

পাহাৰৰ মাজেদি অকাই-পকাই গৈছে। গাড়ীৰে গ'লে এবাৰ সোঁফালে, এবাৰ বাঁওফালে, এইদৰে ঘূৰি ঘূৰি গৈ সোৱণশিৰি নৈৰ ওপৰৰ দলংখন পাৰ হ'লেই দাপৰিজো। আগতে এইছোৱা পথ অতিক্ৰম কৰিবলৈকে জীৱটো বুকুত বান্ধি যাব লগাত পৰিছিল। দুয়োফালে নিজান অৰণ্য। জিলীবোৰে জি-ই-ইং, জি ই-ইং কৰি দীঘলীয়া শব্দৰে মাতি থাকে। বাটত গাওঁ-ভূঁই তনেকৈ চকুত নপৰে। কিন্তু গিৰিমালাৰে আবৃত ডাঠ সেউজীয়া দৃশ্যৰ এই প্ৰাকৃতিক সৌন্দৰ্য কথাৰে, ভাষাৰে প্ৰকাশ কৰা টান। নিজ চকুৰে এবাৰ নেদেখিলে কেৱল বৰ্ণনাৰে মনৰ দৃশ্য-পটত আঁকিব নোৱাৰি। ফুটাই তুলিবও নোৱাৰি।

দাপৰিজোৰ মানুহবোৰ আনকি ল'ৰা-ছোৱালীবোৰো ওখ ওখ হটঙা-হটং, বেছ স্বাস্থ্যবান। সেইমতে সাহসী আৰু বেপৰোৱা স্বভাৱৰ, স্বাধীনচিতীয়া, কালৈকো ভয় নকৰে। বয়বস্তুৰে সৈতে আমি ট্ৰাকেৰে গৈ আমালৈ খালী কৰি থোৱা ঘৰটোৰ সন্মুখত নমাৰ লগে লগে ল'ৰা-ছোৱালীবোৰ থুপ খালেহি। ঘৰটোৰ সন্মুখতে ৰাস্তাটোৰ আনটো পাৰে মুখা-মুখিকৈ ছোৱালীহঁতৰ হোষ্টেলটো। মুখেৰে একো ক'বলৈ নৌ পাওঁতেই ল'ৰা-ছোৱালীবোৰে যেয়ে যি পাৰে যেনেকৈ পাৰে বস্তুবোৰ উঠাই ঘৰৰ ভিতৰত থ'লেগৈ। তেওঁলোকৰ লগতে আমাৰ টিটোৱেও কঢ়িয়াবলৈ লাগিল। তেওঁলোকে ধৰি ল'লে টিটো আমাৰ ঘৰত কাম কৰা ল'ৰা। পিকু লগত আছেই। অচিনাকি ঠাইত সিও একো আও-ভাও পোৱা নাই। মোৰ কোলাতে চেপেটা লাগিল। বস্তুবোৰ ভিতৰলৈ ভৰাই থাকোঁতেই সন্ধ্যা লাগিল। শিক্ষক-শিক্ষয়িত্ৰীসকলো ওচৰ চাপি আহিল। আমাক এঘৰলৈ মাতি নি চাহো খুৱালেগৈ। ৰাতি মাতি নি ভাতো খুৱালে। ঘৰটোৰ ভিতৰখনত দেখিলোঁ চুকে চুকে ভেকুলীবোৰ, এটা দুটা নহয়। প্ৰতিটো চুকতে এটাৰ পিঠিত আনটো কৰি তিনিকোণীয়াকৈ দ'ম দ'ম। হে ভগৱান! ক'ত সোমালোহি! আকৌ ভাবিলোঁ— আনবোৰ মানুহোতো আছে। অকল আমিয়ে কিবা দাপৰিজোলৈ আহিছোনেকি! পিছে আনবোৰৰ ঘৰবোৰৰ লগত এইটো ঘৰৰ এটা মৌলিক পাৰ্থক্য আছে। আনবোৰ ঘৰৰ সৰহ সংখ্যকেই কাঠৰ চাং দিয়া ঘৰ, এইটো কিন্তু পকা। হ'লে কি হ'ব-পিটনি পুতি সজা ঘৰত ভেকুলী নোসোমাই কি সোমাব? সাপ? আগতে বোলে সাপবোৰো সোমাইছিল। মূল পথৰ কাষত আৰু কেইটামান পকা ঘৰ অৱশ্যে আছে। কিন্তু তাত খালী ঘৰ এটাও নাই। সেইডোখৰ ঠাই ওখ আৰু তাত থকা ঘৰ কেইটাও পুৰণি পকীঘৰ। মজিয়াবোৰ মিহি, পিছল। গতিকে সেই ঘৰবোৰত ভেকুলীৰ উৎপাত কম । লগতে সাপৰো। তাৰে এটা ঘৰত মিঃ ভদেৰা, বৰ্তমানৰ হেড্‌মাষ্টৰ আছে। সেইটো বোলে এডুকেচনৰ ঘৰ নহয়। সেইবাবে ভদেৰাই খালী

কৰাৰ পিছত বেলেগ কামত লগাব। আমি এতিয়া সোমোৱা ঘৰটো সেইকেইটাৰ সৈতে একে টাইপৰ হ'লেও বেৰবোৰ চকলা-চকলকৈ বখলা-বখলে এৰাই গৈছে। অথচ এইটো ঘৰ নতুনকৈ সজা। এই পৰ্যন্ত কোনো থকা নাই। গা-ধোৱা ঘৰটোৰ তেনেই অৱস্থা নাই। তলখন শিলগুটি। এনেকৈনো মানুহ থাকিব পাৰেনে? নাথাকিতো উপায় নাই। ক'লৈ কাৰ ওচৰলৈ ঘৰ বিচাৰি যাম? তাতে সোমাই লৈ লাহে লাহে ঠিক কৰাই ল'ব লাগিব, মনতে ভাবিলোঁ।

এতিয়ালৈকে টিটো, পিকু দুয়োটাকে যেন পাহৰি আছিলোঁ। পিকু অৱশ্যে টিটোৰ লগতে ইফালে সিফালে ঘূৰা-ঘূৰি কৰি আছিলে। আহিল নহয় তাতকৈ ডাঙৰ এটা ক'ৰবাৰ পৰা। কাজিয়া কৰি পিকুক উৰাই-ঘূৰাই কামুৰিলে। ভয়তে সি বেচেৰা পেপুৱা লাগিল। টিটোৱেহে তাক ৰক্ষা কৰিলে। মুঠতে পিকুৰ এটা ভাল শিক্ষা হ'ল। দাপৰিজোৰ প্ৰথম শিক্ষা । এতিয়াৰ পৰা সি সাৱধান হ'ব চাগে।

পিছদিনা, প্ৰত্যুষতে উঠি গা-পা ধুই সোনকালে জা-জলপান খাই স্কুল, হোষ্টেল, বিজ্ঞানাগাৰ, সংলগ্ন হৈ থকা প্ৰাইমাৰী স্কুল, খেলা-ধূলাৰ সা-সুবিধাদি সকলোখিনি ঘূৰি-পকি নিজ চকুৰে চাই আহিবলৈ লগত অফিচৰ কেৰাণী আৰু দুই তিনিজন শিক্ষকক লৈ ওলাই গ'লোঁ। হেড্‌মাষ্টৰৰ বাবে নতুনকৈ সজাই থোৱা খালী ঘৰ (অৱস্থাটোৰ বিৱৰণ আগতে দি আহিছোঁ) টোৰ সন্মুখতে থকা ছোৱালীহঁতৰ হোষ্টেলটো ঘূৰি আহোঁতেও চাব পাৰিম বুলি এৰি গৈ প্ৰথম কাঠৰ চাঙৰ দীঘলীয়া স্কুলঘৰটো (সোমায়ে প্ৰথম কোঠাটো প্ৰধান শিক্ষক আৰু কেৰাণীজন বহা ঠাইখিনি এখন ফ্ৰেম লগোৱা পাৰ্টিশ্যানেৰে দুভাগ কৰা), তাৰ পিছত কাঠৰ বাৰাণ্ডাটোৰে আগবাঢ়ি গৈ এমূৰৰ লাইব্ৰেৰীৰ ৰূম, এটাৰ পিছত এটাকৈ ৰূম পাৰ হৈ গৈ কিছু দূৰত মূৰলৈ ল'ৰা হোষ্টেলটো (বেছ ডাঙৰ) জাবৰ-জোঁথৰ সিঁচৰতি হৈ চাব নোৱাৰা এটা পকীঘৰ। তাৰ পিছত ঘূৰি লৈ স্কুল আৰু হোষ্টেলৰ সন্মুখ ভাগ আবৰি থকা বেছ আহল-বহল খেল-পথাৰখন পাৰহৈ ফিজিক্স, কেমিষ্ট্ৰি, বায়োলজিৰ লেবৰেটৰিকেইটাৰ সৈতে বিজ্ঞানাগাৰটো আৰু তাৰ মূৰতে লগলগাকৈ স্কুলৰ এছেম্ব্লি হলটো। তাৰে কাষতে আছে প্ৰাইমেৰী শাখাটোৰ পকীঘৰটো। বিজ্ঞানগাৰটোৰে এটা কোণত স্কুলখনৰ বয়-বস্তু ৰখা এটা গুদাম ঘৰ নহয়, কোঠা। তাৰপৰা ঘূৰি মূলপথটোলৈ ওলালেই চকুত পৰে এখন ওখকৈ সজা তোৰণ। ওপৰত ডাঙৰ ডাঙৰ হৰফত আছে- GOVERNMENT HIGHER SECONDARY SCHOOL DAPORIJO কিন্তু অফিচৰ চিঠি-পত্ৰবোৰত লিখে Secondary School. নিশ্চয় তাত কিবা এটা গোপন ৰহস্য সোমাই আছিল, বিটো মই উদঘাটন কৰিবলৈ নহ'ল। ছেকেণ্ডাৰী আৰু হাইয়াৰ ছেকেণ্ডাৰীৰ যদিও এটা পৰ্বত প্ৰমাণ পাৰ্থক্য আছে তাত

মোৰ দৰে এজন হেড্‌মাষ্টৰৰ কি আহে কি যায়?

মে' মাহৰ বৰষুণৰ বতৰ পাই স্কুলৰ সন্মুখত থকা খেল-পথাৰখন বনগুটি আৰু অন্যান্য সৰু সৰু জোপোহা গছেৰে শুৱনি কৰি ৰাখিছিল বুলি লিখিলে শুৱাবনে হাবিয়নি হৈ অশুৱনি কৰি ৰাখিছিল বুলি বৰ্ণালে ভাল হ'ব পাঠকে নিজে বিচাৰ কৰি লওক। মুঠতে তাত ফুটবল খেলিব খুজিলে হয় হাফ পেণ্ট পিন্ধিব লাগিব নহয় ফুলপেণ্ট (লংপেণ্ট) পাইজামা পিন্ধি আঁঠু পাৰ কৰি কোঁচাই পিন্ধিব লাগিব। বোধহয় খেল-পথাৰখন অনেকদিন ব্যৱহৃত হোৱা নাছিল। স্কুলৰ গুদামঘৰটোত এটা নিচেই নতুন যেন লগা ল'ন মৱাৰো আঁউজাই থোৱা দেখিলোঁ। শিক্ষক কেইজনক সুধিলত ক'লে— 'সেইটো বেয়া হৈ আছে। কিনি আনিবৰ দিনাৰ পৰাই কামত অহা নাই।' অ' কি হ'ল বা! গুদামটোত আৰু এটা একেবাৰে নতুন বস্তু চকুত পৰিল। সেইটো যথেষ্ট মূল্যবান এটা অভাৰহেড্‌ প্ৰজেক্টৰ। কিহৰনো দোষত সেইটো ব্যৱহাৰ নকৰাকৈ পেলাই থ'বলগীয়া হৈছে সেই প্ৰশ্নৰ উত্তৰ কোনেও দিব নোৱাৰিলে, আনকি বিজ্ঞানৰ শিক্ষকজনেও। হেড্‌মাষ্টৰ ভদেৰা তেতিয়া ট্ৰেন্সফাৰ অৰ্ডাৰ লৈ প্ৰিপাৰেটৰি লীভত। সকলোফালে সকলোবোৰ চাই চাই আহি অৱশেষত ছোৱালীৰ হোষ্টেলটোত সোমালোঁহি। ছোৱালীহঁতে মজিয়াখন (পকা) সাৰি-পুচি বিছনা-পাটীবোৰ সুন্দৰকৈ পাৰি পৰিপাটিকৈ ৰখা দেখি ভাল লাগিল। ইতিমধ্যে আটাইৰে স্কুললৈ যোৱাৰ সময় হোৱাত ঘৰাঘৰি যোৱা হ'ল। মইও লাহেকৈ ঘৰত সোমাই চাহ একাপ খাই আকৌ স্কুল পালোঁগৈ। অফিচত সোমাই চকীখনত বহি কঁকালটো পোনাওঁতেই প্ৰথমে ৱাৰ্নিং বেল, তাৰ পিছত প্ৰাৰ্থনাৰ ঘণ্টা মৰাৰ লগে-লগেই এচেম্‌ব্লি হললৈ খোজ ললোঁ। লগত শিক্ষক-শিক্ষয়িত্ৰীসকল। ছাত্ৰ-ছাত্ৰীবোৰ আগতেই গৈ শাৰী পাতি থিয় দি অপেক্ষা কৰি আছিল। আলঙৰ স্কুল এচেম্‌ব্লিতকৈ এটা পাৰ্থক্য মন কৰিলোঁ— ইয়াত প্ৰতিটো শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীবোৰৰ মুখামুখিকৈ শ্ৰেণীটোৰ শাৰীটোৰ সন্মুখত শ্ৰেণীশিক্ষকজন থিয় হৈ Roll No.বোৰ কৈ কৈ উপস্থিতি লয়। অনুপস্থিত থকা অথবা পলমকৈ অহাবোৰক চিন দি শ্ৰেণীকোঠালৈ গৈ কৈফিয়ৎ লয়। ব্যৱস্থাটো বেয়া বুলিও ক'ব নোৱাৰি, খুউব ভাল বুলিও ক'ব নোৱাৰি। সৰহ-সংখ্যক ছাত্ৰ-ছাত্ৰী হ'লে সময় বেছি লগাৰ উপৰি এটা ক্লাছৰ ৰোল-কল কৰি থাকোঁতে অন্যবোৰ ক্লাছৰ ছাত্ৰ-ছাত্ৰীবোৰ অধৈৰ্য হৈ হুলস্থূল কৰি এচেম্‌ব্লিখনৰ গাম্ভীৰ্যত বাধা জন্মাব পাৰে। ৰোল কলৰ পিছত Thought for the day, Morning News আদি ছাত্ৰ-ছাত্ৰীৰ ফালৰ পৰাই দি সেইদিনাই সকলোৰে লগত মোক তাতে পৰিচয় কৰাই দিয়া হ'ল। ইতিমধ্যে সেইদিনাই মই কামত যোগদান কৰিলোঁৱেই। আনুষ্ঠানিকভাবে ভদেৰাৰ লগত চাৰ্জ

হেন্দিং অভাৰ-টেকিং অভাৰ তেওঁৰ Preparatory Leave ৰ অন্তত কৰা হ'ল আৰু সেইমতে যিসকলক জনাব লাগে জনাই দিয়া হ'ল। এদিন ৰাতি দুই-তিনিমান বজাত (হেনো) গাড়ীত বয়-বস্তু ভৰাই কাকো মাত নিদিয়াকৈ সপৰিয়ালে ভদেৰা দাপৰিজোৰ পৰা গ'লগৈ। কিয়নো এনেকৈ মাজৰাতিখন যাবলগীয়া হ'ল নাজানিলো। ৰে'ল ধৰিবও নালাগে, বাছ ধৰিবও নালাগে অথচ কিয় জানো এনেকৈ ওলাই গ'ল! তেওঁলোক যোৱাৰ আগতে আমাক এদিন তেওঁলোকৰ ঘৰত খাবলৈ মাতিছিল। দুয়োটা পৰিয়াল মিলি-জুলি বৰ আনন্দমনে খোৱা হ'ল। সেইবাৰ তেওঁলোকৰ ডাঙৰজনী ছোৱালী গীতাই CBSE ৰ অধীনত AIS Final পৰীক্ষা দিলে। তেওঁলোকৰ তিনিওটি ল'ৰা-ছোৱালীয়ে বৰ সুন্দৰ, বৰ মৰম লগা। ভদেৰাক আমি আগতেও খুন্ছাত পাইছিলোঁ।

দাপৰিজোৰ শাসনকৰ্তা এ. ডি. চি. মিঃ স্মিথ। খ্ৰীষ্টিয়ান ভদ্ৰলোক; গপ-অহংকাৰ খং-ৰাগ-মিছা ভেম একো নাই। সৰল মনৰ এজন বৰ বঢ়িয়া ভদ্ৰলোক। তেখেত আৰু তেখেতৰ সহকৰ্মী বিষয়াবৰ্গৰ সৈতে চা-চিনাকি হৈ বৰ ভাল লাগিল। এদিন সন্ধিয়া বুলুৰে সৈতে গৈ দাপৰিজোৰ তেতিয়াৰ এম. এল. এ. তাদাক দুলমৰ ঘৰতো মাত এষাৰ দি আহিলোঁগৈ। দুলমৰ পত্নীগৰাকী বৰ সাদৰী মহিলা। আমাক পাই এক প্ৰকাৰ জোৰ কৰিয়েই চাহ-তামোল খুৱাই পঠালে। লগতে জলপানো। মই তেতিয়া তামোল খাইছিলোঁ। অৰুণাচল এৰি অহাৰ পিছতহে তামোল খাবলৈ এৰিলোঁ।

দাপৰিজোত আমি থকাৰ সময়ৰ শিক্ষক-শিক্ষয়িত্ৰীসকল আছিল শোভা বৰপাত্ৰ গোহাঁই (পিছত গৈ প্ৰিন্সিপাল হৈ অৱসৰ গ্ৰহণ কৰি ঘৰ-দুৱাৰ সজাই এতিয়া মৰাণৰ আমাৰ ওচৰতে আছে)। তেখেতৰ স্বামী দেৱেন বৰপাত্ৰ গোহাঁই (পিছত ADEO হৈ অৱসৰ ল'লে), জ্যেষ্ঠ শিক্ষক এম. এম. দাস, তেখেত Georgaphy ত এম. এ; মিঃ ৰামা ৰাও, মিঃ এছ্ কে. মুখাৰ্জী বিজ্ঞান শিক্ষক, মিঃ এ.কে. অধিকাৰী, এছ্. চি. কৰ্মকাৰ, মিঃ ঘোষ; মিঃ আৰু মিচেছ শৰ্মা, এছ্. এছ্. ড্ৰল, এছ্, এন ঈশ্বৰ; মিঃ বেজবৰুৱা আৰু পি. এন সিং। এইসকলৰ ভিতৰত কেবাজনো পুৰণা বেছ্ অভিজ্ঞ শিক্ষক-শিক্ষয়িত্ৰী আছিল যিসকলৰ পিছলৈ পদোন্নতিও হৈছিল। তাতে থকা মোৰ লগত এসময়ত তেজুত একেলগে কাম কৰা অতি পুৰণা শিক্ষক ৰাজেন দলৈৰ এদিন ৰাতি সাপে খুটিলেনে কি হ'ল, মই দাপেৰিজোলৈ যোৱাৰ আগতেই নিজে থকা কাঠৰ চাং ঘৰটোতে মৃত্যু হ'ল। কথাটো শুনি মই আৰু বুলু শোকত খ্ৰিয়মান হলোঁ। এইদৰে আৰু আন এজন পুৰণা শিক্ষক সোৱণশিৰি জিলাৰ অতি ভিতৰুৱা পাহাৰী গাওঁ এখনত ঘৰৰ মানুহ কাকো দেখিবলৈ নোপোৱাকৈ অতি

অনাদৰত মৃত্যু মুখত পৰে। এইবোৰ অতি কৰুণ কাহিনী। এইজন শিক্ষকৰ কথা জিৰ' স্কুলৰ প্ৰসঙ্গত আগতে এবাৰ উল্লেখ কৰিছোঁ যেন লাগিছে।

দাপৰিজোত চাকৰিয়ালৰ সংখ্যা এনেয়েও কম। তাৰ ভিতৰতে অসমীয়া মানুহৰ সংখ্যা আঙুলিৰ মূৰত গণিব পৰা। এসময়ত তেজুত মোৰে সৈতে একেলগে কামকৰা তৰুণ চন্দ্ৰ বৰা (প্ৰথম আহোতে নিচেই ল'ৰামতীয়া, নিজৰ চেষ্টাতে এম. এ. কৰি ইয়াত দাপৰিজোত থাকোঁতে এ. ডি. ই.অ. হৈ আছিল। আমাক দেখোন বৰ শ্ৰদ্ধা কৰিছিল। অৰুণাচলৰ এম্ পি চৌখামন গোঁহাইদেৱৰ জীৱনী ৰচোঁতা বৰা ইংৰাজীত বৰ চোকা আছিল), তেওঁৰ পৰিবাৰ বৰাণীও নামকৰা শিক্ষয়িত্ৰী। বৰাৰ পৰিয়ালটোৰ উপৰি দাপৰিজো Craft-centre ত কামকৰা মিঃ শইকীয়াৰ ( পূৰা নামটো মনলৈ আনিব পৰা নাই) লগতো আমাৰ বেছ সম্ভাৱ গঢ়ি উঠিছিল। মই স্কুলখনৰ দৰকাৰতে শইকীয়াৰ ওচৰলৈ মাজে মাজে গৈ আছিলোঁ।

দাপৰিজো আহি পোৱাৰ পিছদিনা পুৱাতে স্কুলখন চাৰিওফালে ঘূৰি-পকি ছোৱালীহঁতৰ হোষ্টেলটোৰ বাহিৰে বাকীবোৰ ঘৰ-দুৱাৰ খেলপথাৰ আদি কেনে অৱস্থাত দেখা পাইছিলোঁ তাৰ এটা চমু বিৱৰণ দিয়া হৈছিল। পৰিবেশটো উন্নত কৰি তুলিবৰ কাৰণে এদিন ল'ৰাৰ হোষ্টেলতে তেওঁলোকৰ লগত এখন মিটিং পাতি পিছৰ শনিবাৰটোতে সিদ্ধান্ত লৈ সেই অনুযায়ী কামত হাত দিয়া হ'ল। ল'ৰাহঁতে নিজে পাল পাতি দুই-তিনিজনে মিলি ভাত ৰান্ধি সকলোকে খুৱায় নিজেও খায়। পিছে বাচন-বৰ্তনবোৰ ধুই-পখালি চাফা নকৰেতো নকৰেই, নিজে খোৱা কাঁহী-বাটিযোৰ, খাবলৈ আৰু মুখ ধুবলৈ পানীলোৱা মগটো নোধোৱা-নেমেলাকৈ তেনেদৰেই য'তে-ত'তে মাটিয়ে-বালিয়ে আকৌ ভাত খোৱাৰ সময় নোহোৱালৈকে লেতেৰা-পেতেৰাকৈ পেলাই থৈ দিয়ে। তাতোকৈ বেছি বেয়া কথাটো হৈছে — ৰন্ধা ভাতবোৰ য'তে ত'তে পেলোৱাত চাৰিওফালে গেলি-পচি দুৰ্গন্ধ ওলায়। কাঁহীত এৰা ভাতখিনি দলিমাৰি পেলাই বহুত বহুত ভাত এনেয়ে নষ্ট কৰে। ল'ৰাহঁতক সৎসাহসেৰে বুজাই কামত লগাবলৈ কোনেও আগবাঢ়ি নাযায়। মই তেওঁলোকৰ লগত এঘণ্টামান বহি প্ৰথমে আমেৰিকাৰ নিগ্ৰোসকল দাসত্বৰ পৰা মুক্তি পোৱাৰ কথা কৈ তেওঁলোকৰ এজন ল'ৰা ব্ৰুকাৰ টি ৱাশ্বিংটনৰ অবিশ্বাস্য দুখৰ কাহিনী, পঢ়ি থাকোতে হোষ্টেলত আনবোৰ ল'ৰাৰ খোৱা-বাচন ধুই কেনেকৈ নিজৰ থকা-খোৱাৰ খৰচ উলিয়াই পৰিষ্কাৰ হৈ থাকি স্কুলত পঢ়িছিল সেই কাহিনীটো কৈ লগতে একো একোজন ভাৰতীয়ই প্ৰতি সাজতে দহগ্ৰাম মাত্ৰ পকোৱা খাদ্য নষ্ট কৰিলে পঞ্চাছ কোটি (তেতিয়া ভাৰতৰ জনসংখ্যা ৫০ কোটি

পাৰেই হৈছিল বোধহয়— পাহৰিলোঁ) ভাৰতীয়ই এসাজতে কিমান খাদ্য বস্তু নষ্ট কৰিব, দুসাজত অৰ্থাৎ দিনটোৰ ভিতৰত কিমান নষ্ট কৰিব আৰু সেইদৰে নষ্ট কৰা বৃহৎ পৰিমাণৰ খাদ্য দ্ৰব্যৰ মূল্য প্ৰতি কুইন্টলে এশটকাকৈ ধৰিলেও কিমান টকা পানীত পেলোৱাৰ দৰে লোকচান হ'ব সেইবোৰ কথা ভালকৈ বুজাই চাফাই কামত লাগি যাবলৈ কোৱাত, মই তেওঁলোকৰ লগতে হাত উজান দিয়াত একেদিনাই পুৰণা জধলা ঘৰটো, তাৰ চৌদিশে বেৰি থকা ঠাইখিনিৰ মুখলৈ যেন হাঁহি বিৰিঙি উঠিল। সেই একেদৰে অন্য এদিন গোটেই স্কুলৰ ছাত্ৰ-ছাত্ৰী শিক্ষক-শিক্ষয়িত্ৰী সকলো মিলি স্কুল চৌহদৰ ভিতৰতে বাহিৰে সকলোখিনি চাফ্ কৰি জাবৰ-জোঁঠৰ গোটেইবোৰ একোডোখৰ নিৰ্বাচিত ঠাইত গোটাই জুই লগাই পুৰি পেলোৱা হ'ল। ক'তা, কাম কৰিবলৈ কোনেও এলাহ নকৰিলে, আপত্তি নকৰিলে। কাম কৰি থাকোঁতে হঠাতে সিদিনা দেখা লন-মৱাৰটোলৈ মোৰ মনত পৰিল। চকীদাৰক পঠাই গুদামৰ দুৱাৰ খোলাই কামত নাহে বুলি এনেয়ে পেলাই থৈ দিয়া মেচিনটো ৰেঞ্চ লগাই খুলি-মেলি আকৌ লগাই দেখিলোঁ বেছ বঢ়িয়াকৈ ঘাঁহ কাটে। ল'ৰাহঁতৰ আনন্দৰ সীমা নোহোৱা হ'ল। কেবাদিনো লাগি হাতে-পাতে ধৰি মেচিনটো চলাই চলাই খেল পথাৰখন মুকলিকৈ উলিয়াই নিয়মিতভাৱে খেলাধূলা কৰিবলৈ ল'লে।

অভাৰহেড্ প্ৰজেক্টৰটোৰ মহিমা মই একো নুবুজোঁ। Audio-Visual Training ল'বলৈ যাওঁতে 16 m.m. Film Projector, Overhead Projector আদিবোৰ কিদৰে শিক্ষণ সঁজুলি হিচাবে ব্যৱহাৰ কৰিব পাৰি সেইটো দেখুৱাই দিছিল। কিন্তু তেনে এটা মেচিন কেনেবাকৈ বেয়াহ'লে কেনেকৈ ভাল কৰিব লাগিব, সেইফেৰা বিদ্যাদান আমাক দিয়া হোৱা নাছিল। গতিকে আমাৰ নিচিনাবোৰ 'আছে গৰু নাবায় হাল, থকাতকৈ নথকাই ভাল' বিধৰ গুণীলোক। আমাৰ টিটো, মানে সৰু পুত্ৰ বিভূতিয়ে এদিন মোক ক'লে, 'দেউতা অভাৰহেড্ প্ৰজেক্টৰটো মোক এবাৰ চুই চাবলৈ দিবানে?' তেওঁৰ কথা শুনি মই মনতে ভাবিলোঁ— মেচিনটো আটাইবোৰেচোন বেয়া বুলিয়েই কৈছে। তেনেহ'লে ল'ৰাটোক এবাৰ লিৰিকি-বিদাৰি চাবলৈ দিলেনো কি মহাভাৰতখন অশুদ্ধ হ'ব? তেওঁ সেইবাৰ গুৱাহাটীৰ চেণ্ট্ৰেল স্কুলৰ পৰা AIS (মেট্ৰিক) পৰীক্ষা C.B.S.E.ৰ অধীনত দি গৈছিল। গুৱাহাটী চেণ্ট্ৰেল স্কুলৰ প্ৰিন্সিপাল জৈনে তেওঁক চোকা ল'ৰা বুলি কাৰো কাৰোৰ আগত কৈছিল। তথাপি মই সেই প্ৰজেক্টটোৰ দায়িত্বত থকা বিজ্ঞানৰ শিক্ষকজনৰ অনুমতি লৈ মেচিনটো চাবলৈ অনুমতি দিলোঁ। ঘণ্টাকে ঘণ্টা লাগি লাগি ইটো খুলি, সিটো খুলি লগাই লগাই চাই এপাকত মেচিনটো ল'ৰাটোৱে কাৰ্যক্ষম কৰি তুলিলে। বিজ্ঞানৰ

শিক্ষকজনে ওচৰতে থিয় হৈ চাই আছিল। ল'ৰাজনৰ উপস্থিত বুদ্ধি দেখি আচৰিত মানিলোঁ। আমাৰ নিজৰ ল'ৰা নহৈ অন্য কাৰোবাৰ ল'ৰা হোৱা হ'লে মই সেই ল'ৰাজনক নিশ্চয় কিবা এটা পাৰিশ্ৰমিক দিলোঁহেঁতেন। নিজৰ ল'ৰাকনো মৰমৰ বাহিৰে কি দিব পাৰি! টকা-পইচাৰ নাম উলিয়ালেই মানুহে তাত বেয়া গোন্ধ পাব। আৰু মই ভাবোঁ ল'ৰাটিয়ে সেই কামটো কৰি যি প্ৰেক্টিকেল অভিজ্ঞতা লাভ কৰিলে সেইটো টকা-পইচাৰে জুখিব নোৱাৰি।

চাওঁতে চাওঁতে স্কুলখনৰ চৌপাশ জিলিকি উঠিল। ছাত্ৰ-ছাত্ৰীসকলৰ আচাৰ-ব্যৱহাৰ, কথা-কাণ্ড সকলোতে চকুত লগাকৈ পৰিবৰ্তন হ'বলৈ ধৰিলে। মোৰ মনৰো হতাশাৰ ভাৱ লাহে লাহে কমি আহিবলৈ ধৰিলে। আগৰ স্কুলবোৰত কৰি অহাৰদৰে এইখন স্কুলতো মই নিজে ক্লাছত পঢ়াইও হঠাতে কেতিয়াবা শিক্ষক-শিক্ষয়িত্ৰীসকলে ক্লাছত পঢ়াই থাকোতেই অফিচৰ পৰা ওলাই বাৰাণ্ডাইদি ঘূৰি কোনে কোনটো ক্লাছত কি পঢ়াইছে চাই ফুৰোঁ। এনেকৈ চাই ফুৰোঁতে এদিন দেখিলোঁ ফিজিক্সৰ লেবৰেটৰিত থকা প্ৰায় আধফুট × চাৰিফুট ডাঙৰ টেবুলখনত শিক্ষকজন নাক বজাই শুই আছে। মই তেওঁৰ ওচৰলৈ গৈ মাতি উঠালোঁ। মুখ-হাত ঠাণ্ডা পানীৰে ধুই আহিবলৈ ক'লোঁ আৰু অলপ মোৰ অফিচলৈ মাতি নি ভালকৈ বুজালোঁ। প্ৰথমে তেওঁ সেইটো যেন একো কথাই নহয় সেইটো প্ৰতিপন্ন কৰাবলৈ চেষ্টা কৰিছিল। মই তেওঁক কৰ্তব্যপৰায়ণতাৰ কথা কৈ বঙ্গ-সন্তান মহান আশুতোষ মুখাৰ্জীৰ কৰ্তব্যনিষ্ঠাৰ উদাহৰণ দাঙি ধৰি ক'লোঁ তেখেতে কেনেকৈ ইউনিভাৰচিটিৰ অফিচত কামত ব্যস্ত থাকোতেই পুতেকৰ মৃত্যু হোৱাৰ খবৰ পাইও অফিচৰ কাম শেষ কৰিহে ঘৰলৈ গৈছিল। তেওঁও এজন মুখাৰ্জী, এলাহক প্ৰশ্ৰয় নিদি মনপ্ৰাণে কাম কৰিলেহে জীৱনত উন্নতি কৰিব পাৰিব। ডেকো শিক্ষকজনৰ মুখত অলপো পৰিতাপৰ লক্ষণ দেখা নাপাই আৰু এনে হ'বলৈ এৰি দিলে আনবোৰেও এনে উদাহৰণ গ্ৰহণ কৰিব বুলি চিন্তা কৰি সেইদিনাই পিছবেলালৈ মই শিক্ষকসকলৰ সমূহীয়া কোঠাত এখন ষ্টাফ মিটিং বহুৱালোঁ। শিক্ষক-শিক্ষয়িত্ৰীসকলক কৰ্তব্যনিষ্ঠা, সময় অনুবৰ্তিতা, শিক্ষকৰ আচৰণ আদি বিষয়ৰ কথাকৈ সেইদিনা আগবেলাতে ফিজিক্সৰ লেবৰেটৰীৰ প্ৰকাণ্ড টেবুলখনৰ ওপৰত মুখাৰ্জীয়ে দীঘে দীঘে পৰি নাক ঘোৰ-ঘোৰাই শুই থকা আৰু মইহে তেওঁক টোপনিৰ পৰা জগাই দিয়াৰ কথা কৈ ছাত্ৰ-ছাত্ৰীসকলৰ চকুত পৰাকৈ শিক্ষক-শিক্ষয়িত্ৰী কোনেও যেন কেতিয়াও এনে আচৰণ নেদেখুৱায় সেই কথা বুজাবলৈ যত্ন কৰিলোঁ। মোৰ কথাৰ মোখনি মাৰিব খোজোতেই তেওঁলোকৰ মাজৰে এজন জ্যেষ্ঠ শিক্ষকে, যিজনক ইমানদিনে মই এজন আদৰ্শ শিক্ষক বুলিয়েই ভাবি আহিছিলোঁ, তেওঁ থিয় হৈ ক'লে, 'ছাৰ, মই

ভাবোঁ মুখাৰ্জীয়ে একো নকৰিবলগীয়া অনুচিত কাম কৰা নাই। তেওঁৰ সেইটো অফ পিৰিয়ড আছিল। সেইসময়ত কন্তেক জিৰাওতে টেবুলৰ ওপৰত টোপনি যোৱাটো একো দোষণীয় কথা নহয় বুলি মই ভাবোঁ।' তেওঁৰ কথা শুনি মই সঁচাকৈয়ে বিস্ময় মানিলোঁ। এনে এজন জ্যেষ্ঠ শিক্ষক, যাৰ পদোন্নতি হ'বলৈ হয়তো আৰু দুই-চাৰিবছৰহে লাগিব, তেওঁৰ মুখেদি এনে কথা ওলোৱাটো মই কল্পনাও কৰা নাছিলোঁ। মই তেওঁলোকক কলোঁ, 'মই মুখাৰ্জীক তেওঁৰ গা বেয়া লাগিছে নেকি বুলি সুধিছিলোঁ— তেওঁ ভালেই আছে বুলি উত্তৰ দিলে। তদুপৰি মুখাৰ্জী থকা ঘৰটো স্কুলখনৰ নিচেই ওচৰতে। গা-বেয়া লাগিলেও তেওঁ লেবৰেটৰিৰ দুৱাৰখন দুফালকৈ মেলখাই থাকোঁতে টেবুলৰ ওপৰতে থকা চিলিং ফেনখন পূৰ্ণবেগত দি নাক বজাই ঘোৰ-ঘোৰাই শুই থাকিব নালাগিছিল।' আনবোৰ শিক্ষক-শিক্ষয়িত্ৰীয়ে একো নোকোৱাকৈ নীৰৱ দৰ্শক হৈ কথাবোৰ শুনিহে আছিল। মই পুনৰ তেওঁলোকক শিক্ষক-শিক্ষয়িত্ৰীসকলৰ গাত থাকিবলগীয়া গুণবোৰ দোহাৰি মিটিংখনৰ সামৰণি মাৰিলোঁ। স্কুলৰ সময়ত শেষৰ ঘণ্টাটো বজা শুনি মই তেওঁলোকক এৰি দিলোঁ। সকলো নিজ নিজ ঘৰলৈ গ'লগৈ। মইও চকীদাৰক মাতি অফিচটোৰ দুৱাৰ-খিৰিকী আদি বন্ধ কৰোৱাই ঘৰলৈ গ'লোঁ। সদাশিৱমে এ. ডি. চিৰ অফিছলৈ কিবা কামত আগতেই ওলাই গৈছিল।

সেইদিনা হতাশা-নিৰাশা, দুখ-বেজাৰে মোৰ মন আগুৰি ধৰিলে। নিজৰ জীৱনটোৰ ওপৰতে আস্থা হেৰুৱাই পেলাম যেন! ৰাতিলৈকে মোক মন মাৰি থকা দেখি বুলুৱে সুধিলে, আপোনাৰ কি হৈছে? একো নকৈ মই মনে মনে থাকিলোঁ। হঠাতে মনটো আকৌ আলগুলৈ ঘূৰি গ'ল। সাতজনকৈ শিক্ষকক তাৰপৰা বদলি কৰিবলৈ লিখিতভাবে ৰিপৰ্ট দিয়া ওপৰৱালাৰ নিৰ্দেশকো আওকাণ কৰি তেওঁলোকক মই আলগুতে ৰাখিলোঁ। প্ৰায় কেউজন শিক্ষকেই জ্যেষ্ঠ শিক্ষক(Senior Subject Teacher) আছিল। তেওঁলোকৰ কথা-কাম-আচৰণত মুগ্ধ হৈ তেওঁলোকৰ A.C.R. (Annual Confidential Report)ত এনেদৰে লিখা হ'ল যে মই আলগুত থকা এবছৰ পাঁচ মাহ আঠদিনতে তেওঁলোক তাৰপৰা বদলি হোৱাটো দূৰৰ কথা তাৰে তিনিজনৰ পদোন্নতি হোৱা দেখি মোৰ মন গৌৰবেৰে ভৰি পৰিছিল। আৰু এতিয়া দাপৰিজোত শিক্ষকৰ আচৰণ দেখি মোৰ মন হতাশাই আগুৰি ধৰিলে। চাৰিওফালে কেৱল বিষাদৰ ছাঁ। মনৰ কথাবোৰ নিজৰ মনতে পাগুলি পাগুলি থাকোতে এটা এটাকৈ দিনবোৰ অতিবাহিত হ'বলৈ ধৰিলে। মই যেন বিশাল সাগৰৰ মাজত অৱস্থিত চেণ্ট হেলেনা দ্বীপৰ নিঃসঙ্গ বন্দী নেপোলিয়ন! দাপৰিজোত এটা SBI ৰ শাখা আছে। তাৰ ল'ৰামতীয়া শৰ্মা উপাধিধাৰী মেনেজাৰজনৰ কথা-বতৰাবোৰ

মই খুব ভাল পাইছিলো। টকা-পইচা, ব্যক্তিগত সংৰক্ষণ আদি বিষয়ত বয়সত মোতকৈ অনেক সৰু হ'লেও তেওঁ মোক ভাল উপদেশ দিছিল আৰু মইও তেওঁৰ উপদেশ মানি চলি বহুত উপকৃত হৈছিলোঁ। এতিয়াও এইবোৰ ক্ষেত্ৰত তেওঁৰ সজ উপদেশবোৰ মই মানি চলিছোঁ। তেওঁৰ লগত মই প্ৰায়ে হিয়াৰ দুৱাৰ মুকলি কৰি কথা পাতিছিলোঁ। এতিয়া তেওঁকো দাপৰিজো স্কুলৰ এই অভিজ্ঞতাটো মই ব্যক্ত কৰিব নোৱাৰা হ'লোঁ। কথাবোৰ ভাবি ভাবি নিজৰ ওপৰতে ধিক্কাৰ জন্মিল।

আলগুৰ দৰেই দাপৰিজোতো কেতিয়াবা A.D.C. ৰ কাৰ্যালয়ত পতা মিটিং বোৰত বহিবগৈ লগা হৈছিল। ২-৮-৭৮ তাৰিখে তেনেখন মিটিং বহিছিল আগন্তুক ১৫ আগষ্টৰ স্বাধীনতা দিৱস পালন উপলক্ষে। মই গৈছিলোঁ। উদ্‌যাপন উৎসৱ পালন কৰা হ'ব বিজু ফিল্ডত। তাৰ বাবে Social Workৰ দিন ধাৰ্য কৰা হ'ল ১০-৮-৭৮ ত। প্ৰগ্ৰামখনত থাকিব— প্ৰভাত ফেৰী- ৫ বাজি ৩০ মিনিটত স্কুলৰ পৰা আৰম্ভ হৈ দাপৰিজো বজাৰ পাবগৈ আৰু তাৰ পৰাই উলটিব। সময় ৭ বাজি ৩০ মিনিটত অনুষ্ঠান-প্ৰেতিষ্ঠানবোৰত পতাকা উত্তোলন। ০৮.৩০ মিনিটত আনুষ্ঠানিকভাবে পতাকা উত্তোলন হ'ব ৰিজো ফিল্ডত যিটোক Ceremonial Flag Hoisting বুলি কোৱা হয়। National anthem স্কুলৰ ল'ৰা-ছোৱালীয়ে গাব। Stall মাত্ৰ PICৰ ফালৰ পৰাহে দিব। স্কুলীয়া ল'ৰা-ছোৱালীৰ ফালৰ পৰা নাই। ৯-৩০ ত খেল-ধেমালি হ'ব। একবজাত সেইবোৰ খেলৰ বঁটা বিতৰণ। তাৰ পিছতে প্ৰদৰ্শনীমূলক ফুটবল খেলা হ'ব। বঁটা-বিতৰণী হ'ব। গধূলিলৈ মেজিক দেখুৱাব চি. আৰ. পি. এ। তাৰ পিছত বোলছবি প্ৰদৰ্শনেৰে দিনটোৰ সামৰণি হ'ব। ২-৮-৭৮ তাৰিখে Chalk-out কৰি উলিওৱা এইখন প্ৰগ্ৰামহে। আচল কামবোৰ ১৫ আগষ্টৰ দিনা হ'ব।

মোৰ মনটোক কোনোপধ্যেই সৈমান কৰাব নোৱাৰি ৭-৮-৭৮ তাৰিখে চাকৰিত থকাৰ মোৰ আৰু আগ্ৰহ নাই বুলি ৰাতিপুৱা ৯ বাজি ৩০ মিনিট যোৱাৰ মই এটা W / T message ঊৰ্ধ্বতন কৰ্তৃপক্ষলৈ দিলোঁ আৰু লগে লগেই বিস্তৃত বিবৰণসহ এখন নিবেদনো (Representation) পঠালোঁ। মোৰ দৈনন্দিন কাম-কাজবোৰ অৱশ্যে স্বাভাৱিক গতিতে চলি থাকিল।

আকৌ ৯-৮-৭৯ তাৰিখে ৬ জনীয়া এটা এম্ এল. এ. পাৰ্টী দাপৰিজোলৈ আহিব বুলি খবৰ পাই A.D.C. এ তেওঁৰ কাৰ্যালয়ত এখন সভা আহ্বান কৰি মোকো তালৈ মাতিলে। গ'লোঁ। এম্ এল এ সকলৰ প্ৰগ্ৰামখন এইদৰে কৰা হ'ল—

১। দাপৰিজো আহি পাবহি ১৯-৮-৭৮ তাৰিখে আবেলি ৪ বজাত। বিষয়াবৰ্গই ডন বস্তিত তেওঁলোকক আদৰণি জনাব। পাৰ্টীটোৱে মুৰি বস্তিত চাহ পান

কৰিব। গাঁৱৰ শিক্ষকজনলৈ এই খবৰ পঠাব লাগিব। D. E. O.(তৰুণ বৰা) মুৰি বস্তিলৈ যাব।

২। আহি পোৱাৰ পিছত পাৰ্টীটো চাৰ্কিট হাউচলৈ যাব আৰু ৰিজো-ক্লাবত ভেৰাইটি শ্ব' উপভোগ কৰিব। বিষয়াবৰ্গই ৫ বজাত চাৰ্কিট হাউচতে এম. এল. এ. সকলক লগ ধৰিব।

৩। ২০-৮-৭৮ তাৰিখে পাৰ্টীটোৱে স্থানীয় গাঁও, হস্পিটেল, ক্ৰাফ্‌ট চেণ্টাৰ আৰু ফৰেষ্ট প্লেণ্টেচন চাব।

৪। ২১-৮-৭৮ তাৰিখে পাৰ্টী গৈ তালিকা পাবগৈ আৰু তাতে থাকিব। ২২-৮-৭৮ তাৰিখে তালিহাৰ পৰা আলঙলৈ যাবগৈ।

পাৰ্টীটোত থাকিব (Study Team) ১। মিঃ টম ৰিবা — বাছাৰৰ পৰা।
২। মিঃ চুতেম টাচুং— পাছিঘাটৰ পৰা।
৩। জুম্‌পুং যুগ্‌লি — টিৰাপৰ পৰা।
৪। অকেশ লেগ — ৰয়িঙৰ পৰা।
৫। ছীজেন কাংকেং — টিৰাপৰ পৰা।
৬। ৰিম্‌লিং খাৰু — ব'মডিলাৰ পৰা।

কোৱা বাহুল্য যে এক নম্বৰৰ পৰা পাঁচ নম্বৰলৈ কেউজন এসময়ত আমাৰ ছাত্ৰ আছিল। ক'বলৈ দুখ লাগে যে চাৰি নম্বৰত নাম থকাজন আজি আৰু ইহ সংসাৰত জীৱিত নাই।

ইয়াৰ পিছতে আগতে Chalk-out কৰি থোৱা প্ৰগ্ৰাম অনুযায়ী ১৫-৮-৭৮ তাৰিখে স্বাধীনতা দিবস উদযাপনৰ কাৰবাৰ। প্ৰগ্ৰামমতেই কাম। পিছে এটা ব্যতিক্ৰম হ'ল— পূৰ্বতে ১২-৮-৭৮ত মোক জনোৱামতে সেইদিনা অৰুণাচলৰ লেফ্‌টেনেণ্ট গবৰ্ণৰৰ State Award প্ৰদান। ৰাজ্যিক বঁটা পায়ো দেখোন মই মোৰ মনলৈ শান্তি ঘূৰাই আনিব পৰা নাই। দুৰ্ঘোৰ বিষণ্ণতাই যেন মোৰ মনটোক গ্ৰাস কৰি পেলাব। শিক্ষক এজনে কেৱল বঁটা পোৱাৰ আশাতেই কি কৰ্ম কৰিব লাগে? শিশুবোৰৰ প্ৰতি আমাৰ নিজস্ব দায়বদ্ধতা একো নাথাকিলেও হয় নেকি? কথাবোৰৰ ভাববোৰত খেলি-মেলি লাগে। কি কৰিম? ক'লৈ যাম? ক'ত মনৰ দুষ্প্ৰাপ্য শান্তি বিচাৰি পাম? কথাবোৰ প্ৰাণ খুলি কাকো ক'ব নোৱাৰোঁ। আজীৱন অৰুণাচলত মোৰ ছাঁটোৰ দৰে লাগি থকা মোৰ সুখ-দুখৰ সহধৰ্মিণী বুলুকো। এইদৰেই এটা এটাকৈ বহুমূলীয়া মানৱ জীৱনৰ দিনবোৰ অতিবাহিত কৰি প্ৰতিদিনে দেহটো মৃত্যুৰ মুখলৈ অগ্ৰসৰ হৈ গৈ আছে। শান্তি সুদূৰ পৰাহত।

এইবোৰ চলি থাকোতেই এদিন ৰাতিপুৱা এটা নাটকীয় দৃশ্য আৰম্ভ হোৱাৰ

উপক্রম হৈছিল। আমি প্রায়েই সোনকালেই শুই উঠো। এতিয়াও এই মোৰ একাশী বছৰ, বুলুৰ পঁয়সত্তৰ বছৰ চলি থকা অবস্থাতো আমি পুৱা সোনকালেই শয্যা ত্যাগ কৰোঁ। সেই পুৱাতে বহা কোঠাত বহি চাহ অকণ মুখত দিছোঁহে, এনেতে বাহিৰত দুপ দুপ দাপ্ শব্দ শুনি ৰাস্তাটোৰ ফালে থকা খিৰিকীখন খুলি দেখিছোঁ— ল'ৰাৰ হোষ্টেলৰ পৰা বাহিৰ ওলাই ল'ৰাবোৰ দৌৰিছে মূল পথটোলৈ। য'ৰ চাহ ত'তে থাকিল। অফিচৰ দুৱাৰখন খোলাই দুৱাৰচুকত থকা প্ৰকাণ্ড গোটা টোকোনডাল লৈ দিলোঁ পিছে পিছে খেদা। কিটোনো হৈছে একোকে নাজানো। কিছুদূৰ গৈ দেখোঁ দাপৰিজোলে অহা যাত্ৰীবাহী বাছখন চাৰিওফালে ঘেৰি লৈ আক্ৰমণ কৰিবলৈ ল'ৰাহঁত উদ্যত হৈছে। টোকোনডাল হাতত লৈ মই গৈ থিয় হোৱা দেখি ল'ৰাহঁতে থত্-মত খালে। 'তোমালোকে এই পুৱাতে ইয়াত কি কৰিবলৈ আহিছা? কাক সুধি হোষ্টেল এৰি আহিছা? যোৱা, এতিয়াই যোৱা। কি হৈছে তোমালোকৰ? বাছত কাৰবাৰ যদি কিবা অঘটন ঘটিছে, তাৰ বিচাৰ কৰিবলৈ A.D.C. আছে। এই কাম তোমালোকৰ নহয়। যোৱা বেগেতে হোষ্টেল সোমোৱাগৈ।' মাতটো যিমান পাৰোঁ টানকৈ উচ্চাৰণ কৰি কথাকেইটা ক'লোঁ। ইতিমধ্যে মোক দেখিয়েই কেইটামান ল'ৰা উলটিবলৈ আৰম্ভ কৰিছিলেই। টোকোনডাল দাণ্ডি ধৰি জোৰকৈ ক'লোঁ— যোৱা বুলিছোঁ নহয়। গ'ল। আটাইবোৰ সুৰ্ সুৰকৈ হোষ্টেল পালেগৈ। মই সেইদিনা সেইদৰে দৌৰ মাৰি নোযোৱাহ'লে ঘটনা গৈ কিমানদূৰ পালেগৈহেঁতেন একমাত্ৰ নেদেখাজনহে জানে। আকৌ ওলোটা যাত্ৰাতো মই ল'ৰাহঁতৰ পিছ লৈ অফিচত সোমাই টোকোনডাল আগৰ দৰেই দুৱাৰচুকত থৈ গা-ধুই জা-জলপান খাই স্কুললৈ আহিবলৈ সাজু হ'বলৈ গ'লোঁ।

এইবাৰ আকৌ এখন মিটিং। বহিব ১০ বাজি মিনিট ৩০ যোৱাত A.D.C. ৰ অফিচত। বিষয়টো হ'ল— জিলা পৰিষদৰ সভা।

১। ৫ আৰু ৬ ছেপ্টেম্বৰ'৭৮ ত থকাৰ ব্যৱস্থা কৰিব লাগিব—

২। জিৰোৰ ডিঃ চি. কে ধৰি ১০ দহজন অফিচাৰৰ

৩। ৩০ জন সদস্য আহি'ব।

৪। মুঠতে হ'ব ( ১০ + ৩০ + ১৪ জন স্থানীয় বিষয়া) সৰ্বমুঠ = ৫৪ জন ব্যক্তি

৫। ইয়াৰে বাহিৰৰ পৰা গোটখোৱা ৪০ জনৰ বাবে থকা ঠাই লাগিব।

৬। জিৰোৰ ডি. চি. ৰ সৈতে ৫ জন অফিচাৰ চাৰ্কিট হাউচত।

৭। জিৰোৰ পৰা আহিবলগীয়া আন ৫ জন অফিচাৰৰ সৈতে আৰু ৩ জনক পুৰণা আৰু নতুন আই বিত।

৮। ২ + ৩ = ৫ খন বিচনা পুৰণা আৰু নতুন I.B. ত ৰিজাৰ্ভ ৰাখিব লাগিব।

৯। স্কুলৰ অডিটৰিয়ামটো শিক্ষক দিবসৰ কাৰণে লাগিব। গড়িকে ২২ জনক থাকিবলৈ বেৰেকত ঠাই দিব লাগিব। এইখনেই আছিল দাপোৰিজোলৈ আহি'বলগীয়া জিলা পৰিষদৰ সভাৰ চৰকাৰী অতিথিসকল থকাৰ ব্যৱস্থা কৰিবলৈ পতা মিটিং।

অৰুণাচল চৰকাৰে দাপৰিজোৰ দৰে ছেকেণ্ডাৰী স্কুলবোৰলৈ পঠন-সামগ্ৰীৰ যোগান তলত দিয়া মতে কৰিছিল। মঞ্জুৰি যিদৰে হৈছিল ঠিক সেইদৰেই দেখুওৱা হৈছে।

News–papers, Magazine and Periodicals for Daporiji Secondary School for the year 1978-79.

| Items | Sanctions |
|---|---|
| 1. Statesman | Rs. 145.00 |
| 2. Science Today | Rs. 18.00 |
| 3. Sports Week | Rs. 58.00 |
| 4. Readers Digest | Rs. 62.00 |
| 5. Carriers & Courses | Rs. 24.00 |
| 6. Saptahik Hindusthan | Rs. 65.00 |
| 7. Span | Rs. 24.00 |
| 8. CENBOSEC | Rs. 12.00 |
| | **Total = Rs. 408.00** |

**For Middle Section**

| | |
|---|---|
| 1. Illustrated Weekly | Rs. 83.00 |
| 2. Assam Tribune | Rs. 114.00 |
| 3. Dharmayug (Hindi) | Rs. 62.00 |
| 4. Asom Bani (Assamese) | Rs. 21.00 |
| 5. Children's Digest (English) | Rs. 12.00 |
| 6. Science Spectum | Rs. 4.00 |
| | **Total = Rs. 296.00** |

**For L.P. Section**

| | |
|---|---|
| 1. Balbharati (Hindi) | Rs. 6.00 |
| 2. Bal Sputnik | Rs. 6.00 |
| 3. Porag (Hindi) | Rs. 12.00 |
| 4. Chanda Mama | Rs. 15.00 |
| 5. Children's Digest | Rs. 12.00 |
| | Total = Rs. 51.50 |

ইতিমধ্যে যোৱা জুলাই মাহৰ ৬ তাৰিখে শ্বিলঙৰ পৰা আমাৰ ডাইৰেক্টৰ জ্ঞান চন্দ্ৰ ভেট্চ চাহাবে আলঙৰ AIS পৰীক্ষাৰ ৰিজাল্ট দেখি সন্তুষ্ট হৈ লগতে অৰুণাচল প্ৰদেশৰ লেফ্‌টেনেণ্ট গৱৰ্ণৰ চাহাবো সন্তুষ্ট হৈছে বুলি জনাই মোলৈ এখন গোপন (Confidential) চিঠি প্ৰেৰণ কৰিছিল। দেখাত সেইখন চিঠি মোক উৎসাহ প্ৰদান কৰিবলৈ লিখা যেন লাগিলেও প্ৰকৃততে সেইখন নিচুকনি চিঠি যেনহে মোৰ উপলব্ধি হ'ল। চিঠিখন প্ৰশংসাসূচক আছিল যদিও মই সেইভাবে ল'ব নোৱাৰি চিঠিখনৰ এটা ভদ্ৰতাসূচক উত্তৰ দিয়া উচিত আছিল যদিও একোকে নিলিখিলোঁ। তাৰ পৰিবৰ্তে এমাহ চিন্তা-ভাবনা কৰি ৭-৮-৭৮ তাৰিখে চাকৰিত থকাৰ আৰু ইচ্ছা নাই বুলি আগতে উল্লেখ কৰা W / T message টোহে পঠাই লগে লগে মোক এৰি দিবলৈ নিবেদনখনো পষ্ট কৰিলোঁ।

ইয়াৰ পিছত নতুন দিল্লীৰ Government of India, Ministry of Education & S. W Department of Education, Shastri Bhavan, New Delhi ৰ S.Rahman, Deputy Educational Aderiser ৰ পৰা চিঠি এখন পালোঁ Dated, the 30June/5July, 1978. তাৰিখে। লিখিছে —

**Dear Sir,**

I am to inform you that the function relating to the National Awards to the Teachers for 1977 will be held on 28th August 1978 in New Delhi. The Vice-President of India has kindly consented to grace the occasion and to confer the awards. The function will held in Vigyan Bhavan on Maulana Azad Road and commence at 5.30 P.M.

I am pleased to invite you to attend the function and to receive the awards from the Vice-President. We are informing your state Government to extend necessary facilities to you in your journey to New Delhi where you may kindly reach by 26 August.

Kindly acknowledge receipt of this letter.

Yours Sincerely.
**Sd/- S. Rahman**
(S. Rahman)

**Shri , A. P. Borthakar**
Head Master
Government Higher Secondary School
Daporijo Distt. Subansiri
Arunachal Pradesh.

ওপৰৰ চিঠিখন মই দাপৰিজোত ১৩-৭-৭৮ তাৰিখে পালোঁ। সেই অনুসৰি হাতত থকা সময়খিনিত যাক যাক খা-খবৰ দিব লাগে দি, টকা-পইচাৰ যা-যোগাৰ কৰি লৈ ৰে'লৰে ৰিজাৰ্ভেশ্যন আদি কৰাই নতুন দিল্লীলৈ যাবলৈ সাজু হ'লোঁ।

দিল্লীৰ কর্তৃপক্ষই মোক লগত বুলুকো লৈ যাবলৈ অনুমতি দিছিল। প্ৰথমে তেওঁ নাযাওঁ নাযাওঁ বুলি থাকি একেবাৰে শেষত মোক ৰে'ল ষ্টেশ্যনলৈ লৈ যাবলৈ জীপখন আহি পোৱাত তেৱোঁ যাবলৈ মন কৰিলে। কিন্তু হাতত তেতিয়া সময় নিচেই তাকৰ আৰু বিশেষকৈ ৰে'লৱে ৰিজাৰ্ভেশ্যন মোৰ অকলেহে হৈ থকাত— শিক্ষক এজনৰ দেশ-সেবাৰ এই চৰম স্বীকৃতিৰ মুহূর্তটোত তেওঁকো লগত নিব নোৱাৰি জীৱনলৈ মোৰ এই অনুতাপ হৃদয়ত থাকি গ'ল। যিগৰাকী নাৰীয়ে সুখে-দুখে শয়নে-সপোনে বিপদে-আপদে কেতিয়াও মোৰ লগ নেৰে তেনে গৰাকী অর্ধাঙ্গিনী-জীৱন লগৰীক এৰি থৈ গৈ ৰাষ্ট্ৰীয় বঁটা গ্ৰহণৰ সময়তো ঘনে পতি তেওঁলৈ মনত পৰি আছিল। মাতৃক লৈ যোৱাৰ প্ৰশ্নই নুঠে, কাৰণ আলৰ অৱস্থাত বৌতিয়ে দিল্লীলৈ ইমান দূৰ ভ্ৰমণ— কষ্ট সহ্য কৰিব নোৱাৰিলেহেঁতেন।

নির্দেশমতেই ২৬-৮-৭৮ তাৰিখে নতুন দিল্লী গৈ পোৱাৰ পিছত নেহৰু ষ্টেডিয়াম গেষ্ট হাউচত ৰাতিটো কটাই ২৭-৮-৭৮ তাৰিখে আমাক আগবেলা ন বজাৰ পৰা দুপৰীয়া এক বজালৈ ৰাজঘাট, শান্তিবন, বিজয় ঘাট, তিন-মূর্তি-ভৱন আৰু কুতুব মিনাৰ দেখুৱাই এক বাজি ত্ৰিছ্ মিনিটৰ পৰা দুই বাজি ত্ৰিছ্ মিনিটৰ ভিতৰত দুপৰীয়াৰ আহাৰ খুৱাই আকৌ তিনিবজাৰ পৰা চাৰি বাজি ত্ৰিছ্ মিনিটলৈ আমাক লৈ গৈ দিল্লীত অৱস্থিত ৰাষ্ট্ৰীয় যাদুঘৰ (National Meseum) দেখুৱাই আনিলেগৈ। তাৰ পিছত পাঁচ বজাৰ পৰা পাঁচ বাজি ত্ৰিছ্ মিনিটৰ ভিতৰত কেম্পলৈ আনি চাহ-জলপান খুৱাই আকৌ ছটা বজাৰ পৰা আঠ বজালৈ ৰেড্ ফৰ্টত চাউণ্ড এণ্ড লাইট শ্ব' দেখুৱালে। এই শ্ব'টো বুৰঞ্জীমূলক। মোগল ৰাজত্বৰ গৌৰবোজ্জ্বল কাহিনীবোৰ শব্দ আৰু পোহৰৰ মাধ্যমেৰে অতিশয় মর্মস্পর্শী কলাৰ ৰূপত ইয়াত দেখুৱা হয়। অতি মনোৰম অভিনৱ অনুষ্ঠান। সেইদিনা আছিল দেওবাৰ। আমাক তাৰপৰা আনি ৰাতি আঠ বাজি ত্ৰিছ্ মিনিটৰ পৰা ন বাজি ত্ৰিছ্ হোৱালৈকে কেম্পতে ৰাতিৰ আহাৰ খুৱাই বিশ্ৰাম লৈ শুবলৈ দিলে। ইয়াৰ তুলনাত দিল্লীত চাৰে নটা একো পলম নহয়। কাৰণ আমাৰ ইয়াতকৈ প্ৰায় ডেৰ ঘণ্টাৰ পিছতহে দিল্লীত সন্ধ্যা লাগে। সেই অনুপাতে ৰাতিও হয়।

২-৮-৭৮ (সোমবাৰ) মূল Function ৰ দিন। ৰাতিপুৱা আঠ বাজি পঞ্চল্লিছ মিনিটৰ পৰা ন বাজি পঞ্চল্লিছ মিনিটলৈ ভাৰতৰ প্ৰধান মন্ত্ৰী (তেতিয়াৰ আছিল মাননীয় মুৰাৰজী দেশাই ডাঙৰীয়া) ৰ লগত সাক্ষাৎ আৰু পৰিচয় প্ৰদানৰ লগতে আমি তেখেতৰ সৈতে ফটোও উঠিলোঁ। আমাৰ ইয়াৰ মাননীয়া ৰেণুকা দেৱী বৰকটকীৰ সৈতেও তাত থাকোঁতে আমি ফটো তোলাইছিলোঁ। তাৰ পিছত দহ বজাৰ পৰা বাৰ বাজি ত্ৰিছ্ মিঃ হোৱালৈকে মূল অনুষ্ঠানৰ বাবে নিউ দিল্লীৰ মৌলানা

আজাদ ৰোডত অৱস্থিত বিজ্ঞান ভৱনত বিহাৰ্চ্ছল। ইয়াতে বাহিৰত সকলোকে সমবেত কৰাই গ্ৰুপ ফটোও তুলিলে। তাৰ পিছত এক বাজি ত্ৰিছ মিনিটৰ পৰা দুই বাজি ত্ৰিছ মিনিটলৈ কেন্দ্ৰীয় চৰকাৰৰ শিক্ষা আৰু সমাজ কল্যাণ বিষয়ৰ ৰাজ্যিক মন্ত্ৰী ৰেণুকা দেৱী বৰকটকীয়ে নেচনেল ষ্টেডিয়ামত (কেম্প) আমালৈ আগবঢ়োৱা দুপৰীয়া— আহাৰ গ্ৰহণ। তাৰ পিছত পাঁচ বাজি ত্ৰিছ মিনিটৰ পৰা ছয় বাজি পঁয়ত্ৰিছ মিনিটলৈ বিজ্ঞান ভৱনত মূল অনুষ্ঠানত ভাৰতৰ উপ-ৰাষ্ট্ৰপতি (বি. ডি. জেট্টী) ৰ দ্বাৰা ৰাষ্ট্ৰীয় বঁটা বিতৰণ। তাৰ পিছত ছয় বাজি পঞ্চল্লিছ মিনিটৰ পৰা সাত বাজি পঞ্চল্লিছ মিনিটলৈ ভাৰতৰ শিক্ষামন্ত্ৰী (কে. চি. পণ্ট) ৰ দ্বাৰা বিজ্ঞান ভৱনত বিছেপশ্যন। তোৰ পিছত ৰাতি দহ বজাৰ পৰা এঘাৰ বজালৈকে বঁটাৰ ধন বিতৰণ। তাৰ পিছত ২৯-৮-৭৮ তাৰিখে ঘৰাঘৰি গমন। এয়াই আছিল শিক্ষকৰ বাবে আগবঢ়োৱা ৰাষ্ট্ৰীয় পুৰস্কাৰৰ বিতৰণ অনুষ্ঠান। তেতিয়াৰ ধন ৰাশি নিচেই নগন্য আছিল এতিয়া বঢ়াই দহ হাজাৰ টকা কৰিছে। তদুপৰি তালৈ যোৱা-অহা, থকা-খোৱা, ফুৰা-চকা, আমোদ দৰ্শনৰ সকলো খৰচ চৰকাৰৰ। টকা ডাঙৰ বস্তু নহয়, সন্মানটোহে আচল। ধন আহিব যাব। ৰাখিব জানিলে সন্মান চিৰকাললৈ ৰৈ যাব।

ইতিপূৰ্বে হাইয়াৰ ছেকেণ্ডাৰী কোৰ্চত নাম ভৰ্তিকৰণৰ বাবে মাত্ৰ তিনিশ সত্তৰ টকা দি, দাপৰিজোৰ A.D.E.O. তৰুণ চন্দ্ৰ বৰা মফচললৈ যাবলৈ ওলোৱাত তেওঁৰ জীপতে তুলি টিটোক গুৱাহাটীলৈ পঠাই দিয়া হ'ল। টিটোৱে C.B.S.E. ৰ দ্বাৰা অনুষ্ঠিত সৰ্ব ভাৰতীয় AIS পৰীক্ষাত কেবাটাও বিষয়ত লেটাৰ মাৰ্ক ধৰি উত্তীৰ্ণ হ'ল; বৃত্তিও পালেহেঁতেন কিন্তু পিতৃৰ উপাৰ্জন সীমাৰ ভিতৰত নপৰাত তাৰপৰা বঞ্চিত হ'ল। পৰীক্ষাত শ্ৰেষ্ঠ প্ৰদৰ্শনৰ ফলাফল দেখুওৱা তালিকাখনৰ তলতে তেওঁৰ নাম উঠিছিল। ইয়াকে বোলে কপাল! তৰুণ বৰা টুৰৰ পৰা ঘূৰি আহি টিটোৰ বিষয়ে আমাক এটা অবিশ্বাস্য খবৰ দিলেহি। তেওঁ (টিটোৱে) হেনো বাটত যাওঁতে জীপখন চলাই গৈছিল আৰু ফেৰীত তুলি ব্ৰহ্মপুত্ৰও পাৰ কৰাইছিল। টিটোক তেতিয়ালৈকে কোনো দিনেই আমি গাড়ী চলোৱা দেখা নাছিলোঁ। বৰাৰ মুখত টিটোৱে গাড়ী চলাব পৰা পাৰদৰ্শিতাৰ কথা শুনি মাক আৰু মই বৰ বিস্মিত হ'লোঁ। পিছত মৰাণৰ পৰা টিটোৱে অৱশ্যে আমাক একেদিনাই নি ইটানগৰ পোৱাইছিলগৈ। এই সকলোবোৰ গুণ শিক্ষা, অৰ্হতা আৰু অভিজ্ঞতাৰ ফলতহে সম্ভৱ হয়।

ৰাষ্ট্ৰীয় পুৰস্কাৰ গ্ৰহণ কৰি উলটি আহি মই দাপোৰিজোত আৰু বেছিদিন থাকিবলৈ নাপালোঁ। ৭-৮-৭৮ তাৰিখে পঠোৱা W / T message টোৰ আৰু তাৰ লগে লগে একেদিনাই Submit কৰা representation খনৰ উত্তৰ দিয়াৰ

পৰিবৰ্তে Secretary Educaionৰ পৰা মোলৈ এটা W/ T message আহিল। সেইটোৰ নিৰ্দেশমতে মই শীঘ্ৰেই ইটানগৰলৈ যাব লাগে। তাৰ নতুন Capital Site New Itanagar ত ২ অক্টোবৰত এখন Higher Secondary School খুলিব। তাত Administration মোক 'ENTERTAIN' কৰিব খুজিছে। এইটো বদলিৰ নিৰ্দেশো নহয়; পদোন্নতিৰ শব্দও নহয়। ইফালে, মোক ২৫ ছেপ্টেম্বৰ'৭৮ তাৰিখে নতুন ৰাজধানীখনত গৈ উপস্থিত হ'ব লাগে বুলি নিৰ্দেশ দিছে। W/T message টো মোৰ হাতত পৰাৰ পিছত মোৰ হাতত সময় মাত্ৰ ২/৩ দিনহে আছে। দাপৰিজোৰ A.D.C.ক Message টো দেখুৱাই ২৫ ছেপ্টেম্বৰত পোৱাকৈ মই ইটানগৰলৈ যাবলৈ সাজু আছোঁ বুলি কোৱাত তেখেতে মোক সকলো ব্যৱস্থা কৰি দিব বুলি গাত ল'লে আৰু সেইমতে কৰিলেও। মেছেজটো পাই মই অলপ দকৈ চিন্তা কৰি চাই ভাবিলোঁ— চৰকাৰে এখন Higher Secondary School খুলিব খুজিছে। তেতিয়াও খোলা নাই। দুই অক্টোবৰ (গান্ধীজয়ন্তীৰ দিন) ৰ দিনা খুলিবহে। গতিকে মোক তেতিয়াও অস্তিত্ববিহীন এখন স্কুললৈ হেড্‌মাষ্টৰ বা প্ৰিন্সিপাল পদবীত কেনেকৈ বদলিৰ নিৰ্দেশ দিব? মই ভাবি ল'লোঁ— স্কুলখন ময়েই গৈ খুলিবগৈ লাগিব আৰু প্ৰকৃততে সেইটোৱেই হ'ল। সকলো যা-যোগাৰ হোৱাত বুলু আৰু পিকুক লৈ মই ২৫ ছেপ্টেম্বৰৰ দিনা পুৱাতে যাবলৈ ওলালোঁ। গাড়ীত (ট্ৰাকত) বয়-বস্তু সকলো উঠোৱা হ'লত ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী সকলোৱে পৰা বিদায় লোৱাৰ মুহূৰ্তত সকলোটি আহি পথটোৰ কাষত দুশাৰীকৈ থিয় হৈ হাতযোৰ কৰি দুখ মনেৰে আমাক বিদায় দিলে। দাপোৰিজো এৰিযাবলৈ মোৰ হিয়াত এটা অব্যক্ত বেদনা অনুভৱ কৰিছিলোঁ যদিও আকৌ একেবাৰে নতুন এখন স্কুল জাতিৰ পিতাৰ জন্ম দিনটোতে আৰম্ভ কৰি ভাগ্য পৰীক্ষা কৰি চাবলৈ লগতে এখন Higher Secondary School নিজে খোলাৰো অভিজ্ঞতা অৰ্জন কৰিবলৈ মনত এটা তীব্ৰ হেঁপাহ জাগি উঠিল। গাড়ীত উঠিলোঁ; গাড়ী চলিল। আমাৰ লগতে শিক্ষক ৰামা ৰাওও বদলি হৈ গৈছিল। দাপৰিজো এৰিলোঁ। আনন্দেৰে নহয়, দুখেৰে।

## (বাৰ)

আলঙৰ পৰা অহা পথটোৰ লগ লগালৈকে এইছোৱা পথ বৰ আমনিদায়ক। দুয়োফালে পাহাৰ আৰু অটব্য হাবি। গাঁও এখনো চকুত নপৰে। নিজান পথেৰে গাড়ী আগুৱাই গৈ আছে। বাটতে সূৰ্য অস্ত গ'ল। ৰাতি হ'ল। দুয়োপাৰে জন-প্ৰাণীশূন্য অটব্য অৰণ্যৰ মাজতে গাড়ীৰ ইঞ্জিনৰ মাত বন্ধ হৈ ঠেহ পাতি গাড়ী ৰৈ গ'ল। আগলৈও নাযায়, পিছলৈও নাযায়। এটা পৰিয়ালৰ আচবাব-পত্ৰ, বয়-বস্তুৰে গাড়ী ভৰ্তি বস্তুবোৰ নমাই মেলি ঠেলাই চাবলৈকে ড্ৰাইভাৰৰ লগত অহা এজন হেল্পাৰৰ বাদে আন কোনো নাই। পিকুক কোলাত লৈ, ৰামৰাও, বুলু আৰু মই ড্ৰাইভাৰৰ পিছফালে থকা দীঘল ছিটটোত বহি আছোঁ। ড্ৰাইভাৰে লগৰজনক লৈ ইঞ্জিনটো ষ্টাৰ্ট কৰিবলৈ বাৰে বাৰে চেষ্টা কৰিছেহে কৰিছে; তথাপিও কামত অহা নাই। ইফালে ঘোৰ অন্ধকাৰ। সময় ধীৰে ধীৰে মাজিনিশাৰ ফালে গতি কৰিছে। ড্ৰাইভাৰ আৰু তেওঁৰ সহায়কজনে কেৱল ইঞ্জিনৰ কামতে লাগি আছে। বুলুৱে লগত কিবা-কিবি অলপ খোৱা বস্তু তৈয়াৰ কৰি লৈ গৈছিল। তাকে কেউজনে ভাগ কৰি খোৱা হ'ল। পিকুকো খুউৱা হ'ল। সি আকৌ মোৰ কোলাতহে শুবলৈ বিচাৰে। ড্ৰাইভাৰৰ ষ্টিয়েৰিংডালৰ ওপৰৰ ফালে থকা এটা বাকচত তাক ভৰাই থৈ শুৱাব খুজিলে সি নোশোৱে, মেওঁ মেওঁ কৈ জাপমাৰি মোৰ কোলালৈ নামি আহে। ইফালে ৰাতি যিমান হৈছে-নিৰ্জনতা সিমানে বাঢ়িছে। অলপ পোহৰ কৰি ল'ব পৰা কিবা ব্যৱস্থা গাড়ীতে আছিলে হ'বলা। তাকে কৰি দুয়োজন মানুহে ইটো খুলি, সিটো লগাই আকৌ ইটো লগাই চেষ্টা কৰি থাকোঁতে পুৱতি নিশা যেনিবা ইঞ্জিনটোৰ মাত ওলাল। ৰাতিও পুৱাল। গাড়ীও চলিল। গৈ গৈ য'ত দুটা ৰাস্তা লগ লাগিছেগৈ (ঠাইখনৰ নাম ৰিগা হ'বলা) তাত পাহাৰী লোকৰে দুই তিনিখন চাহৰ দোকান আছে। ক্ষন্তেক বহি চাহ-তাহ খাই গাড়ী আকৌ আগবাঢ়িল। এইবাৰ ক'তো একো জুলুম নোহোৱাকৈ আমি বান্দৰদেৱা হৈ নিৰজুলি (য'ত এতিয়া নেৰিষ্ট আৰু এগ্ৰিকালচাৰ ডাইৰেক্টৰ বৈকুণ্ঠ বৰপূজাৰীয়ে পতা সুন্দৰ ফাৰ্মখন আছে) অতিক্ৰম কৰি নাহৰলগন পালোঁগৈ। সেই সময়ত দিনমণি পশ্চিমত অস্তমিত হওঁ হওঁ। দিনৰ পোহৰ তেতিয়াও অৱশ্যে কিছু সময়লৈ থকা যেন দেখি বুলুৱে একেবাৰে নতুন ইটানগৰৰ (তাৰ পৰা প্ৰায় বাৰ-তেৰ কিলোমিটাৰ মান) লৈ যোৱাটোকে পছন্দ কৰিলে। গাড়ীৰ চালক আৰু লগৰজনেও কোনো আপত্তি নেদেখুৱাই আমাক লৈ গ'ল। ইটানগৰ পথ তেতিয়া পকা হোৱা নাই। পাহাৰ কাটি

মাটি খহাই ৰাস্তা নিৰ্মাণ কাৰ্য চলাই আছে। ঢলং-পলং হেকেৰ্-পেকেৰ্ কেৰ-কেৰ মেৰ্ মেৰ্ শব্দ কৰি ডাঙৰ সৰু শিলবোৰৰ ওপৰেদি গাড়ী ক্ৰমে ওপৰলৈ উঠি যোৱা এটা ঘৰত তেতিয়াও এটা অফিচ চলি আছে। অফিছ ঘৰটোলৈ উঠিযোৱা পথটোৰ মুৰতে গাড়ীখন ৰখাই মই অকলে গৈ ভিতৰ সোমালোঁ। ভিতৰত এজন ভদ্ৰলোকে কামকৰি থকা দেখা পাই সুধিলোঁ, দুই অক্টোবৰত (Open) কৰিবলৈ লোৱা স্কুলখনলৈ আৰু কিমানদূৰ যাব লাগিব। মোৰ কথাৰ উত্তৰ পোনপটীয়াকৈ নিদি ওলোটাই মোকহে প্ৰশ্ন সোধাৰ দৰে ক'লে— 'অ' স্কুলখন সেই দিনাই খুলিবই নেকি?' তেতিয়াহে মই তেওঁৰ পৰিচয় সুধিলোঁ, সেইটোনো কি অফিচ জানিব খুজিলোঁ। তেওঁ ক'লে সেইটো একজিকিউটিভ্ ইঞ্জিনিয়াৰৰ অফিচ আৰু তেওঁ তাৰে হেড্ ক্লাৰ্ক। তাৰ পিছত তেওঁ নিজেই ক'লে, 'স্কুলঘৰত নিৰ্মাণকাৰ্য চলিহে আছে। আপুনি তালৈ গৈ কি কৰিব। তালৈ ইয়াৰ পৰা যথেষ্ট দূৰ। আপুনি এটা কাম কৰক, আপুনি D.C.P.O.ৰ বঙলালৈ যাওক। তালৈকে গাড়ী উঠিব।' মই সুধিলোঁ D.C.P.O (Deputy Chieg Project Office) নো কোন? তেওঁ উত্তৰ দিলে, কিয় তাংগু চাহাবক চিনি নাপায়নেকি? মই পুনৰ সুধিলো, কি টাংগু, পূৰা নামটো ক'বনে? ক'লে মাটিন টাংগু। মই বোলো হ'ব হ'ব আৰু নালাগে আপুনি কেৱল গাড়ীৰ চালকজনক কোন পথেদি আগবাঢ়িলে তেওঁৰ বঙলাটো পোৱা যাব বুজাই দিলেই হ'ব। তেখেতে সেইটো কৰিলে আৰু লগে লগে চীফ্ ইঞ্জিনিয়াৰৰ বঙলাত (বহুদূৰ) বহি থকা মিঃ টাংগুক ফোনেৰে খবৰ দিলে। তেৰোঁ আমাক তেওঁৰ বঙলালৈকে পঠাই দিবলৈ কৈ তেওঁ নিজেও আহি আছে বুলি জনালে। মাটিন টাংগুৰ নাম শুনিয়েই আমি উৎফুল্লিত হ'লোঁ। তেওঁৰ বঙলা পালোঁগৈ। অলপ পিছতে তেওঁও আহি পালেহি। তেওঁৰ বঙলাতে আমাৰ খোৱা-বোৱাৰ ব্যৱস্থা কৰি তেওঁৰ শোৱা বিচনাখনকে এৰি দি তেওঁ এখন বেলেগ শয্যাত শুলে। পিকুক থাল এখনত খাবলৈ দি বেলেগ এটা কোঠাত ৰখা হ'ল। ইতিমধ্যে ভাল বাতিয়েই হ'ল। খাই-বৈ আটাইবোৰ শুই থাকিলোহঁক। অৱশ্যে শোৱাৰ আগতে কিছুসময় বহিলৈ আমি পৰস্পৰে পৰস্পৰৰ শুভ-মঙ্গলৰ বা-বাতৰি ল'লোঁ। মই আবতিৰ খবৰ সুধিলোঁ। মাটিনে লক্ষকুমাৰৰ খা-খবৰো দিলে। পছিঘাটৰ পৰীক্ষা পৰিচালনা কৰিবলৈ যোৱাৰ পিছত মই পুত্ৰসম মাটিনক লগপোৱাই নাছিলোঁ।

পিছদিনা পুৱাই শুই উঠি চাওঁ পিকু নাই। বহবাৰ পিকু পিকু পিকু বুলি চিঞৰিলো। পিকুৰ কোনো উম-ঘামেই নাই। মাটিনৰ বঙলাৰ সম্মুখত বয়-বস্তুসহ থকা ট্ৰাকখনতো চালোঁ। নাই, পিকু নাই। পোৱাৰ আশা এৰি দিলোঁ।

পুৱাৰ চাহ-জলপান খোৱাৰ পিছত মাটিনে তেওঁৰ জীপখন উলিয়াই 'ছাৰ-

বাইদেউ, বলক আপোনালোকক অলপ ফুৰাই আনো। সাজিথকা স্কুলঘৰটোও চাব। বি. চেক্টৰত বৰ্তমান আপোনালোকৰ কাৰণে ৰাখিথোৱা কোৱাৰ্টাৰটোও চাব, ইটানগৰৰ পুৰণি ভগ্নাৱশেষ আছে— সেয়াও চাব' বুলি কৈ আমাক লৈ গ'ল। প্ৰথমে স্কুললৈ নি তাত কাম চাই বহি থকা চুপাৰিণ্টেণ্ডেণ্ট ইঞ্জিনিয়াৰৰ সৈতে চিনাকি কৰাই দিলে। প্ৰায় দুশমান বনুৱা লগাই কাম কৰাইছে। জুনিয়ৰ ইঞ্জিনিয়াৰ দুজনমানে ইফালে-সিফালে অহা-যোৱা কৰি বনুৱাবোৰৰ কাম চাইছে। গোটেই স্কুলঘৰটোৰ বাবে ওঠৰটা কোঠাৰে সমান্তৰালভাবে ওপৰত এটা তলত এটা মাজতে খট্খটীৰে উঠানমা কৰিব পৰাকৈ সাজি আছে। ওপৰৰ ঘৰটো সাজু হওঁ হওঁ হৈছে। তাতে দুটা বিজ্ঞানৰ বাবে লেবৰেটৰীৰ কোঠা আছে। তলৰটোতো এটা ৰাখিছে। কিন্তু তলৰ ঘৰটোৰ কাম তেতিয়াও প্ৰায় চাৰিভাগৰ তিনিভাগ কৰিবলৈ আছে। সেইদিনা ২৭ ছেপ্টেম্বৰ। স্কুলখন খুলিবলৈ মাজত মাত্ৰ চাৰিটা দিনহে হাতত আছে। মাটিনে এচ্ ইক ক'লে, দুই অক্টোবৰত স্কুল খুলিবই লাগিব। সাজি উলিয়াব পাৰিব? এচ্ ইয়ে উত্তৰ দিল, 'পাৰিব লাগিব; আৱশ্যক হলে দুগুণ মানুহ নিয়োগ কৰিম। দিনে-ৰাতিয়ে কাম চলাম।' তেওঁৰ কথা শুনি ধন্যবাদ দি আমি তাৰ পৰা ওলাই আহি আমি সদ্যহতে থাকিবৰ কাৰণে ৰাখিথোৱা ঘৰটো চাবলৈ বি চেক্টৰ অভিমুখে গ'লো। যাওঁতে বাটত ইটানগৰৰ পুৰণা ভগ্নাৱশেষ চাই গ'লোঁ। ৰাজ্যপালৰ আবাস নিৰ্মাণৰ বাবে ৰখা ঠাইখনো চালোঁ।

বি-চেক্টৰত অস্থায়ীভাবে আমি থাকিবৰ কাৰণে ৰাখিথোৱা ঘৰটোৰ একেটা শাৰীতে আৰু ভলেকেইটা ঘৰ আছে। আটাইবোৰ ঘৰ ৰাজধানী প্ৰকল্পৰ অধীনত সজোৱা পকী ঘৰ। আমালৈ বুলি থোৱা ঘৰটো আমাৰ পছন্দ হ'ল। আবেলিলৈ মাটিনৰ বঙলাৰ পৰা আমি আহিম। গাড়ীৰ বয়-বস্তু যেনেদৰে বোজা কৰা হৈছিল তেনেদৰেই গাড়ীৰ ওপৰতে আছে। পিকুহে নাই। হেৰাল। আমাৰ মনত বৰ দুখ। বাহিৰত অৱশ্যে প্ৰকাশ কৰি দেখুওৱা নাই। কোনোমতে সহি-সামৰি আছোঁ। দুপৰীয়া আকৌ মাটিনৰ তাতে খোৱা ব্যৱস্থা। মাটিনৰ এটা মস্ত কুকুৰা আছিল। যোৱা ৰাতিয়েই সেইটোৰ মাংসৰে এক প্ৰকাৰ ভোজেই খোৱা হ'ল। আজি সেইবাবে মাছ-মাংসৰ একো দৰকাৰ নাই। দাইল-তৰকাৰী-ভাজিৰেই ভাত খাম বুলি কোৱাতো মাটিনে নামানে। যোগাৰ কৰি খুৱাইহে এৰিলে। লগতে আমাক বজাৰখনো দেখুওৱা হ'ল। খোৱা-বোৱা হ'লত বয়-বস্তু লৈ আমি বি-চেক্টৰলৈ গ'লোঁ। মাটিনে ইঞ্জিনিয়াৰিঙৰ মানুহ লগাই ঘৰটো সৰাই-পোচাই চাফা-চিকুণ কৰোৱাই বস্তুবোৰ ভিতৰত থ'বলৈ নিৰ্দেশ দি, পিছত আকৌ আহিব বুলি আমাৰ পৰা বিদায় লৈ তেওঁ গ'লগৈ। ৰাতি পিকুৰ অবিহনে আমাৰ পেটলৈ ভাত নোযোৱা হ'ল।

তাৰ পিছদিনাই বিত্ত সচিব টাকাপ ৰিঙুৱে তেওঁৰ গাড়ীত তুলি মোক নাহৰ লগনত অৱস্থিত শিক্ষা বিভাগৰ সচিব লহকৰ চাহাব (সুনীল লহকৰ) ৰ ওচৰলৈ লৈ গ'ল। তেওঁৰ লগত অফিচতে মোক এৰি দি ৰিঙু চাহাব নিজৰ কামলৈ গ'ল। লহকৰে মোক সুধিলে, ষ্টেন'গ্ৰাফাৰক Dictation দি note দিয়াৰ অভ্যাস আছেনেকি? মই নাই বুলি কোৱাত তেখেতে মোক মৌখিকভাবে নিৰ্দেশ দিলে, 'আপুনি ক্লাছ-তাছ ল'ব নালাগে, আপুনি এইবছৰতে স্কুলখন সম্পূৰ্ণ Higher Secondary School কৰি গঢ়ি তুলিব পাৰিব?' মই ন-দি ক'লোঁ, যদি আপোনালোকে মোক পিছ ফালৰপৰা পূৰ্ণবল প্ৰয়োগ কৰি সহায়ৰ হাত আগবঢ়ায় তেনেহ'লে মই কৰিব নোৱাৰিম কিয়? পাৰিম। তেওঁ ক'লে, 'যাওক কৰক, কিবা অসুবিধা পালে মোৰ ওচৰলৈ আহিব।' ধন্যবাদ জনাই মই ওলাই আহিলোঁ। ইটানগৰলৈ উলটি আকৌ ৰিঙুৰ গাড়ীতে আহিলো।

এতিয়া স্কুল খুলিবলৈ হাতত আৰু তিনিটা দিনহে আছে। Inauguration ৰ বাবে প্ৰয়োজন হোৱা বস্তুখিনিৰ বাবে দায়িত্ব দিলে— এ.ডি.পি. আই. বিপিন চন্দ্ৰ ফুকন দেৱক। C-sector ত এটা Primary Section ইতিমধ্যে খুলিছিলে। তাৰ দুগৰাকী শিক্ষয়িত্ৰী, মিছেছ সবিতা গোস্বামী আৰু মিছেছ এছ. সেনগুপ্তৰ লগতে তেওঁলোকৰ স্কুলখনত থকা ডেস্ক ১৪ খন, বেঞ্চ-১০খন, টেবুল- ১ খন, ব্লেকবৰ্ড-১খন আৰু স্কুল বেলটোৰে সৈতে কণ কণ ল'ৰা-ছোৱালীকেইটিক নতুনকৈ খুলিবলগীয়া স্কুলখনৰ আধাৰ কৰিলে। L.G. আৰু মিনিষ্টাৰসকলৰ লগতে ইটানগৰত থকা বিভিন্ন বিভাগৰ বিষয়াবৰ্গ, ইঞ্জিনিয়াৰিং বিভাগৰো সকলো বিষয়াকে নিমন্ত্ৰণ কৰাৰ দায়িত্ব শিক্ষা সচিব মিঃ এছ. ডি. লহকৰ চাহাবে নিজে ল'লে। সেইমতে ওপৰৰ দীঘলীয়া ঘৰটোৰ (সম্পূৰ্ণ হ'বলৈ তেতিয়াৰ কিছু কাম বাকী) পিছফালে সকলো বহিব পৰাকৈ এটা সভা মণ্ডপ নিৰ্মাণ কৰি ২ অক্টোবৰ, ১৯৭৮ চনত অৰুণাচলৰ ৰাজধানী নতুন ইটানগৰত স্কুল আৰম্ভ কৰিবলৈ সকলো সাজু হ'ল। তেতিয়াৰ অৰুণাচলৰ মুখ্যমন্ত্ৰী ডাঙবীয়াই স্কুলখনৰ শুভ উদ্বোধন কৰি এটি চমু ভাষণ দিলে। মোকো দু-আষাৰ ক'বলৈ কোৱাত মইও ক'লোঁ যদিও কথাৰে মই মানুহক যি কোনো বিষয়ে পতিয়ন নিয়াব নোৱাৰোঁ। কাম কৰিবলৈ পালে কামৰ যোগেদি নিজৰ যোগ্যতা প্ৰতিপন্ন কৰিব পাৰোঁ। যি কি নহওক অৰুণাচলৰ ৰাজধানী চহৰ ইটানগৰত সেইদিনাৰ পৰা Govt. Higher Secondary School ৰ দুৱাৰ মুকলি হোৱাৰ ঘোষণা কৰি সামান্য জলযোগৰ দ্বাৰা আপ্যায়িত হৈ মুখ্যমন্ত্ৰীৰ লগতে ৰাইজে সভাকক্ষ ত্যাগ কৰিলে। দলনিত পোনা মেল্লাদি মোক এৰি সকলো গ'লগৈ।

এতিয়া মই 'ঢাল নাই, তৰোৱাল নাই নিধিৰাম চৰ্দাৰ।' হেড্‌মাষ্টৰৰ চোলাটো দাপৰিজোতে খুলি থৈ আহিলোঁ। ইয়াত এতিয়া চক্‌পেন্সিল এডোখৰ কিনি দিবলৈও সামৰ্থ্য নাই। সভাত মৌখিক ঘোষণা হ'ল প্ৰিন্সিপাল বুলি। কিন্তু চৰকাৰৰ order বুলি মোৰ হাতত একো কাগজ পৰাহি নাই। প্ৰতিদিনে স্কুলৰ কামত মোৰ পুৰণা ছাত্ৰ সচিব পৰ্যায়ৰ বিষয়াসকলৰ লগত তেওঁলোকৰ গাড়ীৰে নাহৰলগনৰ চেক্ৰেটেৰিয়েটলৈ গৈ থাকিবলৈ বেয়া লাগে। এখন বাছ চলাইছে। কিন্তু উঠা-নমাত সাংঘাটিক ভিৰ। তথাপিও তাকে সাৰথি কৰি ইটানগৰ নাহৰলগনৰ মাজত মাকো মাৰি থাকিব লগা হ'ল। এদিন সোঁহাতৰ বুঢ়া আঙুলিটো ধৰিলেই পিচলিযোৱা বাছৰ দুৱাৰখনৰ লোহাডালত ধৰি উঠিব খোজোঁতেই মানুহৰ হেঁচা-ঠেলাত চেপাখাই বৰকৈ ফাটিলে। বেছিকৈ তেজ ববলৈ ধৰাত হস্পিটেললৈ গৈ চিলাবগৈলগীয়া হ'ল। এনেদৰেই প্ৰায় প্ৰতিদিনেই ইটো নহয় সিটো কামত নাহৰ লগনৰ ছেক্ৰেটেৰিয়েটলৈ গৈ থাকিব লাগে অথচ কামো নুটুটে। বৰ অশান্তি পাবলৈ ধৰিলোঁ। এদিন আগুৰ চেক্ৰেটেৰি আহমদ ডাঙৰীয়াক মোৰ অৰ্ডাৰটোনো কেতিয়ামানে ওলাব সোধোতে মোৰ সন্মুখতে ফাইলটো উলিয়াই তেখেতে এতিয়া মোক হেড্‌মাষ্টৰৰ পদবীতে ৰাখি স্কুলখনত ক্লাছ নাইনলৈকে হ'লে প্ৰিন্সিপালৰ প'ষ্টটো দিব লাগে বুলি Note লিখি পঢ়ি শুনাওঁতেই মই তেখেতক ক'লোঁ— আপুনি এই ন'টটো ওপৰলৈ নপঠাব দেই। এনেদৰে মোক দাপেৰিজোৰ পৰা মাতি আনি আভুৱা ভাঁৰিব খুজিলে নহ'ব দেই। মই এনেবোৰ কথা সহ্য কৰিব নোৱাৰোঁ। চাকৰি এৰি গুচি যাম। মোৰ ধৈৰ্যৰ বান্ধ ছিগি গৈছিল। ইটানগৰলৈ উলটি গৈয়ে তলত দিয়া W/T messageটো পঠালোঁগৈ। লিখিলোঁ—

Most IMMEDIAE

W/T MESSAGE D.T.O.

FRM : PRINCIPAL : NEW HSS ITANAGAR

TO : DPI : SHILLONG

RPT : SECRETARY : EDUCATION ITANAGAR

No ........................ (i) REF PARA 6 (SIX) AND 9 (NINE) OF MY REPESENTATION NO .............. DID AUGUST 7 (.) N OTHING LESS THAN FULFLEDGED PRINGIPALSHIP WITH RS ELEVENHUNDRED TO SIXTEEN HUNDRED PAY SCALE WEF 2ND OCTOTBER 1978 IS ACCEPTABLE (.) REQUEST EITHER ISSUE ORDERS TO THAT EFFECT IMMEDIATELY OR ALLOW RETIREMENT ENSURING ACTION AS PER POINTS (I) (2) AND (3) OF CONCLUDING LINES (.) REQUEST CLEAR ALL FINANCIAL MATTERS BY DECEMBER 31 (.) MMU

ওপৰৰ W/T message টো তলৰ আনুষংগিক কথাখিনিসহ পৰিশিষ্টত দিয়া হৈছে। লগতে W/T টোত উল্লেখকৰা REPRESENTATION খনৰ Copy ও আছে। আচলতে চৰকাৰৰ এনেধৰণৰ বাঁটলু-গুটীয়া খেল মোৰে চাকৰি জীৱনত অনেকবাৰ দেখি মোৰ সহ্যৰ সীমা পাৰ হৈ গৈছিল। মোৰ তীব্ৰ খং উঠিছিল। ইফালে মনত ধিক্কাৰো জন্মিছিল। ঠগ-প্ৰবঞ্চনা-দুৰ্নীতি এইবোৰৰ পথেৰে অগ্ৰসৰ হোৱাহ'লে হয়তো ইমান খণ্ডৰ ভমক নুঠিলহেঁতেন। সেইকাৰণে যি হ'ব লগা আছে হ'ব বুলি মেছেজটো পঠাই দিলোঁ। পাঠকে হয়তো মোক এজন স্বাৰ্থপৰ ব্যক্তি বুলিয়েই ভাবিব। কিন্তু ইয়াৰ পিছতো মই শিক্ষা সচিব মহোদয়ক কথা দিয়া অনুসাৰেই মোক এৰি নিদিয়ালৈকে আন্তৰিকতাৰে কাম কৰি থাকিম বুলি মন স্থিৰ কৰিলোঁ। ওপৰৰ মেছেজটো ৯ নৱেম্বৰ'৭৮ ৰ আছিল। এইবাৰ সততাৰ জয় হ'ল। ২২ নবেম্বৰ'৭৮ ত মই বিচৰা ধৰণেই মোৰ appointment order টো ওলাল আৰু ইয়াৰ পিছৰ পৰা পূৰ্ণ দায়িত্বজ্ঞানেৰে স্কুলখনক অৰুণাচলৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰূপে প্ৰতিষ্ঠা কৰাবলৈ লগৰ সঙ্গীসকলক লৈ দেহে-কেহে খাটিবলৈ ধৰিলোঁ। কিন্তু ইয়াৰ মাজতে ক'লা ডাৱৰ একোচপৰা আহে যদিও লাহে লাহে আঁতৰি যায়।

ইয়াৰ পিছতে তলত নাম দিয়া যোগ্যতাসম্পন্ন শিক্ষকসকলক খৰধৰকৈ বদলি কৰি মোৰ স্কুললৈ আনিলে— (নাম আদি ইংৰাজীত আছিল বাবে ইংৰাজীতে দিয়া হ'ল)

1. Shri Chandra Kumar Tamang MA (GT) from Lohit District (English)
2. ,, Ram Bilash Rai- MA.B.Ed (GT) from Kamba ME. School,Siang Distt. (Hindi)
3. ,, Harendra Nath Dutta. M.A. (GT) Subansiri District (History)
4. ,, Jainal Abedin B.A. BT. (GT) from Tezu Primary School (Geography)
5. ,, Samir Chandra Bhattacharjee M.See. B.Ed (GT) from Nefra ME School, Kameng Distt. (Maths,)
6. ,, P.S. Kalhayat M.Sc. (GT) Pasighat Sub.Division. (Physics)
7. ,, B. P. Rama Rao. M.Sc. (GT) Daporijo (zoo) (এওঁ আমাৰ লগতে ইটানগৰলৈ বদলি হৈ গৈছিল।)

In the same capacity and same Scale of Pay. দুগৰাকী শিক্ষয়িত্ৰী আছিলেই।

ইতিমধ্যে স্কুলখোলাৰ দুদিনৰ পিছতে অৰ্থাৎ ৪ অক্টোবৰ'৭৮ ত সন্ধিয়া পাঁচ বাজি ত্ৰিছ মিনিট যোৱাত মই চীফ চেক্ৰেটেৰী মহোদয়লৈ টেলিফোন কৰি ক্লাছ

টেন পৰ্যন্ত খুলিবৰ কাৰণে অনুমতি ল'লোঁ। তাৰ পিছত সেই মাহৰে শেষৰ পিনে ২৫-১০-৭৮ ৰ দিনা স্কুলত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা তলত দিয়াৰ দৰে হ'ল।

**Attendance on 25;x.78**

| Class | Boys + Girls | | = Total |
|---|---|---|---|
| IX | 1 | 2 | = 3 |
| VIII | x | x | = x |
| VII | 5 | nil | = 5 |
| VI | 1 | nil | = 1 |
| V | nil | 1 | = 1 |
| IV | nil | 2 | = 2 |
| III | 4 | 1 | = 5 |
| II | 3 | 1 | = 4 |
| I | 25 | 14 | = 39 |
| | 39 + | 21 | = 60 |

সেইবোৰ দিনত ৰাজধানীখনৰ চৰকাৰী চিঠি-পত্ৰৰ-অনা নিয়া ব্যৱস্থা ইমানেই চালুকীয়া অৱস্থাত আছিল যে নাহৰলগনৰ পৰা শ্বিলঙলৈ মঙ্গলবাৰ, বৃহস্পতিবাৰ আৰু শনিবাৰে পঠাবলগীয়া ডাকৰ চিঠি-পত্ৰবোৰ সোমবাৰ, বুধবাৰ আৰু শুক্ৰবাৰেই জমা দিবলগীয়া হৈছিল। তথাপিও আজিকালিৰ লেহেম গতিত যোৱা ডাকঘৰৰ ব্যৱস্থাতকৈ সেয়েই ভাল আছিল। কাৰণ অন্ততঃ তিনিদিনৰ ভিতৰত চিঠি-পত্ৰবোৰ শ্বিলং গৈ পোৱাৰ আৰু আমিও নতুন ৰাজধানীত থকাবোৰে সেইদৰেই নিশ্চিতভাবে পোৱাৰ সম্ভাৱনা আছিল। আজি-কালিৰ ডাক-ব্যৱস্থাত সেইটো আশাকৰা বৃথা। তেতিয়াৰ সেই ব্যৱস্থাৰ অন্তৰ্গত কৰি আমাৰ ডাকো নতুন ৰাজধানীৰ শাসনধিকাৰ প্ৰকল্প সঞ্চালক ডি.চি.পি. অ'ৰ যোগেদি শিক্ষা সচিবৰ অফিচলৈ পঠাবলগীয়া হৈছিল যাতে নাহৰলগনতে সকলোখিনি গোটাই-পিটাই একেলগে কৰি শ্বিলঙলৈ পঠাব পাৰে।

ইতিমধ্যে ওপৰত উল্লেখ কৰাৰ দৰে ক্লাছ ৱানৰ পৰা ক্লাছ নাইনলৈকে ল'ৰা-ছোৱালীকেইটিৰ নাম-ভৰ্তিৰ কাম চলি থাকোঁতেই ১৬-১০-৭৮তাৰিখে মই নাহৰলগন হৈ দৈমুখলৈ গৈ ক্লাছ নাইন আৰু টেনৰ কিছু কিছু পাঠ্যপুথি দৈমুখ স্কুলৰ পৰা সংগ্ৰহ কৰি উলটি আহি নাহৰলগনত অৱস্থিত কেন্দ্ৰীয় বিদ্যালয়খনৰ পৰা ক্লাছ নাইন আৰু টেন, ক্লাছ ইলেভেন আৰু টুৱেল্ভৰ চিলেবাছ কেইখন সংগ্ৰহ কৰি আনিলোঁগৈ। ভৱিষ্যতলৈকো কিবা দৰকাৰ হ'লে দিবলৈ দৈমুখ হাইস্কুলৰ হেড্‌মাষ্টৰ আৰু কেন্দ্ৰীয় বিদ্যালয়ৰ প্ৰিন্সিপাল মহোদয়ক অনুৰোধ কৰি আহিলোঁ। তেওঁলোকে দুয়োজনেই তেওঁলোকৰ পক্ষৰপৰা সম্ভৱপৰ সকলো সহায় আগবঢ়াব বুলি প্ৰতিশ্ৰুতি দিয়াত সুখী হ'লোঁ।

ইতিমধ্যে স্কুলৰ অফিচত আৰু আমাৰ বাসগৃহত দুটা টেলেফোন দিবৰ কাৰণে মোক পৰামৰ্শ দিয়া হ'ল— To apply to S.D.O. Telegraphs Arunachal Pradesh, North Lakhimpur for sending application forms and on receipt of the same, to send the applications to the same address with Cross Postal order which are to be in favour of D.E.T.Tezpur (Divisional Engineers Telegraphs) টকাৰ পৰিমাণটো বোধকৰোঁ প্ৰতিটো Set ৰ বাবে দুহাজাৰ এশ টকাকৈ আছিল, ভালকৈ মনত নাই।

কামবোৰ আগবঢ়াই নি থাকোঁতেই আৰু দুজন জ্যেষ্ঠ শিক্ষক জে. এন. মহন্ত গণিত বিষয়ৰ আৰু এ. চি. মহন্ত ইংৰাজী বিষয়ৰ শিক্ষক বদলি হৈ আহি আমাৰ স্কুলত যোগদান কৰিলেহি। বৰ্তমান নিয়াৰিকৈ কাম চলাব পৰাকৈ যথেষ্ট শিক্ষক গোটখোৱাত আৰু প্ৰায় প্ৰতিটো শ্ৰেণীতে ল'ৰাছোৱালীও ভৰ্তি হ'বলৈ আৰম্ভ কৰাত স্কুলখন ক্ৰমশঃ সুস্থিৰ অৱস্থালৈ আহিবলৈ ধৰিলে। ১৮-১১-৭৮ তাৰিখে আগৰ যাঠিজনৰ ঠাইত এতিয়া পঞ্চানৈবেজন ছাত্ৰ-ছাত্ৰী তলত দেখুওৱাৰ দৰে হ'ল। ক্লাছ ৱান = ৫০ জন, ক্লাছ টু = ৬ জন, ক্লাছ থ্ৰী =১২ জন, ক্লাছ ফোৰ = ৫ জন, ক্লাছ ফাইভ্ = ৩ জন, ক্লাছ ছিক্স = ৩ জন, ক্লাছ ছেভেন = ৭ জন, ক্লাছ এইট = এজনো নাই, ক্লাছ নাইন = ৮ জন ক্লাছ টেন = ১ জন, এজনো নাই। সৰ্বমুঠ = ৯৫ জন। এইটো ছাত্ৰ-ছাত্ৰী বঢ়াৰ লক্ষণহে; সন্তোষজনক বুলি ক'ব পৰা নহয়। ইয়াৰ মূল কাৰণটো পিতৃ-মাতৃ বা অভিভাৱকৰ ল'ৰা-ছোৱালী চৰকাৰী স্কুলত পঢ়োৱাৰ অনীহা নহয়, বৰং বিপৰীতটোহে। আচল কথাটো হৈছে, ইতিপূৰ্বে শিলঙৰ পৰা যিসকল চৰকাৰী কৰ্মচাৰী বদলি হৈ আহি নাহৰলগনত থকা অফিচবোৰত থিতাপি ল'লেহি, তেওঁলোকে লগতে লৈ অহা ল'ৰা-ছোৱালীকেইটিক নাহৰলগনৰ চেণ্ট্ৰেল স্কুলত আগতেই নাম লগাই দিলেহি। আনহাতে এই সময়তে স্কুল বৰ্ষটো ক্ৰমশঃ শেষ পৰ্যায় পাবলৈ ধৰাত বছেৰেকীয়া পৰীক্ষাটো নিদিয়াকৈ ল'ৰা-ছোৱালীবোৰক তাত পঢ়িথকা স্কুলৰ পৰা Transfer Certificate লৈ Withdraw কৰি অনাটো স্বাভাৱিকতেই অসুবিধাজনক। ইফালে শীতকালিন দীঘলীয়া ছুটীবো তেনেই ওচৰ চাপিল। এনেবোৰ কাৰণতহে নতুন ইটানগৰৰ চৰকাৰীল হায়াৰ ছেকেণ্ডাৰী স্কুলত ক্ষিপ্ৰগতিত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা নবঢ়াকৈ আছে। ইয়াৰ বাহিৰেও ভালেখিনি চৰকাৰী কৰ্মচাৰীয়ে ইটো সিটো অজুহাত দেখুৱাই পৰিয়ালসহ শিলং এৰি আহিবলৈ অনিচ্ছুক হৈ আছে। পিচে এইদৰেনো কিমান দিনলৈ পাৰিব? ৰাজধানীখনৰ ভালেসংখ্যক কাৰ্যালয় ইতিমধ্যে শিলঙৰ পৰা উঠাই আনিলেই গতিকে আগতে বা পিছতে এদিন নহয় এদিন সকলোৱেই আহিব লাগিব। আগতে তেওঁলোকে দেখুওৱা প্ৰধান অসুবিধাটোৱেই আছিল নতুন ৰাজধানীচহৰত স্কুল নাই।

এতিয়া হাইয়াৰ ছেকেণ্ডাৰী স্কুলখন গঢ়ি উঠাত সেইটো আপত্তি নৰজা হ'ল। গতিকে আহিব লাগিবই। সেয়েহে শিক্ষাবৰ্ষটো অন্ত পৰিবলৈ সকলোৱে বাট চাইছিল।

১৮-১১-৭৮ তাৰিখেই স্কুলৰ বাগিচাখনত লগাবলৈ ৰেঞ্জ-অফিচাৰজনৰ পৰা গ'ল্ডমোহৰ, বটলব্ৰাছ, জাকাৰণ্ডা, কেছিয়া (দুই-তিনি ভেৰাইটিৰ), ৰেইন-ট্ৰি, কাপ্ৰিচাচ্ (ভাল বিধৰ) শেৱালি আদি গছৰ পুলি সংগ্ৰহ কৰি আনি পথৰ দুই কাষত লগাই দি সেইবোৰত সাৰ-জাবৰ দি ভাল যত্ন লোৱা হ'ল। পুলিবোৰ উঠিলে ঠাইডোখৰ বঢ়িয়া হ'ব।

ইয়াৰ লগে লগেই অতি সোনকালে স্কুলত এখন ষ্টাফ্ মিটিং পাতি তলৰ বিষয় কেইটা আলোচনা কৰিলোঁ—

1. প্ৰধান শিক্ষকৰ অনুপস্থিতিত স্কুলখনৰ দায়িত্ব কোনে বহন কৰিব?

2. বিভিন্ন দায়িত্ববোৰৰ বিতৰণ—

(ক) পুৱাৰ সমূহীয়া প্ৰাৰ্থনা সভা আৰু ৰাষ্ট্ৰগীত, দৈনন্দিন প্ৰতিজ্ঞা, বাতৰি

(খ) শ্ৰেণীবোৰৰ মেনেজমেণ্ট

(গ) পাঠ্যপুথিবোৰৰ দায়িত্ব

(ঘ) স্কুল ফাৰ্ণিছাৰ আদি, যেনে, ডেস্ক, বেঞ্চ, চকী, আলমিৰা, ৰেক ইত্যাদি

(ঙ) বিজ্ঞানৰ সঁজুলিবোৰ— ফিজিক্স, কেমিষ্ট্ৰি আৰু লাইফ-চায়েঞ্চ

(চ) পৰীক্ষা-ব্যৱস্থা

(ছ) খেলা-ধূলা

(জ) সাংস্কৃতিক কাম-কাজ

(ঝ) স্কুল-কো-আপাৰেটিভ ষ্ট'ৰছ

(ঞ) লাইব্ৰেৰী

(ট) ষ্টাফ্মিটিং, কমন কাম

(ঠ) ফুলনিবাৰী আৰু অন্যান্য গছ-পুলি আদি ৰোপণৰ ব্যৱস্থা

(ড) কো-ক্যাৰিকুলাৰ এক্টিভিটিজ— বয়জ ক্ৰাফ্ট, গাৰ্লছ ক্ৰাফট্

(ঢ) এন্ চি. চি.

(ণ) বয়জ স্কাউট, গাৰ্লছ গাইদ, (শিক্ষক-শিক্ষয়িত্ৰী পোৱাৰ লগে লগে আৰম্ভ কৰা হ'ব।)

3. কেৰাণীৰ এপইণ্টমেণ্ট নোহোৱা পৰ্যন্ত অফিচৰ ৰেকৰ্ড, জেনেৰেল ষ্টক বুক, চিঠি পত্ৰ, ড্ৰাফ্ট আদিৰ কাম।

ইয়াৰ লগে লগে অতি শীঘ্ৰে কৰিবলগীয়া কামবোৰৰ তালিকা আদিও ঠিক কৰি লোৱা হ'ল। যেনে ঃ

(ক) স্কুল ৰুটিন

(খ) আৱশ্যকীয় সকলো বয়-বস্তুৰ এখন তালিকা

(গ) বিজ্ঞানৰ সঁজুলিৰ এখন তালিকা

(ঘ) ষ্টেণ্ডাৰ্ড স্কেল অনুযায়ী শিক্ষক-শিক্ষয়িত্ৰী, স্কুল-অফিচৰ কেৰাণী, টাইপিষ্ট-ষ্টেন' গ্ৰাফাৰ, অফিচ পিয়ন

(ঙ) চকীদাৰ, মালি আদি

(চ) বৰ্তমানলৈকে পোৱা ফাৰ্ণিচাৰ সংখ্যা বিয়োগ কৰি আৰু যিখিনি পাব লাগে

(ছ) স্কুলখনৰ চি. বি. এছ. ই ৰ এফিলিয়েশ্যনৰ কাৰণে চিঠি-পত্ৰ লিখা।

অতিশয় দ্ৰুত গতিত লাগতিয়াল কামবোৰ কৰি যাব নোৱাৰিলে স্কুলখন পাতিবলৈ লোৱাৰ মূল-উদ্দেশ্যতেই যে কেৰোণে ধৰিব সেইটো সহজে উপলব্ধি কৰিব পাৰি। প্ৰকৃততে ভালেখিনি কাম স্কুলখন খোলাৰ লগে লগেই কৰিবলৈ লোৱা হ'ল। ক'ৰবাত কিবা কাম সজাগতাৰ অভাৱত পিছ পৰি বৈ যায় বুলিহে তালিকাবোৰ কৰি লোৱা হ'ল আৰু সেইমতে দায়িত্বও ভগাই লোৱা হ'ল। এই পৰ্যন্ত যোগাৰ কৰি লোৱা বস্তুবোৰ আছিল— ৰেমিংটন (পোন্ধৰ ইঞ্চিৰ) টাইপ ৰাইটিং মেছিন এটা, প্ৰপ'জেল ফৰ্ম, ফাইল কভাৰ আৰু আৱশ্যকীয় কাগজ, স্কুলত টেলিফোন এটা (ডি. চি. পি. অ'ৰ যোগেদি), তিনিটা পানী পৰিষ্কাৰ কৰিবলৈ ফিল্টাৰ, গদৰেজ আলমিৰা এটা, আইৰণ ছেষ্ট এটা (একচল্লিছ ইঞ্চিৰ), এটা কেছ্ বুক আৰু অন্যান্য আৱশ্যকীয় ষ্টেশ্যনাৰী।

ওপৰত উল্লেখিত ভালেকেইটা বস্তু নাহৰলগনত অৱস্থিত অৰুণাচল কো-অপাৰেটিভ ষ্ট'ৰছৰ জেনেৰেল মেনেজাৰ নীলমণি বৰুৱাক নিজে গৈ লগ ধৰি নিজৰ দায়িত্বত বিল চিষ্টেমত অনা হ'ল আৰু ভৱিষ্যতে আৱশ্যক হোৱা যিকোনো বস্তুকে তেখেতকে যোগাৰ কৰি দিবলৈ মান্তি কৰাই অহা হ'ল। বস্তবোৰৰ লগতে তলা-চাবি কেইযোৰমানো তেখেতক কৈ অনা হ'ল। তথাপিও এখন পূৰ্ণ পৰ্যায়ৰ হাইয়াৰ ছেকেণ্ডাৰী স্কুল খুলিবলৈ ইমানখিনি বস্তু আৰু শিক্ষক-শিক্ষয়িত্ৰীয়েই যথেষ্ট কেতিয়াও নহয়। তদুপৰি শিক্ষক-শিক্ষয়িত্ৰীসকলৰ থকাৰ ব্যৱস্থা কৰি বিল্ডিং ৰিকুইজেশ্যনও দিবলৈ আছে। এইকাম যিমানে সোনকালে কৰা যায় সিমানে সোনকালে ঘৰবোৰ সজা হ'ব আৰু এটা ডাঙৰ অভাৱ পূৰণ হ'ব। ইতিমধ্যে নতুন দিল্লীস্থ চি. বি.. এছ. ই. ৰ চেক্ৰেটাৰীলৈকো লাইব্ৰেৰী কিতাপৰ সম্পূৰ্ণ তালিকা বিচাৰি চিঠি লিখা হ'ল। লাহে লাহে স্কুলখনৰ কামবোৰে স্বাভাৱিক গতিশীলতাৰে আগবাঢ়িবলৈ ধৰিলে।

আমাৰ স্কুলৰ ক্লাছ ৰুমত ল'ৰা-ছোৱালীৰ সংখ্যা বাঢ়ি যোৱাত বহিবলৈ ঠাইৰ

অভাৱে দেখা দিলে। চেক্সন খুলিবলৈকো কোঠাৰ অভাৱ। কথাবোৰ চিন্তা কৰি নতুন ৰাজধানীখনৰ প্ৰতিটো চেক্টৰতে একোখনকৈ নিম্ন প্ৰাইমাৰী স্কুল কে.জি. শ্ৰেণীৰে সৈতে খোলাৰ ব্যৱস্থা কৰিবলৈ আমাৰ শিক্ষাসচিবলৈ এখন জৰুৰী চিঠি প্ৰেৰণ কৰা হ'ল। অনুৰোধটোৱে বিজুলিৰ দৰে কাম দিলে। চিঠিখন ছেক্ৰেটেৰিয়েট পোৱাৰ পিছতেই নতুন ইটানগৰৰ চি. পি. ডব্লিউ. ডি.ৰ জুনিয়ৰ ইঞ্জিনিয়াৰছ্ এছ'চিয়েশ্যনৰ প্ৰেচিডেণ্ট মিঃ ভেন্কটৰমণীয়ে মোক দেখা কৰিবলৈ আহি ক'লেহি অতি শীঘ্ৰে সেইকাম হাতত লোৱা হ'ব। দেখা গ'ল সঁচাকৈয়ে খুউব কম দিনৰ ভিতৰতে অৰ্থাৎ তিনি-চাৰি মাহৰ ভিতৰতে শিশুবোৰক স্কুললৈ পঠাব পৰাকৈ প্ৰতি চেক্টৰতে কে. জি. ক্লাছসহ একোখন এল. পি. স্কুল আৰম্ভ কৰা হ'ল।

২৮-১০-৭৮ তাৰিখে ডি. চি. পি. অ' মাটিন টাংগু চাহাব মোৰ ওচৰলৈ আহি খবৰ দিলেহি যে সেইদিনাই ইটানগৰৰ ৰাজধানী প্ৰকল্পৰ চীফ্ প্ৰজেক্ট অফিচাৰজন কাম-কাজৰ অগ্ৰগতিৰ বুজ ল'বলৈ নতুন ইটানগৰলৈ আহিব। তেখেত আহিল আৰু সকলোৱে কাম-কাজৰ বুজ লৈ নাহৰলগনলৈ উলটি গ'ল।

১-১১-৭৮ তাৰিখে Attendance Recond Register, Progress Report আৰু Pupils' Attendance Record Cards কিছুমান পৰ্যাপ্ত পৰিমাণে নাহৰলগনত অৱস্থিত চৰকাৰী ছপাশালত ছপা কৰাই দিবলৈ শিক্ষা-সচিব গৰাকীক অনুৰোধ কৰাত তেখেতে অতি খৰধৰকৈ সেইকামখিনি চকুত লগাকৈ ছপা কৰাই দিলে। অৱশ্যে প্ৰত্যেকবিধৰে একোটাকৈ নমুনা মই নিজ হাতেৰে কৰি তেখেতক দি আহিছিলোঁ আৰু ঘনে ঘনে প্ৰেছলৈ গৈ তাগাদা দি আছিলোঁ। প্ৰেছৰ মেনেজাৰজন বৰ সহানুভূতিশীল ব্যক্তি আছিল। (তেখেতৰ নামটো উদ্ধৃত কৰিব নোৱাৰি মই বৰ দুখিত)।

প্ৰায় একেসময়তে মোক অৰ্থাৎ অৰুণাচলৰ নতুন ৰাজধানী ইটানগৰৰ গৱৰ্ণমেণ্ট হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ প্ৰিন্সিপালক চৰকাৰী টকা-পইচা খৰচ কৰিব পৰাকৈ আৰু স্কুল-খনৰ বছেৰেকীয়া বাজেট আদি তৈয়াৰ কৰিব পৰাকৈ আৱশ্যকীয় আৰ্থিক ক্ষমতা (Drawing Disbursing Authority) দি D. D. O. কৰি তেতিয়াৰ ফাইনান্স চেক্ৰেটাৰী বিগু চাহাবে অৰ্দাৰ ইছ্যু কৰিলে। ইয়াৰ পিছৰ পৰা স্কুলৰ সকলো কামৰ কাৰণে চৰকাৰৰ অনুমতি সাপেক্ষে Govt. Sanction লৈ মই পইচা-পাতি খৰচ কৰি স্কুলখনৰ উন্নতি সাধনৰ কামত পূৰ্ণ মনোযোগ দিব পৰা হ'লোঁ। ইতিমধ্যে আৰম্ভণিৰে পৰা Demand No. 4 Major Head- 277 Edn. B.2 (2) Secondary (Plan) ৰ শিতানৰ চৰকাৰী অনুদান অনুযায়ী স্কুলৰখনৰ বাবে ধন ব্যয় কৰা হৈছিল। যেনে—

1. Salary- Rs. 68.000/= B. 2 (2) (1) (1)- Salary (Plan)
2. T. E. Rs. 12,000/= B. 2 (2) (1) (4) - T.E.
3. O.E. Rs. 10,430/= B. 2 (2) (1) (5) - OE.
4. Advertising Rs. 1000/= B. 2 (2) (1) (8) - Advtg.
5. Machinery & Equipments Rs. 5000/= B. 2 (2) (1) (10) - M&E
6. Material and Supply- Rs. 2000/= B. 2 (2) (1) (11)- M&S
7. O.C.- Rs. 3000/= B.2. (2) (1) (9) - O.C.

ইয়াৰ লগে লগে তলত উল্লেখ কৰাৰ দৰে Sanction ও পোৱা হ'ল—

1. Science Equipments :...................... Rs. 32,470.00
2. Furniture & Other Equipments ........ Rs. 57,612.00

Rs. 90,082.00

3. For Type Writer .............................. Rs. 3,500.00
4. For News Paper etc......................... Rs. 995.00

**Total Rs. 94,577.00**

ইয়াৰ লগতে তলত দেখুওৱাৰ দৰে Annual Operating plan, page- 392 ত নাহৰলগনৰ চেক্ৰেটেৰীয়েটৰ পৰা 23-1-79 ত Head of Development : General Education ত Approved plan outlay পঠালে 1978-79 – 292.00 Lakhs

Scheme No....... 11

Name of the Seheme : Opening of New H.S. School at Itanagar.

1. Object of the Seheme : In order to cater the needs of education for children of employees working at the Capital site, it is neerssary that a Secondary School is started there.
2. Achievement so far : Nil (স্কুল খোলাৰ আগতে)
3. Target, Unit -

| | Fifth plan 74-75 | Annual plan 75-76 | Annual plan 76-77 | Annual plan 77-78 | Annual plan 78-79 |
|---|---|---|---|---|---|
| Physical | – | – | – | – | 1 |

Financial :
Rs. in lakhs .................................... 3.12
No. of Posts .................................G.T.-2

4. Benefit anticipated :Children of employees would be benefitted.
5. Proposed expenditure during ............ 1978-79
(Rs in lakhs)

Recurring (i) Pay & (ii) allowonces = 0.09
(iii) Maintenance of Scheme-
(iv) Maintenance of Velicle -
(v) others -

= 0.09

6. Non-Recurring :
(i) Building ...................... 3.00
(ii) Other Works ............ - ——
(iii) Purchase of Vehicles - ——
(iv) Purchase of stores & Equipments 0.03
(v) Others ...................... ——
3.03

| Recurring | | | | Non-recurring | | | | |
|---|---|---|---|---|---|---|---|---|
| Pay & allowances | Maint. | Others | Total | Bldg. | Transport | others | Total | G/Total. |
| 0.09 | – | – | 0.09 | 0.03 | —— | 0.03 | 2.03<br>3.03 | 3.12 |

7. Nature. and extent of foreign exchange if any — — –
8. Supplementary information if any — —— ——

ইফালে, স্কুলৰ খেল-পথাৰখনত ভলীবল, বেড্‌মিন্টন, বাস্কেট বল আৰু ৰিং আদি খেলখেলিব পৰাকৈ আৱশ্যকীয় play-ground কেইখন যিমান পৰা যায় সোনকালে উলিয়াই ল'বলৈ ব্যৱস্থা কৰি Rule Book ৰ কাৰণে Officer In-Charge NIS Moti Bagh. P. Box No. 13 Patiala-147001 (INDIA) লৈ চিঠি লিখা হ'ল। বিচৰা কিতাপখন বৰ সোনকালেই পালেহি আৰু সেইখন চাই সেই মতে খেলা-ধূলাৰ ফিল্ডকেইখন উলিয়াই লৈ শিক্ষক চি. কে. টামাঙক খেলা-ধূলাৰ দায়িত্ব দিয়া হ'ল।

ইতিমধ্যে অৰুণাচলৰ উপ ৰাজ্যপাল কে. এ. এ. ৰাজা চাহাবে বিদায় লোৱাত তেখেতৰ ঠাইত মিঃ হলদিপুৰ আহি উপৰাজ্যপালৰূপে অৰুণাচলৰ শাসনৰ বাঘজৰী হাতত ল'লেহি। বিদায়ী ৰাজাচাহাবে মই আলঙত থকা দিনৰে পৰা মোক মানে মোৰ কাম-কাজবোৰ বৰ শুভ-দৃষ্টিৰে লক্ষ কৰি আছিল। বৰ দুখৰ কথা যে তেখেত অৰুণাচল এৰি যাবৰ সময়তে ডিব্ৰুগড়ত আমাৰ বৰ জোঁৱাই সুশীলৰ মাতৃয়ে ইহজগতৰ পৰা চিৰ বিদায় লোৱাত মই ডিব্ৰুগড়লৈ গুচি আহিবলগীয়া হোৱাত তেখেতৰ বিদায়ক্ষণত উপস্থিত থাকিব নোৱাৰিলোঁ। তেখেত সঁচাকৈয়ে মোৰ বৰ হিতাকাংক্ষী আছিল। ডিব্ৰুগড়ৰ পৰা ইটানগৰলৈ মই উলটি যোৱাৰ পিছত তেখেতৰ Confidential Assistant জনে মোক লগ পাই ক'লে, 'ৰাজা-চাহাবৰ বিদায়ৰ সময়ত আপুনি ক'লৈ গৈছিল?' মই কাৰণটো কোৱাত তেওঁ মোক ক'লে— 'আপুনি

নাজানে ৰাজা-চাহাবে আপোনাক কিমান ভাল পাইছিল।' তেখেতৰ কথা শুনি মোৰ চকুৰ পানী পৰোঁ পৰোঁ হৈছিল। পিছত মই তেখেতৰ ঘৰৰ ঠিকনা সংগ্ৰহ কৰি চিঠি দিছিলোঁ। উত্তৰ নাপালোঁ। এই সময়খিনি মোৰ বাবে অতিশয় জটিল সময় আছিল। স্কুলখন দৃঢ় ভেটিত প্ৰতিষ্ঠিত হ'বলৈ তেতিয়াও অনেক কাম বাকী আছিল। সমান্তৰালভাবে সজা স্কুলৰ তলৰ দীঘলীয়া বিল্ডিংটো তেতিয়া সম্পূৰ্ণ হৈ উঠিছে মাত্ৰ। চাৰিওফালে বেড়া এখন দি ল'বই পৰা নাই। এনেতে ১৮-১২-৭৮ তাৰিখৰ পৰা ৪৫ দিনৰ কাৰণে আমাৰ শীতকালীন দীঘলীয়া বন্ধ আৰম্ভ হ'ল। ১৭ ডিচেম্বৰ দেওবাৰ আছিল। গতিকে ভালেকেইজন শিক্ষক ঘৰলৈ গ'ল। নতুনকৈ আহি কামত যোগদান কৰা কেইজনে ছুটী নাপায় কাৰণে ৰৈ গৈছিল। স্কুলৰ অফিছ খোলা ৰাখি মই প্ৰতিদিনে স্কুললৈ গৈ আছিলোঁ। এনেতে খবৰ পালোঁ নতুন উপৰাজ্যপাল হলদিপুৰ চাহাবে স্কুল পৰিদৰ্শন কৰিব। ঘৰলৈ নোযোৱা শিক্ষক-শিক্ষয়িত্ৰীসকলক লগত লৈ উপৰাজ্যপালগৰাকীক আদৰণি জনাবলৈ আমি সকলোৱে উদগ্ৰীৱ হৈ অপেক্ষা কৰি আছিলোঁ। যথা সময়ত তেখেত আহিল। চাৰিওফালে ঘূৰি-পকি চাই স্কুলঘৰটোৰ পিছফালে নতুনকৈ লগোৱা গছ-পুলিবোৰো চাই আমাক নিৰ্দেশ দিলে সেইবোৰত গছৰ নাম লিখি যি ল'ৰা বা ছোৱালীয়ে লগাইছে তেওঁৰো নাম লিখি সৰু সৰু প্লেট একোখন প্ৰতিটো গছ পুলিতে লগাই দিব লাগে। তেখেতৰ নিৰ্দেশৰ শলাগ লৈ মই লগে লগে 'হয় ছাৰ আমিও তেনেকৈ ভাবিছোঁ' বুলি কৈ প্লেট কেইখনমান অনাই (ইতিমধ্যে লিখি থোৱা হৈছিল) তেখেতক দেখুৱাবলৈ নৌ পাওঁতেই তেখেতে সিংহৰ দৰে গৰজি উঠি "Oh! He thinks before me!" বুলি কৈয়ে লগত অহা চীফ্ ইঞ্জিনিয়াৰকে আদি কৰি উচ্চপদস্থ বিষয়াসকলৰে সৈতে ফোঁ-ফোঁৱাই স্কুল চৌহদৰ পৰা ওলাই গাড়ীত উঠি গুচি গ'ল। তেখেতসকলৰ পিছে পিছে মাদাম হলদিপুৰেও উচ্চপদস্থ বিষয়াসকলৰ পত্নীসকলক লগত লৈ স্কুল পৰিদৰ্শন কৰি বৰ সন্তোষ প্ৰকাশ কৰি গ'ল। তেখেতসকলে গমেই নাপালে ক্ষন্তেক (প্ৰায় বিশ মিনিট) আগতে উপৰাজ্যপালগৰাকীয়ে যে তৰ্জন-গৰ্জন কৰি গ'ল। উপৰাজ্যপালগৰাকী আহিছিল আচলতে বিল্ডিংবোৰকে ধৰি ৰাজধানী চহৰখনৰ নিৰ্মাণকাৰ্য সুচাৰুৰূপে চলিছেনে নাই সেইটো চাবলৈহে।

উপ-ৰাজ্যপাল হলদিপুৰ চাহাবৰ লগত যেন সম্ৰাট কেনিউটৰ ডা-ডাঙৰীয়াসকলহে আহিছিল। সম্ৰাট কেনিউটক তেওঁৰ ডা-ডাঙৰীয়াসকলে যেৰি লৈ অসময়তে তোষামোদেৰে ডুবাই ৰখাৰ দৰে ইটানগৰৰ বিষয়াবৰ্গইও তেওঁলোকৰ দোষবোৰ ঢাকি খণ্ডাল হলদিপুৰক মোৰ বিৰুদ্ধে কৈ গা-সাৰিবৰ উপায় বিচাৰি পালে। স্কুলখন আৰম্ভ হৈছিল অক্টোবৰৰ ২ তাৰিখে। শীত-কালীন দীঘলীয়া বন্ধ আৰম্ভ হ'ল

ডিচেম্বৰৰ ১৭ তাৰিখ দেওবাৰৰ পৰা। নৱেম্বৰ মাহটো পাৰহৈ যোৱাৰ পিছত ডিচেম্বৰ মাহতে নতুনকৈ ক্লাছ বানৰ পৰা টুৱেল্‌ভলৈকে একেলগে পাতিবলৈ যত্ন কৰা Higher Secondary School এখন Science আৰু Arts দুয়োটা শাখাতে সম্পূৰ্ণ কৰি তোলা কিমান কঠিন কাম সেইটো কাম কৰোঁতাজনেহে বুজি পায়। আনে কি বুজিব! সন্তান প্ৰসৱৰ বেদনা জন্মদাত্ৰী মাতৃ গৰাকীৰ বাহিৰে আনে নুবুজে। তাৰ কোনো কোনো অফিচাৰে মোক উপদেশ দিছিল— 'আপুনি আজিয়েই ৰাজভৱনলৈ গৈ উপৰাজ্যপাল গৰাকীৰ ওচৰত ক্ষমা-ভিক্ষা কৰি আহক।' মই এই কাম কৰিবলৈ কেতিয়াও তেখেতৰ ওচৰলৈ নাযাওঁ। মই জানো তেখেতে মোৰ পৰা কি বিচাৰিছে। তেখেতে বিচৰাটো মই তেখেতক মোৰ কামেৰে দেখুৱাই দিম। আকৌ এদিন স্কুল খোলা দিনত তেখেত আহিব, আমাৰ কাম চাব, সন্তুষ্ট হ'ব। আৰু কি? মই নগ'লোঁ। মই কোৱা কথাকেইটা লগে লগেই তেখেতৰ কাণত পৰিলগৈ। ইতিমধ্যে আমি শিক্ষক-শিক্ষয়িত্ৰী, ছাত্ৰ-ছাত্ৰী সকলোৰে মিলি ডবাপিটা বৰষুণতে এদিন হাবিৰ বাঁহ কাটি আনি স্কুল আৰু বাগিচাৰ চাৰিওফালে বেৰাদি ফুলগছ ৰুই গোটেই স্কুল চৌহদটো জিলিকাই তুলিলোঁ। বনমহোৎসৱৰ দিনা উপ-ৰাজ্যপাল হলদিপুৰ চাহাব আহিল। গাড়ীৰ পৰা নামিয়েই অতি সহৃদয়তাৰে তেখেতে মোৰ লগত সজোৰে কৰমৰ্দন কৰিলে। সেইদিনাৰ সভাত উপস্থিত থাকি স্কুলৰ উন্নতি দেখি সন্তোষ প্ৰকাশ কৰিলে। তাৰ পিছৰ বহাগ বিহুতে বুলু আৰু মোক ৰাতিৰ সাজ ভাত ৰাজভৱনত তেখেতৰ লগত খাবলৈ নিমন্ত্ৰণ কৰিলে। পিছে সেইদিনা নতুন দিল্লীৰ C.B.S.E. গৱৰ্ণিংবডিৰ মিটিং শেষ কৰি উৰাজাহাজেৰে উভতি আহোঁতে হঠাতে অসুখ হৈ মোৰ মাতটো একেবাৰে নোলোৱা হোৱাত তেখেতসকলৰ আতিথ্য গ্ৰহণ কৰিবলৈ অপাৰগ হৈ তেখেতৰ Confidential Assistant ৰ যোগেদি note এটা লিখি তেখেতৰ ওচৰত ক্ষমা বিচাৰিলোঁ। বিহু উৎসৱৰ মূল সভাৰ দিনা তেখেতসকল আহোঁতে সভা ভগাৰ পিছত গাড়ীত উঠিব খুজিয়েই তেখেতে আক্ষেপেৰে মোক ক'লে, 'সিদিনা আপোনালোকক খাবলৈ মাতিলোঁ, নগ'লে।' তেতিয়াও মোৰ মাতটো ভালকৈ ফুটি নুঠাত তাকে কৈ পুনৰ তেখেতৰ ওচৰত মই বিনম্ৰতাৰে ক্ষমা বিচাৰিলোঁ। তেখেতে মাত্ৰ ক'লে— 'বৰঠাকুৰ, Take care of your health'. মই বুজিলোঁ— অন্তৰৰ একেবাৰে গভীৰ ভাগলৈকে মানুহজন কেনে সহানুভূতিশীল। তেখেতৰ বিষয়ে আৰু ক'বলগীয়া আছে। যথা সময়ত ক'ম।

চৰকাখন কেঁচুৱাই নাকান্দিলে মাকে গাখীৰ নিদিয়াৰ দৰে। পিছে পিছে লাগি থাকিলেহে চৰকাৰী কাম-কাজবোৰ আগবাঢ়ে, নহ'লে স্থবিৰ হৈ পৰে। টেলিফোনেৰে

অনুমতি লৈ মই এদিন আমাৰ শিক্ষা-সচিব লহকৰ চাহাবৰ ওচৰলৈ গৈ ক'লোঁ, 'ছাৰ, আমি এতিয়া এনেকৈ হাত-সাবটি বহি থাকিলেতো নহ'ব। এখন হাইয়াৰ ছেকেণ্ডাৰী স্কুলত C.B.S.E.ৰ Standard Scale অনুসৰি Staff, Equipments, Science Laboratory, Geography, History আদি শিকাবলৈ যিখিনি লাগে সেইখিনি নাথাকিলেতো তেওঁলোকে স্কুলখনৰ affiliation নিদিব, affiliation নাপালে ফাইনেল পৰীক্ষাৰ্থীয়ে পৰীক্ষা দিবলৈ নাপাব। Financial Year-ending লৈতো আৰু বেছিদিন নাই। আপুনি সোনকালে কিবা এটা ব্যৱস্থা কৰক। নহ'লে আপুনি-আমি সকলোৱেই বদনাম, দুৰ্যশৰ সন্মুখীন হ'ব লাগিব। তেনে অৱস্থা যাতে নহয় আমি তাৰ বাবে কঁকালত টঙালি বান্ধি শীঘ্ৰ সাজু হ'বৰ হ'ল। আমাৰ D.P.I.এতিয়া ইয়াতে আছে। মই তেখেতক কোৱাত তেখেতে আৰু' মোক পোনে-পোনেই আপোনাক ক'বলৈহে ক'লে। এতিয়া আপুনি কি কৰে কৰক।' মোৰ কথা শুনি তেখেতৰ কিনো জঁক উঠিল জানো, ওলোটাই মোকহে প্ৰশ্ন কৰিলে, 'আপুনি মোক তিনিদিনৰ ভিতৰতে সকলো আৱশ্যকীয় বস্তুৰে তালিকা প্ৰস্তুত কৰি প্ৰত্যেকখন তালিকাৰে তিনিটাকৈ কপি কৰাই দিব পাৰিব?' মই নিশ্চয় পাৰিম বুলি কোৱাত তেখেতে মোক ক'লে— 'যাওক, সকলোবোৰ প্ৰস্তুত কৰি আনি পৰহিলৈ পুৱাতে মোক ঘৰলৈকে গৈ দি আহি'ব।' যেনে নিৰ্দেশ, তেনে কাম। তৎক্ষণাত নাহৰলগনৰ পৰা ঘৰলৈ আহি দৌৰাদৌৰিকৈ কামত লাগি গ'লোঁ। আমাৰ লগত দাপৰিজোৰ পৰা একেলগে অহা বিজ্ঞানৰ শিক্ষক বি. পি. ৰামাৰাওক ঘৰলৈকে মাতি আনিলোঁ। ভাগ্য ভাল আছিল সেই সময়ত গুৱাহাটীৰ চেণ্ট্ৰেল স্কুলৰ বিজ্ঞান শাখাত পঢ়ি থকা আমাৰ পুত্ৰ টিটো (বিভূতি-এতিয়া শল্য চিকিৎসক) আছিল। তেওঁৰে সৈতে লগলাগি আমি তিনিও খোৱা-শোৱালৈ পিঠি দি একেৰাহে খাটি সকলোবোৰৰে প্ৰতিখিলা কাগজৰ তিনিটাকৈ কপি দুদিনৰ ভিতৰতে হাতেৰেই লিখি উলিয়াই প্ৰতিটো জাপত ছাপন্নখিলাকৈ ফুলস্কেপ্ চাইজৰ কাগজ জাপি সূতাৰে গাঁথি পিছদিনাখন নিচেই পুৱাতে ফাইনান্স চেক্ৰেটেৰী ৰিঙ্গু চাহাবৰ গাড়ীৰে একেলগে গৈ নাহৰলগনৰ (১২/১৩ কিঃমিঃ) তেখেতৰ চৰকাৰী বাসগৃহত নিজ হাতে লিখা অৱস্থাৰেই নি দি থৈ আহিলোঁ।

ইয়াৰ পিছত আমি আৰু পিছলৈ ঘূৰি চাব লগীয়া নহ'ল। টুফান মেইল'ৰ গতিৰে কামত আগুৱাই যাব পৰা হ'ল। প্ৰথম প্ৰথমেই ১২-৩-৭৯ ত তলত দেখুওৱাদৰে Posts বোৰৰ Creation ৰ বাবে (No. 230 dtd.12-3-79) Finance Concurrence পোৱা হ'ল—

1. Vice Principal (2nd. Class Gazetted) 1 (one) ................ 1

2. Senior Teachers (Subject Teachers) 6 (six) .................. 6
3. Teacher for Work-Experience (Gardening) 1 (one).......... 1
4. Teacher for Tailoring 1 (one) .......................................... 1
5. Librarian 1 (one) .........................................................1
6. Lab.Assistants- (Physics, Chemistry, Biology)-3 (three)... 3
7. Music Teacher 1 (one)................................................... 1
8. Drawing Teachers 1 (one) ............................................ 1
9. Graduate Teacher for N.C.C. 1 (one) ........................... 1
10. Teacher for Boy Scout 1 (one) .................................... 1
11. Teacher For Girls-guide 1 (one) .................................. 1
12. U.D.C. (Upper Division clerk) 1 (one) ........................ 1
13. Mali 1 (one) ................................................................ 1
14. Laboratory Peon 2 (two) .............................................. 2
15. N.C. C. Laskar 1 (one) ..................................................1

**Total No. of Posts– 23**

ইয়াৰ লগতে High School Section, M.E. আৰু L.P. Section ত কাম কৰি থকা এঘাৰগৰাকী শিক্ষক-শিক্ষয়িত্ৰী, লেবৰেটৰি এচিষ্টেণ্ট, পিয়ন-চকীদাৰ-মালী আদিৰে আৱশ্যকীয় সকলোবোৰ পদৰ ব্যৱস্থা প্ৰায় সম্পূৰ্ণ হৈছিল। তথাপিও দুজন ছিনিয়ৰ শিক্ষক আৰু এগৰাকী মেট্ৰিক পাছ শিক্ষকৰ বাবে ইতিপূৰ্বেই তলত দিয়াৰ দৰেই এটা W/ T মেছেজ শ্বিলঙৰ D.P.I. লৈ প্ৰেৰণ কৰা হৈছিল। Messageটো হুবহু তলত উদ্ধৃত কৰা হৈছে।

W/T D.T.O
21

FROM : PRINCIPAL NEWITA
TO : DPI SHILLONG
RPT : SECY EDN ITANAGAR
NO: GHS-6. (.) FOR SRI BHUYAN JDPI FR BORTHAKUR PRL (.) REFOUR EARLIER WT MESSAGES ADDRESSED SRIVASTAVA DDPI REG TEACHERS (.) RQST ARRANGE TRANSFER POSTING IMMEDIATELY TO FILL UP ALREADY EXISTING 2 VACANCIES FOR ST AND ONE MT AGAINST SMTI SABITA GOSWAMI RESIGNED (.) AS INTIMATED EARLIER CLASS ELEVEN ALREADY STARTED (.) RQST YOUR KIND PERSONAL ATTENTION (.) MMU

.................................................................................................................

Not to be transmitted :-

(A. P. Borthakur)
principal.
Govt. H.S. School. New Itanagar
p.o. New Itanagar- 791110

Copy by post in confirmation to :-
The Director of Public Instruction, Govt. of Arunachal Pradesh, Shillong.
The Secretary (Education), Govt. of A.P. Itanagar-791111

A.p. Borthakur
21-2-79
(A.p.Borthakur)
Principal

ওপৰত উল্লেখিত সবিতা গোস্বামী নামৰ শিক্ষয়িত্ৰীগৰাকী সুদক্ষ শিক্ষয়িত্ৰী আছিল বাবে মই তেখেতক এৰি দিবলৈ ইচ্ছা নকৰিছিলোঁ। তেখেতসকলৰ দুজনী ছোৱালী তেতিয়া বাহিৰত পঢ়ি আছিল। ছোৱালী দুজনীৰ সু-শিক্ষাৰ অজুহাত দেখুৱাই তেখেত যাবলৈ ওলোৱাত মই এৰি দিলোঁ। তাৰ পিছত 'দৈনিক জনমভূমি'ত দেখিলোঁ এগৰাকী সবিতা গোস্বামীয়ে নতুন দিল্লীৰ পৰা প্ৰায়েই দিল্লী ডায়েৰী (?) লিখে। এবাৰ এনে এটি লেখাত গোৱাৰ কিবা উল্লেখ থকাত মই প্ৰায় নিশ্চিত হ'লোঁ এইগৰাকীয়েই আমাৰ স্কুলত কাম কৰা সেইগৰাকী সবিতা গোস্বামীয়েই হ'ব। কাৰণ তেওঁলোক ইটানগৰলৈ অহাৰ আগতে গোৱাত আছিল। চিঠি এখন দি সম্পূৰ্ণ নিশ্চিত হ'বলৈ আৰু লগতে শুভেচ্ছা জনাবলৈ মোৰ বৰ মন গৈছিল। কিন্তু তেখেতৰ ঠিকনা নজনাত সেইটো কৰিব পৰা নগ'ল। ছোৱালীদুজনীও পঢ়া-শুনাত ভাল আছিল।

শিক্ষকতাৰ জীৱনত মই এটা কথা লক্ষ কৰিছিলোঁ যে ফাইনেল পৰীক্ষাবোৰত ল'ৰা-ছোৱালীবোৰে সাধাৰণতে অঙ্ক, ইংৰাজী, বিজ্ঞান এইকেইটা বিষয়তে পিছপৰি ৰয়, কম নম্বৰ পাই হয়তো ফেইলো কৰে। বাৰ্ষিক পৰীক্ষাবোৰতো তেনে ধৰণৰ ফলাফলেই দেখা যায়। তাৰমানে কেইটামান বিষয় ছাত্ৰ-ছাত্ৰীবোৰে ভালকৈ নুবুজাকৈয়ে ওপৰলৈ গৈ থাকে আৰু অৱশেষত গৈ বেয়া কৰেগৈ। এই কেৰোণটো গুচাবৰ কাৰণে মই মনতে এটা বেলেগ পৰিকল্পনা কৰিছিলোঁ— ক্লাছ IX. X, XI আৰু XII এইকেইটাত শ্ৰেণীকোঠাৰ পৰিবৰ্তে Subject অনুযায়ী কোঠা ভাগ কৰি প্ৰতিটো কোঠাতে বিষয় অনুযায়ী শিক্ষক বহিব আৰু ছাত্ৰ-ছাত্ৰীয়ে কঠিন পোৱা বিষয়টো সেই সেই শিক্ষকৰ পৰা শিকিব। প্ৰতিটো কোঠাত বিষয় অনুযায়ী একোটা আলমাৰিত Reference Books ৰখা হ'ব। যি যি ছাত্ৰ-ছাত্ৰীয়ে যিটো বিষয়ৰ যিটো অংশৰ পৰা ভালকৈ অনুধাৱন কৰিব নোৱাৰাকৈ পিছ পৰি ৰয় তেনে ছাত্ৰ-ছাত্ৰীয়ে সেই বিষয় শিক্ষকৰ কোঠালৈ গৈ নুবুজা অংশৰ পৰা বিষয়টো আয়ত্ত কৰিবলৈ চেষ্টা কৰিব। যেনে— অঙ্ক বিষয়ত যদি কোনো এগৰাকী ছাত্ৰ-ছাত্ৰীয়ে Compound Interest বুজিব নোৱাৰি খোকোজা লাগি ৰৈ যাবলগীয়া হয়, তেওঁ

অঙ্ক শিক্ষকৰ কোঠালৈ গৈ Compound Interest ৰ পৰা আৰম্ভ কৰি বিষয়টো ভালকৈ খৰচি মাৰি বুজিব পাৰিব। সেই সময়ত ক্লাছ নাইনৰ ছাত্ৰ-ছাত্ৰীৰ লগত হয়তো ক্লাছ ইলেভেনৰ এজন ছাত্ৰ বহি লৈ সেই বিষয়টোৰ জ্ঞান আহৰণ কৰিবলৈ যাব আৰু সেই অংশটো খৰচি মাৰি বুজাৰ পিছত আকৌ নিজৰ ক্লাছলৈ গৈ বহিব। এইদৰে মই আগবঢ়োৱা এই পৰিকল্পনাটো L.G. চাহাবৰ ওচৰলৈ পঠোৱা ফাইলৰ ন'টটোত পঢ়ি চাই পিছদিনা তেখেতে মোক ৰাজভৱনত তেখেতৰ সৰু অফিচটোত লগ পাবলৈ ইচ্ছা কৰাৰ কথা তেখেতৰ ব্যক্তিগত সচিব ত্ৰৈলোক্য খাউণ্ডে মোক ফোনত খবৰ দিলে। মই যাওঁতে L.G. চাহাব তেখেতৰ অফিচতে বহি আছিল। মই গৈ পাইছোঁ বুলি খাউণ্ডে তেখেতক জনোৱাৰ লগে লগেই মোক তেখেতৰ অফিচলৈকে মাতিলে। তেখেত বহা Revolving Chair খনৰ ইটো কাষৰ খিৰিকীখনৰ ওচৰত মোক বহিবলৈ নিৰ্দেশ দি তেখেতে ক'লে, ' আপোনাৰ এই পৰিকল্পনাটো অতি সুন্দৰ হৈছে। পিছে বছৰে বছৰে যেতিয়া ল'ৰা-ছোৱালীৰ সংখ্যা বাঢ়ি গৈ থাকিব তেতিয়া হয়তো আপুনি অসুবিধাত পৰিবগৈ। গতিকে বৰ্তমান আপুনি গতানুগতিক ব্যৱস্থাতে চলাই থাকিলেই ভাল হ'ব নেকি?' আলোচনাৰ মাজতে তেখেতৰ অফিচ কোঠালৈ চাহ আহিল। মই চাহ খাই 'হ'ব ছাৰ' বুলি কৈ তেখেতক ধন্যবাদ জনাই ফাইলটো লৈ আনিলোঁ। আকৌ পূৰ্বৰ নিয়মতে ক্লাছবোৰ চলোৱাৰ কথা লিখি তেখেতৰ পৰা approve কৰাই লৈ আহিলোঁ।

লেফ্‌টেনেণ্ট গৱৰ্ণৰ হলদিপুৰ চাহাবে অৱশ্যে মোৰ পৰিকল্পনাটো ঘপ্‌কৰে এৰি পেলাবলৈ মানা কৰিছিল। এবাৰ আকৌ দকৈ চিন্তা কৰি চাইহে ফাইলটো পুনৰ তেখেতৰ ওচৰলৈ পঠাবলৈ কৈছিল। মই কিন্তু একেটা কথাতে লাগি থাকিবলৈ নহ'ল। কাৰণ সেই বিল্ডিংটোৰ ওপৰত আনবো চকু পৰিছিল। নতুন ইটানগৰত এখন কলেজ খোলাৰ কথাও ইতিমধ্যেই ওলাইছিল আৰু সেইখনৰ বাবে প্ৰাৰম্ভিক প্ৰচেষ্টাও আৰম্ভ হৈ গৈছিল। জৰাম বেগিয়ে এম.এ পাছ কৰি আমাৰ স্কুলতে শিক্ষকতা কৰি আছিল। ছাত্ৰ জীৱনত তেওঁ প্ৰথমে জিৰোত আৰু পিছত দৈমুখত পঢোতে মোৰ বৰ মৰমৰ ছাত্ৰ আছিল। পঢ়া-শুনাত জৰাম বেগিয়ে বৰ তীক্ষ্ণ বুদ্ধিৰ পৰিচয় দিছিল। (বৰ্তমান বেগি অৰুণাচলৰ বিশ্ববিদ্যালয়ৰ ৰেজিষ্টাৰ)। তেৰেঁই মোৰ স্কুলত কাম কৰি থাকোতেই এখন কলেজ পতাৰ কাম আৰম্ভ কৰি আমাৰ তলৰ বিল্ডিঙতে ক্লাছ লৈছিল। চাওঁতে চাওঁতে কলেজখন গঢ় লৈ উঠিছিল আৰু তেঁৱেই তাৰ প্ৰথম প্ৰতিষ্ঠাপক প্ৰিন্সিপাল হৈছিল। সেই কলেজখনৰ বাবেও ওপৰৰ নতুন বিল্ডিংটো পাবলৈ তেওঁলোকে হেঁপাহ কৰিছিল। পিছে মই আগে ভাগে L.G. চাহাবৰ পৰা approval লৈ অনাত সেই প্ৰচেষ্টা তল পৰিল।

L.G. চাহাবলৈ লিখা Note টো টাইপ কৰাৰ প্ৰসঙ্গত যে মই সদাশিৱমৰ নাম লৈছিলো তেওঁৰ বিষয়ে দুটামান কথা নিলিখি নোবাৰোঁ। এইজন অতি সত্তভাবে কাম কৰা কৰ্মচাৰী আছিল। মোক আলঙৰ পৰা দাপৰিজোলৈ বদলি কৰাৰ সময়তে তেওঁকো অফিচৰ কেৰাণী হিচাবে (U.D.C.) দাপৰিজোলৈ বদলি কৰিছিল। আলঙৰ ডি. চি. ৰ অফিচৰ কাম কৰা তেওঁৰ এজন আত্মীয়ই মই দাপৰিজোলৈ যাবলৈ এখন ট্ৰাক বন্দবস্ত কৰি লোৱা বুলি গম পাই তেওঁকো পৰিয়ালসহ মোৰ লগতে লৈ যাবলৈ অনুৰোধ কৰাত মই মান্তি হ'লোঁ আৰু সেইমতে আমি দুয়োটা পৰিয়াল একেলগে একেখন ট্ৰাকেৰে গৈ দাপৰিজো পালোঁগৈ। সদাশিৱমে দাপৰিজো স্কুলৰ অফিচতে Upper Division Assistant হিচাবে যোগদান কৰিলেগৈ। তেওঁ এজন অভিজ্ঞ কেৰাণী হোৱাৰ লগতে এজন সুদক্ষ Accountant ও আছিল। তদুপৰি চিঠিপত্ৰ ড্ৰাফ্‌ট কৰিবও ভালকৈ পাৰিছিল আৰু এজন ভাল টাইপিষ্ট আছিল। তেওঁৰ কাম দেখি মই বৰ সন্তুষ্ট হৈছিলোঁ। নতুনকৈ পতা ইটানগৰৰ গবৰ্ণমেণ্ট হাইয়াৰ ছেকেণ্ডাৰী স্কুলখনত তেওঁৰ দৰে এজন সৰ্বগুণী কেৰাণীৰ প্ৰয়োজন বৰ বেছিকৈ অনুভৱ কৰি শিক্ষা সচিব গৰাকীক কোৱা মাত্ৰকে তেখেতে মোক সুধিলে, 'আপোনাৰ Choice ৰ ক'ৰবাত কোনোবা আছে যদি কওক। মই এতিয়াই তেওঁক আনি দিয়াৰ ব্যৱস্থা কৰিম।' মই সদাশিৱমৰ কথা কোৱাত তেখেতে তৎক্ষণাতে দাপৰিজোৰ এ.ডি.চি. লৈ W/T message পঠাই সদাশিৱমক ইটানগৰলৈ বদলি কৰোৱাই মোৰ স্কুলত দিয়ালে। ইটানগৰৰ স্কুলখন গঢ়ি তোলাৰ ক্ষেত্ৰত সদাশিৱমৰ অৰিহণা নিচেই সামান্য নহয়। বহুত বেছি। পিছে মই অৱসৰ লৈ তাৰপৰা গুচি অহাৰ পিছত সদাশিৱম বৰ টান নৰিয়াত পৰি তাৰ ৰামকৃষ্ণ মিছন হস্পিটেলত চিকিৎসাধীন হৈ থাকোতেই ঢুকাল। তেওঁৰ পৰিবাৰ এতিয়াও দাপৰিজো স্কুলৰ এল.পি,. চেক্সনত শিক্ষয়িত্ৰী হৈ আছে। সদাশিৱম হস্পিটেলত শয্যাগত হৈ থাকোঁতে আমি এবাৰ চাই আহিছিলোঁগৈ। তেওঁৰ অৱস্থা দেখি মনত অত্যন্তদুখ লাগিল। তেওঁক প্ৰায় সংজ্ঞাহীন অৱস্থাতহে আমি দেখা পালোঁগৈ। তেওঁলোকৰ ল'ৰা-ছোৱালীহাল এতিয়া কিমান পালেগৈ নাজানো।

এতিয়ালৈ ল'ৰা-ছোৱালীৰ সংখ্যা বাঢ়ি আঢ়ৈ শৰ ওপৰ হ'ল। 'অৰুণ প্ৰকাশ' নাম দি এখন আলোচনীও উলিওৱা হ'ল। সমগ্ৰ স্কুলৰ ছাত্ৰ-ছাত্ৰীসকলক চাৰিটা গৃহত ভাগ কৰি সেইকেইটাৰ ইংৰাজীতে নামাকৰণ কৰা হ'ল-

1. Patience
2. Perseverance.
3. Tolerance.
4. Endurance. অৱশ্যে স্কুলৰ ছাত্ৰ একতা সভা গঠন হোৱাৰ পিছত এই

নামকেইটা সলনি কৰা হ'ল। এই প্ৰসঙ্গ পিছত উলিওৱা হ'ব। প্ৰথমৰে পৰা ল'ৰা-ছোৱালীবোৰক ইউনিফৰ্ম পিন্ধি (বগা ছাৰ্ট, নীলা পেণ্ট, ছোৱালীৰ বগা ব্লাউজ, নীলা স্কাৰ্ট) স্কুললৈ আহিবলৈ উৎসাহিত কৰা হৈছিল।

২৩-৬-৭৯ তাৰিখেই স্কুলত এখন Staff meeting পাতি চাৰিটা House সম্পৰ্কে সিদ্ধান্ত এনেদৰে লোৱা হৈছিল— Houses are not for blind competition only, but for healthy activities aimed at all round development of the children under the able guidance of the teachers who will be known as House-Masters. For proper management various activities the house master may form smaller groups in the House itself so as to facilitate performance of duties in various field of activities selected by the House. Academic persuit/self studies also will be one of such activities. Proper records of all activities should be maintained so that entries could be made in the individual progress report of each student. Adopting certain 'Hobby' by each and every child of the house should also be aimed at.

স্কুলখনক Full fledged Higher Secondary School কৰি গঢ়ি তুলিবলৈ সকলো বিষয়ৰ শিক্ষকৰ প্ৰয়োজন পূৰণৰ ব্যৱস্থা কৰা হ'ল এইদৰে—

1. A. P. Borthakur- M.A.B.T- Principal
2. A.D. Mazumder- M. A. B. T.- Vice Principal
3. J. N. Mahanta- M.Sc. B. Ed. Maths. Computer Teaching, Senior Teacher
4. A. C. Mahanta - M. A. English- Senior Teacher
5. V.P. Singh- M. A. Economics- Senior Teacher
6. S. K. Mukherjee- M.Sc.- Physics- Junior Teacher
7. D. D. Bharadwaj- M., Sc. Biology- Senior Teacher
8. P.N. Roy- M.A.- History-Senior Teacher
9. R.B. Rai- M.A. B.Ed.- Hindi-Junior Teacher
10. B.P. Rama Rao- M.Sc. Zoology-Junior Teacher
11. J. Abedin- B.A.B.T.- Junior Teacher.
12. Mrs. S.R. Singh- M.A.Economics-Junior Teacher.
13. C.K. Tamang- M.A. English literature- Junior Teacher
14. H.N. Dutta-B.A. (Hons.) M.A. History-Junior Teacher
15. S.C. Bhattacharjee-M.Sc.Maths. B.Ed.- Graduate Teacher
16. P.S. Kathayat-M.Sc.-Physics-Junior Teacher
17. J.Begi-M.A.- Junior Teacher
18. Mr.Goswami-Ph.D.- Geography-Senior Teacher
19. B.P. Borthakar-B.A. Junior Teacher

20. A.K. Baruah-B.A.-Junior Teacher
21. Mrs. M. Mazumder-B.A. -Junior Teacher
22. Mrs. I. Kaur-B.A. Junior Teacher.
23. R. Jha- B.A.- Asstt. Teacher.
24. T.S.Bisht- M.A.- (Scocial Studies) Junior Teacher.
25. Mrs. Sengupta- B.A (Hons.)-Asstt. Teacher
26. Mrs. Goswami- B.A. - Craft (Girls Craft) Teacher.
27.U.N. Podder-B.A.-Drawing Teacher.
28. R.C. Bhatt- Librarian
29. R.K. Viswakarma- Laboratory Assistant.
30. B.Singh-P.T.I. (Physical Training Instructor)
31. K. Ahmed- Wood-work Teacher
32. D. Subhanandan- A.T.- Etectrical Operator

K.V.S. (Kendriya Vidyalaya Sangathan) Syllabusমতে তলৰ শ্ৰেণীবোৰত শিকাবলগীয়া Craftবোৰ এনে ধৰণৰ ঃ

**For Girls & Boys of I&II**

(a) Paper Cuttings/Card Boards (b) Making Book-Covers/ Note-Book Covers. (c) Making Greeting Cards (d) Envelope making (e) Making Toys-Hanks Puppets Dolls (Girls) (f) Clay work/Gardening.

**For Class II.** (a) Cutting and Stencilling of English, Hindi Letters (b) Making Note Books (c) Needle work for girls– making handkerchief.

**Class III (Both for Boys & Girls)**

(a) Cutting papers of different geometrical sizes, shapes suitable for designs for coloured and decoration pastings.

(b) Greeting cards (c) Making envelopes of differnt sizes & shapes (d) Making Note-Books with stiff covers. (e) Making auto graphy Books. (f) Flower gardens/ Vegetable gardens. For girls: Making toys, puppets, dolls, masks etc.

**Class IV (Both for Boys & Girls)**

1. Multiple Section Note Books with Soft covers.
2. Album making
3. Paper Work- Making outline models of familiar objects
4. Kitchen Gardening.

**For girls only.**

1. Making of pillow Covers 2. Stiching buttons
3. Applying Patches by heming bone stich
4. Washing of cotton garments & pressing of simple clothes

ওপৰত উল্লেখ কৰা Craft বোৰ ল'ৰা-ছোৱালীহঁতক শিকাবৰ কাৰণে পাৰ্যমানে,

লাগতিয়াল সকলো বস্তু স্কুলৰ ফালৰ পৰা কিনি-কুটি যোগাৰ কৰি দিয়া হৈছিল আৰু মিছেছ্ গোস্বামীৰে সৈতে লগ হৈ মিছেছ্ মজুমদাৰ, মিছেছ্ কৌৰ, মিছেছ্ সেনগুপ্তই এইবোৰ বিষয় ল'ৰা-ছোৱালীবোৰক বঢ়িয়াকৈ শিকাইছিল। এইদৰে উৎপাদিত সামগ্ৰীসমূহ স্বাধীনতা দিবস, গণতন্ত্ৰ দিবস, স্কুল সপ্তাহ, শিশু দিবস আদিত প্ৰদৰ্শনী পাতি বিক্ৰি কৰি সেই ধনেৰে আকৌ লাগতিয়াল বস্তু কিনি অনা হৈছিল।

স্কুলখন সকলোফালৰ পৰা সম্পূৰ্ণ হৈ উঠাৰ পিছত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ইয়াত দেখুওৱাৰ দৰে ৯৪২ হ'ল।

**Enrolment figures as on 8-7-85**

| Class | (Science & Humanities together) | | | Enrolment. |
|---|---|---|---|---|
| XII | Do | Do | Do | 53 |
| XI | Do | Do | Do | 62 |
| X | Sections A and B | | | 115 |
| IX | Do | A, B, & C | | 162 |
| VIII | Do | A and B | | 88 |
| VII | Do | A and B | | 86 |
| VI | Do | A and B | | 154 |
| V | | | | 46 |
| IV | | | | 35 |
| III | | | | 40 |
| II | | | | 48 |
| I | | | | 53 |
| | | | **Total =** | **942** |

খুলিবৰ দিনা (২ অক্টোবৰ, ১৯৭৮ ত) আছিল মাত্ৰ ২৪ টি। এতিয়া ছাত্ৰ-ছাত্ৰীও বেছি হ'ল; শিক্ষক-শিক্ষয়িত্ৰীও বেছি হ'ল। Geography XI, XII ত শিকাবৰ কাৰণে আৰু এজন Senior Teacher Mr. M.M.Das আহিল। সেইদৰে Deputy Director (Science) Mr. Yadav ৰ পত্নী Mrs.Yadav. য়েও এগৰাকী বিষয় শিক্ষয়িত্ৰী হৈ কামত যোগদান কৰিলেহি। L.P.Section তো দুই তিনিগৰাকী নতুন শিক্ষয়িত্ৰীয়ে যোগ দিলেহি। মুঠতে স্কুলখনে সম্পূৰ্ণ ৰূপ লোৱাত মই এতিয়া আনবোৰ চিন্তা এৰি দি বিদ্যায়তনিক (Academic) দিশত ভালকৈ মনোযোগ দিব পৰা হ'লোঁ। আমি চাংলাঙৰ Orientation Programme ত যোগদান কৰি নিজৰ কামৰ ঠাইলৈ উলটি যোৱাৰ কিছুদিনৰ পিছত বিভিন্ন শ্ৰেণীত বিভিন্ন বিষয়ৰ কিমান

পিৰিয়ড সপ্তাহটোত পঢ়াব লাগে তাৰে নিৰ্দেশনা উৰ্দ্ধ কৰ্তৃপক্ষৰ ফালৰ পৰা তলত দিয়াৰ দৰে আছিল। উদ্ধৃতিবোৰ ইংৰাজীতে থকাৰ দৰে দিয়া হৈছে—

The School should function 6 days per week with 9 periods (excluding lunch break) per day for Middle/Secondary/Higher Secondary Classes and 8 periods per day per week for primary Classes. The allotted periods per week for core-elective and co-curricular subjects are given below:- ('A'-Primary-not noted)

| B. Middle | VI | VII | VIII |
|---|---|---|---|
| Hindi | 8 | 8 | 8 |
| English | 8 | 8 | 8 |
| Mathematics | 7 | 8 | 8 |
| Social Science | 6 | 6 | 6 |
| Science | 6 | 8 | 8 |
| Art | 2 | - | - |
| Work Experience | 3 | 3 | 3 |
| Music | 2 | 1 | 1 |
| P.T. & Games | 5 | 5 | 5 |
| Library | 2 | 2 | 2 |
| Assamese/Sanskrit (3rd.Language) | 3 | 3 | 3 |
| C.C.A. (Co-Curricular activities) | 2 | 2 | 2 |
| | 54 | 54 | 54 |

Note : Subject-wise allotment of periods is on the basis of instructions issued by Kendriya Vidyalaya Sangathan in the Curriculam for Classes I to VIII and CBSE, New-Delhi and further instruction issued to Central Schools by Kendriya Vidyalaya Sangathan. আমি স্কুলৰ দৈনিক Routine তৈয়াৰ কৰোঁতে এইবোৰ Instruction সম্পৰ্কে প্ৰয়োগ কৰিহে স্কুলৰ Daily Routine তৈয়াৰ কৰিছিলোঁ।

| C.Secondary | IX | X |
|---|---|---|
| 1. Egnglish | 8 | 8 |
| 2. Hindi | 7 | 7 |
| 3. Mathematics | 8 | 8 |
| 4. (a) Physics<br>(b) Chemistry<br>(c) Life Science | 9 | 9 |
| 5. (a) History & Civics<br>(b) Geography, Economics and Commerce | 9 | 9 |
| 6. Work-Experience/Community Service | 6 | 6 |
| 7. Health & Physical Education/P.T. & Games- | 4 | 4 |

| | | |
|---|---|---|
| 8. Co-curricular Activities | 2 | 2 |
| 9. Library | 1 | 1 |
| | 54 | 54 |

| D.Higher Secondary- (a) Humanities Stream- | XI | XII |
|---|---|---|
| 1. English | 9 | 9 |
| 2. General Studies/Hindi | 9 | 9 |
| 3. History | 9 | 9 |
| 4.Geography | 9 | 9 |
| 5.Economics | 9 | 9 |
| 6. Political Science | 9 | 9 |
| 7. P.T. & Games | 4 | 4 |
| 8.Library | 2 | 2 |
| 9. C.C.A | 2 | 2 |
| 10. Tutorial/Science | 1 | 1 |
| | 63 | 63 |
| (-) optional Subject | –9 | –9 |
| | 54 | 54 |

| (b) **Science Stream.** | | |
|---|---|---|
| 1 English | 9 | 9 |
| 2 Physics | 9 | 9 |
| 3 Chemistry | 9 | 9 |
| 4 Mathematics | 9 | 9 |
| 5 Biology | 9 | 9 |
| 6 P.T.& Games | 4 | 4 |
| 7 Library | 2 | 2 |
| 8 C.C.A. | [illegible] | 2 |
| 9 Tutorial/Science | | 1 |
| 10 General Studies (not shown) | | |
| | 54 | 54 |

**Note : Total No. of period Should be- 54**

**D (c) Higher Secondary Commerce-Stream.**

| | XI | XII |
|---|---|---|
| 1 English | 9 | 9 |
| 2 General Studies | 9 | 9 |
| 3 Advanced Accountancy | 9 | 9 |
| 4. Principles and Practices of Commerce | 9 | 9 |
| 5. Economics and Commercial Geography | 9 | 9 |
| 6. Mathematics | 9 | 9 |
| 7 Library | 2 | 2 |

| | | |
|---|---|---|
| 8. P.T.& Games | 4 | 4 |
| 9. C. C. A. (Co-curricular activities) | 2 | 2 |
| 10. Tutorial/Science | 1 | 1 |
| | 63 | 63 |
| (-) Optional Subject | 9 | 9 |
| **Total No. of periods should not exceed** | **54** | **54** |

এতিয়া বিদ্যালয় প্ৰধান জনৰ দায়িত্ব আছিল ক্লাছবোৰ নিয়মীয়াকৈ Supevise কৰাৰ আৰু তাৰ Record ৰখাৰ। তাৰবাবেও এখন Proforma for Class-supervision আছিলে এনেদৰে—

**Date-**
**Class-**
**Period-**

**Subject :-** **Topic :-**

1. Name of the Teacher with designation :-
2. Comments in the Introduction of the Lesson,questioning techniques etc :-
3. Participation of the students in the development of the Lesson :-
4. Use of Audio-Visual Aids and Black Board Work :-
5. General Remarks about the Lesson as a whole :-
6. Suggestions for improving the Lesson :-

**Singature of the Supervisor.**

---

Proforma for Monthly Report of Supervisory activities of the Principal Higher Secondary Schools, Headmasters, secondary Schools for the month of.......... 19........

1. Number of Classes visited :-
2. Number of Teachers Supervised :-
3. Special Work done, if any :-
4. Major problems of the School :-
5. Action taken to solve the problems :-
6. Brief Report about every teacher Supervised :-
   (a) Name of the Teacher :-
   (b) Date of visit :-
   (c) Main points observed :-
   (d) Areas where the Teacher's work was good :-
   (e) Areas where the teacher needs guidance :-

(f) Suggestions given for improvement of the lesson :-

Proforma for Monthly Report of Supervisory activities of the District Education Officer, for the month of .... 19....

1. Number of Schools Visited :-
2. No. of days spent on tour :-
3. Special work done, if any :-
4. Major problems of the District :-
5. Efforts made to solve the above problems :-
6. Brief Report about every school visited in this month :-
   (a) Name of the School:-
   (b) Date of visit :-
   (c) Good work being done in the school :-
   (d) Problems of the School :-
   (e) Action taken to solve these problems :-
   (f) Suggestions given for School improvement :-

কোৱা বাহুল্য যে মই যি ক্ষেত্ৰতে আছিলোঁ তাতে ওপৰত উল্লেখিত নিৰ্দেশনাৱলী অনুসৰণ কৰিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিলোঁ। স্বদেশৰ ল'ৰা-ছোৱালীবোৰক পঢ়া-শুনা সকলো বিষয়তে আগুৱাই নিবলৈ শিক্ষা-আঁচনি, শিক্ষা-ব্ৰতত দায়িত্ব বহনকাৰীসকলে নিজৰ নিজৰ কামৰ দায়িত্ব নিয়াৰিকৈ প্ৰকৃত আন্তৰিকতাৰে পালন কৰিলে আমাৰ ল'ৰা-ছোৱালীবোৰৰ শৈক্ষিক জীৱনত উন্নতি নোহোৱাকৈ নাথাকে। নিতান্ত দুৰ্বল মনৰ নহ'লে, ঘৰত পিতৃ-মাতৃ আভিভাৱকসকলে আমাৰ ল'ৰা-ছোৱালীবোৰৰ উপযুক্ত যত্ন ল'লে আৰু শুদ্ধ পথ প্ৰদৰ্শন কৰিলে ভৱিষ্যতলৈ তেওঁলোক দেশখনৰ সৎ আদৰ্শবান নাগৰিক হ'বই হ'ব। ল'ৰা-ছোৱালীৰ মনত সৰুৰে পৰাই স্বদেশ-প্ৰীতি জাগ্ৰত কৰি ৰাখিব লাগে।

এতিয়া ইতিপূৰ্বে উল্লেখিত দুজন মহন্ত (জে.এন. মহন্ত আৰু এ.চি.মহন্ত) ৰ পিছতে দাপৰিজোৰ পৰা বদলি হৈ ইটানগৰ স্কুলত যোগদান কৰিবলৈ অহা এছ. কে মুখাৰ্জীৰ কথালৈ আহোঁ। মুখাৰ্জী আহি স্কুলত যোগদান কৰাৰ লগে লগেই মই তেখেতক মোৰ অফিচলৈ গোপনে মতাই আনি ক'লোঁ, 'আপুনি আকৌ আমাৰ লগলৈ অহাত মই সুখী হৈছোঁ। ৰামা ৰাওও তাৰ পৰাই আহি ইয়াত যোগদান কৰিলেহি। তেওঁৰ কাম শলাগিবলৈ পাই মন ভাল লাগিছে। আপুনি দাপৰিজোত যি কৰিছিল আশাকৰোঁ তেনেদৰে অশোভনীয় কাম ইয়াত কেতিয়াও নকৰে যেন। এই বিষয়ে উল্লেখ কৰি আপোনাৰ কথা কোনোদিনে কাৰো আগত নকওঁ বুলি মই আপোনাক কথা দিছোঁ। কিন্তু লগতে আপোনাক সাৱধান কৰি দিছোঁ- যদিহে আপোনাৰ সেই অভ্যাসৰ পুনৰাবৃত্তি মই ইয়াত হোৱা দেখিবলৈ পাওঁ তেন্তে

তৎকালে আপোনাক ইয়াৰ পৰা আঁতৰাই পঠাবলৈ মই অলপো দ্বিধাবোধ নকৰোঁ। মোৰ কথা শুনি মুখাৰ্জীয়ে পূৰ্ব-কৃত-কৰ্মৰ বাবে ক্ষমা খুজিলে আৰু কেতিয়াও তেনে কাম নকৰে বুলি মোক কথা দিলে। মুখাৰ্জীয়ে এগৰাকী সুন্দৰী কইনাক বিয়া কৰাই আনি একেলগে আনন্দেৰে থাকিবলৈ ল'লে আৰু মোকো জয়দেৱ ৰচিত 'গীতগোবিন্দ' এখন উপহাৰ দি আনন্দিত কৰিলে। পদ্মশ্ৰী নিৰ্মল প্ৰভা বৰদলৈৰ সেই অতি মধুৰ অৰ্থপূৰ্ণ কথাষাৰী 'জীৱন-জীৱন ৰব অনুপম' আকৌ মোৰ মনলৈ আহিছে।

এইবাৰ স্কুলখনৰ affiliation ৰ কথালৈ আহোঁ। শ্বিলঙৰ পৰা DPI চাহাবে Central Board of Secondary Education ৰ চেক্ৰেটেৰী মহোদয়লৈ আৱশ্যকীয় ফীজ আদি পঠাই তলত উদ্ধৃত কৰা চিঠিখন দি মোলৈ তাৰে এটা কপি দিলে। চিঠিখন হুবহু তলত উদ্ধৃত কৰা হৈছে—

**Govt. of A.P. Rgtd. A/d**
**Director of Public Instruction**
**No. EDA. 188/78-79 dt. 25/1/79**

**To**

The Sectary, Central Board of Secondary Education
2/42 Sant Bihar, Ansari Road
Darya Ganj, New-Delhi-110002
**Subject :- Affilian of Govt. H.S.School : New Itanagar.**

Sir,

I am enclosing herewith a Bank Draft No. OT/AX476334 dtd. 23.1.79 amounting to Rs. 320.00 (Rupes three hundred and twenty) only being the affiliation fee of Rs. 300.00 (Rupess three hundred) of and Rs 20.00 (twenty) only for the 2 syllabuses for classes IX to XII. The filled up application form and the other particulars with plans and maps are enclosed herewith. Kindly convey approval at an early date.

Receipt of the Bank Draft and other particulars may kindly be acknowledged.

**Yours faithfully**
**for Director of Public Instruction,**
**Govt. of A.P. Shillong.**

Memo No. EDA. 188/78-79 dtd. Shillong the 25th. January, 1979. Copy forwarded to the Principal, Govt. H.S. School, New

Itanagar with reference to his letter No. GHS-6/ 213-15 dtd. 8/ 1/79.

Sd/ D. D. Trivedi

**Enclo :-** As Stated above · for Director of Public Instruction

Arunachal Pradesh.

ইয়াৰ পিছতো Central Board of Secondary Education ৰ Secretary লৈ মই reminder দি আকৌ টেলিগ্ৰাম কৰিবলগীয়া হ'ল—

**TELEGRAM/STATE/ORDINARY :**

CENBOSEC

NEW DELHI

NO. GHS-9/. AAA REF EDARUN NO EDA 1887879 JANUARY 25 REG AFFILIATION GOVT HIGHER SECONDARY NEW ITANAGAR AAA CLASS ELEVEN STARTED AAA AMOUNT FOR QUESTION PAPERS FOR CLASS ELEVEN APRIL 79 EAMINATION ALREADY REMITTED AAA REQUEST COMMUNICATE AFFILIATION TELEGRAPHICALLY AAA DESPATCH SYLLABI ALSO

..............................................................................................

PRINCIPAL

Not to be telegraphed :

(A. P. Borthakeun)

Principal,

Govt. H. S. School, New Itanagar.

..............................................

Memo No. GHS-9/ Dated Itanagar the 21 st. February. 1979

**Copy to :-**

1. The Secretary, Central Board of Secondary Education, 2/42 Sant Bihar, Ansari Road, Darya Ganj, New Delhi- 110002 with a request to take early action as already requested by the Director of Public Iustruction A.P.Shillong vide his Rgtd. A/D letter No. EDA 188/78-79 dated 25.1.79 alongwith the Bank Draft No. OT/AX 476334 dated 23.1.79 amounting to Rs 320/ - only both for Affiliation Fee and cost of 2 Syllabi for IX and X and XI and XII. Necessary fee for question papers for April, 1979 examination has also been remitted separately by the Principal by SBI, Itanagar Bank Draft No. OT/AS 496630 dtd. 9.2.79.
2. The secretary (Education) govt. of Arunachal Pradesh, Itanagar-791111.

3. The Director of Public Instruction, Govt of Arunachal Pradesh, Shillong.

For information and necessary action please.

(A.P Borthakur)
Principal,
Govt. H.S.School, New Itanagar - 791110
Subansiri Distt. Arunachal Pradesh.

স্কুলখন আৰম্ভ কৰাৰ পিছত তলৰ তালিকাত থকা বস্তুখিনি সেই মাহতে অৰ্থাৎ অক্টোবৰ ৭৮ তে যোগাৰ কৰা হ'ল— (নাম আদি ইংৰাজীতে থকা দৰেই লিখা হৈছে) List of Furniture and school equipments received in October, 1978.

| | | | | |
|---|---|---|---|---|
| 1.Duel desks- | @ Rs. 105 each | = 20 nos | Rs | 2100.00 |
| 2. Pin up Board- | @ Rs. 95 ,, | 1,, | Rs | 95.00 |
| 3. Wooden Almirah- | @ Rs. 370 ,, | 7,, | Rs | 2590.00 |
| 4. Do. Do. | @ Rs. 270 ,, | 2,, | Rs | 540.00 |
| 5. Wall-Show Case- | @ Rs. 275 ,, | 2,, | Rs | 550.00 |
| 6. Wooden Bench- | @ Rs. 40 ,, | 87,, | Rs | 3480.00 |
| 7. Wooden desk- | @ Rs. 60 ,, | 87,, | Rs | 5220.00 |
| 8. Wooden Table- | @ Rs. 75 ,, | 7,, | Rs | 525.00 |
| 9. Bench for Library | @ Rs. 50 ,, | 2,, | Rs | 100.00 |
| 10. Wooden Stool- | @ Rs. 19.50,, | 40,, | Rs | 780.00 |
| 11. Chalk Board- | @ Rs. 55 ,, | 1,, | Rs | 55.00 |
| 12. Chair (armless)- | @ Rs. 42 ,, | 8,, | Rs | 336.00 |
| 13. Office Table- | @ Rs. 150 ,, | 1,, | Rs | 150.00 |
| 14. Chair (With arm) | @ Rs. 55 ,, | 2,, | Rs | 110.00 |
| 15. Black Boards- | @ Rs. 95 ,, | 7,, | Rs | 665.00 |
| 16. Armed Bench- | @ Rs. 135 ,, | 2,, | Rs | 270.00 |
| 17. Reading Table- | @ Rs. 175 ,, | 2,, | Rs | 350.00 |
| 18. Duster- | @ Rs. 2 ,, | 7,, | Rs | 14.00 |
| 19. Steel Trunk- | @ Rs.60 ,, | 2,, | Rs | 120.00 |
| 20.Chalk Pencils (White)- | @ Rs.1.45 ,, | 24 Pkts | Rs | 34.80 |
| 21. Do-(Coloured)- | @ Rs. 1.90 ,, | 12,, | Rs | 22.80 |
| 22. Register No.3- | @ Rs. 3. ,, | 20 nos | Rs | 60.00 |
| 23. Do-No.6.- Co-op | @ Rs. 3.60 ,, | 10,, | Rs. | 36.00 |
| 24. Full-Scape Paper | @ Rs. 29 ,, | 1Ream | Rs | 29.00 |
| 25. Lead Pencil- | @ Rs. 5.50 ,, | 1doz | Rs | 5.50 |
| 26. Ink Pot- | @ Rs. 2.50 ,, | 4 nos | Rs | 10.00 |
| 27.Foot ball- | @ Rs. 45 ,, | 4,, | Rs | 180.00 |
| 28. Tenikoit (Ring & Net)- | @ Rs 11 ,, | 1Set | Rs | 11.00 |

| | | | |
|---|---|---|---|
| 29. Volley Ball (With Net)- | @ Rs. 85 ,, | 2,, | Rs 170.00 |
| 30. Carrom Boad (Complete set)- | @ Rs. 50 ,, | 1 Set, | Rs 50.00 |
| 31. Geometry Box- | @ Rs. 40 ,, | 2,, | Rs 80.00 |
| 32. Spade (Kodali)- | @ Rs. 14 ,, | 13 nos | Rs182.00 |
| 33.Khurpi- | @ Rs. 3 ,, | 13,, | Rs 39.00 |
| 34.Rake (Jabaka)- | @ Rs. 11 ,, | 7,, | Rs 77.00 |
| 35.Watering Can- | @ Rs. 16 ,, | 5 nos | Rs 80.00 |
| 36.Knives- | @ Rs. 2 ,, | 5,, | Rs 10.00 |
| 37.Pick-Axe- | @ Rs. 25 ,, | 2,, | Rs 50.00 |
| 38.Cane-basket | @ Rs. 6.50 ,, | 2,, | Rs 13.00 |
| 39.Shovel- | @ Rs. 22 ,, | 2,, | Rs 44.00 |
| 40.Purning Knives- | @ Rs. 15 ,, | 2,, | Rs 30.00 |
| 41.Brushes | @ Rs. 16+24+30... | (12nos) | Rs 70.00 |
| 42.Narl (assorted)- | @ Rs.9 (per K.G.) ,, | 1Kg. | Rs 9.00 |
| 43.Hack-Saw with blade- | @ Rs. 12 ,, | 1 nos. | Rs 2.00 |
| 44.Do-extra blade- | @ Rs. 1.50 ,, | 6nos | Rs 9.00 |
| 45.Hammer (Small)- | @ Rs. 6 ,, | 1,, | Rs 6.00 |
| 46.Hand-saw- | @ Rs. 15 ,, | 1,, | Rs 15.00 |
| 47.Sharping stone- | @ Rs. 30 ,, | 1,, | Rs 30.00 |
| 48.Needle- | @ Rs. 2 ,, | 2 pkts,, | Rs 4.00 |
| 49.Long Cloth- | @ Rs. 5 ,, | 5mtrs. | Rs 25.00 |
| 50.Thread- | @ Rs. 0.90 ,, | 1doz | Rs 10.80 |
| 51.Yarn (mutha)- | @ Rs. 9.50 ,, | 1 mutha | Rs 9.50 |
| 52.Wool ball- | @ Rs. 5 ,, | 12balls | Rs 60.00 |
| 53.Paint- | @ Rs. 26 per tin | 1 tin | Rs 26.00 |
| 54.Screw- | @ Rs. 6 ,, | 1 gross | Rs 6.00 |
| 55.Map of the world- | @ Rs. 12 ,, | 1map | Rs 12.00 |
| 56.Brass-bell- | *from the amalgamated* | 1(one) | |
| 57.Dao | *lower Primary* | 5 (five) | |
| 58. Table Clock | *Section* | 1(one) | |
| 59.Lock& Keys- | @ Rs.(28and 11.20) ,, | 2 | Rs 39.00 |
| 60.Tags (for files)- | @ Rs. 1.25 per mutha | 5 muthas | Rs 6.25 |
| 61.Alpins- | @ Rs.1.75 per pkt | 6pkts | Rs 10.50 |
| 62.Stamp Ink- | @ Rs. 4.50 | 3 nos. | Rs 13.50 |
| 63.Stamp pad- | @ Rs. 3.50 | 3 nos | Rs 10.50 |
| 64.Pin Cushion- | @ Rs. 1. | 3 nos | Rs 3.00 |
| 65.Paper Weight- | @ Rs. 2.50 | 3 nos | Rs 7.50 |
| 66.Gum bottle- | @ Rs. 5.00 | 1nos. | Rs 5.00 |
| 67.Stamps (office seals etc) | | 17nos. | Rs 83.00 |
| 68.Type paper- | @ Rs. 14.00 | 7 reams | Rs 98.00 |

| | | | |
|---|---|---|---|
| 69.Carbon paper- | @ Rs. 17.40 | 4 Pkts | Rs. 69.00 |
| 70.File covers- | @ Rs. 1.75 | 2 nos. | Rs. 3.50 |
| 71.Drinking glass- | @ Rs. 2 | 12 nos. | Rs. 24.00 |
| 72.Candles- | @ Rs.1.75 | 1 pkt. | Rs. 1.75 |
| 73.Type machine- | @ Rs.3136.38 | 1 nos. | Rs.3136.38 |
| 74.Type-writer ribbon- | @ Rs.7.50 | 6 nos. | Rs. 45.00 |
| 75.Stencil papers- | @ Rs.24.60 | 1pkt. | Rs. 24.60 |
| 76.Duplicating papers- | @ Rs. 25.33 | 5 reams. | Rs. 126.65 |
| 77.3 in one oil- | @ Rs. 5.50 | 1 bottle | Rs. 5.50 |
| 78.Duplicating Ink- | @ Rs.16 | 1Tube | Rs. 16.00 |
| 79.Sulekha Ink (big bottle)- | @ Rs.6 | 1 bottle | Rs. 6.00 |
| 80.Eraser- | @ Rs. 1.45 | 2 Pcs. | Rs. 2.90 |
| 81.Water filter (puro-2candles)- | @ Rs.186 | 3nos. | Rs. 550.00 |

ওপৰৰ তালিকাখনৰ সেইখিনি বস্তু আছিল স্কুলখন মাত্র আৰম্ভ কৰিবৰ জোখাৰে এল. পি. আৰু এম. ই. চেক্সন দুটা চলাই ৰাখিবৰ কাৰণেহে। তাৰ পিছত 10-12-79 তাৰিখে Sanction কৰাই লোৱা বস্তুখিনিৰ তালিকা তলত দিয়া হ'ল।

| | |
|---|---|
| 1 Foot machine-Sewing (USHA)- @ Rs.1200 each2nos. | Rs. 2,400.00 |
| 2.Wool, Embroidry thread, long cloth, sewing thread approx. | Rs.. 1000.00 |
| 3.Scissors (Tailor model) @ Rs. 30 each 2nos. | Rs. 60.00 |
| 4.Measuring Table Taps- @ Rs.25 2 nos. | Rs. 50.00 |
| 5.Scale- @ Rs. 15 2 nos. | Rs. 30.00 |
| 6.Knitting needle- @ Rs.2 20 pcs | Rs. 40.00 |
| 7.Working Table for tailoring- @ Rs.150 2 nos. | Rs. 300.00 |
| 8.Knitting machine- @ Rs.5000 1 no. | Rs.5000.00 |
| 9 Working table for kritting machine- @ Rs.150 1 nos. | Rs. 150.00 |
| 10.Stool- @ Rs. 35 8nos. | Rs. 280.00 |
| 11.Work basket- @ Rs.25 2 nos | Rs. 50.00 |
| Total | Rs.9360.00 |

তলৰ বস্তুখিনিও সেই একেদিনাই 10/12/79তে Sanction পোৱাবস্তু—

| | | | |
|---|---|---|---|
| 1. Spade | @Rs. 17 | 50 nos. | Rs. 850.00 |
| 2. Khurpi | @Rs. 5 | 20,, | Rs. 100.00 |
| 3. Dao | @Rs. 15 | 40 nos. | Rs. 600.00 |
| 4.Hand fork | @Rs. 8 | 30 nos. | Rs. 240.00 |
| 5.Pick Axe | @Rs. 25 | 4 nos. | Rs. 100.00 |
| 6.Garden fork | @Rs. 11 | 16 | Rs. 176.00 |
| 7. Watering Can | @Rs.20 | 10 ,, | Rs. 200.00 |
| 8. Hand Cultivator | @Rs. 15 | 12,, | Rs. 180.00 |
| 9. Garden Towel | @Rs.8 | 10 ,,. | Rs. 80.00 |

| | | | |
|---|---|---|---|
| 10.Shovel | @Rs. 10 | 10,, | Rs.100.00 |
| 11.Jumper | @Rs.25 | 4,, | Rs.100.00 |
| 12. Seca-icaur (?) | @Rs. 20 | 10,, | Rs.200.00 |
| 13.Pruning Sciser | @Rs. 20 | 10,, | Rs.200.00 |
| 14.Sickle | @Rs. 4 | 20 ,, | Rs.80.00 |
| 15.Pruning Saw | @Rs. 20 | 10 | Rs.200.00 |
| 16. G & B Knife | @Rs.20 | 10 ,, | Rs.200.00 |
| 17.Sprayer | @Rs. 500 | 1 ,, | Rs.500.00 |
| 18.Bucket | @Rs. 25 | 5 | Rs.125.00 |
| 19. Wheel Barrow | @Rs. 300 | 5 ,, | Rs.1500.00 |
| 20. Axe | @Rs. 20 | 5 ,, | Rs.100.00 |
| 21.Vegetable and flower seeds approximately | | | Rs.500.00 |
| 22.Hammer | @Rs.10 | 4 ,, | Rs.40.00 |
| 23.Fruit Sapplings Approximately. | | | Rs. 100.00 |
| 24.Ornamental P.S | ,, | | Rs.200.00 |
| 25.Inorganic manure | ,, | | Rs. 500.00 |
| 26.Post for pot & water culture | ,, | | Rs. 700.00 |
| 27.Miscellaneous expenditure | ,, | | Rs. 500.00 |
| | | | Total = Rs. 8371.00 |
| | | | B.F. Rs. 9360.00 |
| | | | Grand total = 17731.00 |

**(A) Furniture for Classes IX, X, XI & XII**

1. Teacher's Chairs with arms @Rs 55 each 6nos. Rs. 330.00
2.Chalk & duster boxes with hooks (12"x6"x4")@Rs 20 12 nos Rs 240 00
3. Black Boards (6' x 3') @Rs. 95 6 nos Rs. 570.00
4. Graph Board (4'x3') @ Rs. 65 6,, Rs. 390.00
5. Notice Board with wirenet closure@ Rs.50 2 ,, Rs. 100.00

**(B) For Library for Classes IX, X, XI & XII**

1. Almirah 180 x 100 x 46 cm. glazed with 4 shelves1/3 panel & 2/3 glazed @Rs.425 12 ,, Rs.5100.00
2.Chair-armed @Rs. 55 8,, Rs. 440.00
3. Two-seated Bench-armed @Rs.98 16,, Rs.1570.00
4. Black Board- (6'x4') @Rs.95 2,, Rs.190.00
5. Notice Board with wirenet (4' x 3') @Rs.50 2,, Rs.100.00

**(C) For each Laboratory**

1. Almirah- 180 x 100 x 46cm. @Rs. 378 12nos Rs.4536.00
2.Chairs (armed) @Rs. 55 3 ,, Rs.165.00
3. Black Board (6' x 4') @Rs.95 3,, Rs. 285.00
4. Chalk & duster Boxes @Rs.20 3 ,, Rs. 60.00

5. Hammer with nail remover end @Rs. 12  20,, Rs.240.00

**D. For teachers' Common Room.**

1. Armed Chairs. @Rs. 55  20 ,,  Rs. 1100.00
2. Notice Board (4'x3') @Rs.50  2 ,,  Rs. 100.00

**E. Principal & Vice Principal room.**

1.Armed Chairs @Rs.55  4 ,,  Rs. 220.00

**F. School Equipments**

1. Black-Board (6' x 4')@Rs.95  4,,  Rs.380
2.Duster- (6" x 3") @Rs.4  18 ,,  Rs. 72.00
3. Hand brushes (big with handles)@Rs.6.50  6 ,,  Rs.39.00
4.Iron brushes @ Rs.7.50 4 ,,  Rs.30.00
5. Painting brushes of diff. nos. @Rs.10.50  4 doz. Rs.42.00
6.Chalk pencils of various colours@ Rs.1.50  288pkt  Rs.432.00
7.Charts of various kinds @ Rs.6.50 24nos.  Rs.158.00
8.Graph papers (big size) @Rs.1  48 ,,  Rs.48.00
9. Drawing papers (big size) @Rs.0.75  96 ,,  Rs. 72.00
10. Painting Colours (water colour) @Rs.4 18 boxes Rs.72.00
11 Geometrical boxes (wooden big ones) @ Rs.38 6 ons Rs.228.00
12.Gong (bell) 1' diametre @Rs.55  1nos.  Rs. 55.00
13.Buckets (big size-18") @Rs.24  4nos  Rs.96.00
14.Mug (big size) @Rs.6  8nos  Rs.48.00
15.Puro water filters with 2 candles @ Rs.180 4 ,,  Rs.720.00
16. Pictures of Great men & women @Rs.15  24 ,,  Rs.360.00
17 Chart of National Anthem @Rs.6.50  12 ,,  Rs.78.00
18. National flag big ones with rope @Rs.45  2"  Rs.90.00
19.Iron flag post with pullers. @ Rs. 125 1"  Rs.125.00
20 School flag (5' x 3') as per specification @ Rs.85 2"  Rs. 170.00
21 Drawing pins (table pins) @Rs. 5  4pkts  Rs. 20.00

**Total Rs. 19177.00**

**Wooden furuiture etc. A. For Classes (IX, X, XI & XII)**

1 Two-seated desks (40 x 4)=160 students. @ Rs. 75 each 80nos.  Rs. 6000.00
2. Two-seated benches (40 x 4) = 160 ,, @ Rs.50 80,,  Rs. 4000.00
3 For Bifurcation of XI & XII 80desks @ Rs. 75  40,,  Rs. 3000.00
4 For Bifurcation of XI & XII  80benchs @Rs 50  40,,  Rs. 2000.00
5.Lecture Desks @Rs. 98 each6nos.  Rs. 588.00
6 One Almirah in each class room-@Rs. 335 each  6 "  Rs. 2010.00

**B. For Library for classes IX, X, XI & XII**

1.Table for Librarian with drawers (4'x 3'x 2')@ Rs. 118 1 nos. Rs.118.00

**C. For each of the Laboratories**

1.Stools (55 x 35 x 30) Cm (20 x 3) @ Rs. 25 each 60 nos Rs.1500.00

2.Wooden Planks (9' x 8') with metal frame) for dissection @ Rs.9.75 20,, Rs.195.00

**D. For Boy's Common Room & Girls Common Room**

1. Armed Benches (4' x 2') @Rs.198 each 8 nos. Rs.1584.00

---

**Total Rs. 20,995.00**

---

Received earlier on 29-8-79 and on 20-9-79

| | | | | |
|---|---|---|---|---|
| 1.Stool- | 35nos + 25nos. | on | 20-9-79 | = 60nos. |
| 2.Desks- | 30 ,, + 30 ,, | + 60 | | = 120 nos. |
| 3.Bench - | 58 ,, + 56 ,, | + 7 | | = 121 ,, |
| 4. Armed benches-6 | + 2 | ,, | | = 8 ,, |
| 5. Lecture Desks-6 | + | ,, | | = 6 ,, |
| 6.Almirah | 6 | ,, | | = 6 ,, |
| 7.Office Table- | 1 | ,, | | = 1 ,, |
| 8.Wall Board | 20 | ,, | | = 20 ,, |

ওপৰত উল্লেখিত বস্তুবোৰৰ উপৰি স্কুলখনৰ বাবে আগতেই অনা বস্তুবোৰ তালিকাত তলত দেখুৱা হৈছে—

**GARDENING IMPLEMENTS.**

1.Spade with Handle
2. Felling Axe with Handle
3. Pick-axe with Handle
4. Dao with Handle
5. Purning Knives.
6. Ganden Rake with handle
7. Wheel Barrow
8. Purning Clippers.
9. Garden Forks
10. Khurpis
11. Sickles
12. Hedge-Cutters
13. Lawn Mower Complete set.
14. Water Can (Best and Strong)
15. Shovel
16. Cane baskets
17. Weighing scales with weights
18. Jumper
19. Hand-saw (cutting edge-18")

20. Felling Saw (standarde size)
21. Hammers of various size with handle including claw-hammers
22. Plierors (Big sized)
23. Screw drivers of various length.
24. Pincers.
25. Vegetable seeds L.S.
26.Flower-seeds- L.S.

**Games & Sports and Physical Training Eqipments.**

1.Foot-balls 2.Foot-ball goal-keeping nets
3. Volley ball (complete set)
4. Iron-volley ball net posts with pulleys & hooks.
5. Basket ball (Complete set with Board and Baskets)
6.Tennicoit Rings
7. Hockey set with half dozen balls.
8. Tennicoit nets
9.Full Cricket set with half dozen balls.
10. Badmintain Rackets, Nets & Shuttle Cocks
11. Foot-ball Boots, Socks, Knee-Caps, Anklets and Jerseys.
12. Canvas shoes for Volley Players
13. Carrom Set.
14. Table-Tennis Board with nets. 15 Table-Tennis bats (Spongy)
16. Chines-Checker with beads.
17. Table Tennis balls. 18. Javellins (for boys & girls)
19. Discuss (for boys and girls)
20. Shot-puts- 16 lbs. 12 lbs.
21. Dumbells
22. Physical Training & Drill equipments (1set)
23.Parallel Bars- (1set)
24.Chest Expansion Springs
25. Boxing gloves.
26. Hammer throw.
27. Weight lifting sets
28. Stop Watches
29. Vaulting Horse.
30. Lime (2 tins)

**Other Equippments**

1. Public Address (P.A) Equipments (Complete set)
2. Audio Visual Equipments
   (a) Record-player with Apare-pins-- 1set.
   (b) Records

(i) National Anthem
(ii) Patriotic Songs
(iii) Marching Tunes.

3. Tape-Recorder Casates with two spare Casattes.
4. Phillip-Table Transistor set (Current/Battery)
5. Camera (Kodak)
6. For the use of the Science Laboratories.

1 (one) Full-Set of generator for producing electriciy.

মোৰ মনত পৰা আৰু হাতত থকা নথি-পত্ৰসমূহৰ ভিতৰত ইয়াত লিখা বস্তুবোৰেই আছিল অৰুণাচল প্ৰদেশৰ নতুন ৰাজধানীত মোৰ আৰু তেতিয়াৰ মোৰ সহকৰ্মীসকলৰ দ্বাৰা প্ৰতিষ্ঠা কৰোৱা Higher Secondary School খনৰ অমূল্য সম্পদবোৰ। এইবোৰৰ উপৰি এখন টাটা আৰু এখন বেডফৰ্ড কোম্পানীৰ দ্বাৰা নিৰ্মিত দুখন স্কুল বাছ। প্ৰথমে লোৱা TATA খনৰ CHASSIS টোহে কোম্পানীৰ পৰা অনা হৈছিল। Body টো আমাৰ ইয়াতে গুৱাহাটী মহানগৰীত নিৰ্মাণ কৰাই নিয়া হৈছিল। Bedford খন Body টোৰ সৈতে Complete কৰাই অনা হৈছিল। দুয়োখন বাছে নতুন ৰাজধানীখনৰ প্ৰতিটো চেক্টৰৰ পৰা ছাত্ৰ-ছাত্ৰীবোৰক বাছত উঠাই আনি ছুটীৰ পিছত আকৌ নি চেক্টৰে চেক্টৰে নমাই থৈ আহিছিল। এই প্ৰসঙ্গতে আৰু এটা প্ৰধান সমস্যা কিদৰে সমাধান কৰা হৈছিল সেই বিষয়েও কোৱা প্ৰয়োজন। নতুন চেক্ৰেটেৰিয়েট বিল্ডিংবোৰৰ ওচৰতে অৱস্থিত স্কুলখনলৈ বিভিন্ন চেক্টৰৰ পৰা ল'ৰা-ছোৱালীবোৰ আহিব লাগে। প্ৰথম অৱস্থাত সৰহভাগ বাট-পথেই কেঁচা অৱস্থাত শিলদিয়াহে আছিল, পকা কৰা হোৱা নাছিল। তদুপৰি ন-টা বজাত স্কুললৈ আহিবলৈ ল'ৰা-ছোৱালীবোৰে নিজৰ নিজৰ ঘৰৰ পৰা পুৱা ৭, চাৰে ৭ বজাতে নোলালে সময়মতে স্কুল আহি পোৱা সম্ভৱপৰ নহৈছিল। সাতে-সোতৰই অনেক ভাবি-চিন্তি স্কুলৰ প্ৰিঞ্চিপালৰ অধীনতে প্ৰথমে এখন বাছ দি পিছত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা দ্ৰুত গতিৰে বৃদ্ধি পাবলৈ ধৰাত আৰু এখন স্কুল বাছৰ Sanction দিবলৈ চৰকাৰক টানি অনুৰোধ কৰাত দ্বিতীয়খন বাছ দিবলৈকো চৰকাৰ মান্তি হ'ল। দুয়োখন বাছৰে ড্ৰাইভাৰ দুজন প্ৰিঞ্চিপালৰ ষ্টাফ্। গাড়ীদুখনৰ বাবে স্কুলৰ ওচৰতে গেৰেজ সজোৱা হ'ল। বাছ দুখনৰ মেৰামত কৰোৱা আদি যাৱতীয় খৰচ কৰিব পৰাকৈ maintenance ৰ বাবে প্ৰিঞ্চিপালক Unlimited Financial Power ও দিয়া হ'ল। এইদৰেই সেইসময়ত উদ্ভৱ হোৱা এটা প্ৰধান সমস্যাৰ সমাধান হ'ল হয়। কিন্তু বৰষুণীয়া বোকাপানীৰ বতৰত আৰু গ্ৰীষ্ম-কালীন ৰ'দৰ তাপত প্ৰত্যেকৰ ঘৰৰ পৰা মূল পথলৈ ওলাই আহি বাছৰ কাৰণে অপেক্ষা কৰি মুকলি আকাশৰ তলত ৰৈ থকাটো আন এটা উল্লেখনীয় সমস্যা। এই সমস্যাৰ কথাও

চিন্তা কৰি প্ৰতিটো চেক্টৰৰ মূৰে মূৰে একোটা Waiting shed সজাই দিবলৈ অনুৰোধ জনোৱাত C. P. W. D এ নিজে এই সমস্যাটো নিজৰ হাতলৈ নি ক্ষিপ্ৰগতিৰে কাম কৰি ভিতৰফালে Wall ত বেঞ্চ Fixed কৰাই কেইটামান সুন্দৰ Kiosk সজাই দিলে। ইয়াৰ ফলত কেৱল ছাত্ৰ-ছাত্ৰীৰে নহয় চাকৰিয়াল আদিৰ বাবেও সুবিধা হ'ল।

এইখিনি সময়লৈকে স্কুলখনৰ বিল্ডিঙৰ সমস্যা সম্পূৰ্ণৰূপে সমাধান হৈ যোৱা বুলি ক'ব পৰা হোৱা নাছিল। স্কুলৰ দ্বাৰ উন্মোচন কৰিবৰ দিনা তলৰ হেলনীয়া ঠাইখনত সমান্তৰালভাবে সজা দুটা দীঘলীয়া ঘৰৰ মাজত খট্‌খটী দি অহাযোৱা কৰিব পৰা ব্যবস্থা ৰখাৰ কথা আগতে উল্লেখ কৰা হৈছিল। এতিয়ালৈ ওঠৰটা কোঠাৰে সৈতে সেইটো বিল্ডিং সম্পূৰ্ণ হৈ উঠিল। আনফালে ওপৰৰ টিলাটোত পাঁচোটা ছয়কোণীয়া কোঠাৰে একোপাহ ফুলৰ আকৃতিৰে সাজি থকা বিল্ডিংটোৰো পোন্ধৰটা কোঠা প্ৰায় সম্পূৰ্ণ হওঁ হওঁ অৱস্থাত উপৰাজ্যপাল হলদিপুৰ চাহাবে আকৌ সদলবলে স্কুলখন চাবলৈ আহিল। তেওঁৰ ৰাজত্ব কালতে ঘৰে-দুৱাৰে, বাগিছা-ফুলনি আদিৰে জকমকাই থকা স্কুলখনৰ উন্নত অৱস্থা দেখি তেওঁ বৰ সন্তুষ্ট হ'ল। ওপৰৰ টিলাটোত থকা পোন্ধৰ কোঠাৰ নিৰ্মাণ কাৰ্য চাই তাৰ কাষতে আমি সকলোৱে মিলি উলিয়াবলৈ চেষ্টা কৰি থকা খেল পথাৰখনতো এভু মুকি মাৰি উলিটিব খোঁজোতেই ছেগ বুজি মই তেখেতক অনুৰোধৰ সুৰত ক'লোঁ, 'ছাৰ, এই পোন্ধৰটা কোঠা আমাক ল'বলৈ দিলে স্কুলখনৰ বৰ্তমানৰ অৱস্থা আৰু অধিক উন্নত কৰিব পৰা হ'লহেঁতেন।' তেখেতৰ লগত অন্যান্য বিষয়াবৰ্গৰ লগতে আমাৰ শিক্ষা বিভাগৰ সচিব লহকৰ চাহাবো আছিল। ৰাজ্যপালগৰাকীয়ে তেখেতক নাম কাঢ়ি মাতিয়েই ক'লে,— "Sunil, I think, they can occupy the building." শিক্ষা-সচিবগৰাকীয়ে তেখেতৰ কথাত হয়ভৰ দি মোক আগবাঢ়িবলৈ সঙ্কেত দিলে। তেখেতসকলক গাড়ীত উঠালৈকে আগবঢ়াই দি মই লৰা-লৰিকৈ মোৰ অফিচলৈ গৈ নতুন ফাইল এটা সদাশিৱমক খুলিবলৈ দি Note লিখা Sheet লগাই মোৰ টেবুলত দিবলৈ ক'লোঁ। পোন্ধৰটা কোঠাৰ তিনিটা থোপাৰ প্ৰত্যেকটোতে পাঁচ পাহিফুলৰ দৰে ছয়কোণীয়া কোঠাৰে অপূৰ্ব সুন্দৰ সেই বিল্ডিংটা আমি ল'ৰা-ছোৱালীক পঢ়াবলৈ পাম বুলি মনত নীৰৱে জাগি উঠা আশাত আমাৰ মন আনন্দত মতলীয়া হ'ল। ভালকৈ এটা ড্ৰয়িং কৰি নোট-ছিটত এটা মোট লিখি ফাইলটো মই নিজে লৈ গৈ তেতিয়া D.P.I. ৰ ছাৰ্জত থকা J.D.P.I. চন্দ্ৰ কান্ত ভূঞাদেৱৰ হতুৱাই Forward কৰাই Education Secretary ৰ recommendation লৈ সেইদিনাই L.G. ৰ Personal Secy. ত্ৰৈলোক্য খাউণ্ডক অফিচত লগ ধৰি

ফাইলটো অতি শীঘ্রে L.G. ৰ ওচৰলৈ পঠাবলৈ অনুৰোধ কৰিলোঁ। ত্ৰৈলোক্য, ৰাম প্ৰসাদ খাউণ্ডৰ নিজৰ ভাই। আমাৰো সম্পৰ্কীয় ভাই। তেওঁ মোৰ হাতৰ পৰা ফাইলটো লৈ নিজে পঢ়ি চাই নিজে নি L.G. ৰ টেবুলত থৈ আহি মোক ক'লে, 'দাদা, L.G. এতিয়া তেখেতৰ অফিচত নাই। বোধকৰোঁ সামান্য জিৰাইছে। আপুনি আজি যাওকগৈ। মই পিছত খবৰ পঠাম।' নাহৰলগন এৰি নতুন ইটানগৰলৈ উলটি আহিলোঁ।

তলৰ দুটা সমান্তৰাল বিল্ডিং আৰু ওপৰৰ টিলাটোত সাজি উলিওৱা নতুন বিল্ডিংটোত এতিয়া (১৮ + ১৫) মুঠতে তেত্ৰিছটা কোঠাত কি কি ধৰণে ক্লাছ আদি লোৱা হ'ব সেইবিষয়ে নোটটোত অলপ বিশদ বিৱৰণ দি মই এটা নতুন আঁচনি L.G. ক চাবলৈ দিছিলোঁ। মই তেখেতক চাবলৈ দিয়া মোৰ পৰিকল্পনাটো আছিল এনেধৰণৰ—

**A. The New Building (15 rooms)**

| | |
|---|---|
| 1.Principal - | 1room |
| 2. Vice Principal | 1,, |
| 3. Office | 1,, |
| 4. Library | 1,, |
| 5. Reading room | 1,, |
| 6. English | 1,, |
| 7. Hindi | 1,, |
| 8. History | 1,, |
| 9. Geography | 1,, |
| 10. Political Science | 1,, |
| 11. Maths | 1,, |
| 12. Physics | 1,, |
| 13.Chemistry | 1,, |
| 14. Biology | 1,, |
| 15. Discussion room | 1,, |
| **Total = 15rooms.** | |

**B. The old building - (18 rooms)**

| | |
|---|---|
| 1.Science Laboratory Physics- | 1room. |
| 2. Chemistry Laboratory | 1room. |
| 3.Biology Laboratory | 1,, |
| 4. Teacher Common Room | 1,, |
| 5.Projects, Co-Curricular Activities | 1,, |
| 6. Geography Practical | 1,, |

| | |
|---|---|
| 7. N.C.C. | 1,, |
| 8.Head Masters Office | 1,, |
| 9. Class-rooms (from class I to VIII) | 8. |
| 10 Music | 1,, |
| 11. Art& Museum | 1,, |
| Total | 18 rooms. |
| A. The New building | 15 rooms. |
| B. The Old building- | 18,, |
| G. Total = | 33 rooms. |

স্কুলতে কম্পিউটাৰ শিকাবলৈ কম্পিউটাৰ যোগাৰ কৰি, ক্লাছ আৰম্ভ কৰি শ্বিলঙত Seminar-Cum-Training ল'বলৈ Senior Teacher, Maths. J.N. Mahanta ক পঠোৱা হৈছিল। তেখেতেই প্ৰথম প্ৰথম স্কুলখনত Computer Class লৈছিল। সেই Seminar খন attend কৰিবলৈ বুলুৰে সৈতে শ্বিলঙলৈ ময়ো গৈছিলোঁ। মই অৱশ্যে প্ৰশিক্ষণ ল'বলৈ যোৱা নাছিলোঁ। বিষয়টো স্কুলত ভালকৈ আৰম্ভ কৰিবলৈ যিখিনি প্ৰাথমিক জ্ঞানৰ নিতান্ত আৱশ্যক তাকে জানিবলৈহে গৈছিলোঁ। কম্পিউটাৰৰ ব্যৱস্থা চৰকাৰেই কৰি দিছিল। মই প্ৰিন্সিপাল হিচাবে মাত্ৰ কম্পিটাৰটো বহুৱাবলৈ কোঠাটোহে স্কুলৰ পৰা উলিয়াই দিছিলোঁ। অৰুণাচলত কম্পিউটাৰ বহুৱা প্ৰথম দুখন স্কুল ইটানগৰতে আছিল ঃ নাহৰলগনৰ K.V.S.School আৰু আমাৰখন।

ইতিমধ্যেই আমাৰ D.P.I. G.C.Vats চাহাবেও অৰুণাচলৰপৰা বিদায় লোৱাত তেখেতৰ ঠাই পূৰণ কৰিলেহি S.K.Gupta চাহাবে। শকত-আৱত, ধুনীয়া চেহেৰাৰ মানুহজনৰ ব্যৱহাৰ-পাতিও বেছ মধুৰ। পদ-মৰ্যদাৰ গেলা গপত উফন্দি থকা বিধৰ অফিছাৰ তেখেত নাছিল। প্ৰথম অৰুণাচললৈ আহি নতুন ইটানগৰৰ ম'ব-টু (পিছৰ নাম নীতি-বিহাৰ) ত অৱস্থিত ফিল্ড অফিছাৰছ্ হোষ্টেলত থাকিবলৈ লওঁতেই মই তেখেতক লগ পালোঁ। কথাপাতি অনুভৱ হ'ল— শিক্ষা সম্পৰ্কীয় বিষয়ত তেখেতৰ অনুৰাগ যথেষ্ট আছিল। দিন যোৱাৰ লগে লগে তেখেতৰ সৈতে মোৰ ঘনিষ্ঠতাও বাঢ়িবলৈ ধৰিলে। তেখেতৰ দিনতে আমাৰ স্কুলত State Level Science Exhibition অনুষ্ঠিত হোৱাৰ উপৰি Scout Guides' Den এটা Develop কৰা হয়। ওপৰৰ আৰু তলৰ দুয়োটা বিল্ডিঙৰ মাজৰ বাগিচাখনৰ সিটো কাষে হাবিতলীয়া ঠাই এডোখৰ এই কামৰ বাবে অতি উপযুক্ত যেন দেখি তাতে ওখ ওখ গছবোৰ ৰাখি তলিখনৰ হাবিবোৰ পৰিষ্কাৰ কৰি লৈ বৰ সুন্দৰ টিলাটোৰ ওপৰত স্কাউট্ গাইড্‌ছ ডেনটো বঢ়িয়াকৈ ডেভেলপ কৰা হ'ল। ঠিক সোঁমাজৰ এটুকুৰা

দ ঠাইত চাৰিওফালে বহি লৈ ৰং-তামাচা চাব পৰাকৈ, ছিৰিৰ দৰে ঘূৰণীয়াকৈ খাপ্ খাপ্‌কৈ কাটি স্কাউট-গাইড্‌ছবোৰে ৰংধেমালিৰে প্ৰশিক্ষণ ল'ব পৰাকৈ তৈয়াৰ কৰি উলিওৱা হ'ল। শৰ্মা উপাধিৰ বিষয়াজনে আমাক সহায় কৰিছিল।

অৰুণাচলৰ কামেং জিলাখনৰ বাহিৰে আন কেউখন জিলাতে ইতিমধ্যে মই সেৱা আগবঢ়াবলৈ সুবিধা পাইছিলোঁ। কিন্তু জিলালৈ মই এবাৰো যাবলৈ সুযোগ পোৱা নাছিলোঁ। এদিন কথাই কথাই গুপ্ত চাহাবৰ আগত এই কথা উলিওৱাত এবাৰ কামেং জিলালৈ যাওঁতে তেখেতে মোক লগত ল'লে। কিন্তু শীতকালৰ প্ৰবল শীতৰ প্ৰকোপত টাবাং পৰ্যন্ত যাব পৰা নহ'ল বাবে মনত বৰ দুখ বৈ গ'ল। ব'মডিলাৰ ডাকবঙলাত ৰাতি থাকোঁতে শয্যাৰ দুয়োকাষে দুটা বখাৰি (জুই জ্বলোৱা পাত্ৰ) লৈও টোপনি নধৰাত কাপোৰৰ তলত গৰম পানীৰ বেগ লৈহে শুব পাৰিছিলোঁ। সেই ব'মডিলাৰে সাংসদ পেমখাণ্ডু থুংগন মুখ্যমন্ত্ৰী হৈ থকা কালতে আমাৰ স্কুলখনৰ দ্বাৰ উন্মোচন কৰিছিল। C.B.S.E.ৰ affiliation পাবৰ কাৰণে আবেদন কৰা কেবাখনো স্কুল পৰিদৰ্শন কৰি গুপ্ত চাহাব আৰু মই একেলগে C.B.S.E. ৰ ওচৰত ৰিপ'ৰ্ট দাখিল কৰিছিলোঁ। আমি পৰিদৰ্শন কৰি অনুমোদন কৰা কেউখন স্কুলেই দিল্লীৰ Central Board of Secondary Education (C.B.S.E) ৰ affiliation পোৱাত আমি সুখী হৈছিলোঁ। C.B.S.E. ৰ চেয়াৰমেন Dr. Singhal এ বিদায় লোৱাৰ পিছত Fr T V Kunnunkal চাহাব C.B.S.E. ৰ Chairman হৈ থাকোতে D P I গুপ্ত চাহাবৰ দিনতে আমাৰ স্কুল পৰিদৰ্শন কৰিবলৈ আহিছিল। তেখেতৰ লগত National Council of Educational Research and Development New. Delhi (N C.E.R T) ৰ Director. Prof. S.K.Mitra আৰু Planning Commission ৰ Jt. Adviser, Education, Dr. P. Shankar চাহাবো আহিছিল। তেখেতসকল তিনিও স্কুলখন পৰিদৰ্শন কৰি পৰম সন্তুষ্টি প্ৰকাশ কৰি উদ্ধৃত কৰা টোকাটো লিখি তিনিও চহী কৰি গৈছিল। স্কুলৰ Visitor's Remark Book ত এই টোকাটি নিশ্চয় এতিয়াও আছে। সেই টোকাটো কিতাপখনৰ পৰিশিষ্ট (Appendix) ত তুলি দিয়া হৈছে।

পাহাৰৰ টিলাৰ ওপৰত নিৰ্মিত স্কুলখনৰ বাবে এখন উপযুক্ত খেল-পথাৰ মাটি কাটি পাথৰ গুচাই সমান কৰি উলিওৱাটো এটা বৰ কঠিন কাম। তথাপিও আমি একপ্ৰকাৰ অসাধ্য সাধনৰ কামত হাত দিছিলোঁ। এনেতে যেনিবা C.P.W.D (Central Public Works Department) আমাৰ সহায়ৰ কাৰণে আগবাঢ়ি আহিল। তেওঁলোকে বুলডজাৰ লগাই খুউব কম দিনৰ ভিতৰতে মাটি কাটি পাথৰবোৰ আঁতৰাই স্কুলৰ খেলপথাৰখন টিলাটোৰ ওপৰতে সমান কৰি উলিয়াই

দিলে। তাৰ পিছৰপৰা ফুটবল, ভলীবল, বেডমিণ্টন আদি খেল আৰু হকী ক্রিকেট আদি প্রেক্টিছ সেইখন ফিল্ডতে কৰিব পৰা হ'ল। স্বাধীনতাদিবস, গণতন্ত্রদিবস, স্কুল-সপ্তাহ পালনৰ বছেৰেকীয়া খেল-ধেমালি আদি স্কুলৰ সকলো প্রগ্রামৰ প্রস্তুতি এইখন ফিল্ডতে অভ্যাস কৰি পাৰ্তিব পৰা হ'ল।

স্কুলখনৰ চাৰিওদিশে সৰু-বৰ মিলাই মুঠতে পাঁচখন সুন্দৰ বাগিচা পাতি তাত নানা বিধৰ ফম-মূলৰ পুলি লগোৱা হ'ল। সেইবোৰ উদণ্ডীয়া গৰু-ছাগলীৰ আক্রমণৰ পৰা ৰক্ষা কৰিবলৈ এখন ষ্ট্রং ফেন্সৰ প্রয়োজন হ'ল। ইঞ্জিনিয়াৰিং বিভাগৰ অভাৰচিয়াৰ এজনক এটা এষ্টিমেট কৰি দিবলৈ অনুৰোধ কৰাত তেওঁ পেজ ৱায়াৰ, খুঁটা আদিত দুই লাখ আঠষষ্ঠি হাজাৰমান টকাৰ এটা এষ্টিমেট কৰি মোক দিয়াত মই দেখিলোঁ বিত্ত-বিভাগৰ পৰা ইমানখিনি টকা খৰচ কৰিবলৈ কেতিয়াও অনুমোদন পোৱা নহ'ব। মই বিত্ত সচিব ৰিংগু চাহাবৰ কাষ চাপিলোঁ আৰু সকলো কথা ভাঙি-পাতি কৈ আমি স্কুলতে লোহাৰ ৰদ্ দি চিমেণ্টৰ খুঁটাবোৰ তৈয়াৰ কৰি Peg-wirenet ৰ বেড়াখন দিবলৈ কিমান পৰিব এষ্টিমেট এটা কৰি Submit কৰিলে ধন-ৰাশি খৰচ কৰিব পৰা যাবনেকি বুলি সোধাত তেওঁ অতি শীঘ্রে Estimate টো দিবলৈ ক'লে আৰু প্লেনটো সেইমতে Submit কৰাত অলপো পলম নকৰাকৈ sanction কৰিলে। আমিও পৰম উৎসাহিত হৈ সাতশ ত্রিছটা লোহাৰ ৰদ দি তৈয়াৰ কৰা চিমেণ্টৰ খুটা স্কুলতে তৈয়াৰ কৰি ঘৰ ঘৰ থকা তাঁৰৰ জালিবোৰ কিনি আনি লগাই স্কুলখনৰ চৌকাষৰ বাগিচা কেইখন বেৰি পেলালোঁ। ওপৰৰ বিল্ডিংটো এইদৰে বেৰি-কুৰি চৌদিশ পৰিষ্কাৰ কৰি লোৱাৰ সময়তে কেন্দ্রীয় মন্ত্রী মাননীয় প্রণৱ মুখাৰ্জী ডাঙৰীয়াৰ হতুৱাই নতুন বিল্ডিংটো inavgurate কৰোৱা হ'ল। তেখেতৰ সৈতে সেইসময়ৰ অসমৰ মুখ্যমন্ত্রী মাননীয়া আনোৱাৰ টাইমুৰ মহোদয়া, অৰুণাচলৰ উপৰাজ্যপাল হলদিপুৰ চাহাব, তেখেতৰ পত্নী মাদাম হলদিপুৰ, কেন্দ্রীয় মন্ত্রী মাননীয় পেমখাণ্ডু খুংগন আৰু অৰুণাচলৰ মুখ্যমন্ত্রী মাননীয় গেগং আপাং মহোদয়ো আছিল।

অৰুণাচলৰ নতুন ৰাজধানীখনত নতুনকৈ প্রতিষ্ঠিত এই Govrnment Higher Secondary School খনক মাত্র দুটা বছৰৰ ভিতৰতে সৰ্বাঙ্গসুন্দৰ ৰূপ দিয়াৰ ক্ষেত্রত অনুষ্ঠানটিৰ বাবে দেহে-কেহে খাটি কাম কৰাসকল কেৱল শিক্ষক-শিক্ষয়িত্রীসকলেই নহয়, তৃতীয় আৰু চতুৰ্থ শ্রেণীৰ অন্যান্য কৰ্মচাৰীসকলৰ অৱদানো শ্রদ্ধাৰে শলাগ ল'বৰ যোগ্য। কাৰ্যালয়টোত সদাশিৱমৰ নেতৃত্বত চাৰিজনীয়া দলটো যিকোনো সেৱা আগবঢ়াবৰ বাবে দিনে-ৰাতিয়ে সৰ্বক্ষণতে সাজু আছিল। সেইদৰে চাদা আৰু দৈলাঙৰ নেতৃত্বত পিয়ন-চকীদাৰসকলেও দেহে-কেহে

খাটি কাম কৰিছিল। তেওঁলোক সকলোৱেই অতি অনুগত কৰ্মচাৰীৰূপে নিজৰ নিজৰ পৰিচয় দাঙি ধৰি স্কুলখনৰ অগ্ৰগতিত সহযোগিতা কৰিছিল। ইয়াৰ ভিতৰতে বিশেষভাবে উল্লেখযোগ্য হৈছে ঘণ বৰা। এওঁক মূৰব্বী কৰি এওঁৰেই তত্ত্বাৱধানত ৮ জন অস্থায়ী কৰ্মীৰে গঠিত এটি ক্ষুদ্ৰ বাহিনীয়ে হাবি কাটি মুকলি কৰি গছ পুলি-ফুল পুলি লগাই ওপৰলৈ উঠি যোৱা ছিৰিবোৰৰ প্ৰত্যেকটোৰে দুয়োকাষে দুটা দুটাকৈ ফুলৰ টাব সজাই সকলোসময়তে গোটেই চৌহদটো চালে চকুৰোৱাকৈ ৰাখিছিল। এওঁলোকৰ অক্লান্ত পৰিশ্ৰম আৰু যত্নৰ ফলত সমগ্ৰ স্কুলখনতে এনে এটি মোহনীয় ৰূপ ফুটি উঠিছিল যে স্কুল ছুটীৰ পিছতো মানুহ তালৈ গৈ পাৰ্কত ঘূৰি পকি ফুৰাৰ দৰে চাৰিওফালে ঘূৰি-ফুৰি আনন্দ প্ৰকাশ কৰিছিল। পিছে স্কুল এখনক যিমানেই ধুনীয়াকৈ সজালেও সিতো এখন পাৰ্ক হ'ব নোৱাৰে। তথাপিও ঘণ বৰাৰ সৌন্দৰ্যবোধে স্কুলখনক গছ-গছনিৰে সজাই তোলাত কেতিয়াও পাহৰিব নোৱাৰা অৰিহণা যোগাইছিল।

যিকোনো শিক্ষানুষ্ঠানৰে চৰম কৃতকাৰ্যতা সেই অনুষ্ঠানটিৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যাৰে, শিক্ষক-শিক্ষয়িত্ৰীৰ সংখ্যাৰে, ঘৰ-দুৱাৰ আচবাব-পত্ৰৰ সংখ্যাৰে, গ্ৰন্থাগাৰত দ'ম দ'ম কৰি ৰখাঁ কিতাপ-আলোচনীৰ সংখ্যাৰে জুখি চাব নোৱাৰি। অথচ এনেবোৰ আনুষংগিক বয়-বস্তু নহ'লেও নহয়। তথাপি লোক-চক্ষুৰ সন্মুখত ইয়াৰ চৰম কৃতকাৰ্যতা প্ৰকাশ পায় এখিলা ক্ষুদ্ৰ কাগজত। সেয়া হৈছে শিক্ষান্ত পৰীক্ষাবোৰৰ ৰিজাল্ট ওলোৱা কাগজটুকুৰা। সকলো সংশ্লিষ্ট লোকেই সেই কাগজ টুকুৰাই ফুটাই তোলা ছবিটোৰ ওপৰতহে একমাত্ৰ গুৰুত্ব আৰোপ কৰে। ইটানগৰৰ এই নতুন Higher Secondary School খনে আৰম্ভ কৰা দুবছৰৰ পিছতে C.B.S.E. Delhi.ৰ অধীনত পতা C.B.S.E. Delhi. Secondary আৰু Higher Secondary দুয়োটা ফাইনেল পৰীক্ষাতে শতকৰা এশভাগ ৰিজাল্ট দেখুৱাই সুনাম অৰ্জন কৰিবলৈ সমৰ্থ হৈছিল। কেৱল সিমানেই নহয়, ইয়াৰ পিছতো তিনি-চাৰি বছৰলৈকে স্কুলখনে গৌৰৱ কৰিব পৰাকৈ ভাল ৰিজাল্ট দেখুৱাইছিল। কিন্তু মোৰ মন ক্ৰমশঃ বিষাদৰ ডাৱৰে ঘেৰি ধৰিবলৈ আৰম্ভ কৰিছিল। বাহিৰৰ পৰা দেখাত সকলো আছে। কোনো অঙ্গতে যেন একো ক্ষতি-ক্ষুণ নাই, তেনে দেখা গৈছিল। কিন্তু অস্বাস্থ্যকৰ হেঁচাৰ আঁৰত এখন সৰ্বাঙ্গসুন্দৰ উন্নত বিদ্যালয়ৰ ছবি লাহে লাহে ম্লান হ'বলৈ আৰম্ভ কৰিছিল। যিখন বিদ্যালয়ৰ Upper building টো কেন্দ্ৰীয় মন্ত্ৰী মাননীয় প্ৰণব মুখাৰ্জীদেৱে উন্মোচন কৰিছিল, কেন্দ্ৰীয় মন্ত্ৰী এন ডি তেৱাৰীদেৱ দৰ্শন কৰিবলৈ আহিছিল, এবাৰ পশ্চিম বঙ্গৰ মন্ত্ৰীসকলৰ এটা গোটে দৰ্শন কৰি উচ্চ প্ৰশংসা কৰি গৈছিল, উত্তৰ পূৰ্বাঞ্চলৰ পাঁচখন ৰাজ্যৰ পাঁচজন ডি. পি. আয়ে

এৰে লগে সময়তে আহি Visit কৰি ভূয়সী প্ৰশংসা কৰিছিল, আৰুণাচলৰে কেন্দ্ৰীয় মন্ত্ৰী আৰু বাপুজী মহাত্মা-গান্ধীৰ জন্মদিন দুই অক্টোবৰত প্ৰথম আৰম্ভণিৰ দ্বাৰ উন্মোচন কৰা তেতিয়াৰ মুখ্যমন্ত্ৰী মাননীয় পেম খাণ্ডু থুংগন ডাঙৰীয়াই দুবাৰকৈ Visit কৰিছিল, যিখন বিদ্যালয়ৰ আগতীয়াকৈ খবৰ নিদিয়াকৈ হঠাতে তেখেতৰ বিদেশীবন্ধুক লগ লৈ আহি আমাৰ অৰুণাচলৰে মাননীয় উপৰাজ্যপাল হলদিপুৰ চাহাবে দৰ্শন কৰোৱাই নিজকে ধন্য মানিছিল, যিখন বিদ্যালয়লৈ প্ৰখ্যাত সাংবাদিক ডঃ কামাথ আহি বহাগৰ ৰঙালী বিহুৰ খোলা চপৰীয়া পিঠা খাই আনন্দিত হৈ গৈছিল সেইখন বিদ্যালয়ৰ প্ৰস্ফুটিত ছবিখন ভিতৰৰ পৰা ম্লান পৰিবলৈ ধৰা দেখি মই অতি অসহনীয় বেদনা অনুভৱ কৰিবলৈ ধৰিছিলোঁ। এনে দৃশ্য নিজ চকুৰে চাবলৈ পোৱাৰ আগতে শতকৰা এশ-শতাংশ ৰিজাল্ট প্ৰদৰ্শন কৰি থকা অৱস্থাতে ৰসতে নাম থোৱা ভাল বুলি চিন্তা কৰি আৰুণাচলৰ শিক্ষকতাৰ চাকৰিকাল বত্ৰিছ বছৰ পাৰ হৈ যোৱাৰ পিছত পেঞ্চনৰ Rule মতে Qualifying Service ৰো কুৰি বছৰ পাৰ হোৱাত অৱসৰ লওঁ বুলি সিদ্ধান্ত কৰি মোৰ Pension Papers খিনি সম্পূৰ্ণ কৰি Through Proper Channel Submit কৰিলোঁ 1980 চনত। Paper খিনি সেইমতেই Through Proper Channel ৰে আগুৱাই গৈ Chief Secretary চাহাবৰ টেবুল পালেগৈ। বাকী আছিল কেৱল লেফটেনেণ্ট গৱৰ্ণৰ চাহাবৰ ওচৰ পাবলৈ। এনেতে এদিন চীফ্ চেক্ৰেটেৰী মহোদয় আই. পি. গুপ্ত চাহাবে নিৰ্দিষ্ট এটা সময় দি টেলিফোনেৰেই মোক বিশেষ কথা আছে বুলি কৈ তেখেতৰ অফিচলৈ মাতি পঠালে। মই গৈ তেখেতৰ অফিচ পাওঁতে তাত চীফ চেক্ৰেটেৰী চাহাবৰ বাহিৰে আন কোনো নাছিল। মই ভাবিছিলোঁ স্কুলখনৰ সম্পৰ্কে কিবা পৰামৰ্শ দিবলৈকে তেখেতে মোক তেনেকৈ মতাই নিছিল। পিছে মই ভবাটো নহয়। তেখেতৰ নিজৰ অফিচ ৰুমটোৰ কাষতে থকা Visitors' Room টোৰ চেফা এখনত বহিছিলোঁগৈ মাত্ৰ। পিয়ন জনে মোৰ কথা তেখেতক জনোৱা মাত্ৰেই তেখেতৰ কোঠাটোৰ পৰা ভিজিটৰ বহা কোঠালৈ সোমোৱা দুৱাৰখন খুলি নিজেই মোৰ ওচৰত থিয় হোৱাত মই বহাৰ পৰা উঠি তেখেতক নমস্কাৰ জনালোঁ। লগে লগেই তেখেতে মোক তেখেতৰ নিজৰ ৰুমটোলৈ মাতি নি তেখেতৰ টেবুলৰ সম্মুখত বহিবলৈ দি নিজেও বহিলে। দুকাপ গৰম চাহ অনোৱাই একাপ মোলৈ আগবঢ়াই একাপ নিজে ল'লে। চাহত শোহা এটা মাৰিয়েই তেখেতে মোক অতি আন্তৰিকতাৰে সুধিলে, 'আপুনি কি কাৰণে চাকৰি এৰি গুচি যাব খুজিছে কওকচোন।' মইও তেখেতক একো কথা লুক-ঢাক নকৰি খোলা-খুলিকৈ কলোঁ যে আত্মসন্মান ৰক্ষা কৰিয়েই মই যাবলৈ ওলাইছোঁ। তেখেতে মোক ক'লে, 'নাই

নাই, আপুনি এতিয়া যাব নোৱাৰে। আপুনি যাবৰ হ'লে আমিয়েই আপোনাক কৈ দিম।' এই বুলি কৈ তেখেতৰ টেবুলত থকা মোৰ পেঞ্চন ফাইলটো মোক ঘূৰাই দিলে। ফাইলটোৰ লগত থকা Note-Sheet ৰ কাগজখিনিৰ কথাবোৰ File টোৰ পৰা আঁতৰাই নিজৰ লগত ৰাখি থৈ মোক বিদায় দিলে। চিন্তাবিষ্ট এটা গধূৰ মন লৈ মই নতুন ইটানগৰলৈ উভতি আহিলোঁ।

Pension Rule মতে আচলতে এজন চৰকাৰী বিষয়া অথবা কৰ্মচাৰীয়ে নিজ ইচ্ছাৰে চাকৰিৰ পৰা অৱসৰ লৈ যাবলৈ বিচাৰিলে তেনে চাকৰিয়ালক নেলাগে যাব বা নোৱাৰা যাব বুলি ক'বলৈ অধিকাৰ কাকো দিয়া হোৱা নাই। কোনোৱে যদি এবাৰ Submit কৰা Pension নিজে Withdraw কৰিবলৈ বিচাৰে তেনেহ'লে চৰকাৰে তেওঁৰ সেই অনুৰোধ বিচাৰ কৰি চাব পাৰে। তেনে চাকৰিয়ালক চৰকাৰে ছমাহ বা এবছৰৰ কাৰণে অথবা সম্পূৰ্ণ পেঞ্চন পাবলগীয়া দিন নোহোৱালৈকে চাকৰিত ৰাখিব পাৰে। তেতিয়া সেইটো চৰকাৰৰ ইচ্ছা বা অনিচ্ছাৰ ওপৰতহে নিৰ্ভৰ কৰিব। Central Government ৰ FR-SR ৰ Pension Rules ত সেইদৰেই উল্লেখ আছিল। ইয়াৰ পিছত অৱশ্যে আই. পি. গুপ্ত চাহাবে 'আপুনি যাবৰ হ'লে আমিয়েই আপোনাক কৈ দিম' বুলি কোৱা কথাষাৰ ফলিয়াবলৈ নাপালে, কাৰণ অসম আন্দোলনৰ সময়ত তেখেত অসমৰ ৰাজ্যপালৰ বিশেষ উপদেষ্টা হৈ অহাত সেই খালী ঠাই পূৰণ কৰিলেহি নতুন দিল্লীৰ পৰা নহয়— অসমৰে এজন সুযোগ্য সন্তান অৰুণাচল চৰকাৰৰ এজন জ্যেষ্ঠ বিষয়া ৰজনীকান্ত (ৰাজেন) পাতিৰ চাহাবে। আনহাতে উপৰাজ্যপাল হলদিপুৰ চাহাবেও অৰুণাচলৰ পৰা বিদায় লোৱাত তেখেতৰ ঠাইত আহিল— এইছ. এছ. ডুবে চাহাব। হলদিপুৰ চাহাবৰ বিষয়ে মাদাম মিৰিয়ে তেখেতৰ 'মই আৰু নেফা' গ্ৰন্থত এইদৰে লিখিছে, 'সাত্ত্বিক, নীতি-নিয়মত থকা মৃদুভাষী ভদ্ৰলোক। শিক্ষা বিষয়ত বিশেষ অনুৰাগ আছিল। তেখেতৰ পৰামৰ্শবিলাক মোৰ বাবে বিশেষ আকৰ্ষণীয় আছিল। বেছি চিন্তা-চৰ্চা কৰা মানুহ।'

মোক অৰুণাচলৰ নতুন ৰাজধানী চহৰখনৰ নতুনকৈ পাতিবলৈ লোৱা Higher Secondary Scool খনৰ Principalship দিওঁতে তেতিয়াৰ Education Secretary সুনীল লহকৰ চাহাব আৰু Jt. Director of Public Instruction ভূঞা চাহাবে মুখেৰে কথা দিছিল এইবুলি যে তেখেতসকলে কোনেও মোৰ স্কুলখনত কোনোধৰণৰ হস্তক্ষেপ নকৰে। মই যেনেকৈ ভাল বুলি ভাবোঁ সেইমতে কাম চলাব পাৰিম আৰু যিগৰাকী শিক্ষক বা শিক্ষয়িত্ৰীক মই বিচাৰোঁ নাইবা স্কুলখনৰ ভালৰ কাৰণে ৰাখিব খোজোঁ সেই অনুসৰি মই ৰাখিব পাৰিম অথবা

তেখেতসকলে অন্য শিক্ষানুষ্ঠানৰ পৰা বদলি কৰাই অনাই দিব নহ'লে নতুনকৈ appointment দি হ'লেও উপযুক্ত শিক্ষক-শিক্ষয়িত্ৰী মোক দিব। প্ৰথম প্ৰথম তিনি-চাৰি বছৰমানলৈ তেখেতসকলৰ কথা ৰজিছিল। এইদৰে তেখেতসকলে বদলি কৰি আনি মোৰ স্কুলত দিয়া শেষৰজন ভূগোল বিষয়ৰ জ্যেষ্ঠ শিক্ষক আছিল এম. এম. দাস। তেওঁক মই ইতিপূৰ্বে দাপৰিজো স্কুলতে পাই আহিছিলোঁ। গুণী শিক্ষক। চাংলাং উচ্চতৰ মাধ্যমিকতো মই তেওঁক লগ পাইছিলোঁ। ইয়াৰ পিছত শিক্ষাসচিব লহকৰ চাহাব বদলি হ'ল, আনহাতে ডি. পি. আই এচ্ কে গুপ্তও গুচি যোৱাত (ডেপুটেশ্যন পিৰিয়ড শেষ) জইণ্ট ডাইৰেক্টৰ চি.কে. ভূঞা চাহাব ডাইৰেক্টৰ হ'ল। লহকৰ চাহাবৰ পিছৰজন শিক্ষাসচিব ৰমেশ চন্দ্ৰ দিল্লীৰ পৰা আহি গাদীত বহিলহি। সেইজনে আহি কামত যোগদান কৰিবলৈ নৌপাওঁতেই ন্যস্ত-স্বাৰ্থ জড়িতসকলে তেওঁৰ হৈ এনেহে প্ৰচাৰ চলালে যেন তেওঁৰ সমকক্ষ সুদক্ষ অফিচাৰ আন কোনোৱেই নাই। ফলত 'হয় হজুৰ'সকল অনবৰতে সন্ত্ৰস্ত হৈ থাকিবলৈ ধৰিলে। পিছে, অৰুণাচলৰ শিক্ষাজগতত এইগৰাকী তথাকথিত বাঘৰ বেছিদিন থকা নহ'ল। তেওঁ ওলাই যোৱাৰ পিছত অৰুণাচলৰে এজন অতি জ্যেষ্ঠ বিষয়া টয়িৰ দাই শিক্ষা-সচিব হ'ল। বৰ সুন্দৰ অমায়িক ব্যৱহাৰ সেইগৰাকী ব্যক্তিৰ। তেখেতকো পিছে অৰুণাচল চৰকাৰে নতুনকৈ আৰম্ভ কৰিবলৈ লোৱা টুৰিজিম্ বিভাগলৈ নিলে। তেখেতৰ পিছতে আন এগৰাকী সুযোগ্য জ্যেষ্ঠ অফিচাৰ অৰুণাচলৰে সন্তান মাটিন দাই শিক্ষা-সচিব হ'ল। তেখেতৰ দিনতে শিক্ষাবিভাগৰ ডি.পি. আই ভূঞা চাহাবে অৱসৰ লোৱাত সেই ঠাই দখল কৰিলে এম. এছ ত্যাগী (মালখন সিং ত্যাগী) যে। ছীফ চেক্ৰেটেৰী আই.পি.গুপ্ত অসমৰ ৰাজ্যপালৰ বিশেষ উপদেষ্টাৰূপে অসমলৈ গুচি অহাৰ পিছতো মই পাঁচ বছৰো অধিক কাল ইটানগৰ গৱৰ্ণমেণ্ট হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ প্ৰিন্সিপাল হৈ থাকিলোঁ। এই সময়ছোৱাতে উপ-ৰাজ্যপাল হলদিপুৰ চিহাবৰ পিছত অহা মাননীয় ৰাজ্যপাল এইছ. এছ. ডুবে চাহাবেও এবাৰ স্কুলখনত পদাৰ্পণ কৰিছিল। তেখেতৰ দিনতে ১৯৮৫চনত আমাৰ স্কুলত National Youth Week' 85 উদ্‌যাপিত হয়। ইয়াত যোগদান কৰিবলৈ দেশৰ বিভিন্ন ঠাইৰ পৰা যুৱকসকল আহি সমবেত হৈছিল। এইছ এছ. ডুবে চাহাবো অৱশ্যে বৰ বেছিদিন অৰুণাচলৰ উপৰাজ্যপালৰ পদত থাকিবলৈ পোৱা নাছিল। এখেত যোৱাৰ পিছত আহিল উপৰাজ্যপাল মাননীয় টি.ভি. ৰাজেশ্বৰ চাহাব। শিক্ষাৰ প্ৰতি এইজন ব্যক্তিৰ বিশেষ আগ্ৰহ আছিল। বিশেষকৈ পঢ়া-শুনাৰ সমানে সমানে ল'ৰা-ছোৱালীবোৰৰ All round development ৰ বাবে Co-curricular activities ৰ যে অতীৱ প্ৰয়োজন সেইকথা তেখেতে মৰ্মে-মৰ্মে উপলব্ধি কৰিছিল।

তেখেতৰ সুযোগ্যা পত্নী মাদাম ৰাজেশ্বৰো শিক্ষাৰ প্ৰতি যথেষ্ট আগ্ৰহ আছিল। তেখেতসকল দুয়ো একেলগে আহি আমাৰ স্কুলখন পৰিদৰ্শন কৰি অতিশয় আনন্দিত হৈছিল আৰু ৰাজ্যপালগৰাকীয়ে বিশ হাজাৰ টকা আগবঢাই মোক কৈছিল— 'বৰ্তমান স্কুলত যি বস্তুৰ অত্যন্ত প্ৰয়োজন তাকে কিনিব লাগে।' চৰকাৰী শিক্ষানুষ্ঠান হোবাৰ হেতুকে আৰু আৱশ্যকীয় বয়-বস্তুবোৰ কিনি-কুটি থকাৰ কাৰণে বিশেষ তেনে কোনো অভাৱ নাছিল যদিও ল'ৰা-ছোৱালীবোৰে পেৰেডত যোগদান কৰিবলৈ ভাল বেণ্ডচেট এটাৰ নিশ্চিত প্ৰয়োজন থকাৰ হেতুকে তেনে এটা ভাল চেট কিনি অনা হ'ব বুলি তেখেতক জেনোৱা হ'ল আৰু অতি শীঘ্ৰে গুৱাহাটীলৈ মানুহ পঠাই বেণ্ড চেট্‌টো কিনাই আনি ধনৰাশিৰ Utilization Cetificate তেখেতলৈ পঠাই দিয়া হ'ল। Band Set টো পোৱাৰ পিছত এজন Retired Army-man মতাই আনি ল'ৰাইতক তাৰ ব্যৱহাৰ শিকাই দিবলৈ লগোৱা হ'ল। এতিয়া যেন স্কুলখনে সকলো দিশতে সম্পূৰ্ণতা পালে। ইতিমধ্যে অৰুণাচল চৰকাৰে ইটানগৰত মোৰ হতুৱাই Union Public Service Commissionৰ Centre টো খোলাই পৰীক্ষা পতাৰ দায়িত্বও অৰ্পণ কৰাত প্ৰথম ছোৱাত মই থকালৈকে কেবাটাও U.P.S.C. পৰীক্ষা মই Conduct কৰিছিলোঁ।

দিনবোৰ বাগৰি যোৱাৰ লগে লগে মোৰ দেহ-মন দুটাই পৰস্পৰে পৰস্পৰৰ লগত সহযোগিতা নকৰা হ'বলৈ আৰম্ভ কৰিলে। মনটোৱে যদি কিবা এটা কৰিবলৈ বিচাৰে দেহটোৱে ফেপেৰি পাতি ধৰি বহি দিব খোজে । আকৌ কেতিয়াবা দেহটোৱে যদি কিবা কামলৈ আগবাঢ়িব খোজে মনটোৱে ঠেহ পাতি শুই থাকিবলৈ বিচাৰে। এদিন ঘৰৰ পৰা স্কুললৈ খোজকাঢ়ি গৈ আছোঁ। তলৰ বিল্ডিংটোৰ পৰা ওপৰৰ বিল্ডিংটোলৈ ক্ৰমে ওপৰলৈ উঠিযোৱা পথছোৱাত খোজ পেলাই গৈ থাকোতে হঠাতে মোৰ মূৰটো আচল্লাই কৰাত ৰাস্তাৰ মাজতে বহি দিবলগীয়া হ'ল। ক্ষন্তেক বহি লৈয়ে উঠি থিয় হৈ আকৌ খোজকাঢ়ি গৈয়ে অফিচ পালোঁগৈ। মোৰ কাষে কাষে এজনী ছোৱালীও খোজকাঢ়ি গৈ আছিল। তাই হঠাতে মোৰ তেনে হোৱা দেখি ভয় খাই সুধিলে, 'ছাৰ আপোনাৰ মূৰ ঘূৰাইছিলেনেকি? মই আপোনাক ধৰি ধৰি লৈ যাম নেকি?' মই নালাগে যাব পাৰিম বুলি ক'লোঁ আৰু ওপৰলৈ উঠিযোৱা খট-খটীকেইটাও কাৰো গাত ভেঁজা নিদিয়াকৈয়ে উঠি গ'লোঁ। ভাবিলোঁ ই এটা খন্তেকীয়া সাময়িক দুৰ্বলতা। ভালকৈ খোৱা-বোৱা, জিৰণি লোৱা, খোজকঢ়া আদিত নিয়মীয়া হৈ চলিলে ভাল হৈ যাব। পিছে 'ভবা কথা নহয় সিদ্ধি বাটত আছে কণা বিধি' বুলি আমাৰ ভাষাত সোণপানী-চৰোৱা এষাৰ কথাই আছে দেখোন। মোকো কণা বিধিয়ে বিধি-পথালি দি ধৰিলে। বিকাৰটোৱে ঘনে

ঘনে উক দিয়াত বুলু চিন্তিত হৈ মোক একপ্ৰকাৰ জোৰ দিয়েই লৈ গৈ নাতিদূৰৈৰ ৰাম-কৃষ্ণ মিশ্যন হস্পিটেলত দেখুৱালৈগে। মিশ্যনৰ ডাঃ হাজৰিকাই ঘৰলৈকো আহি ভালকৈ চাই ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজ হস্পিটেললৈ নি এবাৰ দেখুৱাই আনিবলৈ পৰামৰ্শ দিলে। লগে লগে ঔষধো দিলে। ঔষধ খাই আৰাম পাই ভাবিলোঁ— ভাল হৈ গ'ল। ক'ত ভাল হ'ব! কেইদিনমান নিটাল মাৰি পুনৰ মূৰ দাঙি উঠিল। বৰজী কবিতাই গম পাই মাকক ক'লে, 'মা, দেউতাক সদায় কণী খাবলৈ নিদিব।' এইবাৰ পি-চেক্টৰত থকা উপ-ৰাজ্যপালগৰাকীৰ স্বাস্থ্যৰ তদাৰক কৰা চৰকাৰী ডাক্তৰ নৃপেন গগৈক (এসময়ত আমাৰ ছাত্ৰ আছিল) দেখুৱা হ'ল। তেওঁ পলম নকৰাকৈ অসম মেডিকেল কলেজত দেখুৱাবলৈ লিখিত পৰামৰ্শ দিলে আৰু লগতে সম্পূৰ্ণ জিৰণিত থাকিবলৈ দিলে। বাধ্যত পৰি তিনিমাহৰ আৰ্জিত ছুটী (Earned Leave) লৈ এ. এম. চি. পালোঁগৈ। সেই সময়ত আমাৰ সৰু পুত্ৰ টিটো (বিভূতি) মেডিকেলৰ ছাত্ৰ। তেওঁ মোক লগত লৈ প্ৰখ্যাত চিকিৎসক শিব বৰুৱাৰ (ঢুকাল) ওচৰ পোৱালৈগে। তেখেতে তন্ন তন্নকৈ পৰীক্ষা কৰি মোৰ চিকিৎসা আৰম্ভ কৰিলে। হস্পিটেলত নাথাকি ঘৰতে থাকি অহাযোৱা কৰি চিকিৎসা লৈ থাকিলেও হ'ব বুলি কোৱাত বুলুৱে মোক নি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰফেছৰ ড০ সুশীল গোস্বামী (বৰজী কবিতাৰ স্বামী) ৰ বাস-গৃহ পোৱালৈগে। তেওঁলোকৰ পৰিচৰ্যাত তাতে খোপনি ল'লোঁ। ৰোগ লাগে লাহে উপশম হ'বলৈ ধৰিলে।

চিকিৎসাৰ বাবে তিনিমাহৰ ছুটী লৈ ডিব্ৰুগড়লৈ যাওঁতে স্কুলখনৰ দায়িত্বভাৰ Vice Principal, মজুমদাৰৰ হাতত গটাই দি গৈছিলোঁ। ঘূৰি আহি দৃশ্য-পটৰ অনেক পৰিৱৰ্তন চকুত পৰিল। অসমত হোৱা অসম আন্দোলনৰ সময়ৰ আৰ্হিত স্কুলত ছাত্ৰ একতা সভা গঢ়ি উঠিল। সমগ্ৰ স্কুলখনৰ ছাত্ৰ-ছাত্ৰীসকলক চাৰিভাগ কৰি গঠন কৰা চাৰিটা House ৰ সংখ্যা একে থাকিল যদিও নামকেইটা ইতিপূৰ্বে উল্লেখ কৰাৰ দৰে সলনি কৰি School Management ৰ কৰ্তৃত্বৰ ওপৰত ছাত্ৰ একতা সভাই দখল ল'বলৈ ধৰিলে। দেখ-দেখকৈয়ে আগৰ শৃঙ্খলা টুটি আহিল। ছাত্ৰ-ছাত্ৰীৰ মাজত আগৰ যি শৃঙ্খলাবদ্ধতা আছিল সিও হ্ৰাস পাবলৈ ধৰিলে। ছাত্ৰ-একতা সভাৰ সদস্য-সদস্যাসকলৰ নিৰ্বাচনৰ সময়ৰ নিৰ্বাচনী প্ৰক্ৰিয়াত সমস্ত School Building ৰ দুৱাৰ-খিৰিকী, দেৱাল আদিত প'ষ্টাৰ মাৰি বিভিন্ন ৰঙৰ সমাবেশত লিখা বেৰৰ লিখনিয়ে বিভিন্ন অভিব্যঞ্জনা ব্যক্তি কৰিলে। শিক্ষক-শিক্ষয়িত্ৰীসকলৰ মুখাবয়ৱত স্বকীয়তা হেৰুৱাৰ স্পষ্ট আভাস দেখিবলৈ পোৱা গ'ল। পিয়ন-চকীদাৰসকলো ছাত্ৰ একতা সভাৰ প্ৰভাৱত পৰিল। স্কুলৰ চৌদিশ ক্ষুদ্ৰ ক্ষুদ্ৰ কাগজৰ টুকুৰা, নানা আৱৰ্জনাৰ অলংকৃত হৈ পৰিল। মোৰ উপলব্ধি হ'ল— মোৰ

ৰোগগ্ৰস্ত দুৰ্বল দেহত অৱস্থিত অবাধ্য মনটোৰে এনে এটা পৰিৱেশত নিজৌলৈ সজীৱতা ঘূৰাই আমি খাপ-খুৱাই লোৱাটো সহজ নহ'ব। মই দোধোৰ-মোধোৰত পৰিলোঁ।

আকৌ দিন বাগৰিবলৈ ধৰিলে। স্কুলখন চাবলৈ অহা দৰ্শকসকলৰ বিষয়ে আৰু কিছু কথা ক'বলৈ থাকি গৈছে। North Eastern Region ৰ এয়াৰ মাৰ্শ্বেল গৰাকীও এদিন আহি স্কুলখনত পদাৰ্পণ কৰিলেহি। এই অঞ্চলৰ চেণ্ট্ৰেল স্কুল সমূহৰ পৰিদৰ্শক, বিজ্ঞানৰ পাঠ্যপুথি ৰচোঁতা বিদ্যা শৰ্মাই স্কুলখন চাই, বিশেষকৈ বিজ্ঞানৰ তিনিওটা লেবৰেটৰি মনোযোগেৰে চাই মন্তব্য দিলে এইবুলি, 'অসমৰ ভাল ভাল কলেজকেইখনৰ লেবৰেটৰিতে এইদৰে সকলো সামগ্ৰী দেখিবলৈ পোৱা নাযায়।' সেইদৰে আমাৰ নিজৰ বিভাগৰে এ. ডি.পি. আই এগৰাকীয়ে হঠাতে আকৌ এদিন আহি স্কুলখনৰ চাৰিও দিশে ঘূৰি-পকি চাই ক'লে, 'ক'তো এটুকুৰাও ফটা কাগজ পৰি থকা দেখিবলৈ নাই। ইমান পৰিস্কাৰ-পৰিচ্ছন্ন হৈ আছে চাৰিওফালে।' সেইজন আছিল লক্ষ্য কুমাৰ ডাওৰীয়া। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰাধ্যাপক ডঃ সুশীল গোস্বামীয়ে স্কুলখনৰ শৃঙ্খলাবদ্ধতা দেখি মুগ্ধ হৈ এটি টোকাও দৰ্শকৰ টোকাবহীত লিখি থৈ যায়। ডুমডুমা কলেজৰ প্ৰবক্তাদ্বয় ৰমেশ গোস্বামী আৰু গীতা গোস্বামী দুয়ো নতুন বছৰৰ প্ৰাক-সন্ধ্যাৰ সাংস্কৃতিক অনুষ্ঠানত উপস্থিত থাকি আনন্দিত হৈছিল। তেওঁলোকৰ লগত আছিল অসম মেডিকেল কলেজৰ ছাত্ৰ-ছাত্ৰী ৰমেশ সোণোৱাল, মণজিৎ কৌৰ আৰু এসময়ৰ এইখন স্কুলৰ পৰাই পাছ কৰি ওলাই যোৱা বিভূতি ভূষণ বৰঠাকুৰ। সেইদিনাৰ সন্ধিয়াটো সঁচাকৈয়ে অতি উপভোগ্য হৈছিল। স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰী, অফিছৰ কেৰাণী, পিয়ন-চকীদাৰ আদি সকলোৰে পৰিয়ালবৰ্গৰে সৈতে মিলিজুলি উদ্‌যাপন কৰা সন্ধিয়াটো ভোজ-ভাতেৰে সৈতে অতি ৰংৰইচৰে পাৰ কৰা হৈছিল।

ইতিপূৰ্বে ৰাম-কৃষ্ণ মিশ্যনৰ স্বামী গৌতমানন্দজীৰ (আলঙৰ) লগত দেওমালীৰ নৰোত্তম নগৰৰ স্বামী প্ৰমথানন্দজীয়ে স্কুলখনত পদাৰ্পণ কৰি পবিত্ৰ কৰি গৈছিল। স্বামী প্ৰমথানন্দজীয়ে উভতি গৈ মোলৈ (প্ৰিন্সিপাললৈ) লিখা চিঠিখন পৰিশিষ্টত প্ৰকাশ কৰা হৈছে। এ সময়ৰ অৰুণাচল চৰকাৰৰ ছীফ্ চেক্ৰেটেৰী, পিছত দগ্ৰিঙ-পল মিশ্যনৰ উপদেষ্টা ৰজনীকান্ত (ৰাজেন) পাতিৰ মহোদয়েও মাজে-সময়ে কেতিয়াবা স্কুলখনলৈ আহি আমাক কৃতাৰ্থ কৰিছিলহি। আৰু এগৰাকীৰ কথা মই একেবাৰে শেষত উল্লেখ কৰিবৰ মনেৰে পিছলৈ থৈছোঁ।

ইতিমধ্যে ৰুগীয়া শৰীৰটোৰ বাবেই মই প্ৰথমবাৰ ১৪-৯-৮২ ৰ পৰা১-১০-৮২ লৈ ১৮ দিন, দ্বিতীয়বাৰ ২-১০-৮২ ৰ পৰা ২৭-১-৮৩ লৈ ১১৮ দিন,

তৃতীয়বাৰ ১৫-২-৮৩ ৰ পৰা ১০-৫-৮৩ লৈ ৮৫ দিন, চতুৰ্থবাৰ১১-৫-৮৩ ৰ পৰা ১৬-৭-৮৩ লৈ ৬৮ দিন, মুঠতে ২৮৯ দিন ছুটীত থাকিবলগীয়া হোৱাত স্কুল খনৰ অৱস্থা ক্ৰমে অধঃপতিত হ'বলৈ ধৰিলে। মোৰ দীঘলীয়া ছুটীৰ সুযোগ গ্ৰহণ কৰি সুযোগ-সন্ধানীসকলে এই হাইয়াৰ ছেকেণ্ডাৰী স্কুলখনৰ বদনাম ৰটি শিক্ষা সচিবলৈ পত্ৰ প্ৰেৰণ কৰিলে। তাৰ উত্তৰত মই লিখা চিঠিৰ নকল পৰিশিষ্টত লিপিবদ্ধ অৱস্থাত ৰখা হৈছে। তদুপৰি স্কুলখনত বেছিভাগ সময় Activities তহে কটায় বুলিও অভিযোগ অনা হ'ল। এই প্ৰসংগত Activities! Activities!! Activities !!! শীৰ্ষক ৩১-১২-৮৩ ত লিখা মোৰ এটা প্ৰবন্ধও পৰিশিষ্টত সন্নিবিষ্ট কৰা হৈছে। এইবোৰৰ উপৰি এইখন চৰকাৰী হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ সকলো বিষয়ৰে আক্ষৰিক চিত্ৰ এটি Profile of the School ত অঙ্কিত কৰি দেখুওৱা হৈছে। ইয়াৰ লগতে স্কুলখনৰ আলোচনী 'অৰুণ প্ৰকাশ'ৰ উদ্দেশ্যে শুভেচ্ছা প্ৰকাশ কৰি উপৰাজ্যপাল টি. ভি. ৰাজেশ্বৰ মহোদয়ে দিয়া চিঠিখনৰ নকল এটিও পৰিশিষ্টত সন্নিবিষ্ট হৈছে।

মোৰ কৰ্ম-জীৱনৰ বিভিন্ন স্থানত বিভিন্নজনৰ পৰা পোৱা উদগনিমূলক চিঠি পত্ৰ কেইখনমানো পৰিশিষ্টত আছে। ৰাইজৰ হকে বিভিন্ন স্থানত মই লিখি দিয়া স্মাৰক পত্ৰাদিৰ নকলো কিতাপখনত সন্নিবিষ্ট কৰা হৈছে।

মোৰ মনৰ দুখ-ক্ষোভ-গ্লানিৰ অৱশ্যে অন্য কাৰকো নথকা নহয়, আছে। তাৰ দুই-তিনিটা উদাহৰণেই পৰিস্থিতি বুজাত সহায়ক হ'ব বুলি মই ভাবোঁ। প্ৰথমে উনুকিয়াব খুজিছো— মোৰ কামত কোনেও হস্তক্ষেপ নকৰে বুলি দিয়া আশ্বাসৰ কথা। প্ৰথম অৱস্থাত দুই-তিনিবছৰলৈ এই আশ্বাস কামত আহিছিল আৰু স্কুলখনো বলিষ্ঠ পদক্ষেপেৰে উন্নতিৰ পথত আগবাঢ়িছিল, C.B.S.E. ৰ অধীনৰ ফাইনেল পৰীক্ষাবোৰত শতকৰা এশভাগেই সফলতা বহন কৰিছিল। তাৰ পিছত D.P.I. ৰ অফিচৰ পৰাই হস্তক্ষেপ আৰম্ভ হ'ল। মোৰ লগত একো আলোচনা নকৰাকৈয়ে শিক্ষক বদলি কৰণ আৰম্ভ হ'ল। এই সম্পৰ্কে কাকো জনাবলৈ নাই। যিসকলে মোক বুজিছিল, মোৰ কামবোৰ পচন্দ কৰিছিল সেইসকল হয় অৰুণাচলৰ পৰা গুচি গ'ল, নহয়, ইটানগৰৰ পৰা বদলি হৈ গ'ল। কেৱল সেয়ে নহয়। এইদৰে প্ৰচাৰ কৰা হ'ল যে এইখন চৰকাৰী স্কুল যেতিয়া যিকোনো ছাত্ৰ-ছাত্ৰী ইয়াত ভৰ্তি হ'ব পাৰিব। লাগিলে সেইসকল আন স্কুলত পঢ়ি দুই-তিনিবাৰ পৰীক্ষা দি ফেইল কৰিয়েই নাহক নাইবা ইটানগৰৰ চৰকাৰী চাকৰিয়ালৰ ল'ৰা-ছোৱালী (যাৰ বাবে পৰিকল্পনাত ধৰি লৈ স্কুলখন খোলা হৈছিল) নহওকেই তথাপি যিকোনো ল'ৰা-ছোৱালীকে ইয়াত নামভৰ্তি কৰিবলৈ দিবই লাগিব। মই চাকৰি এৰি অহাৰ আগে

আগে এদিন এজন জ্যেষ্ঠ মিনিষ্টাৰ আহি মোৰ অফিচত সোমায়েই ক'লে, 'মোক তেৰখন Admission form দিয়ক।' কাৰ Admission ৰ কাৰণে? যি কেইজন মেট্ৰিক পৰীক্ষাৰ্থীয়ে অন্য স্কুলৰ পৰা C.B.S.E. ৰ ফাইনেল পৰীক্ষাত ফেইল কৰিলে— তেওঁলোকৰ কাৰণে। ইফালে আমি এনেদৰে কথা নাই বতৰা নাই তেৰখনকৈ Admission form একেজন মানুহকে দিওঁ কেনেকৈ? তেওঁ অৰুণাচলৰ মন্ত্ৰীমণ্ডলীৰ এজন জ্যেষ্ঠ মন্ত্ৰী। মোৰ নিজৰ সন্মানৰ বিনিময়ত মিনিষ্টাৰজনৰ সন্মান ৰক্ষা কৰি কেৰাণীক অফিচৰ পৰা মতাই আনি লেখি লেখি তেৰখন ফৰ্ম ইচ্ছ্যু কৰি দিবলৈ নিৰ্দেশ দিলোঁ। ফৰ্মখিনি লৈ মিনিষ্টাৰ অহাবাটেৰেই ঘূৰি গ'ল। মোৰ মনত চিন্তাৰ ধুমুহা উঠিল। এইবাৰ যদি অন্য এজন মিনিষ্টাৰ আহি একেলগে বিশ্‌খন Admission form বিচাৰে নিদিওঁ বুলি ক'বলৈ বা দিব নোৱাৰোঁ বুলি ক'বলৈ মোৰ নৈতিক সাহস হ'বনে? মই মনতে ভাবিলোঁ,— ওঁহো, ওঁহো ইটানগৰৰ চৰকাৰী হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ প্ৰিন্সিপালৰ পদবীত মই আৰু থাকিব নোৱাৰোঁ।

ইতিমধ্যে অৱশ্যে মোক অৰুণাচলৰ আটাইতকৈ পুৰণা প্ৰথম প্ৰথম প্ৰতিষ্ঠিত হাইয়াৰ ছেকেণ্ডাৰী স্কুল (পূৰ্বৰ হাইস্কুল) পাছিঘাটলৈ বদলিৰ নিৰ্দেশ দিছিল। কিন্তু, সেই Transfer Order টোত থকা দুটা মাৰাত্মক ভুলৰ কথা লেফ্‌টেনেণ্ট গৱৰ্ণৰ চাহাবৰ দৃষ্টিগোচৰ কৰাত তৎক্ষণাত মোৰ সেই বদলি ৰদ কৰি মোক ইটানগৰতে ৰাখিবলৈ নিৰ্দেশ দিলে। এনে ভুল অৰ্ডাৰ Issue হোৱাৰ বাবে শিক্ষা-সচিব আৰু শিক্ষা-সঞ্চালক দুয়োকে জবাবদিহি কৰা হ'ল।

ছাত্ৰ-একতা সভাই বিচাৰিছিল— উপৰাজ্যপাল গৰাকীয়ে স্কুল পৰিদৰ্শন কৰি সন্তুষ্ট হৈ দিয়া কুৰি হাজাৰ টকাৰ সামগ্ৰী কিনিবৰ সময়ত তেওঁলোক প্ৰতিনিধিক চৰকাৰী Purchasing Board ৰ মেম্বাৰ কৰি ল'ব লাগে। ভালকৈ বুজাই দিয়াত অৱশ্যে সেইবাৰলৈ তেওঁলোকৰ সেই দাবী প্ৰত্যাহাৰ কৰিলে।

আনহাতে অৰুণাচলৰ বাহিৰৰ পৰা আহি ইটানগৰত শিক্ষা-সচিবৰূপে যোগদান কৰা এজন আই, এ, এছ বিষয়াৰ বাহিৰত ক'ৰবাত পঢ়ি থকা তেওঁৰ পুতেকৰ কাৰণে Text Book ৰ এটা Set D.P.I. ৰ হতুৱাই ইটানগৰ চৰকাৰী হাইয়াৰ ছেকেণ্ডাৰী স্কুলৰ পৰা Issue কৰাই নিয়া হ'ল। মই ভাবোঁ এইটো তেওঁৰ দুৰ্নীতি। এই দুৰ্নীতিত ডি. পি. আইজনৰ লগতে মইও নিশ্চয়কৈ involved হ'লোঁ। উস্ আৰু নোৱাৰি।

ইফালে মোৰ ভগ্ন স্বাস্থ্য, ৰুগীয়া দেহ, পৰিযোৱা মন লৈ চাকৰিটো খামোচ মাৰি ধৰি থাকিবলৈ অলপো ইচ্ছা নোহোৱাত আকৌ এইবাৰ স্ব-ইচ্ছাৰে অৱসৰ বিচাৰি অলপ কায়দা কৰি পহিলা নৱেম্বৰ, ১৯৮৫ চনৰ পৰা মোক এৰি দিবলৈ

সম্পূর্ণ আৱশ্যকীয় বিষয়-বস্তুৰে সৈতে Pension Paper সাজু কৰি Submit কৰিলোঁ। স্বাভাৱিক Proper Channel ৰে ঘূৰি-পকি গৈ কাগজখিনি Chief Minister ৰ Cell পালেগৈ। এনেস্তে এদিন মোৰ Leave ৰ File টো Chief Minister ৰ Secretary (মিঃ দেউৰী, অমেম দেউৰীৰ স্বামী) ৰ টেবুলত আছে বুলি গম পাই খবৰ কৰিবলৈ যোৱাত দেউৰী চাহাবে তেতিয়া তেখেতৰে টেবুলত থকা মোৰ Pension file টো হাতত লৈ ক'লে, 'এইটো আপোনাৰেই পেঞ্চন ফাইল। আপুনি আকৌ এবাৰ ভাবি চাওক। যদি আপুনি এতিয়া নাযাওঁ বুলি ভাবে মই এতিয়াই আপোনাৰ পেঞ্চন পেপাৰখিনি আপোনাক ঘূৰাই দিম।' তেখেতে কথাটো দোহাৰিলে। মই তেখেতক ধন্যবাদ জনাই ফাইলটো স্বাভাৱিক পথেদিয়েই ওলাই আহিবলৈ দিবলৈ অনুৰোধ কৰিলোঁ। ইফালে মোৰ ছুটী মঞ্জুৰ হৈ আছে বুলি জনোৱাত পুনৰ তেখেতক ধন্যবাদ জনাই মই তেখেতৰ অফিচৰ পৰা ওলাই আহিলোঁ। Education ৰ Under Secetary মিঃ এ এন্ দাসেও তেখেতৰ অন্য এজন অন্তৰঙ্গ বন্ধুৰে সৈতে মোক পৰামৰ্শ দিছিল চাকৰিৰ বাকী থকা আঢ়ৈ বছৰ (লগতে National Award পোৱাৰ বাবে আৰু দুবছৰ) কামত থাকি চাকৰিৰ পৰা ওলাবলৈ। মইহে মনটো আৰু ঘূৰাই আনিবলৈ অপাৰগ হ'লোঁ। সেইসময়ত মোৰ সুখ-দুখৰ লগৰী বুলু মোৰ লগত নাছিল। তেওঁ মোৰ শেষ সিদ্ধান্ত শুনি তেওঁৰে সৈতে একো আলোচনা নকৰাকৈয়ে এনে কাম কৰাত বৰ বেজাৰ পালে।

স্কুলখন চাবলৈ অহা Visitor সকলৰ প্ৰসঙ্গত মই যে আগতে লিখিছিলোঁ— 'আৰু এগৰাকীৰ কথা মই একেবাৰে শেষত উল্লেখ কৰিবৰ মনেৰে পিছলৈ থৈছোঁ' বুলি, সেইগৰাকী কেৱল মোৰে নহয়, সমগ্ৰ অৰুণাচলৰে ভাৰতবৰ্ষ স্বাধীন হোৱাৰ পিছত প্ৰথম দহ-বছৰত শিক্ষিত হৈ ওলাই অহা সকলোৰে জ্ঞান-দাত্ৰী মাতৃ শ্ৰীযুতা ইন্দিৰা মিৰি; যিগৰাকীয়ে মোৰে সৈতে প্ৰথম দহজন যুৱকক শদিয়াত প্ৰশিক্ষণ দি অৰুণাচলত শিক্ষাৰ পোহৰ বিলাবলৈ পঠাইছিল। তেখেতৰ আশীৰ্বাদ শিৰত লৈ তেখেতৰ অনাবিল প্ৰেৰণা হৃদয়ত ধাৰণ কৰি আমি দ্বিধাহীনভাৱে আগুৱাইছিলোঁ দূৰৈৰ পৰা হাত-বাউল দি মাতি থকা মনোৰম সেউজীয়া সৌন্দৰ্যৰে আবৃত পাহাৰী সমাজৰ হিয়াৰ মৰমৰ বিনিময়ত শিক্ষাৰ পোহৰ বিলাবলৈ। মনত অলপো ভয়, অকণমানো শঙ্কা, এখুদমানো সন্দেহৰ অৱকাশ নাৰাখি আমি আগবাঢ়িছিলোঁ ঈপ্সিত লক্ষ্যৰ অভিমুখে অবিৰাম গতিৰে। এয়া ১৯৪৭ চনৰ ৯ জানুৱাৰীৰ পৰা ১৯৮৫ চনৰ ৩১ অক্টোবৰ তাৰিখলৈকে ৩৮ বছৰ ৯ মাহ ২৩ দিন অৰুণাচলৰ শিক্ষা জগতত বিচৰণ কৰি সেই একেগৰাকী মহিমাময়ী পুণ্যশালা মাতৃৰ আশীৰ্বাদ শিৰত লৈ অপূৰণ কৰ্ম-জীৱনৰ সামৰণি মাৰিবলৈ আগবাঢ়িলো। মাত্ৰ কিছুদিন আগতে মাদাম

মিৰি, লগত আমাৰ দিনৰ একে Batch ৰ এগৰাকী প্ৰশিক্ষাৰ্থী (পিছত শাসক-শ্ৰেণীভুক্ত) ধন বাহাদুৰ চোনাৰক লৈ স্কুলখন চাবলৈ আহি তেখেতৰ অমূল্য ভাষণেৰে মোক আশীৰ্বাদে দিছিলহি। তেখেতৰ আশীৰ্বাদ মোৰ জীৱন ধন্য কৰিলে। তেখেতৰ আশীৰ্বাদ পুষ্ট হৈ বুলু আৰু মই একেলগে এদিন অৰুণাচলত প্ৰৱেশ কৰি এতিয়া আকৌ অৰুণাচলৰ পৰা, আমাৰ অতি চেনেহৰ অৰুণাচলৰ শিক্ষা-মঞ্চৰ পৰা প্ৰস্থান কৰিম।

মোৰ পেঞ্চন মঞ্জুৰ হ'ল। স্কুলৰ ল'ৰা-ছোৱালী, শিক্ষক-শিক্ষয়িত্ৰী, তেওঁলোকৰ পৰিয়ালবৰ্গ, অফিচৰ তৃতীয় শ্ৰেণী-চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰীসকলেও তেওঁলোকৰ পৰিয়ালবৰ্গৰে সৈতে স্কুলখনৰ স্কাউট-গাইড্ছ ডেনৰ বিতোপন প্ৰাকৃতিক পৰিবেশৰ মাজত চামিয়ানা লগাই সভা পাতি মৰম-চেনেহ-শ্ৰদ্ধা-সন্মানেৰে বুৰাই দি আমাক অভূতপূৰ্ব বিদায়-সম্ভাষণ জনালে। সদাশিৱমৰ লগতে ঘন বৰাইও গাড়ী-গুৰা বন্দবস্ত কৰি সকলো বয়-বস্তুসহ আমাক আনি আমাৰ মৰাণৰ নিজা ঘৰত থৈ গ'লহি। দহ-বছৰৰ পূৰ্বে মৰাণৰ এই ঘৰটো সাজি নোথোৱা হ'লে আমাৰ থাকিবলৈকে ঘৰ নহ'লহেঁতেন। সদাশিৱম (বেচাৰা ঢুকাই থাকিল) আৰু ঘন বৰা দুৰাতিমান আমাৰ লগত থাকি ইটানগৰলৈ উলটি গ'লগৈ। অনুভৱ হ'ল-এয়েতো মানৱ জীৱন— অহা-যোৱা অনিৰ্বাৰ!

ওপৰঞ্চি ঃ আমাৰ জীৱন-চক্ৰৰ মাজলৈ সময়ে সময়ে দুই-এটি প্ৰাণী (পশু-পক্ষী) আহি আমাক লগ দিছিলহি। এইবিলাকৰ ভলেকেইটিৰ বিষয়ে অসমৰে প্ৰখ্যাত সাংবাদিক-সাহিত্যক, বুদ্ধিজীৱী, আপুৰুগীয়া অসমীয়া বিশ্বকোষ সংকলনৰ গুৰি ধৰোঁতা, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি হোমেন বৰগোহাঞিদেৱৰ দ্বাৰা সম্পাদিত 'আমাৰ অসম'ত- 'জীৱশ্ৰেষ্ঠক কন্দুৱায় পশু-পক্ষীৰ মৰমে' শীৰ্ষক মোৰ এটি লেখাত বিস্তৃতভাৱে আলোচনা কৰোতে পিকুৰ কথা বেলেগ লিখা হৈছে বুলি মাত্ৰ উল্লেখ কৰা হৈছিল। আগতেযে কোৱা হৈছিল— পিকু হেৰাল বুলি, পিছে নহয়। এদিন মাৰ্টিন চাহাবৰ বঙলাৰ খট্খটীটোত থিয় হৈ (লগত বুলু আৰু লক্ষ্য কুমাৰো আছিল) পিকু পিকু বুলি আকুল কণ্ঠে মাতোতে ক'ৰপৰানো গুলীটো অহাদি আহি পিকু মোৰ ভৰিত উধাতু খাই উফৰি পৰিলহি ততেই ধৰিব নোৱাৰিলোঁ। তাকে দেখি লক্ষ্য কুমাৰে তাজ্জব মানি ক'লে, 'কুকুৰকহে দেখিছো এনেকৈ মাতিলে উধাতু খাই দৌৰি অহা, মেকুৰীক হ'লে কেতিয়াও দেখা নাই।' সেই পিকুৱেই আমাৰ লগত ইটানগৰত থাকোঁতেই বৃদ্ধত্বক আকোঁৱালি লৈ আমাৰ সংসাৰৰ পৰা নীৰবে আঁতৰি গ'ল। কোনো কালেই মচিব নোৱাৰা তাৰ স্মৃতিয়ে আমাক জীয়াই থাকোঁ মানে সোঁৱৰাই থাকিব। জীৱন বৰ বিচিত্ৰ!

ইটানগৰতে আৰু এটি প্ৰাণী আমাৰ সংসাৰখনৰ মাজলৈ আহিছিল। সেইটি ডিক্। ওপৰত উল্লেখ কৰা 'জীৱ-শ্ৰেষ্ঠক কন্দুৱাই পশু-পক্ষীৰ মৰমে' লেখাটিত ডিকৰ কথা বহলাই লেখা হৈছে। ইটানগৰ এৰি আহিবৰ সময়ত বিশেষ আহুকালৰ বাবে ডিকক লৈ আহিব নোৱাৰি এতিয়াও আমি অতিশয় অনুতপ্ত হৈ আছোঁ। ডিকক ষ্টেটবেংকৰ মেনেজাৰজনে বৰকৈ অনুৰোধ কৰি পুহিবলৈ বিচৰাত আহিবৰ সময়ত আমাক দেখা পাবলৈ নিদিয়াকৈ মেনেজাৰজনৰ ঘৰলৈ পঠাই দিয়া হ'ল। জীৱ-জন্তু, পশু-পক্ষী, প্ৰকৃতিৰ হাবি-বন, পৰ্বত-পাহাৰ, নদ-নদী, মহাকাশ অবিহনে মানৱ জীৱনে সম্পূৰ্ণতা লাভ কৰিব নোৱাৰে বুলি মোৰ দৃঢ় বিশ্বাস। জীৱৰ জীৱন মাত্ৰ এটিয়েই— সেয়েতো প্ৰাণ, অসীমত সীমাহীন হৈ মিলি যোৱা চেতনা। ☆✱✿

# BIODATA

| | | |
|---|---|---|
| 1.Name | : | ANNADA PRASAD BORTHAKUR |
| 2.Date of Birth | : | March, 1923 |
| 3. Last position held | : | Principal, Govt. Higher Secondary School, New-Itanagar Arunachal Pradesh |
| 4. Present Position | : | Retired |
| 5. Present Residential Address | : | Jyotipur, Suren Bhagowati Road Ward No.2, Moranhat 785670, Dist. Sibsagar (Assam)<br>Phone : 03754-226172 |
| 6. Educational Qualification | : | Experience of 38 and 6 months in Central Government Service in teaching, inspection, organization and administration of various educational institutions such as LP. ME. HE. HSS Schools, teacher's traning institute and college |
| 7. Awards | : | National Award For Teachers, 1978 |
| 8. Important Positions held | : | Member of the Governing Body of the Central Board of Secondary Education (CBSE), New Delhi for 7 years until 1985 |
| | : | Member of the Governing Body of Moran Mahila Mahavidyalaya |
| | : | Member of Managing Committees of Moran Higher Secondary School, Navodaya Vidyalaya and Moran Model School. |
| 9. Special activites | : | Attended Six months' teachers training course at Sadiya in 1948. |

- Attended Refresher's Training Course for Teachers in 1959
- Conducted educational tours for teachers in 1959
- Underwent B.T. Training in Guwahati University- Secured First Class with First Position in 1965
- Jointly edited the B. T. Magazine in 1965.
- Conducted Educational tour as one of the leaders of a batch of 65 students of Arunachal Pradesh in 1967-68
- Attended Special English Training Cum Seminar at New Delhi in 1971-72 under National Council of Educational Research & Training (NCERT).
- Attended Audio Visual Training under the Dept of Teaching Aids at new Delhi in 1973
- Attended Headmaster's Conference at Itanagar in 1977
- Attended Heads of institutes' Conference at Itanagar in 1979.
- Inspected Sarda Missions School at Khonsa in Tirap District. Arunachal Pradesh with two other members from New Delhi in 1979.
- Inspected other schools in Subansari District, Arunachal Pradesh, in 1979-80

**Recognition of the All India Higher Secondary Examination of the Board by the Universities & Boards in India.**

1. Aligarh Muslim University - on 23.11.63
2. Andhra University - 19.3.64
3. Annamalai University- 24.11.63
4. Bombay University- 10.8.64 & 26.2.65
5. Burdwan University- 2.9.64
6. Calcutta University- 24.1.64
7. Delhi University- 8.12.65
8. Gauhati University- 6.11.64
9. Gurukul Kangri - 14.8.65
10. Indian Kala Sangeet- 2.4.65
11. Jabalpur University- 16.9.64
12. Jadavpur University- 25.3.64
13. Jammu & Kashmir University- 26.5.65
14. Jodhpur University- 14.8.64
15. Kalyani University- 5.12.64
16. Kerala University- 10.3.65
17. Kurukshetra University- 21.8.64
18. Karnatak University- 9.10.64
19. Maharaja Sayajirao University of Boroda - 1.6.64
20. Madras University - 4.5.64
21. Mysore University- 21.12.64
22. Osmania University- 8.5.64
23. Panjab University - 23.1.64
24. Patna University- 26.4.65
25. Poona University-24.6.64
26. Panjab Agricultural University- 8.6.65
27. Panjabi University - 3.6. 64
28. Rajasthan University- 16.11.63
29. Sardar Patel University Vallabh, Vidya Nagar, Via Anand- 20.11.63
30. Saugar University- 28.3.65
31. Shivaji University- 29.9.65
32. Sri Venkateswar University- 3.8.64
33. S.N.D.T. Women's University-26.11.64
34. U.P. Agricultural University-22.2.64
35. Udaipur University-11.2.65
36. Utkal University- 14.3.64

37. Vikram University- 9.2.65
38. Viswa Bharati University- 13.2.64
39. Magadh University-5.8.66
40.Banaras Hindu University-5.8.67
41. Nagpur University -18.8.67
42. Bangalore University- 19.8.67
43. Sambalpur University- 12.8.67
44. Marathwada Univerity- 2.11.66
45. Ranchi University- 6.11.67
46. Awadesh Pratap Singh University, Rewa- 8.9.71
47. Gujarat University, Ahmedabad- 21.12.70
48. Madurai University, Madurai - 2.9.71
49. Jamia Millia Islamia- 24.7.66
50. Bihar School Examination Board- 8.2.64
51. Board of High School and Intermediate Education U.P. Allahabad 29. 1. 64
52. Board of Secondary Education Rajasthan, Ajmer- 24.1.68
53. Joint Matriculation Board of U.K. London- 22.9.67
54. South Gujarat University- 6.5.68
55. Ravi Shankar Unisersity, Rajpur (MP) 14.3.69
56. Saurashtra University- 5.7.69
57. Shrimati Nathibai Damodar Thackersey Womens, University Bombay 26.11.64

**NORTH EAST FRONTIER AGENCY**

DIRECTOR & EX-OFFICIO SECRETARY,
EDUCATION, NEFAGENCY, SHILLONG.

D.O. No.ED.2/272/58.

Shillong, the 27 May/60.

My dear Borthakur,

I am very much pleased to see the remarks of the Legal Adviser, N.E.F.A. & N.H.T.A. in your visiting book. Kindly accept my congratulations for the good work done by you and your staff to improve the general tone of Mebo School.

Yours Sincerely
Sham Lal Soni.
(Sham Lal Soni)

To

Shri A.P. Borthakur,
C/o., Political Officer,
Pasighat Sub-division,
P.O. Pasighat.

/SK.2656C

....

D.O. NO.ED. 6072

NORTH EAST FRONTIER AGENCY

Shri P.K.Gupta, M.A., B.T., M.Ed.,
Asstt.Director of Education.

Shillong, the 22nd August, 1960.

My dear Borthakur,

I received your kind note a few days back and many thanks for the same. I could not send a reply in time on account of pressure of work here.

2. All the recent promotions and postings to higher ranks are of a very temporary nature - rather make shift arrangements, and the entire matter is supposed to be reconsidered by the Administration. As such, it is not possible for us to do anything in the matter as it rests at the higher level. We also consider that your transfer from Pasighat High school at this stage may hamper the progress of the school.

3. I would advise you to wait patiently for some time more, for good and honest work is bound to bring its own reward in due course of time.

With best wishes and love,

Yours very sincerely,

( P.K.Gupta ),

Shri A.P.Borthakur,
Graduate Teacher,
Pasighat High school,
[illegible]

North East Frontier Agency

D O No. SL 442/61.

Shri B S Dougal,
Political Officer,
Subansiri Fr Divn.

Dated: Ziro, the 27th Nov 61.

My dear Borthakur,

I have great pleasure in sending you my congratulations for the excellent work done by you for making the Ziro M E School really fit for the inspection of the Director of Education, NEFA, Shillong. I thank you for putting up the excellent show and the Director of Education and the Assisant Financial Adviser were both very impressed. I want you however not to rest on your laurels but to improve things still further. It will not be long before the Commissioner, NEFA, will come here and you must put up an even better show. Kindly convey my felicitations to the rest of our staff for the good work they did and tell them that if they keep it up the Ziro school will certainly become something to be proud of.

Yours sincerely,

( B S Dougal )

Shri A P Borthakur,
Head Master Ziro M E School.

OFFICE OF THE POLITICAL OFFICER : SUBANSIRI FRONTIER DIVISION
ZIRO.

NO.EDN. 53/61/ 4-7
Dated Ziro, the .. th Nov/61.

To

The Shri A.P.Barthakur,
Hd.Master, Ziro School.

As discussed with the Director of Education you are requested to visit Hija, Hari, Hong and Reru Schools once at least after the Examination are over.

You are further requested to advise the teachers of these schools particularly in keeping proper records integrated time table and individual progress charts as per Director of Educations instruction. Emphasizing on Kuts(Group)system in the light of Diranggong School under Shri Rahman.

Sd/ (A.C.Phookan)DIS,
for Political Officer,SFD,
Ziro.

No.Edn. 53/61/ 4-7 Dated Ziro, the .. th Nov/61.
Copy to:-
Teacher i/c Hari,Reru,Hija and Hong for information. They are to follow what the Hd.Master,Ziro School advises.

(A.C.Phookan)DIS,
for Political Officer,SFD,
Ziro.

K/Rami/20/11.

NORTH EAST FRONTIER [redacted] AGENCY
OFFICE OF THE POLITICAL OFFICER: SUBANSIRI FRONTIER DIVISION
ZIRO.

Order No.Edn-18/61-62/-1514  Dated Ziro, the 7 th Aug/61

Sub.- Taking over charge of D.I.S. temporarily during the period of absence of Shri B.C. Phookan, D.I.S. on tour.

Shri A.P.Borthakur, Head Master, Ziro M.E. School will attend to all the routine works of the Divisional Inspector of Schools, Ziro with immediate effect during the absence from H.Q. of Shri B.C.Phookan, Divisional Inspector of Schools on his tour to Tali, in addition to his existing duties.

Sd/- B.S.Dougal,
Political Officer,
Subansiri Fr.Division, Ziro.

Memo No.Edn-18/61-62/ 1514-26  Dated Ziro, the 7 th Aug/61

Copy to: - Shri A.P.Borthakur,
Head Master, Ziro M.E.School.

Circulation to:- All sections, Ziro/Hapoli for information.

(S.S.Kaura)
Administrative Officer,
for Political Officer,
Subansiri Fr.Division, Ziro.
8.8.61

NORTH EAST FRONTIER AGENCY
OFFICE OF THE PRINCIPAL: BUNIADI SIKSHA BHAWAN
C H A N G L A N G.

No. SPL/BOR/64/1708     Dated Changlang the 12 th Feb'64

To

Shri A.P. Borthakur,
S.I.S. Changlang.

Sir,

I would like to request you kindly to deliver one lecture to the Border Area Teachers who are at present under going a Special Training Course in the BSB.

Particulars of the lecture are given below.

Subject:- MAINTENANCE OF SCHOOL RECORDS.

Date :- 14th Feb'64

Time :- 14.30 Hrs.

Kindly confirm.

Yours faithfully

12/2/64

( S. Swer ) Principal,
Buniadi Sikshs Bhawan, Changlang.

the rightful position to you [illegible]
[illegible]
[illegible], I would suggest to you to contact Dibrugarh University & ascertain if you can do M.A. in Education privately. We know you are a self-made man — but I think you are not made yet. So please go ahead & go ahead — This is my only advice with all best wishes to you.

I am writing this letter after a long & strenuous office day — & am stopping here. Pl. remember me to all friends at Changlang & convey my best wishes to Shrimati Barthakur & love to children, & accept same yourself. May God bless you always.

Yours sincerely,




Bulletin No. 16 | March 1966

## PERSONALIA

### 20 EDUCATIONAL

Shri A. P Barthakur, S I. of Schools, Changlang, has secured First Class First position in the B T. Examinations for 1965 the results of which were announced recently. Shri J. Acharya, teacher, Ziro Higher Secondary School, and Shri D. N. Sarma, teacher, Bomdi La Higher Secondary School, got high second class Congratulations to them

### 23 ENGINEERING

Shri A. Shankaran, who served as Executive Engineer at Tezu for quite a few years, has been promoted and posted as S E. (I) NEFA, in place of Shri J C Chakravarty who went on transfer to Delhi

To 17-3-66

All teachers,
Rly. High School,
Dibrugarh.

Dear Sirs,

You will be glad to learn that my B.A. class and hostel mate Sri Ananda Prasad Borthakur B.A., B.T. who got first class first in the B.T. examination of Gauhati University 1966, is at Dibrugarh now with H.S.L.C. candidates of Tirap div. NEFA.

Sri Borthakur has been requested to be amidst us on the 19th March at 2 P.M.

Hope you all, will remain present on the date, when I, on your behalf wish to express felicitation to Mr. Borthakur for his brilliant results.

Thanks.

Yours faithfully,

17.3.66

Copy to Sri A.P. Borthakur to kindly come on the date.



R.K.Patir.

D.O. No. Ed/1504/66

Deputy Commissioner,

TIRAP FRONTIER DIVISION

N E F A

KHONSA 17th March, 1966.

My Dear Borthakur,

We have received the approval from the Director of Education for appointing, as Science Graduate teacher, your brother who is now working at Tinsukia. I am told he once came here and returned without accepting the offer on the ground of non-availability of residential accommodation. It is true that our present accommodation position is not satisfactory but we are hoping that position will improve within a couple of months when we will be able to accommodate your brother when he joins here. Meanwhile, we have made arrangement for accommodating your brother as soon as he joins.

As you know Khonsa High School is in immediate need for Science Graduate teacher. This has become particularly urgent for teaching the Class-X boys who will be appearing in the Matriculation examination in the next year. While I admit that stay here would not be as comfortable as at Tinsukia, it will be a good service rendered to our tribal brothers if your brother comes and joins the school.

I shall be grateful if you kindly make a personal request to your brother to join the post offered to him at a very early date.

Yours sincerely,

[signature]

( R.K.Patir )

Shri A. P. Borthakur,
C/O. B.S.B., Changlang,
P.O. Changlang,
Tirap District.

T. Lhendup,
Extra Assistant Commissioner,
Tirap District,
Khonsa.

September 8, 1971.

Dear Borthakurja

Please accept my heartiest congratulation on being appointed as Headmaster and posted at Tawang High School. We will have very good time at Tawang when both of us reach there. If everything goes normal I will be reaching Tawang ahead of you to be in time to welcome you to your new assignment. Tawang is lucky to have a Headmaster of your stature and experience, and I am quite sure, that our boys there will definetely benfit by your posting. I will on my part be only happy to extend all my help and cooperation to you in your day to day affairs as and when required.

Hoping to meet you soon. Hope you might have received the order by now.

Yours Sincerely

( T. Lhendup )

Shri A.P. Borthakur,
Headmaster(Designate),
Govt. High School, Tawang,
C/O B.S.B. Changlang.

***

NATIONAL COUNCIL OF EDUCATIONAL RESEARCH AND TRAINING

NATIONAL INSTITUTE OF EDUCATION



AWARDS THIS CERTIFICATE TO

Shri A. P. Borthakur

FOR HAVING PARTICIPATED IN

A THREE WEEK TRAINING COURSE ON TEACHING ENGLISH AT THE PRIMARY LEVEL FOR TEACHER EDUCATORS

HELD AT THE NIE CAMPUS

FROM 3 JANUARY TO 25 JANUARY 1972

COURSE DIRECTOR
NEW DELHI
25 JANUARY 1972

(SVC AIYA)
DIRECTOR
NATIONAL COUNCIL OF EDUCATIONAL
RESEARCH AND TRAINING



# NATIONAL COUNCIL OF EDUCATIONAL RESEARCH AND TRAINING

## DEPARTMENT OF TEACHING AIDS, NEW DELHI.

# Certificate

CERTIFIED THAT SHRI A. P. BORTHAKUR FROM ARUNACHAL PRADESH, HAS SUCCESSFULLY COMPLETED A TRAINING COURSE IN THE OPERATION, MAINTENANCE AND REPAIR OF AUDIO VISUAL EQUIPMENT, CONDUCTED BY THE DEPARTMENT OF TEACHING AIDS, NEW DELHI FROM 22 8 73 TO 18 9 73

(SHANKAR NARAYAN)
Reader-Incharge
DEPARTMENT OF TEACHING AIDS

NEW DELHI
DATED THE 18th September 1973

